# বাৰ্তাপখিলী

## এটা দশকৰ নিৰ্বাচিত প্ৰবন্ধ

সংকলক

প্ৰফুল্ল বৰ্মন

বিশাল প্ৰকাশন

গুৱাহাটী-৩

*ATA DASAKAR NIRBASITA PRABANDHA:- A collection of selected Assamese Articles on Mahekia Bartapakhili. Compiled by Prafulla Barman Published by Brajendra Nath Deka. Bishal Prakashan Guwahati-3*

**First Edition: 6th January '2007** **Price: Rs. 100.**

---

**প্ৰকাশকঃ**
ব্ৰজেন্দ্ৰ নাথ ডেকা
বিশাল প্ৰকাশন
চান্দমাৰী, গুৱাহাটী-৩
ফোন নং- ৯৮৬৪০-৩৮৮১৪



**প্ৰচ্ছদঃ**
চন্দন চুতীয়া

**ডিটিপিঃ**
ৰুবী দেৱী

**অক্ষৰ বিন্যাসঃ**
দুৰ্গাপ্ৰসাদ হাজৰিকা

**প্ৰথম প্ৰকাশঃ**
৬ জানুৱাৰী '২০০৭

**মূল্যঃ** ১০০ টকা

**মুদ্ৰণঃ**
বিশাল প্ৰকাশন
গুৱাহাটী-৩

# উচর্গা

মাহেকীয়া বার্তাপখিলীৰ সমূহ
হিতাকাংক্ষীৰ হাতত অৰ্পন কৰিলো।

সংকলক

# সংকলকৰ একাষাৰ

সংস্কৃতিৰ বটবৃক্ষত পত্ৰিকা একোটা প্ৰকাণ্ড ডাল আৰু এই ডালৰ সংযুক্ত পাতবোৰ হৈছে গল্প, প্ৰবন্ধ, কবিতা হাস্যব্যঙ্গ ৰচনা তথা অন্যান্য সিৰ্জনিসমূহ। লেখকসকল বটবৃক্ষৰ প্ৰতিপালক। কিন্তু প্ৰতিপালন কৰিবলৈ তেখেতসকলক লাগিব সাৰ, পানী তথা যথোপযুক্ত জলবায়ু। অৱশ্যে সাৰ, পানী, জলবায়ু এটা আনটোৰ পৰিপূৰক আৰু এটাৰ লগত আনটোৰ সম্পৰ্ক ৰক্ষা হ'লেহে বৃক্ষডাল সৰ্বাংগসুন্দৰ আৰু সেউজীয়া হৈ থকাৰ অৱকাশ থাকে।

যিকোনো ভাষা-সাহিত্যৰে পত্ৰিকা এটা অপৰিহাৰ্য আৰু প্ৰধান উপাদান। অসমীয়া ভাষাৰ আদিকালতো পত্ৰিকাৰ ভূমিকাই বৰণীয় হৈ ৰহিছিল। সেই বৰণীয়াখিন আজিও বৰষৰ পৰা আঁতৰি যোৱা নাই। ফলত পত্ৰিকাৰ আদৰ কমক নাইবা বেছিকৈ দিনক দিনে বাঢ়ি আহিছে। পত্ৰিকাৰ আদৰ তথা পত্ৰিকাই পাঠকক আকৰ্ষিত কৰাৰ মূল কাৰণ হ'ল পত্ৰিকা এখন সদায় বহুমুখী ৰূপত পৰিস্ফুট হয়। পত্ৰিকা হ'ল বহুজনৰ ভাব আৰু মনস্তাত্ত্বিক বিশ্লেষণৰ কেন্দ্ৰস্থল। ফলত পত্ৰিকাৰ পাঠকে ভিন্ন স্বাদ আৰু ভিন্ন ভংগী পোৱাৰ থল থাকে কিন্তু, নাটক, উপন্যাস একোখনত একো একোজন লেখকৰ একক ভাৱৰ বুৰবুৰণি হোৱাৰ কাৰণে সাৰ্বজনীন ভাবৰ সমাহাৰিক ৰূপ পোৱা নাযায়।

আমাৰ অসম ৰাজ্যত বৰ্তমানে পত্ৰিকাৰ প্ৰকাশ-প্ৰচাৰ কম বুলি কোনেও ক'ব নোৱাৰে। পত্ৰিকাৰ প্ৰচলন আৰু বিস্তাৰ সেই অৰুণোদইৰ পৰাই চলি আহিছে আৰু আজিও সেই ধাৰা নিৰবচ্ছিন্ন ভাবে চলি আছে। কিন্তু এটা কথা ঠিক যে কোনো এখন পত্ৰিকাই একেধাৰে চিৰপ্ৰবাহমান হৈ থকা নাই। মানুহৰ জীৱন সীমিত বিলুপ্ত শেষ হৈ গ'লেও মানুহৰ অহা-যোৱাৰ সোঁত যেনেকৈ চিৰপ্ৰবাহমান ঠিক তেনেকৈ কোনো এখন পত্ৰিকা বিলুপ্ত হৈ গ'লেও পত্ৰিকাৰ প্ৰবাহ কিন্তু অখণ্ডিত হৈ থাকে। পত্ৰিকাৰ আয়ুস কম বেছি হোৱাৰ পৰোক্ষ তথা প্ৰত্যক্ষভাৱে বহুকেইটা কাৰণৰ ওপৰত নিৰ্ভৰশীল হ'লেও প্ৰধান কাৰণটো কিন্তু পত্ৰিকাখনৰ সম্পাদকজনৰ গুণাগুণৰ ওপৰতে নিৰ্ভৰ কৰে। সুদক্ষ চালকে যেনেকৈ মটৰ গাড়ীখন ভাল বেয়া যিকোনো ৰাস্তাতে ভালদৰে চলাই নিয়ে ঠিক তেনেকৈ এজন ভাল সম্পাদকে এখন পত্ৰিকা যিকোনো পৰিস্থিতিৰ সন্মুখীন হৈ হ'লেও প্ৰকাশমান কৰি ৰাখে।

তেনে এজন সম্পাদক হ'ল মাহেকীয়া সাহিত্য আলোচনী 'বাৰ্তাপত্ৰিকা'ৰ সম্পাদক ব্ৰজেন ডেকা। সাম্প্ৰতিক কালৰ যান্ত্ৰিকতা আৰু বহল ইলেকট্ৰনিক বাতাবৰণৰ মাজত প্ৰতিযোগিতামূলক বজাৰত নিজৰ ঐকান্তিকতা আৰু অধ্যৱসায়ৰ ফলত আজি এঘাৰ বছৰে বাৰ্তাপত্ৰিকাক বাইজৰ মাজত প্ৰচলন কৰি আহিছে। বহুজনৰ ফলপ্ৰসূ চেষ্টা, সকাম, স্নেহ আৰু আশীৰ্বাদ লিখত লৈ শ্ৰীমান ডেকাই পিচলি যোৱা নাই তেওঁৰ লক্ষ্যৰ পৰা আৰু তেওঁ একক প্ৰচেষ্টাৰে তেওঁ শদিয়াৰ পৰা ধুবুৰীলৈ লেখক তথা পঢ়ুৱৈৰ পদূলিত বাৰ্তাপত্ৰিকাক উপস্থাপন কৰিবলৈ সক্ষম হৈ আছে। এজন পঢ়ুৱৈ, সাধাৰণ লেখক তথা সংস্কৃতিৰ বেদীত এপাহি পুষ্প অৰ্পণ কৰাৰ হাবিয়াস থকাৰ উপায় নাই বাবে ব্ৰজেন ডেকাই বাৰ্তাপত্ৰিকাৰ লগত আমাৰ মায়া সান্নিবিষ্ট কৰে। ফলত আজিৰ পৰা কেইবছৰমান আগতে আমিও সম্পাদনা সমিতিৰ এজন সদস্য হৈ পৰিলোঁ। বাৰ্তাপত্ৰিকাৰ সহযোগী সম্পাদক হিচাপে যোগদান কৰাৰ দিনাৰ পৰা বাৰ্তাপত্ৰিকাৰ সৰ্বাংগীণ উন্নতিৰ কাৰণে আমি যিমানখিনি পাৰি সহযোগ আগবঢ়াই

আহিছো। মুখ্য সম্পাদক ড° যতীন মিপুন ছাব তথা সম্পাদক ব্ৰজেন ডেকাৰ লগত আলোচনা কৰি 'বাৰ্তাপখিলী'ৰ দহবছৰীয়া পূৰ্ণতাপ্ৰাপ্তিৰ অন্তত এটি অনুষ্ঠান পাতিবলৈ সিদ্ধান্ত লোৱা হৈছিল কিন্তু বিশেষ কিছুমান অসুবিধাৰ কাৰণে কাৰ্যতঃ নহ'ল। সেয়ে এবছৰ পলমকৈ হ'লেও অৰ্থাৎ এঘাৰ বছৰ পূৰ্ণতা প্ৰাপ্তিৰ পিছত 'লিখক পঢ়ুৱৈৰ অন্তৰঙ্গ আলাপ' তথা 'বাৰ্তাপখিলীৰ ইতিহাস মন্থন' কৰাৰ উদ্দেশ্যে এটি অনুষ্ঠানৰ আয়োজন কৰা হৈছে। এই এঘাৰবছৰীয়া পূৰ্ণতাৰ অনুষ্ঠানটিৰ লগত সঙ্গতি ৰাখি এঘাৰবছৰীয়া বাৰ্তাপখিলীৰ পাতৰ পৰা বাছি বাছি শ্ৰেষ্ঠ প্ৰবন্ধৰ টোপোলা এটাৰে পঢ়ুৱৈ সমাজলৈ প্ৰবন্ধৰ সংকলন এটি প্ৰস্তুত কৰিবলৈ সম্পাদনা সমিতিৰ সিদ্ধান্ত মৰ্মে আমাৰ ওপৰত দায়িত্ব অৰ্পণ কৰা হ'ল। আনফালে শ্ৰেষ্ঠ গল্প সংকলনটি প্ৰস্তুত কৰিবলৈ শ্ৰদ্ধেয় যতীন মিপুন চাৰৰ হাতত ন্যস্ত হ'ল।

এতিয়া প্ৰশ্ন হ'ল মহাসাগৰৰ পৰা মুকুতা সংগ্ৰহ কৰো কেনেকৈ? এইটো সহজসাধ্য কাম নহয় কিয়নো বজ্ৰজ্যুপ্ত চনৰ পৰা আজিলৈ বাৰ্তাপখিলীৰ পাতত কিমান বৌদ্ধিক, সাহিত্যিক, গুণী-জ্ঞানী পণ্ডিতে কিমানটা যে প্ৰবন্ধ লিখিছে তাৰ সীমা সংখ্যা নাই। প্ৰতিবছৰে বাৰটাকৈ সংখ্যা হিচাবে এঘাৰ বছৰত বাৰ্তাপখিলীৰ এশ-বত্ৰিশটা সংখ্যা ওলাইছে। এই এশ-বত্ৰিশটা সংখ্যাত কিমানবোৰ যে প্ৰবন্ধ আছে তাক বাৰ্তাপখিলী পঢ়োতাজনেহে জানিব। গতিকে ইমানবোৰ প্ৰবন্ধৰ মাজৰ পৰা ভাল আৰু তত্ত্বগধুৰ প্ৰবন্ধ বাছি উলিয়াই এখন প্ৰবন্ধ সংকলন কৰাটো যে কিমান কঠিন কাম আমি তাক উপলব্ধি কৰিছো। কাৰণ কম পৰিসৰৰ মাজত ভালেবো ভাল প্ৰবন্ধ সন্নিবিষ্ট কৰিবলৈ হ'লে ওপৰে ওপৰে চালে নহ'ব। অন্ততঃ প্ৰত্যেকটো প্ৰবন্ধৰ ওপৰত চকু ফুৰোৱাটো নিত্যান্তই প্ৰয়োজন। সেয়ে ব্ৰজেনৰ হাতত মজুত হৈ থকা বাৰ্তাপখিলীৰ এঘাৰবছৰীয়া আটাইবোৰ সংখ্যা সংগ্ৰহ কৰি প্ৰবন্ধবোৰত হাত বুলোৱা আৰম্ভ কৰিলোঁ। এই কাৰ্যত আমাৰ এমাহমান পাৰ হ'ল। তাৰপিছতহে প্ৰবন্ধ নিৰ্বাচনৰ কাম আৰম্ভ হ'ল। শেষত আমি আমাৰ সীমিত ধ্যান ধাৰণা আৰু স্বল্প জ্ঞানৰ পৰিসৰৰ মাজত পঞ্চাশটি প্ৰবন্ধ বাছি উলিয়ালো। অৱশ্যে সম্পাদক ব্ৰজেন ডেকাৰ লগতো আলোচনা কৰি ল'লো। যি নহওক শেষ যেনিবা আমাৰ চেষ্টা সাৰ্থক হ'ল। ব্ৰজেনৰ আশাসুধীয়া চেষ্টা আৰু গোপাল জালানৰ সহযোগত পুথিখনি ছপাশাললৈ প্ৰেৰণ কৰিলোঁ। এই ক্ষেত্ৰতে ব্ৰজেন ডেকা আৰু মোৰ বন্ধু গোপাল জালানলৈ সহৃদয়তাৰ ভাগ যাচি দিলো। বেটুপাত আঁকি দি কৃতাৰ্থ কৰাৰ কাৰণে বন্ধুবৰ চন্দন চুতীয়ালৈ শলাগ নলৈ নোৱাৰো। বৰ্ণশুদ্ধি বাছি দিয়া শ্ৰীযুত দুৰ্গাপ্ৰসাদ হাজৰিকা দেৱলৈ আৰু ভৱানী প্ৰিণ্টিং প্ৰেছৰ কৰ্মকৰ্তা সকলোকো ধন্যবাদ জনাবলৈ পাই সুখী হৈছো।

গ্ৰন্থখনত ৰৈ যোৱা অনিচ্ছাকৃত ভুলৰ বাবে পাঠক সমাজৰ ওচৰত আমি ক্ষমা বিচাৰিছোঁ।

বাৰ্তাপখিলীৰ পাতৰ পৰা প্ৰবন্ধ বাছি উলিয়াওঁতে যদি কোনো সদাশয় প্ৰবন্ধকাৰৰ ভাল প্ৰবন্ধ আমাৰ দৃষ্টিগোচৰৰ পৰা বাদ পৰি গৈছে তেখেতসকলৰ ওচৰত আমি ক্ষমা প্ৰাৰ্থনা বিচাৰিছোঁ।

শেষত এটা দশকৰ বাৰ্তাপখিলীৰ নিৰ্বাচিত প্ৰবন্ধ সংকলনটিয়ে যদি পঢ়ুৱৈ সমাজৰ মনত এধানিমান হ'লেও তৃপ্তিৰ খোৰাক জোগাব পাৰে তেতিয়া আমি নিখে আনন্দিত হ'ম।

গুৱাহাটী
০১/০১/০৭

আপোনালোকৰ আশীষ বিচাৰি
**প্ৰফুল্ল বৰ্মন**
**সংকলক**

# সূচীপত্ৰ

# ৰূপকোঁৱৰৰ জোনাকী বাটেৰে আমি আগবাঢ়ো আহক

## লক্ষ্যধৰ চৌধুৰী

ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে কথাছবি নিৰ্মাণৰ কাৰণেই **জয়মতী** কথাছবি নিৰ্মাণ কৰিছিল নে?

এই প্ৰশ্নৰ উত্তৰ আজিকোপতি আমি কোনেও সঠিক ৰূপে দিব পৰা নাই। কিন্তু ৰূপকোঁৱৰে এই প্ৰশ্নৰ উত্তৰ নিজেই মন উজাৰি দি গৈছে।

১৯৩৪-৩৫ চনতে **জয়মতী** কথাছবি নিৰ্মাণৰ আগে পিছে ৰূপকোঁৱৰে ঘৰুৱা বৈঠকত, সভা সমিতিত আৰু কাকতে পত্ৰে আমাক বহুধৰণে সঁকিয়াই গৈছে। সেইকাৰণে - 'অসমীয়া ৰিহা মেখেলা পৃথিৱীৰ ধুনীয়া সাজ-পোচাক' শিতানেৰে এক প্ৰবন্ধ লেখিছিল।

তেওঁ লিখিছে '**জয়মতী**' কথাছবিৰ **জয়মতী** চৰিত্ৰৰ যোগেদি, অসমীয়া তিৰোতাৰ দুৰ্জেয়, অজেয় মনোবল দেখুৱাৰ লগে লগে অসমীয়া তিৰোতাৰ সাজপাৰত গহনা গাঁঠনিৰ সৌন্দৰ্য দেখুৱাই অসমীয়া তিৰোতাৰ সাংস্কৃতিক মনটোৰ প্ৰকাশকো দেখুওৱা হৈছে।

তদুপৰি তেওঁ এই পাঠতে লেখিছে 'আমাৰ গাওঁ-চহৰ সত্ৰৰ পৰা নানা প্ৰৱন্ধাৰে অসমীয়া পুৰণি সাজপোচাক আৰু অলঙ্কাৰ সংগ্ৰহ কৰি জয়মতী কথাছবিৰ তিৰোতা চৰিত্ৰৰ ৰূপসজ্জা ৰচনা কৰা হৈছে'।

তদুপৰি ৰূপকোঁৱৰে এই প্ৰবন্ধতে অসমীয়া গহনা গাঁঠনিৰ এখন তালিকাও উল্লেখ কৰি হেৰাই যাব ধৰা এই অমূল্য অলঙ্কাৰৰ নাম সন্নিবিষ্ট কৰি লেখিছে। 'কেৰু, লংকেৰু, কৰিয়া, গেজেৰা, মাদলি মনি, কেঁচমনি, পোৱালমনি, সিন্দিয়া মনি, গুৰীয়া, গলপতা, সাতসৰী, ডুগডুগী, বেলা, চিৰিপতি, থুৰীয়া, লোকপাৰ, জাংফাই, কেৰু, জোনবিৰি, লংফুলীয়া থুৰীয়া, গোটখাৰু, গামখাৰু, থুৰুবা, নেজপতীয়া আঙুঠি, সাখৰ পটোৱা আঙুঠি, হীৰা পটোৱা আঙুঠি, মিনাকৰা, সুৰগা চৰোৱা আঙুঠি ইত্যাদি।

এই প্ৰায়বোৰ অলঙ্কাৰ **জয়মতী** কথাছবিত সমাবেশ কৰা হৈছিল বুলিও ৰূপকোঁৱৰে এই পাঠতে দোহাৰিছে। কথাছবিৰ পৰিচালকে অভিনেতা অভিনেত্ৰী, কলা-কুশলীসকলক নিৰ্দেশ দিয়া কথাটো সকলোৰে বিদিত। কিন্তু কথাছবিৰ পৰিচালকে দৰ্শকসকলক নিৰ্দেশ দিয়া কথা আজিকোপতি ক'তো দেখা বা শুনা নাই। কিন্তু ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে সেই নিৰ্দেশ দি গৈছে। তেওঁ **জয়মতী** কথাছবি চোৱা মহিলাসকলক উদ্দেশ্যি এই প্ৰবন্ধতে লেখিছে—

'**জয়মতী**' কথাছবি চোৱা আইদেউসকলে এইবোৰ মন কৰিব আৰু অসমৰ এই পুৰণি গহনাৰ সৌন্দৰ্য চাই কেনেকৈনো সেই পুৰণা গঢ়ত, ৰাজত আৰু সাচত ৰাখিয়েই আধুনিক অসমীয়া তিৰোতাৰ সাজ পোছাকেৰে ৰঞ্জিতা খোৱাকৈ আৰু সেই গহনাবোৰৰ আধুনিক ৰুচিসম্মত কৰি আধুনিক অলঙ্কৰণ উলিয়াব পাৰি। তাৰ বাবে মগজু খটুৱাবলৈ চেষ্টা কৰিব। অসমীয়া সাজপাৰ আৰু গহনা গাঁঠনিৰ যোগেদি অসমীয়া আইদেউসকলে মৌলিক প্ৰতিভা দেখুৱাই নতুন দিনৰ অসমীয়া সংস্কৃতিলৈ বৰঙণি যোগোৱাৰ সময় উপস্থিত।

ৰূপকোঁৱৰৰ অসমীয়া তিৰোতাৰ সাজ-পোছাকৰ প্ৰতি এনে অনুভূতিৰ কাৰণ বহুতো। নিজৰ সৌন্দৰ্যবোধৰ উপৰিও অসমীয়া তিৰোতাৰ সাজ-পোছাক বিশ্ব দৰবাৰত

ধুনীয়া সাজপাৰ বুলি স্বীকৃতি পোৱাৰ কথাইও তেওঁৰ মনত এক বিমল আনন্দ যোগাইছিল আৰু শিহৰণ তুলিছিল। তেওঁ প্ৰথম কথাছবিৰ কাহিনী বিচাৰি লৈছিল অসম বুৰঞ্জীৰ এক মহীয়সী নাৰী চৰিত্ৰকে। এই ছবি নিৰ্মাণৰ যোগেদি অসমীয়া সমাজক বিশ্ব দৰবাৰত উত্থাপন কৰিবলৈকো হেঁপাহ ৰখাৰ কথা তেওঁৰ এই প্ৰবন্ধ পঢ়িয়েই বুজিব পৰা যায়।

অসমীয়া তিৰোতাৰ সাজ-পোচাকৰ কথা ক'বলৈ গৈ ৰূপকোঁৱৰে এক তথ্যপূৰ্ণ কথা উল্লেখ কৰিছে। তেওঁ এই পাঠতে লিখিছে— 'লণ্ডন চহৰত ১৯২৩ চনত, প্ৰথম মহাযুদ্ধত ঘূণীয়া হোৱা সৈনিকসকলৰ সাহাৰ্যাৰ্থে এখন মেলা হয়। তাতেই পৃথিবীৰ বহুকেইখন দেশৰ পুৰণি আৰু আধুনিক মহিলাৰ সাজপোছাকৰ প্ৰদৰ্শনী পতা হয়'। 'প্ৰদৰ্শনত বিভিন্ন জাতীয় সাজ আৰু অলংকাৰ পিন্ধা একোজনী ছোৱালীক সজাই থোৱা হৈছিল।' 'তেজপুৰ নিবাসী ৰায়বাহাদুৰ মহীধৰ ভূঞা ডাঙৰীয়াই অসম গৱৰ্ণমেন্টৰ অনুৰোধত সেই প্ৰদৰ্শনীলৈ বছা বছা ৰিহা মেখেলা কেইবাযোৰো পঠিয়াইছিল। সেই সাজপাৰ আৰু অলংকাৰ কি গটেৰে পিন্ধিব লাগিব তাৰো ফটোগ্ৰাফ তুলি পঠোৱা হৈছিল।'

তিনিমাহৰ পিছত ৰায়বাহাদুৰে এখন শলাগনি চিঠি পালে-- তাত লিখা আছিল-- আপুনি পঠোৱা বিচিত্ৰ ধুনীয়া তিৰোতাৰ সাজ আৰু অলংকাৰৰ কাৰণে ধন্যবাদ। ব্ৰহ্মপুত্ৰ উপত্যকাৰ তিৰোতাৰ জাতীয় সাজপাৰ পৃথিবীৰ ধুনীয়া আৰু গাম্ভীৰ্যপূৰ্ণ গ্ৰীচিয় আৰু নৰৱেৰ তিৰোতাৰ সাজ পোছাকৰ লগতে লেখত ধৰিবলগীয়া এটা মনোমোহা আৰু সুৰুচি সম্পন্ন তিৰোতাৰ পোছাক। ইয়াৰ ফুলবছা কাৰিকৰী শিল্পই ইউৰোপীয় শিপিনীকো ছেৰ পেলাই।' ইত্যাদি। তেওঁ আৰু লিখিছে-- 'নিজৰ সাজপাৰ নিজে ভাল দেখাতো স্বাভাৱিক। কিন্তু সাত সাগৰ তেৰ নদীৰ সিপাৰৰ লোকেও যেতিয়া অসমৰ অসমীয়া ৰিহা মেখেলা পৃথিবীৰ ধুনীয়া সাজপাৰ বুলি বখানে ই কম গৌৰৱৰ কথানে? কিন্তু এনে স্বীকৃতি পাইয়ো আমি আগৰ এই সাজ পাৰৰ প্ৰকৃত মূল্য দিব পাৰিলোনে?

জ্যোতিপ্ৰসাদৰ এই প্ৰশ্নৰ উত্তৰ আজিও উত্তৰ বিহীন হৈ ৰ'ল।

ৰূপকোঁৱৰে এই ৰিহা মেখেলাৰ সৌন্দৰ্যত মুগ্ধ হৈ তেওঁৰ অনুকৰণীয় ভাষাৰে লেখিছে--

'অসমীয়া ৰিহা মেখেলাৰ পিন্ধনত লনী, গঠনত গঢ়িত, দেখাত শুৱনি, কামকাজত আহুকাল নিদিয়া, কাপোৰ ৰাহি কৰা, গাভৰুৰ গাত ৰজিতা খোৱা, বোৱাৰীক গাম্ভীৰ্য দিয়া পৃথিবীৰ প্ৰদৰ্শনত উঠা, তিৰোতাৰ সাজ। এই সাজযোৰ পাৰিপাৰ্শ্বিক পৰিকল্পনাৰ নৈপূণ্যৰ উপৰিও ইয়াৰ কাৰুকাৰ্যৰ বৈচিত্ৰতাও মনোমোহা আৰু অসমীয়া ফুলতীৰ কাঁজি আঙুলিৰ গৌৰৱৰ চানেকী।"

তাতেই ক্ষান্ত নাথাকি ৰূপকোঁৱৰে সেই পাঠতে লেখিছে— 'তাতোকৈ ডাঙৰ কথা যে ৰিহা মেখেলা অসমীয়া ধনী, নিচলা সকলোৱে নিজে বৈ কাটিহে পিন্ধে। .....। ৰিহা মেখেলাই অসমীয়া তিৰোতাক ৰোৱনী, কাটনি, ফুলতী হিচাপে নিপূণা বুলি প্ৰমাণ কৰাৰ উপৰিও অসমীয়া তিৰোতা যে প্ৰথম শ্ৰেণীৰ শিপিনী তাকো জগতৰ আগুত দাঙি ধৰে।

"নানা ধৰণৰ আচুৰ, গুনাৰ সামঞ্জস্য কৰি বৰ্ণ বৈচিত্ৰ উলিওৱা ৰেখা, ত্ৰিভুজ, বিন্দু, বৃত্ত ইত্যাদি জ্যামিতিক অঙ্কণৰ মাজেৰে কেছকটা, ফুলবছা, পাৰ্গতালিয়ে সূক্ষ্ম কলা জ্ঞানৰ আৰু কলা কুশলতাৰ চিনাকি দিয়ে।"

তাতেই থমকি নৰৈ ৰূপকোঁৱৰে পুনৰ দোহাৰে 'নিজৰ সাজ পোছাকৰ উপৰিও জাৱৰ ৰবকাপোৰ, গিৰীয়েকৰ মূৰৰ পাগুৰি, চুৰীয়া বৈ উলিয়ায়ো কইনাক পিন্ধাবলৈ মুঠিতে

লুকুৱা, ছাঁতে শুকুৱা সাজ বৈ উলিয়ায়। ভাওনা, বৰসবাহতো ভাগৱত, কীৰ্ত্তন, দশম, ৰামায়ণ পঢ়িবলৈ মচি-কুচি নুনুমুৱাকৈ বন্তিগছি জ্বলাই ৰখাটো অসাধাৰণ মানসিক আৰু নৈতিক শক্তিৰ পৰিচায়ক।"

অসমীয়া তিৰোতাসকলৰ প্ৰতি ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ শ্ৰদ্ধা আৰু বিশ্বাস আছিল অপৰিসীম।

সেয়ে তেওঁ অসমীয়া মহিলাক এক উদ্দাত্ত আহ্বান জনাই এই প্ৰবন্ধতে লেখিছে 'অসমীয়া তিৰোতা এনেকুৱাই আছিল জয়মতীৰ দিনত। আজিও এমুঠি অসমীয়াই জগতত বৰ্ত্তি থাকিবলৈ হ'লে আকৌ সেই জয়মতীৰ দিনৰ অসাধাৰণ কৰ্ম শক্তি, অদ্ভুত কৰ্ম কুশলতা, আত্মনিৰ্ভৰশীলতা, শিল্প পটুতা অৱশ্যেই আনিব লাগিব। জয়মতীৰ দিনৰ অসমীয়া তিৰোতাতকৈ আজিৰ দিনৰ অসমীয়া তিৰোতা দুগুণে জ্বলি উঠিব লাগিব। জ্ঞান বিজ্ঞানৰ এই যুগত ইমান সুবিধা পোৱা অসমীয়া তিৰোতাই প্ৰতিযোগিতা চলাব লাগিব। অকল ভাৰতীয় তিৰোতাৰ সৈতে নহয় পৃথিবীৰ তিৰোতাৰ সৈতেও' আজি যেনেকৈ এহাতেৰে অসমীয়া তিৰোতাই দেশৰ স্বাধীনতাক পংগু কৰিব খোজা দেশৰ দুষ্কৃতি দুৰ্নীতি, ভ্ৰষ্টতা, নীচতা, হীনতা, বৰ্বৰতা জয়মতীৰ দৰে অজেয় মনোবলেৰে প্ৰতিৰোধ কৰিবলৈ ওলাব লাগিব। সেইদৰে অসমীয়া তিৰোতাৰ বুৰঞ্জীৰ বুকুত জাহ যাব খোজা হীৰামূলীয়া গুণৰাজিক নিজৰ জীৱনত উজ্জ্বলাই তুলি অসমৰ ভাৰতৰ তথা নৱতম পৃথিবীৰ সভ্যতা-সংস্কৃতিক গঢ় দিবলৈ নিজকে জগাই তুলিব লাগিব।'. ...

গাত নিজে বোৱা ৰিহাৰেই টঙালি বান্ধি, নিজৰেই সোণাৰী শালত নতুন চানেকীৰে গঢ়া জোনবিৰি, থুৰীয়া, গেজেৰা পিন্ধিয়েই আৰু জয়মতীৰ অজেয় মনোবল বিজয়াস্ত্ৰ কৰি লৈ আগবাঢ়িব লাগিব।

সেয়ে আজি আমাৰ জাতীয় সন্ধিক্ষণত ধীৰস্থিৰ ৰূপকোঁৱৰে আমাক নিৰ্দেশ দিয়াৰ কাৰণে এবাৰ গভীৰভাৱে চিন্তা কৰি তেওঁৰ এই আন্তৰিক আহ্বান পালন কৰিবলৈ আমি অসমীয়া মহিলা আৰু পুৰুষে একগোট হৈ আগবাঢ়ো আহক। ) )

# ব্ৰেখটৰ নাট্য চিন্তাৰ প্ৰাসঙ্গিকতা

**মহেন্দ্ৰ বৰঠাকুৰ**

বৰিনেজৰ কয়লাখনিৰ শ্ৰমিকসকলৰ জীৱন যুঁজ আৰু দৰিদ্ৰতা পোনপটীয়াকৈ প্ৰত্যক্ষ কৰিছিল অমৰ চিত্ৰশিল্পী ভিনচেন্ট ভেনগগে। শ্ৰমিকসকলৰ যন্ত্ৰণা তেওঁলোকৰ ওপৰত চলা নিপীড়ন, দৰিদ্ৰতাই তেওঁক এনেদৰে জোকাৰিছিল যে তেওঁ সেই যন্ত্ৰণা ফুটাই তুলিছিল কেইখনমান ছবিত। চলিত ধাৰাৰ বিপৰীতে যোৱা সেই ছবিখিনিয়ে সেই সময়ৰ কলাজগতত স্থান পাবনে নাপাই সেই বিষয়ে তেওঁ নিশ্চিত হ'ব পৰা নাছিল। ছবিৰ বিষয়বস্তু, অঙ্কন পদ্ধতি, ৰঙ-ৰেখা সকলোবোৰেই দেখোন প্ৰতিষ্ঠিত নীতি নিয়মৰ পৰা আঁতৰি গ'ল। শিল্পী জনাই সেয়েহে সেই সময়ৰ সৰ্বজন স্বীকৃত চিত্ৰশিল্পী পীটাৰচনৰ কাষ চাপিল, তেওঁৰ সন্মুখত, তেওঁৰ মতামত জানিবলৈ ছবিখিনি দাঙি ধৰিলে। পীটাৰচনে বিস্ময়েৰে এবাৰ ভেনগগৰ মুখলৈ আৰু এবাৰ সেই ছবিখিনিৰ ফালে চালে। পীটাৰচনৰ মত আছিল— ছবিৰ মাজেদি ধৰ্মীয় প্ৰচাৰ হ'ব লাগে। কিন্তু ভেনগগে এইবোৰ কি আঁকি আনিছে। পীটাৰচনে বিশেষ এখন ছবি টানি আনিলে। ছবিখন আৰু' নিৰীক্ষণ কৰিলে, আৰু' এবাৰ ভেনগগৰ মুখলৈ চালে। ক'লে, "মোৰ কথা শুনি তুমি আঘাত পাবা, তথাপি কওঁ— ইমান লেতেৰা ছবি মই কিন্তু আগতে দেখা নাছিলো। কোনোবা ড্ৰইং মাষ্টৰৰ হাতত পৰিলে এই ছবি ফালি পেলাব।" ভেনগগে একো নামাতি পীটাৰচনৰ মুখলৈ চাই থাকিল। মুখৰ অভিব্যক্তিৰো কোনো পৰিবৰ্ত্তন নহ'ল। পীটাৰচনে দীঘল উশাহ এটা টানি ক'লে, "কিন্তু তথাপিও কিয় নাজানো, এই যে ছোৱালীজনী তুমি আঁকিছা। তাই যেন মোৰ খুবেই চিনাকি।" ভেনগগে খুব নম্ৰ কণ্ঠে ক'লে, "ডাঙৰীয়া চাওঁক, তাইক চিনি পাব। তাইক হয়তো আপুনি বৰিনেজতেই লগ পাইছিল।" পীটাৰচনৰ চকুহাল উজ্জ্বল হৈ উঠিল। ক'লে, "সঁচা তাইক মই দেখিছিলো। তাইৰ মুখ নাই, কিন্তু মূৰ্তি আছে। তাই বিশেষ এজনী ছোৱালী নহয়— তাই হৈছে বৰিনেজৰ এজনী গাভৰু, হয়তো এজনী গৃহিণী, তাইৰ নাম হয়তো নাই, তাই সত্য, বাস্তৱ, চিৰন্তন। মোৰ বুজি পাবলৈ, চিনি পাবলৈ সময় লাগিল। ছবিখন মোক দিয়া ভিনচেন্ট। মই সজাই থম। ছোৱালীজনীৰ মনৰ কথা শুনিম।" ....

জীৱনক ভেনগগে ভাল পাইছিল। সেই ভালপোৱা প্ৰকাশ পাইছিল তেওঁৰ ছবিত। পীটাৰচনে ছবিৰ সেই বাংময় ৰূপ হৃদয়েৰে বুজি পাইছিল। বাস্তৱক ৰূপায়িত কৰিবলৈ গৈ ভেনগগে ছবিৰ ফৰ্ম ভাঙিছিল, ছবিৰ ব্যাকৰণৰ নিয়ম নীতি দলিয়াই পেলাইছিল, মানুহৰ চেতনাক জোকাৰি পেলাইছিল।

এবা ব্ৰেখটৰ কথা কবলৈ যাওঁতে এটা কাহিনীয়েই মনত পৰিল। জাৰ্মান কবি-নাট্যকাৰ বাৰ্টল ব্ৰেখটৰ নাটক দেখি পশ্চিম জাৰ্মানিৰ বিখ্যাত নাট-সমালোচক লুই কিনচাৰে কৈছিল, 'ব্ৰেখটৰ নাটকত কোনো আত্মিক গভীৰতা নাই।' কিন্তু পিছমুহূৰ্তত, যেতিয়া ব্ৰেখটৰ লগত দৰ্শকে নিজকে বিচাৰি পোৱা দেখিলে, তেওঁ নিজেও যেতিয়া নিজকে বিচাৰি পালে; তেতিয়া ক'লে ব্ৰেখটেই প্ৰকাশ কৰিলে যে কলা কেৱল কলাৰ বাবেই নহয়। কলা বাস্তৱৰ প্ৰতিবিম্ব। শিল্পৰ লগত সৰ্বসাধাৰণৰ আত্মিক সংযোগ স্থাপনতহে কলাৰ সাৰ্থকতা। তেওঁ মধ্যবিত্তৰ চৰিত্ৰৰ সকলোবোৰ দিশ ফুটাই তুলিছে।" ব্ৰেখটে নিজেই কৈছিল যে It is your

task, actors, to be resqrecher and teacher in the art of treating people। তেওঁৰ সমাজে যি দৃষ্টিৰে মানুহক, মানুহৰ সমাজখনক চাই আহিছিল, যি বিলাক সামাজিক ৰীতি-নীতিৰে সমাজ একোখনক বান্ধি ৰখা হৈছিল, সমাজৰ শান্তি শৃংখলা ৰক্ষাৰ নামত যি বিলাক আইন কানুনেৰে মানুহক বিচাৰ বিবেচনা কৰিছিল-- সেই সকলোবোৰকে তেওঁ নতুনকৈ চালে, নতুন দৃষ্টিৰে বেলেগ দৃষ্টিৰে বিচাৰ কৰিলে।

এবাৰ, বাংলাৰ সুখ্যাত অভিনেতা নাট্য সংগঠক শম্ভু মিত্ৰক এজন সাক্ষাৎ গ্ৰহণকাৰীয়ে তেওঁৰ নাট্য সংগঠন বহুৰূপীৰ উদ্দেশ্য সম্পৰ্কে প্ৰশ্ন কৰিছিল। উত্তৰত শম্ভুমিত্ৰই মাথোন তিনিটা শব্দ কৈছিল "ভাল নাটক কৰা।" সাক্ষাৎ গ্ৰহণকাৰীয়ে ভাল নাটকৰ সংজ্ঞা যেতিয়া জানিবলৈ বিচাৰিছিলে তেওঁ কৈছিল, "ভালদৰে ভাল নাটক কৰাৰ কথা কৈছোঁ। ভাল নাটক আৰু ভালকৈ কৰা- এই দুয়োটাই ৰব দৰকাৰী কথা।" 'ভাল নাটকনো কেনেকুৱা এই প্ৰশ্নৰ উত্তৰতো শম্ভুমিত্ৰই কৈছিল, "যি নাটকত সামাজিক দায়িত্বজ্ঞানৰ প্ৰকাশ আৰু মহত্বৰ জীৱন গঠনৰ প্ৰয়াস আছে উল্লেখ কৰা ভাল হ'ব যে অভিনেতাৰ সামাজিক চেতনাইহে ভাল নাটক এখন ভালকৈ প্ৰদৰ্শন কৰাত অৰিহণা যোগায়।' বোধকৰো উল্লেখ নকৰিলেও হ'ব যে ব্ৰেখটৰ নাট্য-ৰচনা আৰু নাট্য নিবেদনেই শম্ভুমিত্ৰৰ দৰে বিশ্বৰ অন্যান্য নাট্যকৰ্মীক এনে বাটৰ সন্ধান দিছিল। চলিত নাট্যৰীতিৰ নিয়ম কানুন ভাঙি পেলালে এইজন নাট্যকাৰ, অভিনেতা ব্ৰেখটে। সমসাময়িক জীৱন আৰু সমাজৰ আন্ধাৰ ফালটোত তেওঁ পোহৰ পেলাই স্পষ্ট কৰি দিলে যে মিছা ঢাকনিৰে সমাজৰ এচামে নিজৰ স্বৰূপ লুকুৱাই থৈ মাথোন ভণ্ডামি কৰি ফুৰিছে। বহিঃ মঞ্চ আৰু নেপথ্যৰ মাজত যি প্ৰভেদ, সমাজৰ এচাম লোকৰ ব্যক্তিগত জীৱন তথা কৰ্মকাণ্ড আৰু সামাজিক জীৱন তথা কৰ্ম-কাণ্ডবো তেনে পাৰ্থক্য আছে। অৰ্থাৎ ৰঙ্গমঞ্চৰ প্ৰদৰ্শিত অংশটি জাক-জমককৈও সজোৱা হয়। কিন্তু নেপথ্য অংশ বিশৃংখল, অন্ধকাৰাছন্ন তথা অপৰিষ্কাৰ, ব্ৰেখটে এই দিশলৈকো চকু দিলে। জীৱনৰ বাবে যি সত্য সেই সত্যৰ পৰা নাটকক বিছিন্ন কৰি আঁতৰাই নিব নোৱাৰি। দৰ্শকে নাটক চাবলৈ আহে। এই সত্যক পাহৰাবলৈ যত্ন কৰিব নালাগে আৰু সেইবাবেই ৰং-বিৰং পোহৰৰ ধেমালিৰে কৃত্ৰিম সম্মোহনী সৃষ্টি কৰি দৰ্শকক বিভ্ৰান্ত কৰা উচিত নহয়। নাট্যমঞ্চত বাস্তৱ জগতৰ পৰা আঁতৰি যাব নোৱাৰে। চৰিত্ৰসমূহেও মনত ৰাখে যে তেওঁলোকে ভাওহে দিবলৈ আহিছে। অভিনীত চৰিত্ৰৰ লগত তেওঁ বিলীন হৈ যোৱাৰ কোনো অৰ্থ নাই। অভিনেতা অভিনেত্ৰী সকলে জানে যে তেওঁলোকে যি কৈছে সেইকথা তেওঁলোকৰ নিজৰ কথা নহয়। তেওঁলোকে লোকৰ কথাহে কৈছে। আনকি ব্ৰেখটে পৰিচালক হিচাপেও অভিনেতা -অভিনেত্ৰীসকলক নিৰ্দেশৰ শিকলিৰে কটকটীয়াকৈ বান্ধি ৰাখিব নুখুজিছিল। তেওঁৰ নিজৰ প্ৰতিষ্ঠান -- "বাৰ্লিনাৰ এচেম্বল" একপ্ৰকাৰ নতুন নাট্য ৰীতিৰ প্ৰশিক্ষণৰ প্ৰতিষ্ঠান স্বৰূপ হৈ পৰিছিল। তেওঁক পদে পদে সহায় কৰিছিল তেওঁৰ অভিনেত্ৰী ভাৰ্যা হেলেন ভাইগেলে। তেওঁ নিজেই নিজৰ নাটকক বাটৰ নাট বা Theatre of the street বুলি কৈছিল। সময়ে মানুহৰ চিন্তা চৰ্চা ৰীতি নীতিৰ পৰিবৰ্তন আনিছে। মঞ্চই সেই সত্যক দাঙি ধৰিব লাগিব। আৰু সেই এটি তুলনামূলক অৰ্থাৎ অতীত আৰু বৰ্তমানৰ, বিশ্লেষনো প্ৰয়োজন হৈ পৰে। গতিকে বৰ্তমানক সন্মুখত ৰাখি তেওঁ অতীতলৈকো ঘূৰি চাইছিল। এই কাম অতি সযত্নে কৰিছিল। অতীতক তেওঁ অতীত হিচাবেই ৰাখিছিল। বৰ্তমানটোক অতীতৰ লগত মিলি যাবলৈ কেতিয়াও তেওঁ দিয়া নাছিল। মাথোন দৰ্শকক অতীত আৰু বৰ্তমানৰ বিচাৰ নিজে কৰি ল'ব পৰাকৈ মঞ্চত ইতিহাস আৰু বাস্তৱক

উপস্থাপন কৰিছিল। এই কাম কৰিবলৈ ইতিহাসৰ চেতনা তীব্ৰ হৈ থাকিব লাগিব। ব্ৰেখটৰ ইতিহাস চেতনা আছিল প্ৰখৰ। তেওঁ নিজে দ্বান্দ্বিক বস্তুবাদত গভীৰ বিশ্বাসী আছিল বাবেই এইকাম সহজে কৰিব পাৰিছিল। ইতিহাস চেতনা, বাস্তৱৰ অভিজ্ঞতা, মানুহৰ ওপৰত বিশ্বাস, সমাজৰ প্ৰতি দায়বদ্ধতা, লক্ষ্য দৃঢ়তা থকাৰ বাবেই ব্ৰেখটৰ আছিল আত্মপ্ৰত্যয়। তেওঁ বুজিছিল নাটক যেতিয়া সমাজ জীৱনৰ পৰা বিচ্ছিন্ন হৈ পৰিব তেতিয়াই সি তাৰ প্ৰাণশক্তি হেৰুৱাব। নাটক যিহেতু গণশিল্প গতিকে গণজীৱনতেই ইয়াৰ বিকাশ হ'ব লাগিব আৰু ইয়াৰ উদ্দেশ্যও হ'ব লাগিব জনকল্যাণ। নাটকক যেতিয়া ব্ৰেখটে মানুহৰ সামজ চেতনা উদ্বেককাৰী শিল্প হিচাবে গ্ৰহণ কৰিলে স্বাভাৱিকতেই পশ্চিম জাৰ্মানীত ব্ৰেখটৰ নাটকৰ বিৰুদ্ধে প্ৰতিবাদ আৰম্ভ হ'ল। উল্লেখ কৰা প্ৰয়োজন যে পশ্চিম জাৰ্মানী আছিল মাৰ্কিন প্ৰভাৱৰ গ্ৰাসত। ইয়াৰ বহু মঞ্চত ব্ৰেখ্‌টৰ নাটক নিষিদ্ধ কৰি দিয়া হ'ল। কিন্তু সত্যৰ সূৰ্যক হাতৰ তলুৱাই বাধা দিব পাৰে জানো? Caucasion chalk circle, Galileo, The good woman of setzuan, Mother courge and her children আদি নাটকে বিশ্বৰ নাট্য ধাৰাকেই সলনি কৰি দিলে। উল্লেখ কৰা প্ৰয়োজন যে গৰ্কিৰ মূল উপন্যাস "Mother" নাট্যৰূপ আৰু ইয়াৰ প্ৰযোজনাই ব্ৰেখটক নতুন দিশৰ সন্ধান দিলে। জীৱনৰ বিচিত্ৰ অভিজ্ঞতাই তেওঁৰ চিন্তা চৰ্চাৰ জগতখনৰ পৰিধি বহলাই দিছিল। 'মাদাৰ'ৰ প্ৰথম প্ৰযোজনা আছিল তৃতীয় দশকত। আৰু দ্বিতীয় প্ৰযোজনা হয়-- ১৯৫১ চনত। প্ৰথম প্ৰযোজনাৰ বহুখিনি ত্ৰুটি তেওঁ ধৰিব পাৰিছিল। তেওঁ বুজিব পাৰিছিল যে জাৰ্মান থিয়েটাৰৰ অন্যতম শক্তিশালী নাট্যকাৰ "পিচ্‌কেট"ৰ প্ৰভাৱৰ পৰা তেওঁ মুক্ত নাছিল। উল্লেখ কৰা ভাল হ'ব যে পিচকেটেই নাটকত ৰাজনীতিক বিষয় বস্তু হিচাবে লৈছিল। আৰু ব্ৰেখ্‌টকো নাটক লিখিবলৈ অনুপ্ৰাণিত কৰিছিল। কিন্তু পিচকেটৰ ইতিহাস বিশ্লেষণ মোহমুক্ত নাছিল। Motherৰ দ্বিতীয় প্ৰযোজনাত ব্ৰেখটে নাটখন পুনৰাই লিখিছিল। আৰু বহু বিপ্লৱক তেওঁ বাস্তৱ দৃষ্টিভংগীৰে বিশ্লেষণ কৰিছিল।

প্ৰথম মহাযুদ্ধৰ সময়ত সৈনিক ৰূপে অংশ গ্ৰহণ কৰি ব্ৰেখ্‌টে লাভ কৰিছিল প্ৰচুৰ অভিজ্ঞতা। মানুহৰ জীৱনৰ বিচিত্ৰ দিশো তেওঁ এই সময়তেই প্ৰত্যক্ষ কৰিছিল। যুদ্ধৰ ভয়াবহতাই তেওঁক সম্পূৰ্ণ যুদ্ধ বিৰোধী কৰি তুলিছিল। তৃতীয় মহাযুদ্ধই জাৰ্মানীৰ অৰ্থনৈতিক ব্যৱস্থাটো থানবান কৰি তুলিলে। পুঁজিবাদী সমাজ ব্যৱস্থাই যে সকলো অনৰ্থৰ মূল এই উপলব্ধি তেওঁৰ হ'ল। নাৎসী শক্তিৰ অভ্যুত্থানে পুঁজিবাদ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে তেওঁৰ ক্ষোভ তীব্ৰ হৈ উঠিল। ইতিমধ্যে ১৯২৮ চনত 'থ্ৰিপেনি অপেৰা'ৰ যোগেদি তেওঁ এক মৃদু আলোড়ণৰ সৃষ্টি কৰিছিল। সমাজতন্ত্ৰৰ প্ৰতি ঢালখোৱা তেওঁৰ মানসিকতাক নাৎসীদলে সহ্য কৰিবলৈ টান পাইছিল আৰু তাৰ ফলত ১৯৩৩ চনত তেওঁ দেশ এৰি চেকোশ্লোভেকিয়া, ফ্ৰান্স, চুইডেন, চোভিয়েট, মাৰ্কিন যুক্তৰাষ্ট্ৰত দিন কটাব লগীয়া হৈছিল। ১৯৪৭ চনত তেওঁ জাৰ্মানীলৈ ঘূৰি আহি দেখিলে যুদ্ধ বিধ্বস্ত মাতৃভূমি। শোষিতৰ অসহ্য যন্ত্ৰণা। কিন্তু তেওঁ বুজিলে পুঁজিবাদী ব্যৱস্থা ধ্বংস কৰি সমাজতন্ত্ৰৰ হকে যুঁজিব পৰাকৈ মানুহক সজাগ কৰিব লাগিব। মানুহক উপলব্ধি কৰাব লাগিব পুঁজিবাদ তথা সাম্ৰাজ্যবাদৰ বীভৎস পৰিণতিৰ কথা। কঁপাল ধিৰাই, মানুহক কেৱল বুকু ভুকুৱাই কান্দি থাকিবলৈ এৰি দিব নোৱাৰি। গণশক্তিক উদ্বুদ্ধ কৰিবই লাগিব। কিন্তু কেনেকৈ? নাটক তেওঁৰ প্ৰিয় মাধ্যম। নাটকৰ মাজেদিয়েই তেওঁ জনসাধাৰণৰ চেতনা জাগ্ৰত কৰিব। নাটক কেৱল মনৰ আহিলা নহয়, নাটক কেৱল বিনোদনৰ মাধ্যম নহয়, নাটক হ'ল জীৱন, নাটক বাস্তৱ। 'বাৰ্লিনাৰ

এচেঞ্জল'ৰ পতাকাৰ তলত তেওঁ নাটক কৰি গ'ল, -- নতুন বিষয় বস্তু, নতুন আংগিক, অভিনয়ৰ নতুন কৌশলেৰে। কৰি গ'ল, --মাদাৰ কাৰেজ এণ্ড হাৰ চিলড্ৰেন, ডি মাদাৰ, গেলিলিঅ'-- গেলিলিঅ', ডি গুড অ'মেন অৱ চেংজুয়ান' ইত্যাদি। কেৱল নিজৰ নাটকেই যে কৰিলে এনে নহয়-- বিভিন্ন বিদেশী নাটকো জাৰ্মান ভাষালৈ ৰূপান্তৰ কৰিও অভিনয় কৰিলে। সেই বিলাক নাটকৰ ভিতৰত "ব্ৰোকেন জাগ", "কাউণ্টাচ" ইত্যাদি।

ব্ৰেখটৰ নাটক সমূহৰ বিষয়ে ইতিমধ্যে বিভিন্ন আলোচনা হৈছে। সেইখিনিৰ চৰ্বিত চৰ্বন নকৰিলেও নিশ্চয় হ'ব। বৰ্তমান সমগ্ৰ বিশ্বত যি কেইজন নাট্যকাৰে একোটি ধাৰাৰ সৃষ্টি কৰিব পাৰিছে সেই কেইজনৰ ভিতৰত বাৰটল্ট ব্ৰেখ্‌ট, জা পল চাৰ্ত্ৰে, আৰু ইওনেস্কোৰ নামেই সকলোৱে আগত। কিন্তু ব্ৰেখটৰ নাম সকলোৱে আগতে আছে এইবাবেই যে তেওঁ নাটকক বাস্তৱ জীৱনৰ প্ৰতিচ্ছবি কৰি তুলিলে। দৰ্শকৰ নাট্যমোহ ভাঙি সৃষ্টি কৰিলে থিয়ৰি অৱ এলিয়েনেচন'। দৰ্শকে কিয় পাহৰিব লাগে যে তেওঁ নাটক চাবলৈহে আহিছে? আমাৰ জীৱনৰ বিবিলাক স্ববিৰোধ আছে সেই বিলাকৰ প্ৰতি তেওঁৰ নাটকে তীক্ষ্ণ ভাৱেই দাঙি ধৰিছে। আনহাতে অস্তিত্ববাদী জাঁপল চাত্ৰেই ক'ব খোজে মানুহৰ দুখ দৈন্য, মূল -ভোগ স্ব আৰ্জিত। ইউনেস্কো হ'ল 'থিয়ৰি অৱ এবচাৰ্বডিটি'ৰ জনক। ব্ৰেখ্‌ট সমাজৰ নাট্যকাৰ, মানুহৰ নাট্যকাৰ, শ্ৰমিক-- কৃষক বনুৱাৰ নাট্যকাৰ, বঞ্চিতজনৰ নাট্যকাৰ।

ভাৰত চৰকাৰৰ শিক্ষা মন্ত্ৰণালয়ৰ উদ্যোগত ১৯৬৬ চনত নতুন দিল্লীত এক আলোচনা চক্ৰ অনুষ্ঠিত হৈছিল। সেই সময়ত শিক্ষা-মন্ত্ৰী এম, চি, চাগলাৰ সভাপতিত্বত সেই আলোচনা চক্ৰ উদ্বোধন কৰিছিল সেই সময়ৰ ৰাষ্ট্ৰপতি ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণননে। প্ৰাচ্য পাশ্চাত্যৰ ভালেকেইখন ৰাষ্ট্ৰৰ নাট্যকৰ্মীয়ে অংশগ্ৰহণ কৰা এই আলোচনা চক্ৰত টোটেল থিয়েটাৰ আৰু ব্ৰেখটৰ বাস্তৱবাদী থিয়েটাৰ সম্পৰ্কে আলোচনা হৈছিল। প্ৰত্যেক আলোচকেই মত প্ৰকাশ কৰিছিল যে নাটকৰ মাজেদি অন্যায়, দুৰ্নীতি আৰু সামাজিক গণতন্ত্ৰৰ দিশে জনসাধাৰণক লৈ যাব পৰা চেতনা জাগ্ৰত কৰিব লাগিব। বিশ্বৰ সকলো মানুহ একে আৰু সকলোৱে মানবীয় মূল্যবোধ একে। লগতে এই কথাও কোৱা হয় যে ৰাষ্ট্ৰভেদে জনসাধাৰণৰ নিজা নিজা সমস্যা আছে। নাটকে সেই সমস্যা অতিক্ৰম কৰিব পৰা সাহস জনসাধাৰণক দিব লাগিব। এই আলোচনা চক্ৰত ভাগ লোৱা ব্ৰেখটৰ অন্যতম সহযোগী শ্ৰীমতী কেথে কলিকেভাইলাৰ। শ্ৰীমতী ভাইলাৰে ব্ৰেখটৰ নাট্য চিন্তা আৰু সমসাময়িক সমাজত ইয়াৰ তাৎপৰ্য সম্পৰ্কে যুক্তি সহকাৰে এনে অভিমত দাঙি ধৰিছিল যে আদৰ্শগত ভাৱে ব্ৰেখটৰ বিৰোধীজনেও ব্ৰেখটৰ নাটকৰ প্ৰয়োজনীয়তা মানি লৈছিল। উল্লেখযোগ্য যে ব্ৰেখটে নিজে তেওঁৰ থিয়েটাৰৰ বিষয়ে কোনো সিদ্ধান্ত বা কোনো সূত্ৰ দাঙি ধৰা নাছিল। তেওঁৰ থিয়েটাৰক 'এপিক ৰিয়েলিজিম' নামকৰণ আনেহে কৰিছিল। প্ৰাচ্য-পাশ্চাত্যৰ নাটকৰ সুগভীৰ অধ্যয়ন, পুৰণি নাট্য পদ্ধতি, মধ্যযুগীয় ইউৰোপীয় থিয়েটাৰ, প্ৰাচ্যৰ নাট অধ্যয়ন, ইতিহাস চৰ্চা আদিয়ে তেওঁ তেওঁৰ নাট্য চিন্তাৰ ভেটি সুদৃঢ় কৰিছিল, অৰ্থাৎ নিয়ম ভঙাৰ আগতেই নিয়ম জানিব লাগিব। থিয়েটাৰ তেওঁ গতিৰ প্ৰধান শক্তিৰূপে গণ্য কৰিছিল। শ্ৰীমতী কলিকে ভাইলাৰে ব্ৰেখটৰ নাট্য চিন্তাৰ ভেটিটোৰ কথা আঙুলিয়াই দি মন্তব্য কৰিছিল যে ব্ৰেখটে যি কৰিছিল দায়িত্ব সহকাৰে কৰিছিল। আলোচনা চক্ৰৰ সিদ্ধান্ত আছিল এনে ধৰণৰ নাট্য আন্দোলনক সৰ্বসাধাৰণৰ নিচেই কাষলৈ লৈ যাবলৈ হ'লে পুৰণি নাট্যৰীতিক অৰ্থাৎ ট্ৰেডিচনেল কৰ্মক এৰি পেলাব নোৱাৰি। তাক ব্যৱহাৰ কৰিব লাগিব আৰু প্ৰত্যেকেই নিজৰ জাতীয় জীৱনক প্ৰতিফলিত কৰিব লাগিব। সমসাময়িক

ৰাজনৈতিক-সামাজিক জীৱনক প্ৰতিফলিত কৰি দৰ্শকৰ বিচাৰ বুদ্ধিক জগাই তুলিব লাগিব। যুগৰ চিন্তাধাৰা প্ৰতিফলিত নহ'লে নাটকৰ উদ্দেশ্যই ব্যৰ্থ হ'ব।

দেখা গ'ল এই সিদ্ধান্ত বা প্ৰস্তাৱত ব্ৰেখ্‌টকেই সামৰি লোৱা হৈছে।

দুখৰ বিষয় অসমত ব্ৰেখ্‌টৰ নাটকৰ বহল প্ৰযোজনা এতিয়াও হোৱা নাই। কোনো কোনো নাট্যদলে ব্ৰেখ্‌টৰ নিবেদন শৈলি অনুকৰণ কৰিবলৈ চেষ্টা কৰিছে যদিও সেই অনুকৰণ বুজি বাজি কৰা হোৱা নাই। চন তাৰিখ পাহৰিলো, ভালেমান বছৰৰ আগতে ৰত্ন ওজাৰ পৰিচালনাত ঐক্যতানে (গুৱাহাটী) 'মা' নাটক প্ৰদৰ্শন কৰিছিল। এই নাটক আজিও অবিস্মৰণীয় হৈ আছে। আন ক'ৰবাত কোনোবাই ব্ৰেখটৰ নাটক, বাংলাত 'তিন পইচাৰ পালা' আৰ্হিৰে মঞ্চস্থ কৰিছে যদিও তেনে প্ৰদৰ্শন চোৱাৰ সৌভাগ্য আমাৰ হোৱা নাই। বোধকৰো আমাৰ বৰ্তমান ৰাজনৈতিক পৰিস্থিতিত, ব্ৰেখ্‌টৰ আদৰ্শ আৰু নাট্য চিন্তা সম্পৰ্কে' গভীৰ অধ্যয়ন তথা তেওঁৰ নাটকৰ পৰিবেশন খুবেই প্ৰয়োজন হৈছে। আমাৰ ৰাষ্ট্ৰ গণতান্ত্ৰিক ৰাষ্ট্ৰ বুলি যিতাহি মাৰিলেও সামন্ত যুগীয় ধ্যান ধাৰণা তথা পুঁজিবাদী হাব ভাবৰ পৰা আমি এখোজো আগবাঢ়ি যাব পৰা নাই। এতিয়াও আমি ৰাজতন্ত্ৰৰ অন্যৰূপ পৰিয়ালতন্ত্ৰৰ বন্দনাকেই কৰি আছো। জনচেতনাক এতিয়াও মোহাচ্ছন্ন কৰি ৰাখিছে গণতন্ত্ৰৰ তথাকথিত ধ্বজাধাৰীসকলে। বাস্তৱ আৰু ইতিহাসক দাঙি ধৰি জনসাধাৰণক আজিৰ ভয়ংকৰ বাস্তৱৰ কথা বুজাবলৈ হ'লে বুজি বাজি ব্ৰেখ্‌টকেই আমি আনিব লাগিব অৰ্থাৎ ব্ৰেখটৰ আদৰ্শ গ্ৰহণ কৰিব লাগিব।OO

# মহাপুৰুষ শংকৰদেৱ আৰু বিতৰ্ক

## ডঃ হীৰেন গোহাঁই

শ্ৰীমন্ত শংকৰদেৱৰ অৱদান সম্পৰ্কে সম্প্ৰতি যিবোৰ আলোচনা হৈছে সেইবোৰে অসমৰ সমাজ-সংস্কৃতিৰ বাবে মহাপুৰুষজনাৰ ধৰ্ম আৰু মতবাদৰ কেন্দ্ৰীয় গুৰুত্ব প্ৰতিপন্ন কৰিছে। তেখেতৰ অধ্যয়ন আৰু চিন্তাৰ বিশাল পৰিধি আৰু তেখেতৰ সমসাময়িক কালৰ ভাৰতৰ বৌদ্ধিক আৰু আধ্যাত্মিক জগতত আলোড়ন তোলা বিভিন্ন ঘটনাসমূহ তেখেতৰ ধ্যান-ধাৰণা উৎপত্তি আৰু স্বৰূপ সম্পৰ্কে স্বাভাৱিকতে নানা মতভেদ আৰু বাদানুবাদৰ সৃষ্টি কৰিছে।

কেইটামান প্ৰশ্ন এই আলোচনাবোৰৰ ক্ষেত্ৰত বিশেষ গুৰুত্বপূৰ্ণ বা মৌলিক বুলি ধাৰণা হয়। প্ৰশ্নবোৰ হৈছেঃ

(১) ভাৰতৰ ধৰ্মীয় আৰু বৌদ্ধিক পৰম্পৰাৰ ওচৰত শংকৰদেৱ কিমানদূৰ ঋণী? কিমানদূৰ তেখেতৰ ধ্যানধাৰণা আৰু মতবাদ মৌলিক আৰু স্বতন্ত্ৰ সৃষ্টি?

(২) তেখেতক সমসাময়িক ভক্তি আন্দোলনৰ এজন মহিমাময় প্ৰতিনিধি বুলি ধৰা উচিত হ'ব নে সেই পৰিস্থিতিতে জন্ম লোৱা অথচ ভক্তি আন্দোলনৰ বাকীসকল প্ৰতিনিধিতকৈ বিশিষ্ট আৰু স্বতন্ত্ৰ এজন ধৰ্মগুৰু বুলি ধৰা উচিত হ'ব?

(৩) তেখেতে নিজৰ ধৰ্মমতক এক সুকীয়া যুক্তি-শৃংখলেৰে পৰিষ্কাৰকৈ আৰু সুস্পষ্টভাৱে সকলো দিশতে প্ৰতিষ্ঠা কৰিছিল নে কিছুমান দিশত শিথিল আৰু উদাৰ মনোভাৱেৰে অন্যান্য সমভাৱাপন্ন ধৰ্মমতৰ লগত সহাৱস্থানক প্ৰশ্ৰয় দিছিল?

(৪) শংকৰদেৱৰ সাহিত্যিক আৰু সাংস্কৃতিক অৱদানসমূহৰ ব্যাখ্যা আৰু মূল্যায়নত তেওঁৰ ধৰ্মমতক গুৰুত্ব দিয়া উচিত হ'ব নে তেওঁৰ সৃজনীপ্ৰতিভাৰ ব্যাপক মানৱীয় আবেদন আৰু প্ৰভাৱক প্ৰাধান্য দিয়া হ'ব?

এইবোৰ মৌলিক (fundamental) প্ৰশ্নৰ উত্তৰ বিয়ে যিভাৱে দিছে, তাৰ ওপৰতে নিৰ্ভৰ কৰিছে তেওঁৰ শংকৰদেৱ-বিচাৰ আৰু শংকৰদেৱৰ মূল্যায়নৰ চৰিত্ৰ। এইবোৰ বাদানুবাদৰ নিষ্পত্তি সহজে বা শীঘ্ৰে হোৱা টান। কিন্তু প্ৰত্যেকৰে অৱস্থান পৰিষ্কাৰ আৰু স্পষ্ট হ'লে নিৰপেক্ষ দৰ্শকৰ বাবে তেনে ব্যাখ্যা আৰু বিচাৰ বুজি পোৱা সহজ হয়।

সম্প্ৰতি ৰবপেটাৰ পৰা এটা বিতৰ্কৰ নথিপত্ৰ আমাৰ হাতত পৰিছে। উভয় পক্ষই আমাৰ মতামত বিচাৰিছে। শংকৰদেৱৰ বিষয়ে আমাৰ অধ্যয়ন ইমান বিস্তাৰিত বা গভীৰ বুলি দাবী কৰিব নোৱাৰো। কিন্তু অনুৰোধ যিহেতু আহিছে যথাসাধ্য উত্তৰ দিবলৈ চেষ্টা কৰিম।

গুৱাহাটীৰ 'শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ'ৰ উদ্বোধনী উৎসৱ উপলক্ষে প্ৰকাশিত স্মৃতিগ্ৰন্থত বৰপেটা সত্ৰৰ ডেকা সত্ৰীয়া বশিষ্ঠ শৰ্মাদেৱে 'সমন্বয়ৰ গুৰু পূৰ্ণমানৱ শ্ৰীমন্ত শংকৰদেৱ' নামৰ এটি নিবন্ধ লিখিছিল। তাৰ বিৰুদ্ধে 'মহাপুৰুষীয়া ধৰ্মাৱলম্বী সেৱকসকলে' প্ৰতিবাদ জনাই এখনি পুস্তিকা প্ৰকাশ আৰু প্ৰচাৰ কৰিছে। ('শ্ৰীযুত বশিষ্ঠ শৰ্মাৰ 'সমন্বয়ৰ গুৰু পূৰ্ণমানৱ শ্ৰীমন্ত শংকৰদেৱ' শীৰ্ষক প্ৰবন্ধৰ সমালোচনা', বৰপেটা, ৫৫০ শংকৰাব্দ, ১৬ ফাগুন)। শ্ৰীযুত শৰ্মাইও তাৰ প্ৰত্যুত্তৰ প্ৰকাশ কৰিছে।

বিতৰ্কৰ মূল বিষয়কেইটামান বাছি আমি তাৰ ওপৰত যথাসাধ্য আলোকপাত কৰিছোঃ

(১) বশিষ্ঠ শৰ্মাদেৱে তেওঁৰ নিবন্ধত শংকৰদেৱে অসমত 'নৱ-বৈষ্ণৱ ধৰ্ম' প্ৰৱৰ্তন কৰা বুলি লিখাত প্ৰতিপক্ষ ক্ষুব্ধ হৈছে। তেখেতসকলৰ মতে বৈষ্ণৱ বা নৱ-বৈষ্ণৱ ধৰ্ম দ্বৈতবাদী যুগল মূৰ্তি উপাসক, শ্ৰুতি-স্মৃতিৰ বিধান মানি চলা পন্থা। কিন্তু মহাপুৰুষ শংকৰদেৱৰ ধৰ্ম বিধিকিংকৰতাৰ পৰা মুক্ত একশৰণ নাম ধৰ্মহে। মাধৱদেৱে 'নামঘোষা'ত উল্লেখ কৰা--

'হৰি নাম কীৰ্ত্তনত, নাহি কাল দেশপাত্ৰ
নিযম সংযম একোবিধি।'

কথাষাৰ এই ধৰ্মত প্ৰযোজ্য। সেয়ে এখেতসকলৰ মতে 'বৈষ্ণৱ' বা 'নৱ-বৈষ্ণৱ ধৰ্ম' শব্দৰে শংকৰদেৱৰ ধৰ্মমতৰ স্বৰূপ প্ৰকাশ কৰিব নোৱাৰি।

মাধৱদেৱে 'নামঘোষা'ত বাৰে বাৰে 'হৰিনাম' 'হৰিভক্তি' শব্দহে ব্যৱহাৰ কৰিছে। তাৰোপৰি এই নামৰ প্ৰকৃত তত্ত্ব কেৱল শংকৰদেৱে জনা বুলি কৈছেঃ

ইহাৰ তত্ত্বক জানিবা কেৱলে
শংকৰে মাত্ৰ জানন্ত।।৬৫৮

কিন্তু 'কৃষ্ণ' লীলাৰ ওপৰত গুৰুত্ব দিয়া শংকৰদেৱে এই কথাও কৈছে যে বিষ্ণুৰ পূৰ্ণ অৱতাৰ শ্ৰীকৃষ্ণ। সেই শ্ৰীকৃষ্ণৰ নামকীৰ্তনৰ পন্থাক বৈষ্ণৱ বুলিলে ভুল হ'ব জানো?

শ্ৰীমন্ত শংকৰৰ গুৰুমহিমা কীৰ্তন কৰি মাধৱদেৱে শংকৰদেৱক গুৰু হিচাপে নমনাবিলাকৰ বিষয়ে কৈছেঃ

বিষ্ণুৰ সহস্ৰ নাম সদা আচন্তো জিহ্বায়ে তাংক এড়ি
সদায় বিৰোধ বচন মাত্ৰ ৰটয়।
বুদ্ধি বিষ্ণুতত্ত্ব পৰিহৰি অসন্ত বস্তুত ৰতি কৰি
যেনে বেশ্যা জাৰ পতিত মাত্ৰ ৰময়।।৬২৩

যদিও 'বৈষ্ণৱ' শব্দটো 'নামঘোষা'ত সেৰেঙা, তথাপি 'বৈষ্ণৱ নিন্দুক'ক গৰিহণা দিয়াৰ সময়ত তেওঁ শব্দটোৰ প্ৰতি আস্থাই প্ৰকাশ কৰিছে।

আনহাতে 'শ্ৰুতি-স্মৃতি'ৰ প্ৰাধান্য বা কৰ্তৃত্বও মাধৱদেৱে সম্পূৰ্ণ বিসৰ্জন দিয়া বুলি ক'বলৈ টান। দুটামান উদাহৰণ দিয়া যাওকঃ

শাস্ত্ৰমত এড়ি যি কথা কহয়
কেৱলে পাশণ্ড নয়।
আছোক কৃষ্ণক পাইবে কদাচিত
নুগুচে সংসাৰ ভয়।। ২৯৪
অন্ন যোনি কিছু নকৰে বিচাৰ
জাতিকুল ভৈয় ভ্ৰষ্ট।
বৈষ্ণৱৰ বেস ধৰিয়া ফুৰয়
বেদপথ কৰি নষ্ট।।২৯৫

এইবোৰ উক্তিত এপিনে শাস্ত্ৰোক্ত মতৰ প্ৰতি আস্থা প্ৰকাশ কৰা হৈছে, আনহাতে জাতিকুলৰ নিয়মৰ প্ৰতিও অন্ততঃ আপেক্ষিক সন্মান প্ৰদৰ্শন কৰা হৈছে। আকৌ কৈছেঃ

মাধৱে বোলন্ত শ্ৰুতি স্মৃতি মোৰ আজ্ঞা বাণী জানা নিষ্ঠি
যিতোজনে আক উলংঘিয়া প্ৰবৰ্ত্তয়।
ভৈল সিতো মোৰ আজ্ঞা ছেদী মোক দ্বেস কৰিলেক আতি
মোৰ ভক্ত হন্তো বৈষ্ণৱ সিতো নহয়।। ৬২৫

এই পদফাকিৰ অৰ্থ যিভাবেই কৰা নহওক, শ্ৰুতি-স্মৃতিক ইয়াত অগ্ৰাহ্য কৰা হোৱা নাই। শ্ৰুতি-স্মৃতিক উলংঘা কৰি চলাজন ভগৱানৰ ভক্ত হ'লেও বৈষ্ণৱ নহয়। ইয়াত কিন্তু 'বৈষ্ণৱ' শব্দটো বিশেষ মৰ্যাদাৰেহে উল্লেখ কৰা হৈছে।

মোৰ বিবেচনাত 'নামঘোষা'ত শ্ৰুতি-স্মৃতিৰ প্ৰতি থকা শ্ৰদ্ধাৰ বিৰোধিতা কৰিবলৈ যাওঁতে 'মহাপুৰুষীয়া ধৰ্মাবলম্বী সেৱকসকলে' মাধৱদেৱৰ অভিপ্ৰেত অৰ্থৰ পৰা আঁতৰি গৈছে।

অৱশ্যে তেখেতসকলে 'নামঘোষা'ত থকা স্ববিৰোধ এৰাবলৈ গৈয়েই এই আহুকালত পৰিছে।

এতিয়া প্ৰশ্ন হৈছে যে শ্ৰুতি-স্মৃতিৰ প্ৰতি মাধৱদেৱৰ যদি আস্থাই আছিল, তেন্তে হৰি নাম কীৰ্তনত নিয়ম-সংযমৰ প্ৰয়োজন নাই বুলি তেওঁ কৈছিল কিয়? তাৰ উত্তৰ আছে ১১৯নং পদতঃ

বৰ্ণাশ্ৰম ধৰ্ম যত যাৰ যেন বিধি আছে,
তাৰেসে কেৱল অধিকাৰ।
হৰিনাম কীৰ্ত্তনত নাহিকে নিয়ম একো,
এতেকেসে ধৰ্ম মাজে সাৰ।।১১৯

ইয়াত 'বৰ্ণাশ্ৰম ধৰ্ম' শব্দ দুটাৰ অৰ্থ আধ্যাত্মিক নহয়, সামাজিক আচাৰ-নীতি সম্পৰ্কীয়হে। আনহাতে 'হৰিনাম কীৰ্তন যদিও ধৰ্ম মাজে সাৰ', তথাপি তাত ধৰ্মৰ অৰ্থ ঘাইকৈ আধ্যাত্মিক। কিন্তু তাৰ পৰিণাম স্বৰূপে বৰ্ণাশ্ৰম ধৰ্ম বৰ্জন কৰাৰ কথা কোৱা নাই। (অৱশ্যে উল্লেখ কৰা ভাল হ'ব যে 'ভক্তি ৰত্নাৱলী'ত বৰ্ণাশ্ৰম ধৰ্মৰ প্ৰতি উপেক্ষাৰ ভাব বেছি। কিন্তু সেইটো বোধহয় বিষ্ণুপৰীৰ নিজা মত।)

কিন্তু 'মহাপুৰুষীয়া ধৰ্মাবলম্বী সেৱকসকলে' শ্ৰুতি-স্মৃতি, বৰ্ণাশ্ৰম ধৰ্ম নেওচি যদি হৰিনামকে সাৰোগত কৰিব খোজে, সি অপৰাধ হ'ব নেকি?

আমাৰ ধাৰণা, অপৰাধ নহয়। শংকৰদেৱ-মাধৱদেৱে তৎকালীন সমাজ ধৰ্মৰ প্ৰভাৱত শাস্ত্ৰৰ কৰ্তৃত্ব সম্পূৰ্ণ অগ্ৰাহ্য কৰিব পৰা নাছিল। কিন্তু তেওঁলোকৰ বাণীত তেনে এক পথৰ ইংগিত নথকা নহয়। সেই ইংগিত শিৰোধাৰ্য কৰি এচাম ভকতে যদি শাস্ত্ৰৰ কৰ্তৃত্ব অগ্ৰাহ্য কৰি শংকৰ-মাধৱৰ বাণীত নিহিত কেৱল মৌলিক তত্ত্ব আশ্ৰয় কৰিব খোজে, তাক অসংগত বুলিব নোৱাৰি। নানক, কবীৰ আদিয়ে তেনেধৰণৰ পথেই অৱলম্বন কৰা নাছিল জানো?

(২) বশিষ্ঠ শৰ্মাদেৱে শংকৰদেৱ, শংকৰাচাৰ্য, শ্ৰীধৰ স্বামী, কবীৰ, নানক, বল্লভাচাৰ্য, চৈতন্য, সুৰদাস, তুলসী দাস আদি অতীতৰ বা সমসাময়িক সন্ত আৰু মহাপুৰুষসকলৰ দ্বাৰা প্ৰভাৱান্বিত হোৱা বুলি লিখিছিল।

শৰ্মাদেৱৰ এই উক্তিৰ বিৰোধিতা কৰি 'মহাপুৰুষীয়া ধৰ্মাবলম্বী সেৱকসকলে' কৈছে যে উক্ত সন্তসকলৰ ভিতৰত গুৰু নানক, তুলসী দাস, বল্লভাচাৰ্য, সুৰ দাস, মীৰাবাই, চৈতন্যদেৱ বয়সত শংকৰদেৱতকৈ বহুত সৰু— গুৰু নানক ২০ বছৰৰ সৰু আৰু মীৰাবাই

৪৯ বছৰৰ সৰু, বাকীসকলৰ লগত ব্যৱধান তাৰ মাজৰ। এনেস্থলত শংকৰদেৱক এখেতসকলে প্ৰভাৱিত কৰাৰ সম্ভাৱনা কম। (পৃঃ ১৫-১৬)

এইটো এক সবল যুক্তি। বশিষ্ঠ শৰ্মাদেৱ এই ক্ষেত্ৰত কিছু অসতৰ্ক বুলি সিদ্ধান্ত কৰিব পাৰি। অৱশ্যে কেতিয়াবা দেখা যায়, মুকলি মনৰ বয়স্ক লোকো বয়ঃকনিষ্ঠ জনৰ দ্বাৰা কোনো কোনো দিশত বা বিষয়ত প্ৰভাবান্বিত হৈছে। কিন্তু তেনে কথা আনুষ্ঠানিকভাৱে ক'লে নহ'ব, সি অনুসন্ধান বা বিচাৰ-সাপেক্ষ। আনহাতে উক্ত সন্তসকলৰ কোনোজন শংকৰদেৱৰ দ্বাৰাও কোনো ক্ষেত্ৰত প্ৰভাৱিত হৈছিল নেকি, তেনে প্ৰশ্নও অবান্তৰ বা অপ্ৰাসংগিক নহয়। কিন্তু তেনে অনুসন্ধান নোহোৱা পৰ্যন্ত আমি প্ৰভাৱ সম্পৰ্কীয় দাবী কৰা উচিত নহ'ব।

অৱশ্যে কোনো কোনো সন্ত, যেনে-- ৰামানন্দ বা কবীৰা; শংকৰদেৱৰ আগৰ বা শংকৰদেৱতকৈ বয়োজ্যেষ্ঠ। তেওঁলোকৰ চিন্তা-ধাৰাৰ প্ৰভাৱত শংকৰদেৱ পৰা সম্ভাৱনা আছে, কাৰণ সুদীৰ্ঘ তীৰ্থযাত্ৰাৰ সময়ত যেতিয়া শংকৰদেৱে ভাৰত ভ্ৰমণ কৰিছিল তেতিয়া সমগ্ৰ ভাৰত ভক্তি আন্দোলনৰ প্ৰথম তৰংগবোৰে ঢৌৱাই আছিল বুলিলে ভুল নহ'ব। বিষ্ণুপুৰী আদি সন্যাসীয়ে ৰচনা কৰা 'ভক্তি ৰত্নাৱলী' তাৰ চমকপ্ৰদ প্ৰমাণ। স্বয়ং মাধৱদেৱে এই গ্ৰন্থৰ প্ৰতি দিয়া মান্যতাই প্ৰমাণ কৰে যে ভক্তি সাহিত্যৰ ক্ষেত্ৰত আমাৰ দুজনা মহাপুৰুষ উদাৰ আৰু প্ৰশান্তমনা আছিল। 'গুৰুচৰিত কথা' আদিত সংগৃহীত স্মৃতিকথাত গুৰুজনাই কবীৰাৰ ভেটি দৰ্শন কৰিবলৈ যোৱা কথাও আছে।

'প্ৰভাৱ' শব্দটোৰ অৰ্থ অনুকৰণ বা নকল নহয়। অথবা একপক্ষীয় ঋণো নহয়। প্ৰভাৱিতজনে নিজৰ প্ৰয়োজন বা বিচাৰ অনুসৰিহে আনৰ কিবা চিন্তা বা অৱদান গ্ৰহণ কৰে। সেয়ে 'ক'ৰ দ্বাৰা 'খ' প্ৰভাবান্বিত হোৱাৰ অৰ্থ এনে নহয় যে 'ক'ৰ সকলো কথাকে 'খ'ই গ্ৰহণ কৰিছে। সেয়ে শ্ৰীমন্ত শংকৰে যদি কাৰো চিন্তা বা মননৰ পৰা কিবা উপাদান গ্ৰহণ কৰিছে তাক নিজৰ মৌলিক বিচাৰ আৰু চিন্তাৰ পোহৰতহে গ্ৰহণ কৰিছে। অৰ্থাৎ এই ক্ষেত্ৰত তেওঁৰ মৌলিক, স্বকীয় প্ৰতিভাৰ বিকাশত এপিনে তেওঁৰ মৌলিক, সৃষ্টিশক্তি, আনপিনে পৰম্পৰা আৰু পাৰিপাৰ্শ্বিকতাৰ পৰা লোৱা অৱদান সক্ৰিয় হৈছে। যিকোনো প্ৰতিভাৰ বিকাশতে এই কথা দেখা যায়।

এসময়ত সাংস্কৃতিক আধিপত্যবাদী এচাম বঙালী লোকে চৈতন্যদেৱৰ অনুকৰণত শংকৰদেৱে তেওঁৰ ধৰ্মমত সৃষ্টি কৰা বুলি প্ৰচাৰ কৰি নিজৰ জাতিদম্ভ প্ৰকট কৰাৰ উপৰিও অসমৰ জনগণৰ অন্তৰত বিষম আঘাত দিছিল। এমুঠি অসমীয়ায়ো সেই চক্ৰান্তত সহযোগ কৰিছিল। তাৰ ফলতে বোধহয় শংকৰদেৱৰ ওপৰত কাৰোবাৰ প্ৰভাৱ পৰাৰ কথা ক'লেই বহুভক্ত জাজুৰ খাই উঠে। কিন্তু শংকৰদেৱৰ সময়ত তেনে এক আধিপত্যবাদী চক্ৰান্ত প্ৰবল হৈ থকা নাছিল। ভক্তি আন্দোলনৰ বিভিন্ন ধাৰা পৰম্পৰৰ দ্বাৰা পৰিপুষ্ট হৈও নিজৰ নিজৰ স্বতন্ত্ৰতা বজাই ৰাখিছিল।

'মহাপুৰুষীয়া ধৰ্মাৱলম্বী সেৱকসকলে' আঙুলিয়াই দিছে যে শংকৰদেৱৰ বিপৰীতে বল্লভাচাৰ্যই 'কান্তা বা মধুৰভাৱ'তহে অধিক গুৰুত্ব দিছে। তদুপৰি তেওঁ ভগৱৎ ভক্তিৰ ক্ষেত্ৰতো বৰ্ণাশ্ৰমধৰ্মী অধিকাৰভেদ মানি চলিছিল, 'শ্ৰুতি-স্মৃতিৰ বিধি কিংকৰতা' সাৱোগত কৰিছিল। অৰ্থাৎ শংকৰদেৱৰ ধৰ্মমতৰ প্ৰধান দিশত বল্লভাচাৰ্যৰ কোনো প্ৰভাৱ থকাৰ প্ৰশ্নই নাই। (উল্লিখিত গ্ৰন্থ, পৃঃ১৪) অনুৰূপভাৱে তেখেতসকলে কৈছে যে নিৰ্গুণ ভক্তিৰ অনুগামী কবীৰে/কবীৰাই অৱতাৰী পুৰুষ কৃষ্ণ বা ৰামক স্বীকাৰ কৰা নাই। গুৰুৰ সহায়ত ভক্তই

'নির্গুণ, নিৰাকাৰ পৰমজ্যোতি স্বৰূপ' ভগৱন্তৰ স্বৰূপ উপলব্ধি কৰে কবীৰে/কবীৰৰ পন্থত। আনহাতে 'শংকৰদেৱৰ ধৰ্মৰ লক্ষ্যবস্তু নিৰ্গুণ যদিও উপাস্য তত্ত্ব দৈৱকীনন্দন কৃষ্ণ'। (উঃ গ্ৰঃ পৃঃ ১৪)

আকৌ তেখেতসকলে কৈছে যে ৰামানন্দৰ মতত 'ঈশ্বৰ ভক্তিভৈক কৰ্ম মাৰ্গ আৰু জ্ঞান মাৰ্গক বেছি প্ৰাধান্য দিয়া হৈছে।' সেই মত অনুযায়ী কৰ্মই দ্বাৰা চিত্ত শুদ্ধি হ'লে জ্ঞানৰ উদয় হ'ব আৰু জ্ঞানৰ উদয় হ'লে ভগৱদ্ ভক্তিৰ প্ৰতি আকৰ্ষিত হ'ব। কিন্তু মহাপুৰুষ শংকৰদেৱৰ মতে জ্ঞান-কৰ্ম অবিহনে কেৱল ভকতিয়েই জীৱক তাৰিব পাৰে, আৰু ভকতিয়েই জ্ঞানৰ দুৱাৰ মুকলি কৰিব পাৰে। (ঐ) তদুপৰি ৰামানন্দৰ উপাস্যতত্ত্ব শ্ৰীৰামহে, কৃষ্ণ নহয়। ৰামানন্দৰ অনুগামীসকলে পঞ্চ মূৰ্তি, পঞ্চ উপাসনাৰ জটিল ব্যৱস্থা অনুসৰণ কৰা বুলিও কোৱা হৈছে। (ঐ)

এনে উদাহৰণেৰে 'মহাপুৰুষীয়া ধৰ্মাৱলম্বী সেৱকসকলে' বশিষ্ঠ শৰ্মাদেৱৰ বিপৰীতে প্ৰমাণ কৰিবলৈ বিচাৰিছে যে এওঁলোকৰ কাৰো ওচৰত শংকৰদেৱ কোনোপ্ৰকাৰে ঋণী নাছিল। তাৰ উত্তৰত বশিষ্ঠ শৰ্মাদেৱে কৈছেঃ

'সৰ্বভাৰতীয় নৱ-বৈষ্ণৱ ধৰ্মৰ আন্দোলনৰ সন্ত আৰু গুৰুসকলৰ অৱদান সম্পৰ্কে মহাপুৰুষ গুৰুজনাৰ স্পষ্ট জ্ঞান আৰু ধাৰণা আছিল। ... কিন্তু মই তাৰ দ্বাৰা এইটো বুজাব খোজা নাই যে তেওঁ কোনো এটা পন্থাক সম্পূৰ্ণ গ্ৰহণ কৰিছিল।' ('মহাপুৰুষীয়া ধৰ্মাৱলম্বী সেৱকসকলৰ সমালোচনাৰ উত্তৰ, পৃঃ৪)

মোৰ ধাৰণা কথাটো ভুল নহয়। কেৱল তাৰ লগতে এই কথাও স্পষ্টভাষাত আৰু গুৰুত্বসহকাৰে কোৱা ভাল যে মহাপুৰুষ শংকৰদেৱৰ ধৰ্মমতৰ এক স্বতন্ত্ৰ, বিশিষ্ট স্বৰূপ আৰু চৰিত্ৰ আছে।

এইখিনিতে শংকৰাচাৰ্য আৰু শ্ৰীধৰস্বামীৰ প্ৰভাৱৰ প্ৰশ্নটো আহে। শংকৰাচাৰ্য জ্ঞানবাদী আৰু তেওঁৰ মতে জীৱাত্মাই অদ্বৈত জ্ঞান লাভ কৰিলেই ব্ৰহ্মত লীন হৈ যায় আৰু মুক্তি পায়। শংকৰদেৱৰ বিচাৰত হৰিভকতিয়েই মোক্ষলাভৰ প্ৰধান উপায়। হৰিভকতি থাকিলে জ্ঞান আপোনা-আপুনি আহে। হৰিভকতি এনে সাৰ্বজনীন আৰু শ্ৰেষ্ঠ ধৰ্ম যে তাত অধিকাৰৰ প্ৰশ্নই নাহে। কিন্তু জ্ঞানমাৰ্গীসকলে বৰ্ণাশ্ৰমৰ ভিত্তিত অধিকাৰৰ কথা কয়। এনেবোৰ কথাৰ বাবে তেখেতসকলৰ মতে শংকৰাচাৰ্যক শংকৰদেৱৰ পূৰ্বসূৰী বোলাৰ কোনো যুক্তি থাকিব নোৱাৰে। শংকৰদেৱ শংকৰাচাৰ্যৰ অনুগামী নহয়।

কিন্তু অসমৰ বিদ্বৎসমাজত দাৰ্শনিক দিশত শংকৰাচাৰ্যৰ প্ৰভাৱ শংকৰদেৱৰ ওপৰত পৰিছিল নে নাই, তাকে লৈ আজিও তুমুল বিতৰ্ক চলি আছে। শংকৰাচাৰ্য, ৰামানুজ আৰু মাধৱাচাৰ্য আদি আচাৰ্যসকলে বেদান্ত, গীতা আৰু ব্ৰহ্মসূত্ৰ, এই প্ৰস্থানত্ৰয়ীৰ নিজা নিজা ভাষ্যৰ জৰিয়তে ব্ৰহ্মৰ স্বৰূপ আৰু জীৱ তথা জগতৰ লগত ব্ৰহ্মৰ সম্পৰ্কৰ বিষয়ে নিজা নিজা মতবাদ উত্থাপন কৰিছে। তাকে কৰিবলৈ যাওঁতে তেওঁলোকে পূৰ্ববৰ্তী আচাৰ্যসকলৰ বেলেগ মতবাদ খণ্ডন কৰিছে। শংকৰদেৱে তেনে ন্যায়িক বিচাৰ পদ্ধতি প্ৰয়োগ কৰা নাই। বৰং বিভিন্ন শাস্ত্ৰৰ সাৰ সংকলন কৰি 'ভক্তি ৰত্নাকৰ'ত ভক্তিৰ অন্যান্য দিশৰ দৰে এইবোৰ প্ৰশ্নতো নিজা মত চমুকৈ ব্যক্ত কৰি গৈছে। কিন্তু তেওঁ তাকে লৈ বিতৰ্কত অৱতীৰ্ণ হোৱা নাই।

'ভক্তি ৰত্নাকৰ'ত জীৱ আৰু আত্মাৰ অভেদ ব্যক্ত কৰা হৈছে আৰু জগতক মায়াৰ সৃষ্টি বুলি কোৱা হৈছে। এইখিনিলৈকে শংকৰাচাৰ্যৰ মতৰ লগত শংকৰদেৱৰ মতৰ মিল

আছে। কিন্তু মায়া ছেদ কৰিবলৈ আৰু অদ্বৈত ঈশ্বৰৰ জ্ঞান লাভ কৰিবলৈ হৰিভক্তিকে শ্ৰেষ্ঠ উপায় বুলি শংকৰদেৱে ঘোষণা কৰিছে।

জীৱ আৰু জগৎ পৰমাত্মাৰে মায়াধীন ৰূপ।

জীৱ আৰু জগৎ সাময়িক, অস্থায়ী বস্তু, কিন্তু একমাত্ৰ সত্য ব্ৰহ্মৰূপী নাৰায়ণঃ

ইটো জগতৰ তুমি আদি মধ্য অন্ত।
তুমি বিনে আন একো বস্তু নাহি সন্ত।।১৩০
যেন ঘট মাটি ব্যতিৰেকে আন নাই।
ঘট ভাঙ্গিলেও মাটি হোৱে সমুদায়।।
ঘটৰ পূৰ্বত মাটি থাকে নিৰন্তৰে।
সেহি মতে তুমি প্ৰভু ইটো জগতৰে।। ১৩১
আদি-অন্ত-মধ্যে তুমি থাকা সৰ্বদায়।
তুমি ব্যতিৰেকে আৰ সত্য আন নাই।। ('ঈশ্বৰ নিৰ্ণয় মাহাত্ম্য')

০০০০০০০০০

জীৱাত্মা আৰু পৰমাত্মাৰ পৃথকতাৰ চেতনা যে মায়াৰ পৰিণাম তাক স্পষ্টকৈ কোৱা হৈছেঃ

পৰমাত্মা-জ্ঞানতে অজ্ঞান নিবৰ্ত্তয়।
আত্মাৰ স্বৰূপ জ্ঞান কিসক লাগয়।। ১৩৯
হেন যদি বোলা শুনা ইহাৰ উত্তৰ।
ভৈলা পৰবুদ্ধি আত্মা অভ্যাসত যাৰ।।
তাকে দূৰ কৰিবাক কৈলো ইটো জ্ঞান।
নাহি অন্ত দেখা ইটো লোকৰ সমান।।১৪০
আৰুৌঃ
অখিলনী জীৱৰ আত্মা কৃষ্ণ কৃপাময়।
জগতৰ হিত অৰ্থে জানিবা নিশ্চয়।।৪৯
মায়ায়ে মনুষ্য যেন প্ৰকাশ কৰন্ত।
জগত কাৰণ কৃষ্ণ দেৱ ভগৱন্ত।।

জীৱাত্মা-পৰমাত্মাৰ অভেদ্য আৰু তাৰ ওপৰত মিছা আৱৰণ দিয়া মায়া- দুয়োটা ধাৰণা শংকৰাচাৰ্যৰ মতত গুৰুত্বপূৰ্ণ। তেন্তেনো ভক্তিৰ সকাম কি? জীৱ-ঈশ্বৰৰ ভেদ মাহাত্ম্য' খণ্ডত শংকৰদেৱে তাৰ স্পষ্ট উত্তৰ দিছেঃ

ঈশ্বৰত কৰি জীৱ ভিন্ন নুহি
শান্ত অবিকাৰী হয়।
ভ্ৰান্তিয়ে অজ্ঞান আৱৰিত হয়া
আপোনাক নজানয়।।
কৃষ্ণ-পাৱে এক শৰণ পশিয়া
হৰিত কৰি ভকতি।

# হৃদয়ত যাৰ জন্মভূমি

## নলিনীধৰ ভট্টাচাৰ্য

এম্ ইব্ৰাহিম আলিয়ে সম্পাদনা কৰা 'মাধৱ চন্দ্ৰ বেজবৰুৱা' নামৰ পুথিখনৰ দ্বিতীয় সংস্কৰণটো পঢ়ি ভাব হৈছে, মাতৃগৰ্ভ এৰি মানুহে যি টুকুৰা মাটিত ভৰি দিয়ে, তাতেই মানুহৰ চকু গজে, তাৰ নৈ, পাহাৰ, অৰণ্যই চেতন-অৱচেতনত ছাপ পেলায়। সেই মাটিয়েই মানুহৰ জন্মভূমি। এই জন্মভূমিতে থাকি মানুহে ভূমাকো উপলব্ধি কৰে। মাতৃৰ প্ৰতি সন্তানৰ যি আকৰ্ষণ, জন্মভূমিৰ প্ৰতিও মানুহৰ তেনে আকৰ্ষণ থাকে। মাতৃৰ দৰেই জন্মভূমিও উৎসভূমি, স্বৰ্গাদপি গৰীয়সী। মাধৱ বেজবৰুৱাৰ জীৱন-কাহিনীত মানুহজনৰ অসম প্ৰীতিৰ যি চানেকি মূৰ্ত হৈ উঠিছে, সি আমাক মুগ্ধ কৰে। পুথিখনক অৱশ্যে প্ৰকৃত জীৱনী বোলা টান, কিয়নো পুথিখনত বিভিন্নজনৰ প্ৰবন্ধহে সংকলিত কৰা হৈছে আৰু তাৰ মাজেদি মাধৱ বেজবৰুৱাৰ বিভিন্ন কীৰ্তিৰ কথা দাঙি ধৰা হৈছে। দৰাচলতে, তেওঁৰ ব্যক্তিত্বই পূৰ্ণৰূপ নাপালে, প্ৰায় যৌৱন কালতে তেওঁ যক্ষ্মাৰোগত মৃত্যুবৰণ কৰাত এটা উৎসৰ্গিত জীৱনৰ গতি অকালতে স্তব্ধ হৈ গ'ল। তেওঁ জীয়াই থাকিল মুঠেই ৩৪ বছৰ (১৯১২-১৯৪৬), কিন্তু এই কম সময়ৰ ভিতৰতে তেওঁ অসমৰ কাৰণে যি কৰি গ'ল, তাক আমি পাহৰিব নোৱাৰোঁ। যতীন দুৱৰাৰ মতে তেওঁ আছিল 'উৎসাহৰ একুৰা জুই।' আনন্দ বৰুৱাৰ মতে এই লুইতপৰীয়া ডেকাজন আছিল 'অসমৰ অমূল্য ৰত্ন।' এনে উপলব্ধি পুথিখনত বহুতেই কৰিছে। বেজবৰুৱাৰ মৃত্যুৰ আগে-পাছে লক্ষ্মীধৰ শৰ্মা, গণেশ গগৈ, অমূল্য বৰুৱা আদিৰো অকাল মৃত্যু হৈছিল। পৰিস্থিতি এনেয়ে করুণ হৈ আছিল, মাধৱৰ মৃত্যুৱে সেই করুণ পৰিবেশ আৰু অধিক বিষণ্ণ কৰি তুলিছিল। সেই সময়ত যক্ষ্মাৰোগৰ কোনো চিকিৎসা নাছিল, মদন পত্নীৰ আৰোগ্যাৱৰমত তেওঁ আছিলগৈ যদিও তাত প্ৰাকৃতিক চিকিৎসাহে হৈছিল, তেনে চিকিৎসা কামত নাহিল। তেওঁৰ মৃত্যু হ'ল। তেওঁ অসমক হৃদয়ত ধাৰণ কৰিছিল, নিজৰ জীৱন বিপন্ন কৰিও তেওঁ অসমক ভাল পাইছিল, মাতৃৰ এখন উজ্জ্বল মুখৰ স্বপ্নই তেওঁক দিছিল সাহস, আৰু প্ৰচণ্ড গতিশীলতা, সেইবুলি তেওঁ ভাৰতক পাহৰি যোৱা নাছিল। ভূমিত থাকিও তেওঁ ভূমাৰো কল্পনা কৰিছিল।

পুথিখনত যিসকলে লিখিছে, তেওঁবিলাকৰ বহুতেই আজি নাই, তেওঁবিলাকে পুথিখনৰ প্ৰথম সংস্কৰণতেই লিখি গৈছে। লিখকসকল হ'ল এম ইব্ৰাহিম আলি, অধ্যক্ষ ভুবন চন্দ্ৰ সন্দিকৈ, ঊষা বেজবৰুৱা, হৰেন্দ্ৰ নাথ কলিতা, নিৰ্মলেন্দুৰ শৰ্মা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, পদ্মধৰ বৰা, অধ্যাপক যতীন্দ্ৰ নাথ গোস্বামী, অধ্যাপক নবেন্দ্ৰ নাথ কেওট, হৰি প্ৰসাদ গোৰ্খাৰায়, নীলৰঞ্জন বৰঠাকুৰ, মদন চন্দ্ৰ বৰুৱা, গুণীন্দ্ৰ নাথ হাজৰিকা, হৰিবিলাস হাজৰিকা, দেৱকান্ত বৰুৱা, চৈয়দ আব্দুল মালিক, ডেকাফুকন, অধ্যক্ষ আব্দুছ ছত্তাৰ, প্ৰীতি বৰুৱা, অতুলীন্দ্ৰ নাথ বৰা আৰু আনন্দ চন্দ্ৰ বেজবৰুৱা। ইয়াৰ ভিতৰত কেইবাজনো এতিয়াও আমাৰ মাজত আছে। গ্ৰন্থখনলৈ বহুতেই শুভেচ্ছা বাণীও পঠাইছিল। তাৰ ভিতৰত আছে বাণীৰৰ নীলমণি ফুকন, মিত্ৰদেৱ মহন্ত, আনন্দ চন্দ্ৰ বৰুৱা, কামাল উদ্দীন আহমেদ, মোহন চন্দ্ৰ মহন্ত, অতুল চন্দ্ৰ হাজৰিকা আৰু ড° সূৰ্যকুমাৰ ভূঞা। এখেতসকলৰ একজনো আজি আমাৰ মাজত নাই। পুথিখনৰ পৰিশিষ্টত আছে বেজবৰুৱাৰ বংশাৱলী, ১৯৩৭ চনত

বেজবৰুৱাই নেহৰুক দিয়া স্মাৰক-পত্ৰ, বিশ্ববিদ্যালয় সম্পৰ্কে সুধীজনৰ মতামত, বেজবৰুৱাৰ অট'গ্ৰাফ-বহীত বিভিন্ন জনৰ উপদেশ, অসমীয়া সাংবাদিক সন্মিলনৰ কথা, বিশ্ববিদ্যালয় প্ৰতিষ্ঠা আন্দোলনত প্ৰথম দানৰ প্ৰতিশ্ৰুতি, ইয়াৰ বাহিৰেও লক্ষ্মীনাথ বেজবৰুৱা, প্ৰজ্ঞাসুন্দৰী, মাধৱ বেজবৰুৱাৰ তিনিখন চিঠিও সংগৃহীত হৈছে। দ্বিতীয় সংস্কৰণত প্ৰীতি বৰুৱা, অৱনীন্দ্ৰ নাথ বৰা আৰু আনন্দ চন্দ্ৰ বেজবৰুৱাৰ প্ৰবন্ধ আৰু কেইখনমান ছবি ন কৈ সন্নিবিষ্ট হৈছে বুলি আমি প্ৰকাশন গোষ্ঠীৰ পৰা জানিব পাৰিছোঁ। মাধৱ বেজবৰুৱাৰ একমাত্ৰ পুত্ৰ ৰাণা প্ৰতাপ বেজবৰুৱাই দ্বিতীয় সংস্কৰণটোৰ প্ৰকাশৰ দায়িত্ব লৈ প্ৰশংসাভাজন হৈছে। ইদ্ৰিছ আলিয়ে তেওঁৰ পিতৃ এম ইব্ৰাহিম আলিৰ সম্পাদনা সংক্ৰান্ত পৰিশ্ৰম আৰু পৰিকল্পনাৰ এটি চমু আভাস দি এখন পাতনিৰে পুথিখনৰ সৌষ্ঠৱ বঢ়াইছে।

মাধৱ বেজবৰুৱাৰ কথা আজিৰ ডেকা-গাভৰুৱে ভালকৈ জানে বুলি ধাৰণা নহয়। সাম্প্ৰতিক কালৰ ল'ৰা-ছোৱালী ঐতিহ্য-বিমুখ হৈ পৰিছে। এনেও অসমীয়া মানুহে জাতিৰ স্মৰণীয় আৰু বৰণীয়সকলক সোনকালে পাহৰি পেলায়। অতুল চন্দ্ৰ হাজৰিকাদেৱে লিখিছেঃ

'বৰেণ্যসকল ক্ৰমাৎ বিস্মৃতিৰ অন্তৰালত বিলীন হৈ যোৱাটো আমাৰ দেশত এটা বেয়া পৰম্পৰা হৈ পৰিছে। মহৎলোকক আমি স্মৰণ কৰিব নাজানো। তেওঁবিলাকে যিবোৰ ভাল কাম কৰি গ'ল, বহু ক্ষেত্ৰত সেইবোৰৰ সম্পৰ্কে আমাৰ স্পষ্ট ধাৰণা নাই।'

হাজৰিকাই এইষাৰ কথা ৭৪ চনতে লিখা। এতিয়া এই 'বেয়া পৰম্পৰা' আৰু গাঢ় হৈ উঠিছে। কিয় হৈছে তাৰ বিশদ ব্যাখ্যালৈ আমি নাযাওঁ, কিন্তু লক্ষণটো যে অশুভ সেই কথা উপলব্ধি কৰাৰ সময় আহিছে। এইবোৰ কাৰণত মাধৱ বেজবৰুৱাৰ দৰে মানুহৰ জীৱন-কাহিনী আমাৰ ল'ৰা-ছোৱালীয়ে পঢ়া উচিত। এই বিষয়ত আমাৰ অভিভাৱকসকল বেছি সজাগ হ'লে কামত আহিব বুলি ভাবোঁ।

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ ভতিজাক বিনন্দ চন্দ্ৰ বেজবৰুৱাৰ কণিষ্ঠ পুত্ৰ মাধৱ বেজবৰুৱাৰ (জ্যেষ্ঠ পুত্ৰ আনন্দ চন্দ্ৰ বেজবৰুৱা) শৈশৱ, কৈশোৰ আৰু যৌৱন কালৰ কাহিনী সম্পাদক এম্ ইব্ৰাহিম আলিৰ তিনিটা প্ৰবন্ধত সুন্দৰকৈ ফুটি ওলাইছে। তেওঁৰ কৈশোৰৰ স্কুলীয়া জীৱনৰ দুঃসাহসিক কিছুমান কামৰ কথা আলিয়ে উল্লেখ কৰিছে। আন দুই এজনৰ লেখাতো এইবোৰৰ বিৱৰণ আছে। শিৱসাগৰৰ পৰা কটন কলেজলৈ আহি মাধৱে কেনেকৈ সকলো ৰাজহুৱা কামত মনপুতি লাগিছিল আৰু তাৰ পিছত কলিকাতাত ইঞ্জিনিয়াৰিং পঢ়িবলৈ গৈ কেনেকৈ 'বাঁহী' আলোচনীখনৰ কামত ধৰিছিল তাৰ সবিশেষ বৰ্ণনা আলিৰ লেখাত পোৱা যায়। আনহাতে, অসমত বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ বাবে যি আন্দোলন হৈছিল তাত তেওঁ কেনেকৈ দেহে-কেহে খাটিছিল তাৰ কথাও আলিয়ে উনুকিয়াই সামৰণি মাৰিছে স্মৃতি তৰ্পণেৰে। প্ৰসংগক্ৰমে বেজবৰুৱাৰ পত্নী উষা বেজবৰুৱাৰ কথাও ওলাইছে আৰু ঘৰ-সংসাৰ পাহৰা স্বামীক সকলো প্ৰকাৰে উৎসাহ টানে-আপদে সহায় কৰাৰ কথাও আলিয়ে উল্লেখ কৰিছে। ভুৱন সন্দিকৈয়ে তেওঁৰ প্ৰবন্ধত মাধৱক বেজবৰুৱাৰ অসম-প্ৰীতিৰ কথা কৈছে। স্বাধীনতা আন্দোলনত অ'ত-ত'ত যোগ দিছিল যদিও, তেওঁ ঘাইকৈ অসমৰ কথাহে বৰকৈ চিন্তা কৰিছিল। সেইবাবে সংৰক্ষিণী নীতিৰ তেওঁ অগ্ৰদূত আছিল। এটা কথাত ক'বলৈ গ'লে, বেজবৰুৱা অসমীয়া, জাতীয়তাবাদৰ পৃষ্ঠপোষক। তেওঁ স্বাধীনতা আন্দোলনৰ বিৰোধী নাছিল, কিন্তু তেওঁৰ ধাৰণা হৈছিল যে গোটেই ভাৰতৰ লগতে উজাবলৈ হ'লে, অসমেও ৰাজনৈতিক, সাংস্কৃতিক আৰু বৌদ্ধিকভাৱে নিজক সবল কৰি তুলিব লাগিব। তাৰ কাৰণেই প্ৰয়োজন হ'ব এটা বিশ্ববিদ্যালয়, লগতে আৱশ্যক হ'ব

কাকত-আলোচনীৰ। সেই সময়ৰ তাৰুণ্যৰ প্ৰতিমূৰ্ত্তি হৈ পৰিছিল মাধৱ আৰু তেওঁৰ বন্ধু মহেন্দ্ৰ ফুকন। দুয়োজনকে ৰাইজে উপাধি দিছিল ক্ৰমে ডেকাবেজ আৰু ডেকাফুকন। এইবিলাকৰ চিন্তা সৰ্বসন্মত নহ'ব পাৰে, কিন্তু তেওঁবিলাকক সেই ধ্যান-ধাৰণা একেবাৰে ভুল আছিল বুলিও একে আষাৰে কৈ দিব নোৱাৰি। আজি হয়তো গুৱাহাটী বিশ্ববিদ্যালয়ে লুইতৰ পাৰ জিলিকাইছে বুলি ক'ব নোৱাৰি, কিন্তু চল্লিশৰ দশকত ডেকাৰ সেই স্বপ্ন আছিল সঁচা। প্ৰায় আটাইবোৰ লেখকেই এটা কথা স্বীকাৰ কৰিছে- মাধৱ বেজবৰুৱাই বিশ্ববিদ্যালয়ৰ আন্দোলনত প্ৰচাৰ, ধন-সংগ্ৰহ আৰু সংগঠনৰ দায়িত্ব লৈ যি অক্লান্ত পৰিশ্ৰম কৰিছিল তাৰ ফল স্বৰূপেই তেওঁৰ দেহত যক্ষ্মাৰোগে বাহ ল'লে আৰু সেই চেলুতে মাত্ৰ ৩৪ বছৰ বয়সতে  তেওঁক নিয়তিয়ে কাঢ়ি লৈ গ'ল। বেজবৰুৱাই নিষ্ঠুৰ নিয়তিৰ বিৰুদ্ধে স্থিতপ্ৰজ্ঞৰ দৰে কেনেকৈ যুঁজ দিছিল তাৰ বৰ্ণনা ঊষা বেজবৰুৱাই দিছে। 'বাঁহী'ৰ কামত তেওঁ কেনেকৈ আত্মনিয়োগ কৰিছিল, তাৰ কথাও বহুতেই উল্লেখ কৰিছে। হাতত টকা-পইচা নোহোৱাকৈ 'বাঁহী' প্ৰকাশ কৰাৰ কথা দেৱকান্ত বৰুৱা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, ডেকাফুকন, পদ্ম বৰা আদিয়ে চাক্ষুষ অভিজ্ঞতাৰ পৰাই ভালেখিনি কথা লিখিছে। দৰাচলতে 'বাঁহী'ৰ মাজেদি তেওঁ অসমৰ জাতীয় জীৱন গঢ় দিব খুজিছিল। অসমৰ সেইসময়ৰ নিষ্প্ৰভ সাংবাদিক জগতখনক এটা গঢ় দিবলৈ তেওঁ প্ৰাণপণে চেষ্টা কৰিছিল। সমাজ-সেৱাও তেওঁৰ অদমনীয় কৰ্মস্পৃহাৰ ভিতৰুৱা আছিল। পদ্ম বৰা, নৰেন্দ্ৰ নাথ কেওট আদিয়ে ধিঙত বেজবৰুৱাই কেনেকৈ কাম কৰিছিল তাৰ আন্তৰিক বৰ্ণনা দিছে। সংৰক্ষিণী নীতিৰে দলদোপ-হেন্দোলদোপ ধ্বনি দিয়া এই ডেকাবেজৰ অন্তৰত আছিল বৃহত্তৰ অসমীয়া সমাজ গঠনৰ স্বপ্ন। হৰিপ্ৰসাদ গোৰ্খা ৰায়, ধন বাহাদুৰ সোণাৰ, লৰেণ সিং আদিৰ লগত তেওঁৰ যি সৌহাৰ্দ্য গঢ় লৈছিল, তাৰ পৰাই তেওঁৰ সেই বৃহত্তৰ ঐক্যৰ স্বপ্নৰ কথা বুজিব পাৰি। তেওঁৰ হৃদয়ত দৃঢ়ভাৱে ঠাই পাইছিল জনমভূমি অসম, সমগ্ৰ ভাৰতৰ লগতে অসমৰ জাতি-বৰ্ণ নিৰ্বিশেষে সকলো মানুহৰ উন্নতি তেওঁ আন্তৰিকতাৰে বিচাৰিছিল। বিবেক আছিল তেওঁৰ পথ প্ৰদৰ্শক। এই বিবেকৰ পোহৰতে তেওঁ আগবাঢ়ি গৈছিল।

হৰেণ কলিতা, প্ৰীতি বৰুৱা আদিৰ প্ৰবন্ধত অসমত বিশ্ববিদ্যালয় স্থাপনৰ গুৰি কথা বৰ সুন্দৰভাৱে বৰ্ণিত হৈছে। মাধৱ বেজবৰুৱা, গোপীনাথ বৰদলৈ আদিৰ ভূমিকাবো তাত ইংগিত দিয়া হৈছে। বেজবৰুৱাই বিশ্ববিদ্যালয় নেদেখিলে, কিন্তু গোপীনাথ বৰদলৈ ডাঙৰীয়াৰ 'ইউনিভাৰ্চিটি কিন্তু হ'বই এই আশ্বাস পাই তেওঁ শেষ হাঁহিটো মাৰিছিল।

নিৰ্মলেশ্বৰ শৰ্মাৰ প্ৰবন্ধত আমি পাওঁ, কটন কলেজত পঢ়ি থাকোঁতে কিবা উপলক্ষ্যত উলিওৱা এটা সমদলৰ আগত মাধৱ বেজবৰুৱা ঘোঁৰাত উঠি গৈ আছিল। অধ্যাপক পি.চি.ৰয়ে ডেকাবেজক ভৱিষ্যত অসমৰ শীৰ্ষস্থানীয় নেতা হিচাপেই কল্পনা কৰিছিল। হয়তো বেজবৰুৱাই এদিন নেতৃত্ব দিলেহেঁতেন, কিন্তু সেই আশা পূৰণ নহ'ল। অকালতে মানুহজন মৰি থাকিল। মৃত্যুৰ এই খেলাক নিয়তি বুলি ক'বলৈ মন নেযায়, ৰাবিষাৰ ভৰা লুইতৰ দৰে তেওঁৰ জীৱন প্ৰবাহৰ গতি আছিল প্ৰচণ্ড। নিজৰ কথা, স্বাস্থ্যৰ কথা, আপোন সংসাৰখনৰ কথা তেওঁৰ ভাবিবলৈ সময় নাছিল। অনুভৱ হয়, মৃত্যুক হয়তো তেওঁ নিজেই মাতি আনিছিল নিয়তিয়ে জোৰ কৰা নাছিল। তথাপি তেওঁৰ সাহস অপৰাজিত হৈ ৰ'ল। তেওঁৰ শৰীৰ মাটিত মিলি গ'ল, কিন্তু সত্তা তেওঁৰ চেনেহী চিনাকী জন্মভূমিৰ নৈ, পাহাৰ, মাটি, অৰণ্যত বিয়পি থাকিল। মাথোন আমি সেই সাহসী অভিযাত্ৰীক চিনি পাব লাগিব। ডেকাফুকনে ঠিকেই কৈছিলঃ শৰীৰময় মাধৱতকৈ অশৰীৰী মাধৱৰ প্ৰভাৱ লক্ষগুণ

অধিক।

তেওঁ কেৱল কৰ্ম-যোগীয়েই নাছিল; হাতত কলমো লৈছিল। পুথিখনত বহুজনে এইকথা উল্লেখ কৰিছে। তেওঁৰ ভ্ৰমণ কাহিনীবোৰ, লক্ষ্মীনাথৰ বিষয়ে লেখাবোৰ বিভিন্ন সময়ত বিভিন্নজনলৈ দিয়া চিঠিবোৰ সংগ্ৰহ কৰি উলিয়াব পাৰিলে এটা ভাল কাম হ'ব। তেওঁৰ এখন জীৱনী উলিওৱাটোও আমাৰ কৰ্তব্য। কোনো অনুসন্ধিৎসু অসমীয়া তৰুণে এই কাম হাতত ল'ব নোৱাৰিবনে?

বিষ্ণুৰাভাই অট'গ্ৰাফ বহীত এষাৰ কথা লিখি বেজবৰুৱাৰ ধ্যান-ধাৰণাক উৎসাহ যোগাইছিল, তেওঁ লিখিছিল 'ডেকাবেজ,

তোমাৰ বেজৰ জোলোঙাটো ভালকৈ ল'বা। ৰুগ্না অসমী আইক তোমাৰ চিকিৎসাৰ গুণত স্বাস্থ্যৱতী, গুণৱতী আৰু ৰূপৱতী কৰি তুলিবা।'

অসমৰ স্বাস্থ্য, গুণ আৰু ৰূপৰ বাবে বিষ্ণু ৰাভায়ো জীৱনপাত কৰিছিল, কিন্তু তেওঁৰ পথ আছিল বেলেগ। তেওঁ বিশ্বৰ ছন্দে ছন্দে নচা তমোহৰ দেউ; ডেকাবেজৰ জোলাঙাত ভাৰত আছিল সঁচা, কিন্তু তেওঁ অসমৰ ওপৰতহে গুৰুত্ব দিছিল বেছি। চৈয়দ আব্দুল মালিকৰ দৰেই তেওঁ চিঞৰি উঠিছিল 'মই অসমীয়া' বুলি। এই আত্ম-প্ৰত্যয় বেজবৰুৱাৰ তেজাল যৌবনৰ ঘাই উপাদান আছিল। অৱশ্যে, দুয়োৰে এটা কথাত মিল আছিল, সেইটো হ'ল উভয়ৰে জীৱনত শৃঙ্খলা নাছিল। ডেকাবেজৰ অট'গ্ৰাফ বহীত জৱাহৰলালে 'Live dangerously' বুলি লিখিছিল। তেওঁ জীৱনত তাকেই মানি লৈছিল নে কি জানিবৰ মন যায়।

এম্ ইব্ৰাহিম আলিৰ অক্লান্ত পৰিশ্ৰমৰ ফল এই পুথিখন অসমৰ তৰুণসকলে পঢ়ি তাৰপৰা অনুপ্ৰেৰণা লাভ কৰি বৰ্তমান সংকটবোৰ দূৰ কৰিবলৈ চেষ্টা কৰিব বুলি আশা কৰিলোঁ। ডেকাবেজৰ ত্যাগ, সততা, নিষ্ঠা, পৰিশ্ৰম আমাৰ অনুকৰণীয় হোৱা উচিত। আমাৰ হৃদয়ত এতিয়া জন্মভূমিৰ ছবিখন নাইকিয়া হৈছে, তাৰ পুনৰ প্ৰতিষ্ঠা সম্ভৱ হ'লেহে আজিৰ অন্ধকাৰাচ্ছন্ন পথ পোহৰ হ'ব।OO

# লেখকৰ দুখ-সুখ

## নিৰুপমা বৰগোহাঞি

অসমৰ লেখকৰ মনোবেদনা নানাধৰণৰ। তাৰে প্ৰধানবিধ হ'ল স্বীকৃতি নোপোৱাটো, স্বীকৃতিৰো আছে আকৌ প্ৰকাৰভেদ। প্ৰথম স্বীকৃতি পাঠকৰ পৰা পোৱা সঁহাৰি, তাৰ পিছত আমি সমালোচক, প্ৰকাশক আদিৰ পৰা লোৱা স্বীকৃতিৰ কথাও ক'ব পাৰোঁ। আমাৰ অসমত এতিয়াও কিতাপৰ পাঠকৰ সংখ্যা নাবাঢ়িল, পিছে নাবাঢ়িলতো নাবাঢ়িলেই-- ইংৰাজী মাধ্যমৰ স্কুলবোৰৰ জহত, টিভিৰ জহত, প্ৰচুৰ বাতৰি কাকতৰ জন্ম তথা সেইবোৰে পাঠকগোষ্ঠীৰ বৃহৎ সংখ্যকক টানি লৈ যোৱাত প্ৰকৃত পাঠকৰ সংখ্যা কমিহে গ'ল। অন্ততঃ আমাৰ প্ৰকাশকসকলে লেখকক এনে ধাৰণাই দি আহিছে। অসমৰ মানুহৰ পাঠস্পৃহা এনেয়ে কম, তাতে আকৌ এনেবোৰ অনুষঙ্গ লগ লাগিল।

প্ৰকাশকে কিতাপ প্ৰকাশ কৰিব নোখোজে, বিশেষকৈ নতুন লেখকৰ কিতাপ, কবিতাৰ কিতাপ আৰু এনেকি গল্পৰো কিতাপ। গল্পৰ কিতাপৰ প্ৰকাশক নতুন লেখকৰ কথাতো বাদেই, পুৰণি লেখকেও নাপায়। প্ৰবন্ধৰ কিতাপৰ ক্ষেত্ৰত বোলে তেনে প্ৰবন্ধ সংকলনৰ প্ৰকাশকহে ওলায় যিবোৰ প্ৰবন্ধ বি.এ.,এম.এ. ক্লাছৰ ছাত্ৰ-ছাত্ৰীৰ পৰীক্ষাৰ সহায়ক হয়। এনেকৈ প্ৰকাশকৰ পৰা স্বীকৃতি নোপোৱাৰ ফলত বহুতো লেখকে নিজৰ গাঁঠিৰ ধন ভাঙিও কিতাপ প্ৰকাশ কৰে; কিন্তু সেই কিতাপবোৰ বিক্ৰীৰ ক্ষেত্ৰত বৰ সমস্যাই দেখা দিয়ে। আমি এনে কথাও শুনিবলৈ পাইছোঁ যে বহুত নতুন লেখকে প্ৰকাশক পালেও কিতাপৰ ৰয়েল্টিতো নাপায়েই, বৰং তেওঁৰ কিতাপ উলিয়াই দিয়া বাবে প্ৰকাশকক হে ধন দিব লগা হয়।

লেখকৰ স্বীকৃতি আহে সমালোচনা, বিজ্ঞাপন আদিৰ দ্বাৰাও। 'দেশ' নামৰ বাংলা পত্ৰিকাখন খুলিলেই দেখোঁ কিতাপৰ অজস্ৰ বিজ্ঞাপন। আমাৰ কাকত-আলোচনীত কিতাপৰ সমালোচনা একেবাৰে নহয় বুলি ক'ব নোৱাৰি, কিন্তু সি পৰ্যাপ্ত বিধৰ নহয়। তদুপৰি বহুক্ষেত্ৰত একোখন কিতাপৰ সমালোচনা পঢ়ি বুজা টান হৈ পৰে যে কিতাপখন ভাল হৈছে নে বেয়া হৈছে অৰ্থাৎ কিতাপখন কিনি পঢ়াৰ যোগ্য নে অযোগ্য? মোৰ নিজৰ এখন কিতাপৰ বেলিকাই এনে অভিজ্ঞতা হৈছিল। এবাৰ শ্ৰীমতী প্ৰীতি বৰুৱাই লেখিকা সন্থাৰ তৰফৰ পৰা আমি চাৰিগৰাকী লেখিকাৰ নাৰীবাদী চাৰিখন উপন্যাসৰ আলোচনা এটা আগবঢ়াইছিল ড° গোবিন্দ প্ৰসাদ শৰ্মাৰ দ্বাৰা। সেই চাৰিখন উপন্যাস আছিল শ্ৰীমতী নীলিমা দত্তৰ 'আকাশবন্তি', শ্ৰীমতী প্ৰবীণা শইকীয়াৰ 'সিংহদ্বাৰ', শ্ৰীমতী অৰূপা পটঙীয়া কলিতাৰ 'মৃগনাভি' আৰু মোৰ 'অন্য জীৱন'। 'অন্য জীৱনে' বাংগালোৰৰ 'শাশ্বতী' পুৰস্কাৰটো পাইছিল যদিও সি আছিল কিছু পিছৰ কথা। পত্তিকে তেতিয়া কেৱল 'প্ৰকাশ'তহে তাৰ সমালোচনা এটা ওলোৱাৰ বাহিৰে আনধৰণে প্ৰচাৰ হোৱা নাছিল। ড° শৰ্মাই মোৰ কিতাপখনৰ আলোচনা আগবঢ়োৱাৰ সময়ত ক'লে যে তেখেতে 'প্ৰকাশ'ত কিতাপখনৰ বিষয়ে পঢ়াৰ পিছত সেইখন ভালেই হৈছে নে বেয়াই হৈছে একো ধৰিব পৰা নাছিল, সেয়ে সেইখন পঢ়াবো আগ্ৰহ অনুভৱ কৰা নাছিল। কিন্তু এতিয়া প্ৰীতি বৰুৱাই পঢ়িবলৈ দিয়াৰ পিছত তেখেতে পঢ়ি উঠি গম পালে যে কিতাপখনৰ সঠিক সমালোচনা

হোৱা নাছিল, 'অন্য জীৱন'খন নাৰীবাদী ধ্যান-ধাৰণা পৰিস্ফুট হোৱা এখন সফল উপন্যাস।

পিছে কিছুমান লেখক-লেখিকাৰ ভাগ্য মোতকৈও বেয়া। উদাহৰণস্বৰূপে, কবি তোষপ্ৰভা কলিতাৰ কথাকে কওঁ। তেওঁৰ কবিতা পঢ়ি অসমৰ এজন স্বনামধন্য ডেকা কবিয়ে লিখিলে যে আজিৰ যুগত এনে কবিতা পঢ়িব লগা হোৱাতো দুৰ্ভাগ্যৰ কথা। মন্তব্যটো পঢ়ি কবিৰ স্বাভাৱিকতে মনটো দমি গ'ল, নিজকে দুৰ্ভগীয়া যেন লাগিল। যিহওক, পিছত তেওঁ সেই বিশেষ কবিতা কেইটাৰ লগতে আৰু কেইটামান কবিতা সন্নিবিষ্ট কৰি 'নিৰ্বাচিত কবিতা' নামে এখন কাব্য সংকলন উলিয়ালে। এইখনৰ বিষয়ে ডাঃ ধ্ৰুৱজ্যোতি বৰা আৰু শ্ৰীৰাজেন কলিতাই উচ্ছ্বসিত প্ৰশংসা কৰি লিখিলে। ডাঃ বৰাই লেখা কথাখিনিৰ পৰা এটা উদ্ধৃতি দিছোঁ.... প্ৰথমবাৰৰ বাবে অনুভৱ কৰিলোঁ যে এই এগৰাকী গভীৰ, সংবেদনশীল আৰু 'চিৰিয়াছ' কবিক যেন আমি ইমানদিনে ঠিক চিনি পাব পৰা নাই, পৰা নাই তেখেতৰ সৃষ্টি তাৰ প্ৰকৃত মৰ্যাদা দিব....।' এনেদৰেই আমাৰ অন্যান্য বহুতো সাহিত্যিক যথাযথ স্বীকৃতি পোৱাৰ পৰা বঞ্চিত হৈ আহিছে।

এনেদৰেই মনলৈ আহিছে অসমৰ এনে এজন সাহিত্যিকৰ কথা যাক দুখলগাকৈ বঞ্চিত কৰি অহা হৈছে প্ৰাপ্য স্বীকৃতিৰ পৰা। সেইজন সাহিত্যিক হ'ল মেদিনী চৌধুৰী। 'অনন্য প্ৰান্তৰ'ৰ দৰে অনন্য গ্ৰন্থ ৰচনা কৰা এই সাহিত্যিকজনে বিভিন্ন বিষয়ৰ যিমান উপন্যাস লিখিছে, সি সঁচায়ে অসমৰ পৰিপ্ৰেক্ষিতত বিস্ময়কৰ। অসমৰ ইতিহাস আৰু ভূগোলৰ বিষয়ে অপৰিসীম জ্ঞান থকা শ্ৰীচৌধুৰীয়ে মাধৱদেৱৰ জীৱনৰ ওপৰত আধাৰিত 'বগুকা বেহাৰ' আৰু বিষ্ণু ৰাভাৰ জীৱনৰ ওপৰত আধাৰিত 'ফেৰেংগাদাও'ৰ দৰে তথ্যবহুল দুখন জীৱনীমূলক উপন্যাস লেখাৰ উপৰিও 'গুৱাহাটী যুগে যুগে', 'তাত নদী নাছিল', 'বিপন্ন সময়' আদি অসমৰ জীৱনৰ লগত গভীৰভাৱে প্ৰোথিত ঘটনা আৰু তথ্যক লৈ ভিন্ন স্বাদৰ উপন্যাস লিখি আছে। এতিয়াও তেখেতৰ কলম অতি গতিশীল, 'গৰীয়সী'ত ধাৰাবাহিকভাৱে প্ৰকাশ হোৱা 'ফাগুণত এজাৰৰ ফুল' নামৰ উপন্যাস। 'লুইত বৰাক ইছলাম' আৰু 'ইয়াংজু নদীৰ পাৰ' শ্ৰীচৌধুৰীৰ আন দুখন গুৰুত্বপূৰ্ণ গ্ৰন্থ কিন্তু আজিকোপতি এইগৰাকী চিৰিয়াছ লেখক সাহিত্য অকাডেমি, সাহিত্য সভা সকলোৰে দ্বাৰা উপেক্ষিত হৈ অহাটো সঁচাকৈ অতি পৰিতাপৰ কথা।

লেখকসকলে স্বীকৃতি নোপোৱা আৰু এক স্থান হ'ল তেওঁলোকৰ নিজৰ ঘৰ। মহিলা সাহিত্যিক হ'লেতো কথা আৰু বিষম, স্বীকৃতি পোৱাৰ সলনি তেওঁ বিৰক্তিহে ওপজায়। ঘৰৰ সদস্যসকলক ঠিকমতে ভাত-চাহৰ যোগান ধৰিব নোৱাৰিলে, আলপৈচান ধৰিব নোৱাৰিলে, বা তেনে গৃহকৰ্মৰ পৰা কিছু সময় চান কাঢ়ি হাতত কলম তুলি ল'লে পৰিচৰ্যাত গাফিলতি হয়েই আৰু তেতিয়া তেওঁলোকে দেখাকৈ নহ'লেও (সময়ে সময়ে অৱশ্যে দেখদেখকৈও) মুখ ওন্দোলাই থাকে আৰু হয়তো এনেকৈ স্বগতোক্তিও কৰে— 'দিনৰাতি বহি বহি সময় খৰচ কৰি, কাগজ-ডটপেনৰ গুকান চিয়াঁহীৰ বিফল খৰচ কৰি লিখিছেহে লিখিছে, লাভডালনো কি হৈছে, নপঢ়ে পাঠকে, নিদিয়ে প্ৰকাশকে পইচা— যদিহে অৱশ্যে ছপাবলৈ সম্মত হয় নিদিয়ে চৰকাৰে পুৰস্কাৰ, গতিকে এনেধৰণে সকলোফালে স্বীকৃতি নোপোৱা কাম এটা কৰি মৰিব লাগে কিয়? সংসাৰত কতকাম-কাজ, কত লেঠা থাকে।' ঘৰৰ মানুহৰ এনে মনোভাৱৰ প্ৰধান কাৰণ যে আৰ্থিক, সেইটো সহজেই বুজা যায়। অৰুন্ধতী ৰায়ৰ দৰে তিনি কোটি কিয় তিনিলাখ পোৱা হ'লেও ঘৰৰ মানুহে চকী-মেজ-কাগজ-কলম আথেবেথে গোটাই দিয়াই কেৱল নহয়, দিলেহেঁতেন প্ৰচুৰ সময়ো, যি এজন

লেখকৰ বাবে অতি মূল্যবান। কাৰণ তেওঁ সংসাৰৰ অন্যান্য মানুহৰ দৰেই প্ৰায় সকলোখিনিৰ জাগতিক কাম-কাজ কৰি মেলিহে লিখাৰ বাবে অলপ সময় উলিয়াই ল'ব পাৰে। পিছে আৰ্থিক দিশটোত গুৰুত্ব নিদিওতো নোৱাৰি; সাংসাৰিক মানুহে দিবই, তেওঁলোক সকলোৱে মনোভাব ৰবীন্দ্ৰ নাথৰ 'পুৰস্কাৰ' কবিতাৰ কবি গৰাকীৰ স্বৈণীয়েকৰ দৰেই, যি আৰ্থিক লাভালাভলৈ মন নিদি লিখি যোৱা স্বামীৰ প্ৰতি বিৰক্ত হৈ এইদৰে কয়ঃ

গেঁথেছ ছন্দ দীৰ্ঘ হ্ৰস্ব-
মাথাও মুণ্ড, ছাই ও ভস্ম;
মিলিবে কি তাহে হস্তী অশ্ব,
না মিলে শস্যকণা।
অন্ন জোটে না, কথা জোটে মেলা
নিশিদিন ধৰে এ কি ছেলেখেলা
ভাৰতীৰে ছাড়ি ধৰো এইবেলা
লক্ষ্মীৰ উপাসনা।

পিছে টকা-পইচা-পুৰস্কাৰ আদিৰে স্বীকৃতি নোপোৱাটো লেখকৰ কেৱল দুখ নহয়, তেওঁ যে সমাজ সংসাৰৰ বাবে এটা লেখত ল'বলগীয়া কাম কৰি আছে, সেইবাবে তেওঁক অলপ নিৰিবিলি লাগে, শান্তি লাগে, সেই কথাটোৰ প্ৰতিও চৰকাৰ, বাইজ সকলোৱে উদাসীনতাও আন ধৰণৰ এক দুখ। ব্যক্তিগত আপত্তিৰ কথা এটাকে কওঁ, আজি প্ৰায় এবছৰ ধৰি মই ঘৰৰ কাষৰ এটা চাহ কোম্পানীয়ে আইন বিৰুদ্ধভাৱে চলাই থকা অতি উচ্চ ডেচিবেলৰ জেনেৰেটৰ শব্দত প্ৰায় পগলাৰ দৰে হৈ তাৰ প্ৰতিকাৰৰ বাবে আকাশ-পাতাল তোলপাৰ কৰাৰ দৰেই কৰিলোঁ, সংশ্লিষ্ট বিভাগ (প্ৰদূষণ বিভাগ, পৌৰনিগম ইত্যাদি)বোৰৰ ওচৰত নানা আবেদন কৰিও একো ফলাফলতো নাপালোৱেই, এনেকি মন্ত্ৰী শ্ৰীবিৰাজ কুমাৰ শৰ্মাই ইয়াৰ প্ৰতিকাৰ কৰিব বুলি মোক মৌখিক প্ৰতিশ্ৰুতি দিও মূৰকত একোকে কৰিব নোৱাৰিলে। পিছে আমিতো আৰু ইংৰাজী লিখক চেমুৱেল যোচেফ এগ্‌ননৰ দৰে বিশিষ্টলোক নহওঁ বা আমাৰ চৰকাৰে ইজৰাইলৰ দৰে সুদক্ষ নহয় যে আমাৰ ঘৰৰ আগত পৌৰ কৰ্তৃপক্ষই পথচাৰীৰ উদ্দেশ্যে চাইনবোৰ্ড আঁৰাৰ দৰে চাইনবোৰ্ড আঁৰি দিব। এগ্‌ননৰ ঘৰৰ আগত আঁৰা চাইনবোৰ্ডত এনেদৰে লিখা আছিল 'নীৰৱতা অৱলম্বন কৰক, এগ্‌ননে এতিয়া লিখি আছে'। যোচেফ এগ্‌ননে ১৯৬৬ চনতহে সাহিত্যৰ নোবেল বঁটা লাভ কৰিছিল, কিন্তু চৰকাৰে তেওঁক শান্তিৰে লিখিব পৰাৰ ব্যৱস্থাটো বহুতো বছৰ আগতেই কৰি থৈছিল। পিছে আমি হ'লো দুৰ্ভগীয়া। অসমদেশৰ দুৰ্ভগীয়া নিঃকিন লেখক, আমাৰ কাণৰ ওচৰত যন্ত্ৰদানৱে যিমানেই গৰ্জন কৰি নাথাকক কিয়, আমি তাৰ বাবে যিমানেই আৰ্তনাদ নকৰোঁ কিয়, সকলো হৈ পৰে মাথোঁ নিস্ফল অৰণ্যৰোদন।

পিছে লেখকৰ বাবে আৰু বেয়া দিন আহি আছে। এসময়ত এই সান্ত্বনাটো তেওঁলোকৰ আছিল যে অসমৰ সকলো মানুহে তেওঁলোকৰ লিখনিবোৰ নপঢ়িলেও অলপ চিন্তাচৰ্চা কৰা, কিতাপপত্ৰ পঢ়া মানুহে সেইবোৰ অন্ততঃ আদৰিব। কিন্তু লাহে লাহে তেনে আশাও মৰিমূৰ হৈ আহিব ধৰিছে, ইংৰাজী মাধ্যমত এদিন যেতিয়া সকলো মেধাৱী ল'ৰা-ছোৱালীয়ে পঢ়িবলৈ আৰম্ভ কৰা প্ৰক্ৰিয়াটো সম্পূৰ্ণ হৈ যাব আৰু অসমীয়া ভাষা-সাহিত্যৰ প্ৰতিও অৱহেলা একেদৰে সম্পূৰ্ণ হ'ব, তেতিয়া এই বেচেৰা অসমীয়া লেখকসকলৰ ওপৰত বৰ্ষনা কৰা দুৰৱস্থাবোৰ আৰু শতসহস্ৰগুণে বৃদ্ধি পাব।

পিছে তেনে 'Brave New World' অৰ কথা বৰ্ণোৱাত ইয়াতে ক্ষান্ত থাকি এইবাৰ লেখক জীৱনৰ সুখৰ কথাও অলপ বৰ্ণোৱা যাওক। সংসাৰত অবিমিশ্ৰ একোৱে নাথাকে, ৰাতিৰ আন্ধাৰৰ পিছত দিনৰ পোহৰ আছে, ক'লা ৰঙৰ বিপৰীতে বগা ৰং আছে, তিতাৰ বিপৰীতে মিঠা আছে, বেয়াৰ বিপৰীতে ভাল আছে। মুঠতে সংসাৰত সকলো বস্তুৰে ভাল বেয়া দুটা দিশ আছেই, নথকা হ'লে এই পৃথিৱী বিস্বাদ আৰু বৈচিত্ৰ্যহীন হৈ পৰিলেহেঁতেন। গতিকে লেখক জীৱনতো বিপৰীতধৰ্মী দুই সত্যৰ সহ-অৱস্থান হৈ আহিছে যদিও তাৰ পাল্লা এফালে বৰ বেছি ভাৰী।

প্ৰথমতে অহা যাওক সৃষ্টিৰ আনন্দৰ কথালৈ। লেখকে কিয় লিখে-তাৰ নানা কাৰণ হ'ব পাৰে, কিন্তু প্ৰধান কাৰণটো এইটোৱেই যে লিখিবলৈ মন যায় বাবেই লেখকে লিখে। এই লিখাৰ একেবাৰে ভিতৰৰ বস্তু, অন্তৰৰ লেখাৰ প্ৰেৰণাই লেখকে লেখাৰ প্ৰধান কাৰণ। সৃষ্টিৰ আনন্দ বোলা যিটো কথা আছে, সি লেখকৰ ক্ষেত্ৰতো প্ৰযোজ্য। এই সৃষ্টিত আনন্দ আছে, বেদনা আছে এই দুই ভাবৰ দোলাত দুলিয়েই গল্প উপন্যাসৰ লেখকে সুখ-দুখৰ কাহিনী ৰচনা কৰে, ইয়াতেই তেওঁৰ সুখ।

কিন্তু আমাৰ এনে সুখৰ বাহিৰেও লেখকে আন এনে কিছুমান সুখো ভোগ কৰে যি সাধাৰণ জীৱন-যাপন কৰা মানুহৰ বাবে সহজলভ্য নহয়। এনে সুখৰ এবিধ হ'ল সুনাম, যশ। ইয়ো অৱশ্যে একপ্ৰকাৰ আত্মাৰে সুখ। যিহওক, যশ-লিপ্সা নথকা লেখকৰ অস্তিত্ব আছে বুলি মই নাভাবোঁ, মিল্টনেও এনে যশলিপ্সাৰ বিষয়ে মন্তব্য দি ইয়াক the last infirmity of noble mine বুলি অভিহিত কৰিছে।

এতিয়া জাগতিক সুখৰ কথালৈ অহা যাওক। কিছু আগতে লেখকে টকা-পইচাৰ মুখ নেদেখে বুলি বিনাই আহিছোঁ। পিছে একেবাৰে যে বঞ্চিত হয়, সিও নহয়। আমাৰ যৌৱন কালত আমি লেখাৰ বাবে একেবাৰে মাননি নাপাইছিলোঁ, কিন্তু এতিয়া কোনো কোনো লিখনিৰ পৰা মাননি নেপালেও কোনো লিখনিৰ পৰাতো পাওঁ। মগজৰ পৰিশ্ৰম কৰি পোৱা তেনে প্ৰাপ্তিৰ আনন্দই বেলেগ, একেবাৰে স্বৰ্গীয়!

জাগতিক এবিধ সুখ হ'ল পুৰস্কাৰ প্ৰাপ্তি। যিসকলে পুৰস্কাৰ লাভ কৰিছে, তেওঁলোকৰ পুৰস্কাৰৰ উপৰিও আছে আন এবিধ উপৰি পাওনা– সি হ'ল ৰাইজৰ সম্বৰ্দ্ধনা। পুৰস্কাৰতকৈ এইবিধ প্ৰাপ্তি হৃদয়ৰ বাবে বেছি আদৰণীয়, কাৰণ এই প্ৰাপ্তিত পুৰস্কাৰৰ দৰে কোনো হিচাব কৰা যান্ত্ৰিকতা নাথাকে, ই হ'ল পাঠক ৰাইজৰ অন্তৰৰ স্বতঃস্ফূৰ্ত অভিনন্দন। মোৰ নিজৰ অভিজ্ঞতাৰ কথাকে কওঁ সাহিত্য অকাডেমীৰ বঁটাটো পোৱাৰ পিছত মই অসমৰ ইমূৰৰ পৰা সিমূৰলৈ যিমান আন্তৰিক অভিনন্দন আৰু শুভেচ্ছা মৰম পালোঁ, তাৰ লগত যেন একোৰে তুলনা নহয়। সেই আবেগসিক্ত অভিনন্দনে মোৰ হৃদয়মন পূৰ্ণ কৰি ৰাখিছে।

শেষত আৰু এবিধ লাভ তথা সুখৰ ব্যক্তিগত অভিজ্ঞতাৰ কথা কৈ মোৰ এই লেখাৰ সামৰণি মাৰোঁ। আজি কিছুদিন ধৰি চকুৰ গোলমালত ভুগি আছোঁ, বাৰ্দ্ধক্যজনিত কাৰণত আৰু হয়তো কিতাপ-কাগজৰ লগত লাগি থকা বাবেও। যিহওক, দুঠাইত দুজন চকুৰ ডাক্তৰক দেখুৱালোঁ তেজপুৰত আৰু গুৱাহাটীত। তেওঁলোক কোনো এজনেও মোৰ পৰা প্ৰাপ্য মাচুলখিনি নল'লে– মোৰ অচিনাকি ডাক্তৰ দুজনক মই বৰকৈ জোৰ কৰাতো তেওঁলোকে ফিজ ল'বলৈ একোপধ্যে ৰাজী নহ'ল, কাৰণ মই এজন লেখক।○○

# সাম্প্ৰদায়িকতা আৰু আমাৰ ভৱিষ্যৎ

**শশী শৰ্মা**

সমাজত সাম্প্ৰদায়িকতাৰ উদ্ভৱ কেতিয়া আৰু কেনেকৈ হ'ল তাক সঠিকভাবে কোৱা বা জনা এক অসম্ভৱ ব্যাপাৰত পৰিণত হৈছে। কিন্তু সমাজ বিজ্ঞানী সকলৰ একমত যে আদিতে আধুনিক ধৰণৰ সাম্প্ৰদায়কিতৰ নাম গোন্ধেই নাছিল। ক্ষুদ্ৰ ক্ষুদ্ৰ অসংখ্য গোষ্ঠীত বিভক্ত গোষ্ঠীবিলাকৰ মাজত পাৰস্পৰিক গোষ্ঠী সংঘাত সংগ্ৰাম আছিল, বৰ বৰ গোষ্ঠীসমূহে ক্ষুদ্ৰ ক্ষুদ্ৰ গোষ্ঠীবোৰক পৰাভূত কৰি শক্তিশালীৰূপে প্ৰতিপন্ন হোৱাৰ দুৰ্বাৰ আকাংক্ষাও অপ্ৰতিহত আছিল। সময়ত তেনেকৈ গঢ়লৈ উঠিছিল ৰাজ্য বা ৰাষ্ট্ৰীয় জীৱনো। কিন্তু গোষ্ঠীবোৰৰ মাজত আছিল হেনো অনুপম ঐক্য আৰু সম্প্ৰীতিৰ পৰিবেশ। সময়ৰ হাত বুলনিত অসংখ্য সংঘাত সংগ্ৰামৰ মাজেদি যেতিয়া ৰাজ্য বা ৰাষ্ট্ৰীয় জীৱন গঢ় লৈ উঠিছিল, তেতিয়া পূৰ্বৰ ভিন ভিন গোষ্ঠীৰ সুকীয়া সুকীয়া বৈশিষ্ট্যবোৰ সম্পূৰ্ণৰূপে নিঃশেষ হৈ যোৱা নাছিল। অৱশ্যে ৰামায়ণত ৰামে সাগৰত সেঁতু বন্ধাৰ দৰে, দুই এক সাংস্কৃতিক বীৰে ভিন্নতাৰ মাজত ঐক্য সংহতিৰ সেঁতু বান্ধিবলৈ যথাপৰ নোহোৱাকৈ থকা নাছিল। তেনেকৈয়ে অনৈক্যৰ মাজতে গঢ়লৈ উঠিছিল উপমহাদেশ ভাৰতৰ ৰাষ্ট্ৰীয় সত্তা; অসম আদি কৰি ৰাজ্যিক সত্তাবোৰো ইয়াৰ ব্যতিক্ৰম নাছিল। কিন্তু গোষ্ঠীগত বিৰোধ আৰু তাৰ পৰা উদ্ভৱ হোৱা ঈৰ্ষা-হিংসা, সংঘাত সংগ্ৰামৰ কোনো দিনেই সম্পূৰ্ণৰূপে অৱসান ঘটা নাছিল। আনহে নালাগে, অকল ঐতিহাসিক কালচোৱাৰ অসম বুৰঞ্জীৰ ঘটনাসমূহ বিশ্লেষণ কৰিলেও এই সত্য সহজে উপলব্ধি কৰিব পাৰি। সুকীয়া নগাৰাজ্য গঠন হোৱা সত্বেও ভিন ভিন নগা ফৈদ বা গোষ্ঠীৰ মাজত চলি থকা সংঘাতবোৰেও গোষ্ঠীগত অনৈক্যৰ স্বৰূপ অনুভৱ কৰাত সহায় কৰে।

গোষ্ঠীগত জীৱনো একপ্ৰকাৰ সাম্প্ৰদায়িক জীৱনেই। হিন্দু সম্প্ৰদায়, মুছলমান সম্প্ৰদায়ৰ উপৰি আমাৰ সমাজত হিন্দুবোৰৰ মাজত আছে বামুণ, কলিতা, কৈৱৰ্ত, কোঁচ, মেছ, বৈশ্য প্ৰভৃতি নানা সৰু বৰ সম্প্ৰদায় আৰু মুছলমানৰ মাজতো আছে চিয়া-চুন্নি প্ৰভৃতি নানা সম্প্ৰদায়। বিষ্ণুপুৰাণ বোলা মহাপুৰাণখন অন্ততঃ খৃষ্টীয় ৩য় শতিকাৰ ভিতৰত ৰচনা হৈছিল বুলি জনা যায়। এই পুৰাণখনৰ তৃতীয় অধ্যায়ৰ প্ৰথম শ্লোকতে আছে যে-- যিখন দেশ, সাগৰৰ উত্তৰে আৰু হিমালয়ৰ দক্ষিণে ব্যাপী আছে, সেইখন দেশ ভাৰতবৰ্ষ আৰু তাৰ প্ৰজাসকল ভাৰতীয়ৰূপে পৰিচিত।

কিন্তু তাৰ কেইটামান শ্লোকৰ পিছতে ভাৰতীয়সকলৰ পৰিচয় দি একেখন পুৰাণেই জানিবলৈ দিছে -- ভাৰতৰ পূব অঞ্চলত কিৰাতসকলে, পশ্চিমত যৱন সকলে আৰু মাজভাগত ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্যসকলে বিধি অনুসৰি যজ্ঞ, যুদ্ধ, বাণিজ্য প্ৰভৃতি বৃত্তি অৱলম্বন কৰি জীৱন নিৰ্বাহ কৰে।

ইয়ে জানিবলৈ দিয়ে যে বিষ্ণুপুৰাণ ৰচনাৰ পূৰ্বেই ভাৰতত বৰ্ণবৈষম্যৰ সৃষ্টি হৈছিল; অৱশ্যে বৈষম্য সত্বেও হয়তো আটায়ে নিজক ভাৰতবাসী ভাৰতীয় ৰূপে পৰিচয় দি আনন্দ অনুভৱ কৰিছিল। কিন্তু এটা লক্ষনীয় তাৎপৰ্য এয়ে যে বিষ্ণুপুৰাণৰ দিনত পৰিচয় দিয়া

নাছিল, সম্ভৱ আৰ্য ভাৰতীয়- অনাৰ্য ভাৰতীয় বা ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ ভাৰতীয় ৰূপেহে পৰিচয় দিছিল। কোৱা হয় যে খৃষ্টীয় ১৫শ শতিকা মানৰ পৰাহে বৰ্তমানে হিন্দু ৰূপে পৰিচিত ভাৰতীয় লোকসকলক হিন্দু বুলি সূচাবলৈ লোৱা হয়। কিন্তু হিন্দু নামটো দিছিল হেনো আক্ৰমণকাৰী পাৰস্যৰ বিদেশী সকলেহে। খৃঃপূঃ ৩য় শতিকাত পাৰস্যৰ সম্ৰাট ডেৰায়ছে যুদ্ধত জয় লাভ কৰি সিন্ধু উপত্যকাত ৰাজ্য বিস্তাৰ কৰিছিল আৰু সেই ৰাজ্যক বুলিছিল সিন্ধুৰাজ্য। কিন্তু তেওঁলোক বিদেশীৰ মুখত 'সিন্ধু' উচ্চাৰণ হৈছিল 'হিন্দু'ৰূপেহে। ফলত সিন্ধু উপত্যকাৰ ৰাজ্যখন হ'ল হিন্দুৰাজ্যৰূপে পৰিচিত আৰু তাৰ পিছত পশ্চিমৰ বিদেশী মাত্ৰেই ভাৰতক বুলিবলৈ ল'লে হিন্দুৰাজ্য আৰু ভাৰতীয়সকল পৰিগণিত হ'ল হিন্দুৰূপে। অৱশ্যে তেতিয়া জাতি-বৰ্ণ-ধৰ্ম-সম্প্ৰদায় ভেদে আটাইবিলাক ভাৰতীয়ই আছিল 'হিন্দু'।

এই ছবিৰ ৰূপান্তৰ ঘটিবলৈ আৰম্ভ কৰে ঘাইকৈ মুছলমান আক্ৰমণৰ পিছৰ পৰা। ভাৰতত পাঁচটা স্তৰত মুছলমান বসতি হৈছিল বুলি অনুমান কৰা হয়। খৃষ্টীয় ৭ম শতিকাত যেতিয়া ধৰ্মৰ ব্যৱধানৰ নামত শৈৱ, বৌদ্ধ, জৈন সকলে দক্ষিণাত্যত তেজৰ নৈ বোৱাইছিল, সেই সময়তে ইছলামধৰ্মী আৰবীয় বনিক সকলৰ সান্নিধ্যলৈ অহা মালাবৰৰ হিন্দু ৰজা পেৰুমল প্ৰজা বৰ্গৰ সৈতে ইছলাম ধৰ্মত দীক্ষিত হৈছিল। আৰু সিয়েই, আছিল ভাৰতত ইছলাম প্ৰবৰ্তনৰ প্ৰথম স্তৰ, সি সম্ভৱপৰ হৈছিল সাংস্কৃতিক বিনিময়ৰ ফল স্বৰূপেহে। ভাৰতৰ বিৰুদ্ধে প্ৰথম ইছলামিক আক্ৰমণ চলাইছিল ইৰাণৰ খলিফা হাজ্জাজে। জনা যায় যে হাজ্জাজৰ সেনা বাহিনীৰ দুটা প্ৰবল অভিযান ব্যৰ্থ কৰি দিছিল সিন্ধুৰ (বৰ্তমান পাকিস্তানৰ) হিন্দু ৰজা দাহিৰে। কিন্তু খৃঃ৭১২ চনত হাজ্জাজৰ সেনাপতি মহম্মদ মিৰকাচিমৰ নেতৃত্বত চলোৱা অভিযানত দাহিৰ পৰাভূত হয়; সিন্ধুত মুছলমান শাসন প্ৰবৰ্তন হয়। ভাৰত ইছলামৰ ই দ্বিতীয় স্তৰ। তাৰ প্ৰায় তিনিশ বছৰ পিছত ঘজনিৰ চুলতান মাহমুদে একেৰাহে প্ৰায় সোতৰ বাৰ ভাৰত আক্ৰমণ কৰি পঞ্জাব আৰু গুজৰাট অঞ্চলত লুটপাট কৰি পুনৰ ঘজনিলৈ উভতি যায়। মাহমুদে কিন্তু সুদীৰ্ঘ ত্ৰিশ বছৰ কাল ব্যাপী চলোৱা মহা লুণ্ঠনৰ সময়ত ভাৰতত ৰাজ্যবিস্তাৰৰ প্ৰতি বিশেষ চকু দিয়া নাছিল।

মাহমুদৰ আক্ৰমণৰ প্ৰায় ১৬১ বছৰ পিছত ভাৰতৰ বুকুত স্থায়ী ভাবে ৰাজ্য প্ৰতিষ্ঠা কৰিবলৈ আহিছিল মহম্মদ ঘোৰী আৰু তাৰ পিছত আহিছিল খৃঃ ১৫২৬ চনত মোগল বাবৰ। মহম্মদ ঘোৰীৰ আক্ৰমণেৰে ভাৰতত চতুৰ্থ স্তৰৰ মুছলমান সম্পৰ্ক প্ৰতিষ্ঠা হয় আৰু বাবৰৰ আক্ৰমণেৰে পঞ্চম স্তৰৰ আক্ৰমণ সূচীত হয়।

সত্য, সমতা, অহিংসা, প্ৰেম আৰু শান্তিপূৰ্ণ সহঅৱস্থানৰ প্ৰৱক্তা গৌতমবুদ্ধ আৰু মহাবীৰ জৈনৰ জন্ম আৰু কৰ্মভূমি ভাৰতত ধৰ্মীয় মতৰ বিভেদৰ নামত তেজৰ নৈ বোওৱা কালত দাক্ষিণাত্যৰ মালাবাৰৰ প্ৰজাই শান্তিৰ প্ৰত্যাশাত ইছলাম ধৰ্ম স্বেচ্ছাই বৰণ কৰা কাৰ্য ভাৰতৰ সাংস্কৃতিক ইতিহাসত এক অবিস্মৰণীয় ঘটনাই। তাৰ পিছতো ১৩ শ শতিকাত বিশিষ্ট চুফীবাদী সাধক মইনুদ্দিন ছিস্তিয়ে গঢ়ি তোলা সম্প্ৰীতিৰ পৰিবেশো সমানেই গৌৰবোজ্জ্বল। অসমৰ পোৱামক্কাৰ প্ৰতিষ্ঠানক পীড় গিয়াছুদ্দিন আউলীয়া আৰু জিকিৰ জাৰী গীতৰ প্ৰসিদ্ধ ৰচক আজান ফকীৰ আদিৰ ভাব চিন্তা সৃষ্টিও অসম ভাৰতৰ সাম্প্ৰদায়িক ইতিহাসৰ গৌৰবোজ্জ্বল নিদৰ্শনেই। ভক্তিমাৰ্গৰ অন্যতম বিশিষ্ট বেদবিদ পণ্ডিত

মন্তৰামনন্দই মুছলমান কবীৰক শিষ্যত্ব দান কৰি সৰ্বকালৰ শ্ৰেষ্ঠ ভক্ত কবি ৰূপে গঢ়ি তোলা, অসমীয়া কথাগুৰুচৰিত অনুসৰি বিশিষ্ট বৈষ্ণৱ চৈতন্যদেৱে কবীৰৰ মৃতদেহ কবৰ দিয়া, শংকৰদেৱে কবীৰৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিবলৈ কবীৰৰ বাসভৱনলৈ যোৱা বা মুছলমান চান্দ খাটক অন্যতম বিশিষ্ট বৈষ্ণৱ ভক্তৰূপে গঢ়ি তোলা প্ৰভৃতি অসংখ্য ঐতিহাসিক নিদৰ্শনে অনুভৱ কৰিবলৈ দিয়ে যে সাংস্কৃতিক বিনিময়ৰ মাধ্যমত অসম ভাৰতত হিন্দু মুছলমানৰ মাজত প্ৰকৃত অৰ্থতেই যেন শ্ৰদ্ধা সহানুভূতি আৰু শান্তিপূৰ্ণ সহঅৱস্থানৰ পৰিবেশ গঢ়লৈ উঠিছিল।

অশান্তি অসূয়া হিংসা ঘৃণাৰ সৃষ্টি কৰিছিল মূলতঃ সামাজিক অভিযানবোৰে আৰু শাসক প্ৰশাসক সকলে। পূৰণি কালৰে পৰা সামৰিক অভিযানৰ লগত, সাধাৰণতে, জড়িত থাকিছিল মহালুণ্ঠন আৰু ধৰ্মান্তৰকৰণ। বিশ্বশান্তি বা বিশ্ব ভাতৃত্ববোধ গঢ়াৰ লক্ষ্যৰে প্ৰচাৰিত ইছলামধৰ্মী মুছলমান ৰজা বাদচাহ সকলৰ সামাজিক অভিযান সমূহো তাৰ ব্যতিক্ৰম নাছিল। খৃঃ৭১২ চনত মঃ মিৰকাচিমৰ আক্ৰমণৰ কালত ইছলামৰ বিজয় দুন্দুভি বাজিয়ে আছিল। কিন্তু সিন্ধু বিজয়ৰ পিছত লুণ্ঠন, নিৰ্যাতন আৰু ধৰ্মান্তৰকৰণ নঘটাকৈ থকা নাছিল। মুছলমান ঐতিহাসিক সকলৰ বহুতে সামন্তযুগীয়া আক্ৰমণবোৰক ধৰ্মযুদ্ধ বুলিছে আৰু আক্ৰমণকাৰী সকলক বুলিছে ধৰ্মযোদ্ধা গাজী। সমকালীন বাংলাৰ অন্যতম ঐতিহাসিক গোলাম আহমদ মোৰ্তজাই তেওঁৰ 'চেপেৰাখা ইতিহাস'ত মহম্মদ মিৰকাচিমকো প্ৰায় ধৰ্মযোদ্ধা গাজী ৰূপেই প্ৰতিপন্ন কৰিছে। অথচ সিন্ধুৰ হিন্দুৰজা দাহিৰৰ পৰাজয় আৰু মৃত্যুৰ পিছত দেৱালকে ধৰি মন্দিৰবোৰ লুণ্ঠন কৰিছিল, ভাৰতীয়ৰ ওপৰত নিৰ্যাতন চলিছিল, দাহিৰৰ পুত্ৰ জয় চিমাহে প্ৰজাবৰ্গৰ সৈতে ইছলাম গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল; দাহিৰৰ ৰাণীসকলে অন্যান্য নাৰীৰ সৈতে জুইত জাপ দি মৃত্যুবৰণ কৰিবলৈও বাধ্য হৈছিল। ইতিহাসে জানিবলৈ দিছে যে মহম্মদ মিৰকাচিমে সিন্ধুত বাহিৰে আন ৰাজ্য জয় কৰিবলৈ মন মেলা নাছিল আৰু সিন্ধুতো ইছলামিক আইনৰ সলনি পৰম্পৰাগত ভাৰতীয় আইন অনুসৰিয়ে শাসন ব্যৱস্থা চলাই থাকিবলৈ সুযোগ দিছিল। কিন্তু তথাপি মুছলমানৰ সিন্ধু বিজয়ে যে ভাৰতীয় সকলক মুছলমানৰ বিৰুদ্ধে বিক্ষুব্ধ কৰি তুলিছিল, সি সহজে অনুমেয়। মহম্মদ মিৰকাচিমৰ সিন্ধু বিজয়েৰেই ভাৰতত হিন্দু মুছলমানৰ বিৰোধৰ সৃষ্টি হয়। পাৰসীয় সকলে সিন্ধুক হিন্দু বুলিবলৈ লোৱাৰ দৰেই সেই ইৰাণী আক্ৰমণকাৰী সকলেও সিন্ধুক হিন্দু বুলিবলৈ লৈছিল আৰু সিন্ধুৰ পৰাই ভাৰতীয় সকল হ'ল বিদেশীৰ মানত হিন্দু আৰু ভাৰত হ'ল হিন্দুস্তান। অৱশ্যে সিন্ধুত মুছলমান শাসনৰ ইতিহাস কেৱল ছাঁ পোহৰৰ সমাবেশ হে, সুস্পষ্ট ইতিহাস উদ্ধাৰ হ'বলৈ যেন এতিয়াও বাকী।

আপেক্ষিকভাৱে হিন্দু মুছলমান সম্পৰ্ক বিষয়ক নিৰ্ভৰযোগ্য ইতিহাসৰ সন্ধান পোৱা যায় আল-বিৰুনীৰ 'তাৰিকুল হিন্দ' (ভাৰত)ৰ পৰাহে। আল-বিৰুনী চুলতান মাহমুদৰ লগত ঘজনিৰ পৰা আহিছিল ভাৰত বিষয়ক সম্যক অনুসন্ধানৰ প্ৰত্যাশত। আল-বিৰুনী আছিল চুলতান মাহমুদৰ আক্ৰমণ আৰু অত্যাচাৰৰ প্ৰত্যক্ষদৰ্শী। প্ৰত্যক্ষ অভিজ্ঞতাৰ ভেটিত ভাৰতবাসীৰ হিন্দুবিলাকৰ ওপৰত চলোৱা নিষ্ঠুৰ নিষ্পেষণৰ চিত্ৰ তেওঁ নিজৰে 'তাৰিকুল হিন্দ'ত লিপিবদ্ধ কৰিছিল, তাক জৱাহৰলাল নেহৰুৱে 'ভাৰত সন্ধানৰ' গ্ৰন্থত (পৃঃ২০৬) কৈছে—

"হিন্দু বিলাক ধূলিৰ কণিকাৰ দৰে হৈ
চাৰিওফালে সিচৰিত হৈ পৰিছিল আৰু
সি পুৰণিকলীয়া সাধুৰ দৰে মানুহৰ মুখে
মুখে হৈ পৰিছিল। সিচৰতি হৈ বাকী থাকী
খিনিয়ে অৱশ্যে সকলো মুছলমানৰ
প্ৰতিয়ে এটা অতিবদ্ধমূল ঘৃণা পোষণ
কৰিছিল।"

কিন্তু বিশেষ মন কৰিবলগা কথা এয়ে যে সেই নিষ্ঠুৰ অত্যাচাৰ আছিল সামন্তযুগীয়া অত্যাচাৰ, সেই অত্যাচাৰ কেৱল মুছলমানে হিন্দুৰ ওপৰত কৰা অত্যাচাৰেই নাছিল, মুছলমানে মুছলমানৰ ওপৰতো চলাইছিল নিষ্ঠুৰ নিষ্পেষণ। ডঃ তাৰাচান্দৰ 'হিন্দু মুছলমানৰ সমস্যা' বোলা গ্ৰন্থৰ তথ্যৰ অৱলম্বনত ডঃ বি, এন, পাণ্ডে মুছলমান মহম্মদ ঘোৰীয়ে মুছলমানৰ ৰাষ্ট্ৰ যজনি আক্ৰমণ কৰি চলোৱা অমানবীয় অত্যাচাৰ নিৰ্যাতনৰ বৰ্ণনা দি কৈছে—

"আলপ্তগীনে ধুমুহাৰ বেগত যজনি দখল
কৰে। মাহমুদৰ প্ৰতিজ্ঞা আৰু আৰম্বৰৰ
সুৰম্য স্মৃতি প্ৰাসাদ বিলাক এফালৰ পৰা
গুৰি কৰি দিয়ে। ঘোৰী চৰ্দাৰে চহৰখন
দখল কৰাৰ পিছত সাতদিন ক'লা
ধোঁৱাই বায়ুমণ্ডল ৰাতিৰ দৰে আন্ধাৰ
কৰি ৰাখিছিল। জ্বলন্ত চহৰৰ অগ্নিশিখাই
ৰাতিবোৰ দিনৰ দৰে পোহৰ কৰি
ৰাখিছিল। দুৰ্দমনীয় জেদ আৰু
প্ৰতিহিংসাৰ লগত লুটপাট আৰু ধ্বংস
লীলা চলে। নৰ-নাৰীক নীৰৱে হত্যা কৰা
হয় বা ক্ৰীত দামত পৰিণত কৰা হয়।
মাহমুদ আৰু ইব্ৰাহিমত বাজে যজনিৰ
চুলতান বিলাকৰ মৃতদেহ কবৰৰ পৰা
উলিয়াই আনি চূড়ান্তভাৱে অপমান কৰা
হয় বা পোৰা হয়।" (পাণ্ডেঃ ইছলাম আৰু ভাৰতীয় সংস্কৃতি, পৃ.১৪)

টাইমুৰ আৰু নাদিৰচাহৰ আক্ৰমণো আছিল অতি নিষ্ঠুৰ আৰু প্ৰধানকৈ সেই আক্ৰমণ চলাইছিল মুছলমানৰ বিৰুদ্ধেই। গতিকে সামন্তযুগত ভাৰতীয়ৰ ওপৰত চলোৱা মুছলমান আক্ৰমণ আৰু লুণ্ঠনকাৰীৰ নিষ্ঠুৰ অত্যাচাৰ নিৰ্যাতনক হিন্দুৰ ওপৰত চলোৱা মুছলমানৰ অত্যাচাৰ নিৰ্যাতন নুবুলি কেৱল পৰৰাজ্য আৰু ধন লোলুপ আক্ৰমণকাৰীৰ অত্যাচাৰ আৰু নিৰ্যাতন বুলি গ্ৰহণ কৰিব পাৰি আৰু তেতিয়া ভাৰতত বৰ্তি থকা সাম্প্ৰদায়িক বিভেদৰো ওৰ পেলাব পাৰি।

মহম্মদ ঘোৰীৰ পৰা স্থায়ীভাৱে মুছলমান অধীন ৰাজ্য প্ৰতিষ্ঠাৰে পৰা কিন্তু কোনো এজনো মুছলমান শাসকে অকল হিন্দুৰ ওপৰত অত্যাচাৰ নিৰ্যাতন চলোৱাৰ নিদৰ্শন ভাৰতৰ ইতিহাসত নাই। কিন্তু যিহেতু অসমবাদে সমগ্ৰ ভাৰতত মুছলমান আছিল বিজেতা, গতিকে বিজিত ভাৰতবাসী হিন্দুৰ ওপৰতো নিষ্পেষণ নিৰ্যাতন যে চলিছিল সি নিশ্চিত ভাবেই সত্য। বিশেষ মন কৰিব লগা কথা এয়ে যে কাশ্মীৰ শাসক জৈনাল আবেদীন (খৃঃ ১৪২২-১৪৭৪) বা সম্ৰাট আকবৰৰ দৰে ধৰ্ম সম্প্ৰদায়ৰ নিৰপেক্ষতা অৱলম্বন কৰা সম্ৰাট বাদচাহৰ অভাবো ভাৰতত নাছিল।

অসমৰ কথা আছিল আৰু সুকীয়া। কাৰণ অসমত, মূলতঃ মুছলমান বিজেতা নহয়, বিজিতহে আছিল। গতিকে জীৱন-জীৱিকাৰ তাড়নাতো অসমৰ হিন্দু অধিবাসীসকলৰ লগত একাত্মবোধেৰে মিলি-জুলি থাকিবলৈ যেন তেওঁলোক বাধ্য হৈছিল। খৃঃ ১৬৬৩ চনত মিৰজুমলাৰ অসম আক্ৰমণৰ সময়ত অহা মুছলমান ঐতিহাসিক চিহাবুদ্দিনে লেখিযে যোৱা কথা 'নামত বাহিৰে অসমৰ মুছলমানৰ আন কোনো বৈশিষ্ট্য নাই'-- অত্যন্ত তাৎপৰ্যমূলকেই আছিল। আনকি ইংৰাজ প্ৰশাসনৰ বিভাজন আৰু শাসন নীতিয়েও কুৰি শতিকাৰ কুৰিৰ দশকলৈ অসমত কোনো বিশেষ প্ৰভাৱেই বিস্তাৰ কৰিব পৰা নাছিল, অসমৰ হিন্দু মুছলমান আটায়ে আছিল প্ৰকৃত অৰ্থতে ভাই ভাই। আনকি ইছলামৰ বিশ্ব ভাতৃত্ববোধ বা পান ইছলামিক চেতনায়ো অসমত প্ৰভাৱ বিস্তাৰ কৰাত বিফল হৈছিল।

কেৱল অসম বুলিয়ে নহয়, বংগকে ধৰি সমগ্ৰ ভাৰতব্যাপীয়ে আছিল হিন্দু মুছলমানৰ মাজত অনুপম সংহতি আৰু ভাতৃত্ববোধ। ১৮৫৭ চনৰ মহাবিদ্ৰোহৰ সময়ত মোগল সম্ৰাট বাহাদুৰ ছাহৰ নেতৃত্বত সমগ্ৰ ভাৰতৰ হিন্দু মুছলমান ঐক্যবদ্ধ হৈ ইংৰাজৰ বিৰুদ্ধে থিয় দিয়া কাৰ্যই তাৰ জ্বলন্ত নিদৰ্শন নহয় জানো।

ইংৰাজ শাসন প্ৰৱৰ্তন হোৱাৰ পিছতো ভাৰতীয় হিন্দু মুছলমানৰ মাজত, সাধাৰণভাৱে, ঐক্য-সংহতি আৰু সম্প্ৰীতিৰ পৰিৱেশ ইমান মধুৰ আছিল যে সিয়ে ইংৰাজ প্ৰশাসনৰ চকুৰ টোপনি হৰিছিল; হিন্দু মুছলমানৰ মাজত বিভেদ আৰু ঈৰ্ষা হিংসাৰ প্ৰাচীৰ গঢ়িব নোৱাৰিলে যে ভাৰতৰ পৰা মেলানি মাগিবলৈ সৰহকাল নালাগিব তাক অনুভৱ কৰিবলৈ সৰহপৰ নালাগিল। খোদ ইংলেণ্ডত থকা ভাৰত সচিবৰ পৰামৰ্শ অনুসৰি বিভেদৰ প্ৰাচীৰ গঢ়িবলৈ ল'লে পোনতে পাঠপুথিৰ মাধ্যমত। আজিও বহুতে কয় আৰু ভাবে যে ইংৰাজেহে ভাৰতত বিজ্ঞানসম্মত বুৰঞ্জী ৰচনাৰ পাতনি মেলে। তেনে ধাৰণা শুদ্ধ নহয়, বিভ্ৰান্তিকৰ হে। কাৰণ ভাৰত বুৰঞ্জীক (১) হিন্দু যুগ, (২) মুছলমান যুগ, (৩) বৃটিছ যুগত বিভাগ কৰি আৰু হিন্দু যুগক সোণালী যুগ, মুছলমান যুগক হিন্দুৰ দাসত্বৰ যুগ আৰু বৃটিছ যুগক দাসত্ব বা গোলামিৰ পৰা মুক্ত হৈ জ্ঞান বিজ্ঞানৰ পথত অগ্ৰসৰ হোৱা যুগ বুলি দেখুৱা কথা তেনেই বিভ্ৰান্তিকৰ আৰু অবৈজ্ঞানিকো। কাৰণ হিন্দুৰ শাসন কালতো চলিছিল অকথ্য নিৰ্যাতন নিপীড়ন। অশোকে ভাৰতত বৌদ্ধধৰ্ম ৰাজধৰ্ম কৰি তুলিছিল; পৃথিৱীৰ ভিন ভিন দেশতো বৌদ্ধধৰ্ম প্ৰচাৰ আৰু প্ৰৱৰ্তন কৰাইছিল। কিন্তু অশোকৰ পিছত প্ৰতিষ্ঠিত পুষ্যমিত্ৰ শুংগই পুনঃ ব্ৰাহ্মণ্য ধৰ্ম প্ৰৱৰ্তন কৰি নিৰ্মম ভাৱে বৌদ্ধ নিৰ্যাতন চলাইছিল। 'দিব্যাবদান' বোলা সংস্কৃত গ্ৰন্থ অনুসৰি যেনো যিয়ে বৌদ্ধ সন্যাসীৰ মূৰ দেখুৱাব পাৰিছিল তাকেই এশ কৈ স্বৰ্ণ মুদ্ৰা উপহাৰ দিয়াৰ ব্যৱস্থা কৰিছিল। (R.S Sharma, Communal Hist & Ram's Ayodhya, PP.15-16)

শ্ৰেণী শোষণত ধৰ্ম-সম্প্ৰদায়ৰ বাচ বিচাৰ নাই, শ্ৰেণী সমাজ প্ৰবৰ্তনৰে পৰা হিন্দুই হিন্দুক, মুছলমানে মুছলমানক, খৃষ্টানে খৃষ্টানক, ইহুদীয়ে ইহুদীক শোষণ কৰি আহিছে। ভাৰত বুৰঞ্জীৰ পৰা জনা যায় যে দিল্লীৰ মুছলমান শাসকে দাক্ষিণাত্যৰ চালুক্য ৰাজ্য আক্ৰমণ কৰা কালত, দাক্ষিণাত্যৰ হিন্দু ৰজাবিলাকে হিন্দু চালুক্যৰ বিৰুদ্ধে মুছলমান আক্ৰমণকাৰীক হে সহায় কৰিছিল। (R.C. Majumdar. Hist of Culture of the Indian people, vol-v, P. XIV) ঠিক একেদৰে দেখা যায় যে সেনাপতি মুছলমান মীৰ্জাদৰে বিশ্বাসঘাতকতা নকৰাহেঁতেন ইংৰাজে পলাছী যুদ্ধত চিৰাজুদ্দৌল্লাক পৰাজয় কৰিব নোৱাৰিলেহেঁতেন। অথচ ইংৰাজ বুৰঞ্জী লেখকে হিন্দু মুছলমানৰ মাজত যুগমীয়া বিদ্বেষ গঢ়ি তোলাৰ অৰ্থে কেৱল মুছলমানৰ বিৰুদ্ধে ঘৃণাৰ সৃষ্টি কৰিবলৈ ল'লে। History of India as told by Their own Historians বোলা গ্ৰন্থখনৰ এঠাইত কৈছে-

"মুছলমান শাসক বিলাক আছিল কেৱল মহালম্পট, শোষক, ইন্দ্ৰিয়ৰ দাতা, কামাতুৰ। সামান্য কথাতে গাওঁ-ভূঁই পুৰি দিছিল, বিয়পাই দিছিল কেৱল হিংসা ঘৃণাৰ বীজাণু। সামান্য কথাতে হিন্দুক হত্যা কৰিছিল, গাওঁৰ পিছত গাওঁ জ্বলাই দিছিল, মন্দিৰ আৰু মন্দিৰৰ বিগ্ৰহ ধ্বংস কৰিছিল, বলপূৰ্বক ধৰ্মান্তৰ কৰিছিল, বিয়া কৰাইছিল, সম্পত্তিৰ ভোগ-দখল লৈছিল, সিহঁতৰ ইন্দ্ৰিয় পৰায়ণতা বা উন্মত্ততাৰ সীমা নাছিল।" (B.N. Pande: Islam Indian Culture P.32)

এনে অপপ্ৰচাৰ কৰা হৈছিল সুপৰিকল্পিত ভাবে। ১৮৮৫ চনৰ ৩ মাৰ্চৰ দিনা ভাৰত সচিব উডে ভাৰতৰ ভাইচৰয় লৰ্ড এলগিনলৈ প্ৰেৰণ কৰা বাৰ্তাত স্পষ্ট ভাষাৰে জনাই দিছিল,–

"এদলৰ বিৰুদ্ধে আন দলক উচটাই দিয়ে আমি ভাৰতত শাসন ক্ষমতা বৰ্তাই ৰাখিছোঁ। জনগণৰ সাধাৰণ চেতনা যাতে প্ৰতিৰোধ কৰি থাকিব পৰা যায় তালৈ আপুনি চকু দিব।" (উক্তগ্ৰন্থ, পৃঃ ৩৩)।

১৮৮৫ চনৰ ডিচেম্বৰত অক্টাভ এলান হিউম বোলা অৱসৰপ্ৰাপ্ত বৃটিছ আমোলাজনৰ নেতৃত্বতে গঠন হৈছিল ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভা। কিন্তু কংগ্ৰেছৰ তৃতীয় অধিবেশনৰ সভাপতি বদৰুদ্দিন তৈয়বজীৰ ভাষণত জাতীয়তাবোধ তীব্ৰ ৰূপত প্ৰকাশ পোৱাত হিন্দু মুছলমানৰ মাজত বিদ্বেষৰ জুই জ্বলাই দিয়াত প্ৰত্যক্ষভাবে অংশ গ্ৰহণ কৰিলে বৰলাট লৰ্ড ডাফৰিনেই। ১৮৮৭ চনৰ ১৪ জানুৱাৰীৰ দিনা ভাৰত সচিব ক্ৰচে বৰলাট লৰ্ড ডাফৰিনক বিশেষ বাৰ্তাযোগে জনাইছিল– "ধৰ্মীয় মতৰ বিভেদ আমাৰ কাৰণে এক বিৰাট সুযোগ। আশা কৰো ভাৰতীয় শিক্ষা ব্যৱস্থাৰ মাজেদি তাৰ সুফল ঘটিছে।" (পাণ্ডেৰ উক্তগ্ৰন্থ পৃঃ ২৩)

হয়, ভাৰতীয় শিক্ষা ব্যৱস্থাৰ মাজেদি ইপ্সিত ফল লাভ কৰিবলৈ সমৰ্থ হৈছিল। বিখ্যাত ভাৰতীয় সংস্কৃত পণ্ডিত মহামহোপাধ্যায় হৰ প্ৰসাদ শাস্ত্ৰীয়ে হাইস্কুলীয়া ভাৰত বুৰঞ্জী লেখি বাস্তৱত অস্তিত্ব নথকা মাইলছৰ 'মহীশুৰ বুৰঞ্জী'ৰ সাজি কোৱা কাহিনী টিপু চুলতানে ধৰ্মান্তৰ কৰিবলৈ লোৱাত তিনি হাজাৰ ব্ৰাহ্মণে আত্মহত্যা কৰাৰ দৰে কাহিনী প্ৰচাৰ কৰি হিন্দু মুছলমানৰ মাজত জঘন্যতম হিংসা -ঘৃণাৰ সৃষ্টি কৰিবলৈ সমৰ্থ হৈছিল। অথচ মহীশুৰৰ বুৰঞ্জীয়ে স্পষ্ট ভাবে জানিবলৈ দিয়ে যে টিপু চুলতান আছিল মূলতঃ ধৰ্মনিৰপেক্ষ। টিপুৰ প্ৰধানমন্ত্ৰী আছিল ব্ৰাহ্মণ পূৰ্ণিয়া আৰু প্ৰধান সেনাপতিও আছিল আন

এগৰাকী ব্ৰাহ্মণ কৃষ্ণৰাওহে। কিন্তু যিহেতু টিপু আছিল প্ৰবল ইংৰাজ বিদ্বেষী, গতিকে সাজি কোৱা কথাৰে জনগণক বিভ্ৰান্ত কৰি সাম্প্ৰদায়িক সংঘৰ্ষৰ সৃষ্টি কৰাৰ অৰ্থে কৰ্ণেল মাইলছে অসত্যৰ ভেটিত ৰচনা কৰিছিল টিপু বিৰোধী বুৰঞ্জী আৰু তাৰ দ্বাৰা সমগ্ৰ ভাৰতক লিপ্ত কৰিব বিচাৰিছিল সাম্প্ৰদায়িক সংঘৰ্ষত। (পাণ্ডেৰ উক্ত গ্ৰন্থ, পৃঃ ৩৫-৩৮)

ভাৰতত বৃটিছ শাসনৰ অসংখ্য কু-অভিসন্ধিৰ ভিতৰত ১৯[illegible] চনৰ বংগ ভংগ, মুছলিম লীগ গঠন আৰু মুছলমানৰ সুকীয়া নিৰ্বাচক মণ্ডলী বিশেষভাৱে উল্লেখযোগ্য। কাৰণ এই তিনিটাই হিন্দু মুছলমানৰ বিভেদ বিদ্বেষৰ ফাক কৰি তুলিছিল তেনেই ভোমোলা আৰু সিবোৰেই শেষত ১৯৪৭ চনত ভাৰত বিভাজন কৰি তুলিলে অৱশ্যম্ভাৱী। বংগভংগৰ আঁচনি প্ৰস্তুত হৈছিল লণ্ডণত; হিন্দু মুছলমানক প্ৰত্যক্ষভাৱে সংঘৰ্ষত লিপ্ত কৰি হিংসা-ঘৃণাত বুৰাই ৰাখি সাম্ৰাজ্যবাদী শাসন-শোষণ অব্যাহত ৰখাই আছিল তাৰ লক্ষ্য। ১৯০৬ চনৰ ৩১ ডিচেম্বৰৰ দিনা নবাব ছালিমুল্লাহৰ নেতৃত্বত সংগঠিত মুছলিম লীগে 'লাল ইস্তাহাৰ' বোলা যিখন ঘোষণা পত্ৰ প্ৰচাৰ কৰিছিল, সিখনৰো ৰূপদাতা আছিল তেতিয়াৰ ভাৰতৰ গৃহসচিব ৰিচলি প্ৰমুখ্যে ইংৰাজ আমোলাসকল। 'লাল ইস্তাহাৰ'ৰ ঘোষণা–

(১) হিন্দু জীয়াই আছে কেৱল মুছলমানৰ শ্ৰম শোষণ কৰি,

(২) হিন্দুৰ শোষণে মুছলমানক শক্তিহীন কৰি তুলিছে,

(৩) মুছলমানৰ উন্নতি হ'ব লাগিলে, হিন্দুৰ লগত সম্পৰ্ক ত্যাগ কৰিব লাগিব। (মুছলমানক নিৰ্দেশ দিলে) হিন্দুৰ লগত নুফুৰিবা, হিন্দুৰ লগত নাযাবা, হিন্দুৰ লগত নপঢ়িবা, মুছলমান কেৱল মুছলমান হৈয়ে থাকা।

(৪) খেতিয়ক মানেই মুছলমান, হিন্দু নহয়। সিহঁতে তোমালোকৰ শ্ৰম শোষণ কৰি জীয়াই আছে। তোমালোক জাগি উঠিলে, হিন্দু শুকাই মৰিব আৰু তেতিয়া মুছলমান হ'বলৈ বাধ্য হ'ব। আৰু যে কত কি!

ইংৰাজ প্ৰশাসনৰ প্ৰৰোচনাত মুছলিমলীগ গঠন নোহোৱাহেঁতেন হিন্দু মহাসভাও গঠন নহ'লহেঁতেন আৰু ভাৰতীয় হিন্দু-মুছলমান জনগণৰ যুগমীয়া সম্প্ৰীতিৰ সঁফুৰাতো ঘূণে বিন্ধিব নোৱাৰিলেহেঁতেন আৰু ভাৰত বিভাজনো সম্ভৱপৰ নহ'লহেঁতেন। মুছলিমলীগৰ দৃষ্টিত সমগ্ৰ ভাৰত নাছিল, আছিল কেৱল মুছলমান সম্প্ৰদায়ৰ স্বাৰ্থ আৰু তেনেকৈ হিন্দু মহাসভাৰ দৃষ্টিতো সমগ্ৰ ভাৰত নাছিল, আছিল কেৱল হিন্দুসকলহে। সেই কাৰণেই মুছলিমলীগ আৰু হিন্দু মহাসভা আছিল সাম্প্ৰদায়িক। সাম্প্ৰদায়িকতাই কেৱল ভাৰতক পোনতে দ্বিখণ্ডিত আৰু পিছত বাংলাদেশ সৃষ্টিৰে ত্ৰিখণ্ডিত কৰিয়ে এৰা নাই, ভাৰত উপমহাদেশখনক যেন চিৰদিনলৈ সন্দেহ সঙ্কিন্নতা আৰু ভাতৃঘাতী সংঘাতত‌ো বুৰাই ৰাখিলে উপমহাদেশ ভাৰতৰ বিকাশৰ পথত অন্যতম প্ৰধান অন্তৰায়ে হ'ল সাম্প্ৰদায়িকতা।

অকল অসম বা ভাৰত বুলিয়ে নহয়, সমগ্ৰ মানৱ জাতিৰ ইতিহাসেই বিঙিয়াই কৈ আছে যে যেতিয়া সমাজ, জাতি বা দেশৰ জনগণে জাতি-বৰ্ণ, ভাষা-ধৰ্মৰ বিৰোধ পাহৰি ঐক্য সংহতিৰ ভেটি কপকপীয়া কৰি তুলিব পাৰিছে, তেতিয়াই সেই বিশিষ্ট সমাজ, জাতি বা দেশে সৰ্বাত্মক অবাধ বিকাশ সাধনো সম্ভৱপৰ কৰি তুলিব পাৰিছে। শৰাইঘাটৰ যুঁজৰ সময়ৰ অসমেই এই সত্য দহদহীয়া কৰি তোলে। অশোকৰ ৰাজত্বকালৰ ভাৰতেও সত্য অনুভৱ কৰাত সহায় কৰে। সকলো ক্ষেত্ৰতে শান্তিপূৰ্ণ সহ অৱস্থানৰ পৰিৱেশ গঢ় হৈ উঠিছিল কাৰণেই, সেই কালৰ ভাৰতবৰ্ষ অন্ততঃ সমগ্ৰ এছিয়াৰ মানত শান্তিৰ কপৌ স্বৰূপ

আদৰ্শ ৰাষ্ট্ৰৰূপে সন্মানিত হ'ব পাৰিছিল। কিন্তু অশোকৰ পিছৰে পৰা সাম্প্ৰদায়িক সংঘৰ্ষত নিমজ্জিত হোৱা কাৰণেই জানো, শেষত ভাৰতৰ বুকুত ইছলামিক অভিযান সফল হোৱা নাছিল। অথচ তাৰ আগতে ভাৰত আছিল সমগ্ৰ বিশ্ববাসীৰ মানত পৰম আকৰ্ষণৰ স্থান। সেই কথা এলিয়টৰ ভাৰত বুৰঞ্জীৰ অৱলম্বনক সুঁৱৰি জৱাহৰলাল নেহৰুই 'ভাৰত সন্ধেদ'ত লেখিছিল—

"ভাৰতবাসী সকল স্বভাৱতে সুবিচাৰৰ পক্ষপাতী, কাৰ্যত তাৰ পৰা বিচলিত নহৈছিল। তেওঁলোকৰ কথাৰ সাধুতা সততা আৰু বিশ্বস্ততা সকলোৰে মাজত জনাজাত আৰু এই গুণ বিলাকৰ কাৰণে তেওঁলোক ইমান বিখ্যাত যে সকলো কালৰ পৰা মানুহ গৈ তেওঁলোকৰ দেশত জুম বান্ধিছিল।" (Quoted from Sir H.M. Elliot: Hist of India, Vol.I, P.88, নেহৰুৰ ভাৰত সন্ধেদৰ ২৪৩পৃষ্ঠাৰ পৰা গৃহীত)।

ঐক্য, সংহতি, সততা আৰু নিষ্ঠাৰ কাৰণে আহোম মোগল সংঘৰ্ষৰ কালৰ অসমো হ'ব পাৰিছিল পৰম গৌৰৱৰ অধিকাৰী; মোগল ঐতিহাসিক চিহাবুদ্দিন তালিচে লেখি থৈ যাবলৈ বাধ্য হৈছিল যে অসমৰ মুছলমান বিলাক নামত বাহিৰে আন সকলো ক্ষেত্ৰতে হিন্দুৰ লগত এক আৰু অভিন্ন।

তেনে পৰিবেশ পৰিস্থিতিৰ কাৰণে গৌৰৱৰ অধিকাৰী যেনেকৈ দেশৰ তদানীন্তন শাসন ব্যৱস্থা, তেনেকৈ সমানে গৌৰৱৰ অধিকাৰী দেশবাসী জনগণো। জনগণৰ সুবিচাৰ, সততা, নিষ্ঠা, বিশ্বস্ততাই সম্ভৱ সামন্তযুগীয়া শাসন ব্যৱহাৰে কৰি তুলিছিল অধিক দায়িত্বশীল আৰু সক্ৰিয়ও; জনগণৰ উদাৰ মানৱিকতাই বিদেশী বহিৰাগত সকলকো কৰি তুলিছিল স্বদেশী, দায়িত্বশীল নাগৰিক। যুদ্ধবন্দী মোগল সেনাপতি বাঘ হাজৰিকাই তাৰ উজ্জ্বল নিদৰ্শন নহয় নে? প্ৰশাসন আৰু থলুৱা অসমবাসীয়ে ছিদ্দিকী বোলা যুদ্ধবন্দী মোগল জনক এনেদৰে জয় কৰিছিল যে সেইজন ছিদ্দিকী কেৱল বাঘ হাজৰিকা ৰূপেই খ্যাত নহ'ল, মহাবীৰ লাচিতক শৰাইঘাটৰ যুদ্ধৰ সময়ত মোগলক মূৰ তুলিব নোৱাৰাকৈ জয় কৰাতো প্ৰধানভাৱে হ'ল সহায়ক। তদানীন্তন অসমৰ ৰজা-প্ৰজা সকলোৰে বিদেশী বহিৰাগতৰ প্ৰতি উদাৰ আৰু মুকলি ঘোষিত নীতি আছিল, —

"তুমি অসমত থাকা, তাত আমাৰ আপত্তি নাই। কিন্তু ইয়াতে বিয়া-বাৰু কৰি, ইয়াৰ ধাৰ-দস্তুৰ মানি, আৰু এই দেশৰে মাত-কথা লৈ ৰজাৰ কুশল বাঞ্ছা কৰি আমাৰ এজন হৈ থাকা। তোমাৰ আৰু দেশস্থ পুৰাতন প্ৰজাৰ ভিতৰত ভিন ভাব, ভিন স্বাৰ্থ আৰু ভিন উদ্দেশ্য হ'ব নালাগে।" - (ডঃ সূৰ্য কুমাৰ ভূঞাঃ স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহ, পৃঃ ১৭০)।

ৰজাদিনীয়া অসম বিদেশী, বঙাল বৈৰীৰূপে জনাজাত আছিল সঁচা; কিন্তু আছিল মানৱীয়বাদী, মানুহৰ মানৱীয় শক্তি সামৰ্থৰ প্ৰতি আছিল গভীৰ শ্ৰদ্ধা। সেই কাৰণে মৰ্মে মৰ্মে অনুভৱ কৰিব পাৰিছিল যে মানুহ মাত্ৰেই বিশিষ্ট শক্তি, গুণ জ্ঞানৰ অধিকাৰী। মৰম স্নেহেৰে বিদেশী বঙালকে আপোন কৰি লৈ, অসমৰ সমাজ জীৱনক ক্ৰমে আজি শক্তিশালী কৰি তোলাত গুৰুত্ব আৰোপ কৰিছিল। দেশক, জাতিক ৰব কৰাৰ সি আছিল অমোঘ শক্তি। এই প্ৰসংগত বিশেষ স্মৰণীয় কথা এয়ে যে আপাহ পোৱা ন অসমীয়াক গভীৰ ভাবে বিশ্বাস কৰিছিল, দায়িত্ব পূৰ্ণ সেনাপতিৰ বাবত অধিষ্ঠিত কৰাৰ উপৰি আনকি ৰজাৰ মুখ্য গা ৰখীয়া ৰূপে নিয়োগ কৰিবলৈও এৰা নাছিল। ছুতিংকা নৱীয়া ৰজাৰ মুখ্য গা ৰখীয়া বা দাধৰা বিষয়া ৰূপাই গৰীয়া তাৰ জ্বলন্ত নিদৰ্শন।

ইংৰাজ প্ৰশাসনৰ বিভাজন আৰু শাসন নীতিয়ে ভাৰতীয় জনগণৰ ঐক্য-সংহতি আৰু সম্প্ৰীতিৰ অমৃত-কলহত বিষ ঢালিছিল সঁচা; কিন্তু ইংৰাজ শাসন অপসাৰিত হোৱাৰ আধা শতিকা কাল পিচতো এটা স্বাধীন মানবীয় নীতি আৰু মানবীয় শ্ৰদ্ধা সহানুভূতি আৰু বিশ্বাসৰ পৰিৱেশ গঢ় লৈ নুঠাটো সমগ্ৰ ভাৰতীয়, মহাজাতিটোৰ কাৰণে নিশ্চয়কৈ লাজৰ ব্যাপাৰ। বহুতো ৰাজনৈতিক পণ্ডিতে উৰাই-ঘূৰাই কৈ আহি আছে [illegible]লে ভাৰত বিভাজন অপৰিহাৰ্য। আমাৰ ধাৰণাত তেনে ধাৰণা তেনেই বিভ্ৰান্তিকৰ; কাৰণ ভাৰত বিভাজন নোহোৱাহেঁতেন ভাৰতীয় হিন্দু মুছলমানৰ মাজত বিভাজনৰ পিছৰে পৰা গঢ়লৈ উঠা সন্দেহ-সন্দিগ্ধতা আৰু তাৰ পৰা উদ্ভৱ হোৱা বিভেদ-বিচ্ছিন্নতাই মহাজাতিটোক এনেদৰে গিৰাব নোৱাৰিলেহেঁতেন আৰু শান্তি সম্প্ৰীতিও নিশ্চয়কৈ অটুট থাকিলহেঁতেন। দেশ বিভাজন নোহোৱাহেঁতেন বাবৰি মছজিদ ৰামমন্দিৰৰ সংঘৰ্ষৰো সৃষ্টি নহ'লহেঁতেন আৰু ভাৰতৰ অঞ্চল বিশেষক পাকিস্তানলৈ ৰূপান্তৰ কৰাত বা অসমক বাংলাদেশলৈ ৰূপান্তৰ কৰাৰ সন্দেহ সন্দিগ্ধতাও সৃষ্টি নহ'লহেঁতেন। সিমানেই নহয়, প্ৰান্তে প্ৰান্তে স্বাধীন ৰাষ্ট্ৰৰ দাবীত বিদ্ৰোহ-বিক্ষোভ বা আন্দোলনো ধ্বংসাত্মক ৰূপত গঢ়লৈ নুঠিলহেঁতেন। ভাৰত বিভাজন তদানীন্তন ভাৰতীয় ৰাজনৈতিক নেতৃ মন্ত্ৰীয়ে সংঘটিত কৰা এক অক্ষমনীয় আৰু পৰ্বত প্ৰমাণ ভুলেই নহয়, অপৰাধো। বিভাজনৰ প্ৰস্তাৱৰ বিৰুদ্ধে থিয় দি মৌলানা আবুল কালাম আজাদে কৰা মন্তব্য— "বিভাজনে হিন্দু বা মুছলমান কোনোৰো কল্যাণ সাধিব নোৱাৰে। দেশৰ জনগণৰ সৰ্বাত্মক বিকাশ সাধন হ'লে বিভাজনৰ কথা বা সাম্প্ৰদায়িকতাৰ কথা চিন্তা কৰিবলৈ কোনোৰো আৱশ্যকো নহ'ব আৰু অৱকাশো নাথাকিব।"

এই প্ৰসংগ আছিল অত্যন্ত তাৎপৰ্যপূৰ্ণ। বিভাজনৰ ফলত ভাৰতবৰ্ষ মুছলমানহীন নহ'ল, পৃথিৱীৰ ভিতৰত সৰ্ববৃহৎ সংখ্যক মুছলমানৰ বসতি বৰ্তমানৰ ভাৰতত। আনহাতে পাকিস্তান আৰু পিছত সংগঠিত বাংলাদেশো হিন্দু বিহীন নহ'ল। ভাৰতৰ মুছলমান সকলে সকলো প্ৰকাৰৰ গণতান্ত্ৰিক অধিকাৰ উপভোগ কৰি থকা কথা সঁচা। কিন্তু বৰ্তমানলৈ ভাৰতৰ মুছলমান জনগণ হৈ আছে ক্ষমতাত অধিষ্ঠিত ৰাজনৈতিক দলৰ "ভোটবেংক" আৰু মৌলবাদী উগ্ৰ হিন্দু অংশৰ মানত "বিদেশী" তেওঁলোক পুতৌৰ পাত্ৰ হৈ যেন। ই অপ্ৰিয়, কিন্তু সত্য। আনহাতে, পাকিস্তান আৰু বাংলাদেশত বৈ যোৱা হিন্দু সম্প্ৰদায় লোকসকল তেনেই নিঃসহায়; তেওঁলোকৰ ধৰ্মসংস্কৃতি সকলো বিকৃত। হেনো ভাৰতত থকা দুখীয়া মুছলমানতকৈ পাকিস্তান আৰু বাংলাদেশৰ হিন্দু সামাজিক আৰু অৰ্থনৈতিক অৱস্থা বেছি নিঃকিন। ধৰ্ম-সম্প্ৰদায় নিৰপেক্ষ গণতান্ত্ৰিক মুছলমান পাকিস্তান বাংলাদেশত আছে, কিন্তু উগ্ৰ মৌলবাদীৰ প্ৰভাৱ তাত ইমান বেছি যে ধৰ্ম-সম্প্ৰদায় নিৰপেক্ষ গণতান্ত্ৰিক স্বৰূপেই ভাৰততো মৌলবাদী উগ্ৰপন্থী হিন্দুৰ সংখ্যা আৰু সংগঠন বাঢ়ে। লগে লগে বাঢ়ে হিন্দু মুছলমানৰ মাজত সন্দেহ সন্দিগ্ধতা, হিংসা-ঘৃণা, ভয়-সন্ত্ৰাস।

মৌলবাদী মানেই চিৰকাল উগ্ৰ আৰু অসহিষ্ণু। নিজৰ ধৰ্ম-সম্প্ৰদায়ত বাজে আনক স্বীকৃতি নিদিয়াই তেওঁলোকৰ চাৰিত্ৰিক বৈশিষ্ট্য। ধৰ্ম শাস্ত্ৰক তেওঁলোকে বিকৃত কৰিছে, যুগোপযোগী আৰু বিশেষকৈ বিজ্ঞানসম্মত চিন্তা-চেতনাৰ লগত মৌলবাদী অংশৰ পৰিচয় আছে বুলি অনুভৱ কৰাই টান। তেওঁলোক মতান্ধ। হিন্দু ধৰ্মই জীৱ মাত্ৰকে ব্ৰহ্ম বা ঈশ্বৰ বুলি কৈ প্ৰকৃততে সমতা আৰু শান্তিপূৰ্ণ সহঅৱস্থানৰ কথাকে সূচাইছিল, মানুহ আৰু মানুহৰ মাজৰ পাৰ্থক্য হিন্দু ধৰ্মই মূলতঃ স্বীকাৰ কৰা নাই। আনহাতে ইছলাম অনুসৰি মানুহ মাত্ৰই

ঈশ্বৰৰ সন্তান; গতিকে সকলো মানুহ ভাই-ভাই, ভাইৰ বিৰোধিতা বা অন্যায় কৰা ইছলাম অনুসৰি মহাপাপ। কোৰাণত সুস্পষ্ট ভাষাত কৈছে—

"অমুছলমানৰ প্ৰতি মূল ইছলামে সততে বিৰোধ নকৰে। ......দয়াগুণ (তাকওৱা)ত বাহিৰে সামাজিক, আৰ্থিক বা আভিজ্যাতৰ কাৰণে কোনেও আনতকৈ উন্নত বুলি দাবী কৰিব নোৱাৰে। যিবোৰ ধ্যান-ধাৰণা, আগৰ অনুষ্ঠানে তৌহিদ (ঈশ্বৰৰ একত্ব), মানবীয় সমতা আৰু স্বাধীনতাক বাধা দান কৰে, সেইবোৰক দমন কৰিব লাগিব। .....ধনী আৰু ক্ষমতাশালী সকলে দুখীয়া আৰু দুৰ্বল শ্ৰেণীক শোষণ কৰিব নোৱাৰিব।'

পালন কৰিছেনে মৌলবাদী হিন্দু-মুছলমানসকলে নিজ নিজ ধৰ্মশাস্ত্ৰ কথিত এই আদৰ্শসমূহ। এটা সম্প্ৰদায়ৰ মানুহক আন এটা সম্প্ৰদায়ৰ বিৰুদ্ধে উচটাই বা বিদ্বেষী কৰি তুলি দেখোন তথাকথিত সেই ধাৰ্মিক অংশই ধৰ্মৰ বিৰোধিতা কৰি মহাপাপত হে লেটি লৈ আছে। সেই মৌলবাদী বিলাক ধাৰ্মিক নে? তথাকথিত মৌলবাদী ধাৰ্মিকসকলে ধৰ্ম আৰু ঈশ্বৰ-আল্লাৰ নামতে লিপ্ত হৈ থাকে ধৰ্মশাস্ত্ৰ গীতা উপনিষদ, কোৰাণ-বাইবেল কথিত ধৰ্ম বিৰোধী আৰু মানব বিদ্বেষী কাম কাজত। আমাৰ দেশৰ সৰহ সংখ্যক ৰাজনৈতিক নেতা যেনেকৈ ক্ষমতা খকুৱা, স্বাৰ্থান্ধি আৰু ভ্ৰষ্টাচাৰীৰূপে সৰ্বজন বিদিত হৈ পৰিছে, ধৰ্মাধিকাৰ সকলৰো এক বিৰাট অংশ তেনেকৈ তোষামোদ প্ৰিয়, আদৰ্শভ্ৰষ্ট আৰু সুবিধা সন্ধানীৰূপে সুপৰিচিত হৈ পৰিছে। ৰাজনৈতিক নেতাৰ লগত তেওঁলোকৰ সনাপিঠা সম্পৰ্কই সামাজিক বিমৰ্ষ কৰি তুলিছে। ক্ষমতা খকুৱা আৰু স্বাৰ্থান্ধ ৰাজনৈতিক আৰু ধৰ্মনৈতিক এই নেতা বিলাকে পাহৰি গৈছে মনুষ্যত্ব বোধৰ কথা; তেওঁলোক ইমান ব্যক্তিকেন্দ্ৰীক ৰূপে প্ৰতিপন্ন হৈছে যে আত্ম স্বাৰ্থ পূৰণৰ বিনিময়ত বা ক্ষমতাৰ গাদী অটুট ৰখাৰ যিকোনো ধৰণৰ নিকৃষ্টতম আৰু অমানবীয় কাৰ্যত আকণ্ঠ নিমজ্জিত হ'বলৈ অকণো দ্বিধা শংকা অনুভৱ নকৰাত পৰিছে। এইসকল ক্ষমতা খকুৱা, ভ্ৰষ্টাচাৰী আৰু অদূৰদৰ্শী ৰাজনৈতিক আৰু ধৰ্মীয় নেতাৰ প্ৰত্যক্ষ বা পৰোক্ষ উচটনি বা পৃষ্ঠপোষকতাৰ ফলতে গঢ়লৈ উঠিছে সাম্প্ৰদায়িক দল আৰু সংগঠনবোৰ। সমগ্ৰদেশ বা দেশবাসীৰ কল্যাণ সাধনৰ আদৰ্শ বা লক্ষ্য সেইবোৰ দল আৰু সংগঠনৰ মনে-চিতে সমূলি নাই; সম্প্ৰদায় বিশেষকলৈ সেইবোৰ দল আৰু সংগঠন মত্ত।

মন কৰিব লগা কথা এয়ে যে সাম্প্ৰদায়িক সংঘৰ্ষত এনে ৰাজনৈতিক বা ধৰ্মনৈতিক নেতা নিজে পোনপটীয়া ভাবে কেতিয়াও লিপ্ত নহয়; কিন্তু ধনৰ বিনিময়ত তেওঁলোকে একাংশ দুখীয়া দৰিদ্ৰ শ্ৰেণীৰ মানুহক, বিশেষকৈ যুৱকক, কৰায়ত্ত কৰি লয়, হাতে হাতে অস্ত্ৰ তুলি দি আনকি সশস্ত্ৰ সংগ্ৰামৰ কাৰণেও প্ৰস্তুত কৰি তোলে। সম্প্ৰতি অসমৰ কেউদিশে সশস্ত্ৰ সাম্প্ৰদায়িক সংগঠন গঢ় লৈ উঠা সিবোৰ বা-বাতৰি প্ৰচাৰ হৈ আছে, যিবোৰ সত্যই হ'ব লাগে আৰু সিবোৰ এনেদৰেই গঢ় লৈও উঠিছে। সিবোৰক সাৰ-পানী যোগাইছে দেশৰ ভিতৰত ক্ষমতা খকুৱা ৰাজনৈতিক আৰু ধৰ্মীয় নেতাৰ উপৰি পুঁজিপতি সকলে আৰু ভাৰত বিদ্বেষী দেশী বিদেশী শোষক চক্ৰই এনেদৰে প্ৰায় অবাধে শিপামেলা সম্ভৱপৰ হৈছে। সাম্প্ৰদায়িক শক্তিবোৰৰ কবলৰ পৰা অচিৰে জনগণক মুক্ত কৰিব নোৱাৰিলে দেশ পুনৰ খণ্ড বিখণ্ড হৈ ৰক্তক্ষয়ী ভাতৃঘাতী সংঘাতত জুৰুলা-জুপুৰা হোৱা কোনো অপ্ৰত্যাশিত কাৰ্য নহ'ব। ক্ষমতা আৰু নেতৃত্ব অভিলাসী শোষক শ্ৰেণীৰ মানুহে অশান্তিৰ সৃষ্টিৰ কাৰণে সম্পূৰ্ণ মিছা কথা ধনৰ বলত প্ৰচাৰ কৰাবলৈ দ্বিধাবোধ নকৰে।

কুখ্যাত অসম আন্দোলনৰ সময়ত গুৱাহাটী স্থিত একাংশ ক্ষমতা থকুৱা শোষকে এটা সম্পূৰ্ণৰূপে ভুৱা সংগঠন লাচিত বাহিনীৰ নামত দেৱাল লেখন কৰাই উত্তেজনাৰ সৃষ্টি কৰোৱা নাছিল জানো? আৰু জানো সেই ভুৱা লাচিত বাহিনীৰ দেৱাল লেখনেই উগ্ৰজাতীয়তাবাদী অসম আন্দোলন গঢ়াত সাৰ-পানী যোগোৱা নাছিল? সেই উত্তেজনায়ে জানো অসমৰ ভোটাতৰা স্বৰূপ সাহিত্যিকক 'আঁকৌ শৰাইঘাট'ৰ দৰে উপন্যাস ৰচনা কৰিবলৈ আৰু আজিলৈ শ শ জনক একে বিভ্ৰান্তিয়ে উতলা কৰি ৰাখি গল্প, কবিতা, নিবন্ধ ৰচনা কৰিবলৈ উচটাই থকা নাই। সাম্প্ৰদায়িকতাৰ ক্ষেত্ৰতো এক পটন্তৰেই দেখা যায়। হিন্দু সাম্প্ৰদায়িকসকলৰ ভাষ্য অনুসৰি ভাৰতত হিন্দু ভিন্ন আনৰ স্থান নাই। হিন্দু সাম্প্ৰদায়িক সকলৰ ধ্বনি আৰু প্ৰচাৰ অনুসৰি ভাৰতত থাকিব বিচাৰিলে মুছলমান সকল হিন্দু হৈ থাকিব লাগিব; ভাৰতত মুছলমানৰ কাৰণে স্থান নাই। আনহাতে মুছলমান সাম্প্ৰদায়িক সকলৰ ভাষ্য অনুসৰিও 'জামাতে ইছলামী' অৰ্থাৎ সমগ্ৰ বিশ্বকে ইছলামধৰ্মী মুছলমান কৰিব লাগিব।

এই উগ্ৰ হিন্দুত্ব আৰু উগ্ৰ ইছলামত্ব বা মুছলমানত্বক লৈ সৃষ্টি হয় উত্তেজনাৰ আৰু লগে লগে প্ৰায় অপ্ৰৰোচিত ভাবে ভাতৃঘাতী সংঘাতৰ জুই জ্বলি উঠে আৰু সেই জুয়ে মন্দিৰ মছজিদো ধ্বংস কৰে, শ শ, হাজাৰ হাজাৰজন নিৰপৰাধী জনগণকো সা-সম্পদ, ঘৰ-দুৱাৰৰ সৈতে নিধন কৰে। কিন্তু, বিশেষ মন কৰিবলগীয়া কথা এয়ে যে নেতৃস্থানীয় লোকসকল সংঘৰ্ষৰ থলীৰ পৰা বহু আঁতৰত নিৰাপত্তা বেষ্টনীৰ মাজত বিলাসী জীৱনৰ মাজত মত্ত হৈ থাকে। আনকি তেওঁলোকে ঘঁৰিয়ালৰ চকুপানী টুকি তেনে সংঘৰ্ষৰ বিৰুদ্ধে বিষোদগাৰ কৰে, শান্তি-সম্প্ৰীতিৰ কামনাত বিবৃত্তি প্ৰচাৰ কৰিবলৈও নেৰে। ই ধৰ্মীয় নেতাৰ ক্ষেত্ৰত যেনেকৈ সত্য, তেনেকৈ সমানে সত্য ৰাজনৈতিক নেতাৰ ক্ষেত্ৰতো। সাম্প্ৰদায়িকতাৰ ভিত্তিত দেশ বিভাজনৰ ফলত সৃষ্টি হোৱা লোকক্ষয়ী সংঘৰ্ষ আৰু নেতৃবৰ্গৰ ভূমিকাৰ বিষয়ে বেদনা জৰ্জৰিত চিন্তাৰে বিক্ষোভ প্ৰকাশ কৰি বৰাক উপত্যকা অঞ্চলৰ কোনোবা লোক কবিয়ে যে গাইছিল,—

কি আগুন জ্বলিল ৰে সুণাৰ ভাৰতে।
দিবা নিশি ভাবিৰে উপায় না দেখিয়া।।
ভাইৰে হিন্দুস্তানে পাকিস্তানে
দেশ বিভক্ত অইয়াৰে ভাই
দেশ বিভক্ত অইয়া
দেশেৰ মা-বইন সব ছুটে এল
ভাত কটিৰ লাগিয়াৰে
ভাইৰে ভাই মন্ত্ৰীগণে ঘুৰে বেৰায়
এৰুপ্লেন চৰিয়াৰে ভাই এৰুপ্লেন চৰিয়া
দেশেৰ নেতাৰা সব সুখে আছে
গদীৰ আসন পাইয়া ৰে
দিবা নিশি ভাবি উপায় না দেখিয়া।

১৯৯২ চনৰ ডিচেম্বৰত বাবৰি মছজিদ বিধ্বংসৰ লগে লগে অবিভক্ত ভাৰত

উপমহাদেশখনত যি প্ৰচণ্ড সাম্প্ৰদায়িক সংঘৰ্ষ বিয়পিছিল, পাৰিছিল নে সিয়ে নেতৃমণ্ডলীৰ এডাল নোম পৰ্যন্ত স্পৰ্শ কৰিবলৈ? তাত পুৰি ছাই হৈছিল সামান্য-সাধাৰণ জনগণহে। অন্যান্য সকলো ক্ষেত্ৰতেই ই সমানে সত্য।

সাম্প্ৰদায়িকতা এক মহাব্যাধি, ইয়ে সমাজ জীৱনক কৰি তুলিছে কলুষতা পূৰ্ণ। এই মহাব্যাধিক নিৰ্মূল কৰিব নোৱাৰিলে সমাজৰ, জাতিৰ, ৰাষ্ট্ৰৰ ভৱিষ্যত সুদূৰ পৰাহত। কিন্তু সম্প্ৰতি বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ অপূৰ্ব বিকাশে প্ৰায় সকলো ৰোগ নিৰাময় কৰিবলৈ সমৰ্থ হোৱা আন্তৰ্জাতিক পটভূমিত, সাম্প্ৰদায়িক ব্যাধিৰ পৰা সমাজক মুক্ত কৰিব নোৱাৰাৰ কি যুক্তি আছে? আমাৰ আৱশ্যক কেৱল বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যা ভিত্তিক শান্তিপূৰ্ণ গণতান্ত্ৰিক সহঅৱস্থানৰ মানসিকতা।

এই লক্ষ্য সাধন কিন্তু সহজসাধ্য নহয়; ইয়াৰ কাৰণে বহু সাধ্য-সাধনাৰ প্ৰয়োজন আছে। এই লক্ষ্য সাধনৰ কাৰণে প্ৰকৃততে এক সৰ্বাত্মক বিপ্লৱৰে প্ৰয়োজন। আজিৰ পৰা প্ৰায় আঢৈ হাজাৰ বছৰ আগতে বিশিষ্ট ভাৰতীয় চিন্তাবিদ কৌটিল্যই তেওঁৰ বিখ্যাত সমাজ-শাস্ত্ৰ অৰ্থশাস্ত্ৰত কৈ গৈছে বোলে,--

--অৰ্থশাস্ত্ৰ হ'ল ৰাজ্য বা দেশৰ সমৃদ্ধিৰ বিকাশৰ অৰ্থে ৰচিত শাস্ত্ৰ বা গ্ৰন্থ। (কে, পি, জয় ছোৱালঃ হিন্দু পলিটি, পৃঃ ৪/৫)

প্ৰাচ্য-পাশ্চাত্য উভয় দেশৰে সমাজ বিজ্ঞানী সকল একমত যে শ্ৰেণী পূৰ্ব সমাজত ব্যক্তিগত সম্পত্তিৰ স্থান নথকা কাৰণে, তাত মানুহ আৰু মানুহৰ মাজত জাতি-বৰ্ণ-সম্প্ৰদায়ৰ বা ভাষাৰ নামত কোনো প্ৰকাৰৰ বিভেদ নাছিল। সেই সমাজ আছিল সমকালীন এস্কিমো বা পিগমিসকলৰ সমাজৰ সদৃশ বিভেদ বিচ্ছিন্নতা, ঈৰ্ষা হিংসা-ঘৃণাহীন সমাজ। সেই সমাজৰ মানুহৰ সংঘাত আছিল বা বৰ্তমানেও আছে, মহাপ্ৰকৃতিৰ লগতহে মানুহ আৰু মানুহৰ মাজত কোনো সংঘাত নাই। সমগ্ৰ সমাজৰ সুখ, শান্তি আৰু সমৃদ্ধিৰ অৰ্থে শ্ৰেণীহীন বিভেদ বিচ্ছিন্নতাহীন সমাজ ব্যৱস্থা সুখৰ কথা নহয়, তাৰ কাৰণে আৱশ্যক সুসংগঠিত সমাজতান্ত্ৰিক বিপ্লৱৰ।

কিন্তু তাৰ আগতে শিক্ষা তথা সাংস্কৃতিক বিপ্লৱ সংশোধিত কৰি সামাজিক ৰূপান্তৰ সম্ভৱপৰ কৰি তুলিব পাৰি। ইও কিন্তু উলামুলা তুলা খুন্দা ব্যাপাৰ নহয়। এটা বিভেদ বিচ্ছিন্নতাহীন গণতান্ত্ৰিক সহ অৱস্থানৰ ভিত্তিত সাংস্কৃতিক বিপ্লৱ সম্ভৱপৰ কৰি তুলিবলৈ হ'লে, পোনতে শিক্ষাক ধৰ্ম-সম্প্ৰদায়ৰ কবলৰ পৰা মুক্ত কৰিব পাৰিব লাগিব। সূক্ষ্মভাৱে বিচাৰ কৰিলে দেখা যায় যে উপনিষদ, গীতা, ভাগৱত আদি হিন্দু গ্ৰন্থত কথিত জীৱন আৰু জগত বিষয়ক তত্ত্বৰ কোৰাণ বাইবেল আদি গ্ৰন্থত কথিত সত্য তত্ত্বৰ মাজত কোনো বিভেদ নাই। কিন্তু আমাৰ দেশ ভাৰত বহুধৰ্মীয় বহু সাম্প্ৰদায়িক। প্ৰতিটো সম্প্ৰদায়ৰে নিজ নিজ দেৱ-দেৱী বা উপাস্য দেৱতা আছে আৰু আছে ভিন ভিন নামত। এই বহুতৰ মাজত ঐক্য-সংহতি সাধন কৰিবলৈ হ'লে, আমি সকলো ধৰ্ম-সম্প্ৰদায়ৰ আদৰ্শৰ সমন্বয়ত এক নতুন ৰাষ্ট্ৰীয় আদৰ্শ গঢ়ি তুলিব লাগিব। তাত কোনো সম্প্ৰদায়ৰে দেৱ-দেৱীৰ নাম থাকিব নোৱাৰিব, থাকিব মাথোঁ আদৰ্শহে। শৈশৱৰে পৰা শিশুক এনে এটা সাৰ্বজনীন আদৰ্শেৰে অনুপ্ৰাণিত কৰিব পাৰিলে, সাম্প্ৰদায়িক বিদ্বেষৰ অৱসান ঘটিব বুলি নিশ্চয়কৈ আশা কৰিব পাৰি। ইয়াকে কৰিবলৈ হ'লে শিক্ষাক ধৰ্ম-সম্প্ৰদায়ৰ কবলৰ পৰা সম্পূৰ্ণৰূপে মুক্ত কৰিবই লাগিব।

ৰাজনীতিকো সাম্প্ৰদায়িকতাৰ কবলৰ পৰা মুক্ত কৰিব লাগিব। ইংৰাজে সাম্প্ৰদায়িকতাৰ ভেটিত ১৯১১ চনত মুছলমানৰ সুকীয়া নিৰ্বাচক মণ্ডলী আইন প্ৰয়োগ কৰাৰ আগতে হিন্দু মুছলমান আটায়ে আছিল ভাৰতীয়। কিন্তু সুকীয়া নিৰ্বাচক মণ্ডলী আইনে মুছলমান অংশক ক্ৰমে ব্যাপক হিন্দুৰ পৰা আঁতৰাই নিবলৈ প্ৰক্ৰিয়া আৰম্ভ কৰে। ভাৰত বিভাজনৰ পিছতো সেই আইন অন্ধভাৱে প্ৰবৰ্তন কৰি [illegible] কাৰ্যই সাম্প্ৰদায়িক বিদ্বেষৰ জুইত ঘিউ ঢালি আছে মাথোন। ভাৰতীয় ৰাজনীতিত স্থান থাকিব লাগিব এক মাত্ৰ ভাৰতীয়ৰ। সেই ভাৰতীয়সকল হিন্দু-মুছলমান, শিখ-খৃষ্টান সকলো ভাৰতীয়। শান্তিপূৰ্ণ গণতান্ত্ৰিক সহঅৱস্থানৰ ভেটিত সমাজ গঢ়িব লাগিলে, ৰাজনীতিক সম্প্ৰদায়ৰ পৰা মুক্ত কৰিবই লাগিব। বাস্তৱ অভিজ্ঞতাই ভাৰতবাসী সকলো সম্প্ৰদায়ৰ জনগণক চকুত আঙুলি দি সাঁকিয়াই আছে যে হিন্দু মন্ত্ৰী, বিধায়ক, সাংসদে হিন্দু জনগণৰ কল্যাণ সাধন কৰা নাই, তেনেকৈ মুছলমান, শিখ, খৃষ্টান প্ৰভৃতি সম্প্ৰদায়ৰ জনগণৰ কল্যাণ সাধন কৰা নাই, তেওঁলোক শ্ৰেণী প্ৰভু, তেওঁলোক ব্যস্ত নিজৰ ব্যক্তিগত শ্ৰেণী স্বাৰ্থপূৰণত আৰু ব্যস্ত শ্ৰেণী স্বাৰ্থপূৰণত সহায় কৰা এক মুষ্টিমেয় সংখ্যক সুবিধাবাদীৰ স্বাৰ্থপূৰণতহে। অৱশ্যে নিচেই নগন্য সংখ্যক যি দুই-এক মানৱীয়বাদী গণতান্ত্ৰিক চেতনা সম্পন্ন বিধায়ক বা সাংসদ আছে, তেওঁলোকক কিন্তু জনগণমুখী সমাজমুখী যেন অনুভৱ হয়।

ৰাজনীতিক ধৰ্ম-সম্প্ৰদায়ৰ কবলৰ পৰা মুক্ত কৰিবলৈ হ'লে, মন্ত্ৰী, বিধায়ক, সাংসদক মন্দিৰ-মছজিদৰ পৰা আঁতৰাই ৰাখিবই লাগিব; আনকি নিৰ্বাচনী অভিযানৰ কালতো মন্দিৰ-মছজিদত প্ৰৱেশ কৰিব নোৱাৰিব, ধৰ্মীয় বা সাম্প্ৰদায়িক সমাবেশতো যোগদান কৰিব নোৱাৰিব। যি লোকে মন্দিৰ-মছজিদৰ লগত সম্পৰ্ক ৰাখে তেওঁলোকে নিৰ্বাচনত প্ৰাৰ্থিত্বই পাব নোৱাৰিব। এখন সঁচা মানৱীয় সমাজ গঢ়ি তোলাৰ অৰ্থে উক্তমৰ্মে সংবিধান সংশোধন কৰিবই লাগিব। ধৰ্ম সম্প্ৰদায়ৰ লগত ৰাজনীতি একাকাৰ হৈ থকা কাৰণেই ভাৰত উপমহাদেশৰ উপৰি বিশ্বৰ দেশে দেশে ঘটিছে, ঘটি আছে, মানৱীয় কাৰ্য-কলাপ আৰু ভাতৃঘাতী সংঘাত।

জীৱন, বিশেষকৈ জাতীয় বা ৰাষ্ট্ৰীয় জীৱন, এক মহাজীৱন। জাতীয় বা ৰাষ্ট্ৰীয় জীৱন সুন্দৰ, সুস্থ আৰু স্পন্দনপূৰ্ণ ৰূপে গঢ়ি তুলিবলৈ হ'লে সমাজক শ্ৰেণীহীন শোষণহীন ৰূপে গঢ়ি তোলা যেনেকৈ গুৰুত্বপূৰ্ণ চৰ্ত হোৱা উচিত, তেনেদৰে ধৰ্ম আৰু সম্প্ৰদায়ৰ কবলৰ পৰা শিক্ষা, সংস্কৃতি, ৰাজনীতিকো মুক্ত কৰিবই লাগিব। শিক্ষা আৰু সংস্কৃতিৰ মাধ্যমত এক মহান মানৱীয় সমাজ গঢ়ি তোলাৰ সুস্থ কাৰ্যকৰী ব্যৱস্থা গ্ৰহণ কৰাৰ পিছত, ৰাজনীতিক ধৰ্ম-সম্প্ৰদায়ৰ কবলৰ পৰা মুক্ত কৰা সহজসাধ্যই হ'ব বুলি আশা। কাৰণ শিক্ষাই হে জীৱনৰ বুনিয়াদ গঢি তোলে। শিক্ষাই মানৱীয় মনুষ্যত্ববোধৰ ভেটি সুদৃঢ় কৰি তুলিলে, আনকি শ্ৰেণী বৈষম্য আৰু শোষণৰ প্ৰকোপো ক্ৰমে আঁতৰিব বুলিয়ে আশা। কাৰণ যথাৰ্থ মনুষ্যত্ববোধ সম্পন্ন মানুহে আন কোনোৰো ওপৰত প্ৰভুত্বও প্ৰতিষ্ঠা কৰিবও নিবিচাৰে আৰু আনক আৰ্থিক বা মানসিকভাৱে শোষণ কৰিবও নিবিচাৰে। জাতি-বৰ্ণ, ধৰ্ম-সম্প্ৰদায় নিৰপেক্ষ আৰু সকলো প্ৰকাৰৰ শোষণৰ পৰা মুক্ত সমাজ গঢ়িব লাগিলে, আঢ়ৈ হাজাৰ বছৰ আগতে গ্ৰীক দাৰ্শনিক প্লেটোই কৈ যোৱা আদৰ্শ গণৰাজ্য গঢ়ি তুলিবই লাগিব আৰু দেশৰ শিশুসকলক জন্মৰ লগে লগে মাক-বাপেকৰ পৰা আঁতৰাই ৰাখি ৰাষ্ট্ৰীয় আদৰ্শ অনুসৰি শোষণহীন শ্ৰেণীহীন আৰু যিকোনো ধৰণৰ বিভেদ বিচ্ছিন্নতাৰ পৰা মুক্ত আদৰ্শ

নাগৰিকৰূপে গঢ়ি তুলিবই লাগিব। আমি মনত ৰাখিব লাগিব যে সংস্কৃতিয়ে সংঘাত নঘটে, মিলন-মিশ্ৰণ, সমন্বয়-সমাহৰণৰ সুস্থ পৰিবেশহে গঢ় লৈ উঠে। সংঘাত-সংঘৰ্ষৰ সৃষ্টি কৰে অপসংস্কৃতি আৰু অসংস্কৃতিৰ সংযোগেহে।

মনুষ্যত্ববোধ আৰু সংস্কৃতি সম্পন্ন সমাজৰ পৰা সাম্প্ৰদায়িক অবিশ্বাস-অশান্তি সংঘাত-সংঘৰ্ষ তিৰোহিত হোৱা হ'ব অৱধাৰিত। তেতিয়া মন্দিৰ মছজিদ, গীৰ্জা-গুৰুদ্বাৰৰ মাজৰ বিৰোধো লোপ পাব। সেই সংস্কৃতিসম্পন্ন মানুহ মাত্ৰই হ'ব সমগ্ৰ দেশৰ তথা বিশ্ব মানৱতাৰ পৰম মংগল আৰু আনন্দৰ কাৰণ। তেতিয়া দূৰ অতীতৰ দৰে বিশ্ববাসী জনগণৰ মানত ভাৰত হ'ব পুনৰ আদৰ্শ ৰাষ্ট্ৰ।OO

# প্ৰেম এক স্বয়ংসম্পূৰ্ণ উপলব্ধি

## ড° মামণি ৰয়ছম্ গোস্বামী

জীৱনত কোনোদিনে ফাকি দিয়া নাই বুলি দাবী নকৰো। কিন্তু সাহিত্য চৰ্চাৰ ক্ষেত্ৰত পাঠকৰ বাবে মেলি দিয়া মোৰ লিখাখিনিত, মই কাহানিও ফাকি দিয়া নাই। চলাহী কথাৰে ভুলাব বিচৰা নাই পাঠকৰ মন। মই যি লিখিছো সেয়া মোৰ বিচাৰত সত্য। মই যিহেতু বাস্তৱৰ পৰাই সামান্যহে কল্পনাৰ ৰহন সানি লিখো, সেইবাবেই কওঁ-- মোৰ সাহিত্যত মানুহৰ জীৱনকে প্ৰতিফলিত কৰিব বিচাৰো এক সত্যৰ ৰূপত। বাস্তৱত ঘটা ঘটনাবোৰক কাহিনীৰ ৰূপত সজাওঁ। পৃথিৱীত কত কিমান ধৰণৰ ঘটনা ঘটিব পাৰে, তাৰ অভিজ্ঞতাৰে সমৃদ্ধ হওক, মোৰ পাঠকসকল। কোনোবা পাঠকে অভিযোগ কৰিছিল যে, মোৰ লিখনীত আবুৰ নাথাকে। মই খোলা মেলাকৈ লিখি পেলাওঁ। কিন্তু মোৰ লিখনীত আবুৰ নাথাকিব কিয়? খোলা-মেলা মানে এয়া নহয় যে কলমক নিয়ন্ত্ৰিত নকৰাকৈ মই লিখি যাম। পাঠকক যি ইচ্ছা তাকেই পঢ়িবলৈ দিয়াটো লিখকৰ অন্যায়। মাথো অন্যায়েই নহয়, জঘন্য অপৰাধো। মোৰ বিবেচনাৰে সেই পাপ মই কাহানিও কৰা নাই। তেনে হোৱা হ'লে মোৰ লেখাবোৰ সস্তীয়া যৌনলীলা-খেলাৰ দৰে (নিষিদ্ধ!) কিতাপ হ'লহেঁতেন। ....লেখাৰেই মাথো মই জীৱনক আৱিষ্কাৰ কৰাৰ প্ৰয়াস কৰো আৰু লেখনীৰ মাজেৰে সেয়া সমাজৰ সন্মুখত প্ৰকাশ কৰিব বিচাৰো। মই কোনোদিনে কাকো নীতিশিক্ষা দিয়াৰ চেষ্টা কৰা নাই। মোৰ লেখনীৰ মাজত থকা চৰিত্ৰবোৰৰ দ্বন্দ্ব সংঘাতে সত্য-অসত্য, ন্যায়-অন্যায়ৰ বাৰ্তা বহন কৰে, তাৰ পৰাই পাঠকে জীৱনৰ শিক্ষা ল'ব।

যৌনতা পাপ নহয়। যৌনতা এক কলা। এক আনন্দ। এক নান্দনিক চেতনা। কিন্তু সি হ'ব লাগিব শৃংখলিত। হ'ব লাগিব জীৱনৰ অবিচ্ছেদ্য অঙ্গ। এই যৌনতাক প্ৰয়োজন সাপেক্ষে জানো সাহিত্যৰ মাজলৈ টানি আনিব নালাগে? কেতিয়াবা অনিয়ন্ত্ৰিত যৌনতা, সমকামিতা বা উদ্ভট প্ৰেমো মোৰ সাহিত্যৰ অঙ্গ হৈ পৰে। কাৰণ এইবোৰৰ ৰহস্য উন্মোচনৰ মোৰ প্ৰয়াসৰ অন্ত নাই। সাহিত্যৰ জগতত কিছুমান নিয়ন্ত্ৰিত শব্দ থাকে, ভাষা থাকে। সেইবোৰ প্ৰয়োগ কৰিয়েইতো মই সাহিত্য সৃষ্টি কৰি যাওঁ.....।

জীৱনত কত বিচিত্ৰ মানুহক লগ পালো। কত মানুহৰ স'তে সহচৰ্য গঢ়ি উঠিল। কিন্তু জীৱনটো মাথো বিচ্ছেদৰ এক কৰুণ যাত্ৰা। কৈশোৰত দেউতাক হেৰুওৱাৰ পাছতে যৌৱনত হেৰুৱালো মোৰ স্বামী মাধৱেন ৰয়ছম আয়েঙ্গাৰক। কিমান ভালপোৱা তেওঁ মোক দিছিল। তেওঁৰ সহচৰ্যতে বুজি উঠিছিলো জীৱনত কিমান আনন্দ থাকে, কিমান প্ৰেম থাকে। ......কিন্তু মাধৱেনেই জানো? মোৰ সমস্ত জীৱন আবৰি থকা মোৰ মাক হেৰুৱাইছো কেইবছৰমানৰ আগতে। শেষ দিনবোৰতো মোক লৈ তেওঁৰ চিন্তাৰ অন্ত নাছিল। ভালপোৱাৰ উমেৰে তেওঁ মোক সুখী কৰিব বিচাৰিছিল। কিন্তু তেঁৱো গ'লগে। তাৰ পাছতো হেৰুৱাইছো অসংখ্য লোকক। তাৰে কিছুমান মোৰ জীৱনত সোমাই পৰিছিল। কিছুমানে মোৰ হৃদয়ৰ দুৱাৰত কৰাঘাত কৰিছিল। কিন্তু সকলোকে জানো জীৱনৰ দুৱাৰ উন্মুখ কৰি দিব পাৰি? মেয়ো বহুতকে মোৰ জীৱনৰ দুৱাৰ খুলি দিয়া নাছিলো।

মই লগ পোৱা পুৰুষৰ ভিতৰত শতকৰা ৭০ জনেই আছিল ভাল মানুহ।

এওঁলোকৰ চকুৰ জ্যোতিত আছিল আকুতি, আছিল ভালপোৱা। কিন্তু ৩০ শতাংশ মানুহ আছিল অত্যন্ত বেয়া। ঠিক ব্যভিচাৰী বুলিব পাৰি। এওঁলোকে মোৰ হৃদয় বিচাৰা নাছিল, বিচাৰিছিল দেহ। এওঁলোকৰ সন্মুখত থিয় হ'লে মোৰ এনে লাগিছিল মই যেন কচাইৰ দোকানত ওলোমাই থোৱা ছাগলীহে। এবাৰ এজন বিয়া-বাৰু পতা অধ্যাপকে চিঠি বিলাই ফুৰিছিল এইবুলি, 'মই মামণিক বিয়া পাতিলো। তেওঁ মোক বিৰাট ভাল পায়। আজিকালি তেওঁ মোৰ লগতে থাকে। ....' মোৰ কিছুমান বন্ধুৱে চিঠিবোৰ মোক দেখুৱাইছিল। তেওঁলোকে মোক কৈছিল, "মানুহটোক ধমক এটা নিদিয়া কিয়? য'তে-ত'তে বদনাম গাই ফুৰিছে। .....এনে হ'লে তোমাৰ বিৰাট অপকাৰ হ'ব।"

মোৰ অপকাৰৰ কথা চিন্তা কৰা নাছিলো। মোৰ হাঁহি উঠিছিল ছাত্র-ছাত্রীক জ্ঞানৰ পোহৰ দিয়া অধ্যাপকজনৰ ব্যভিচাৰী মানসিকতা দেখিহে।

জীৱনত অসংখ্য মানুহৰ প্রতি দুর্বল হৈছো। কিন্তু সকলোবোৰ দুর্বলতাই জানো সম্পৰ্কৰ পূর্ণতা পায়? কেতিয়াবা কাৰোবাৰ স'তে এনে সম্পৰ্কও গঢ়ি উঠে, যাৰ নাম দিব নোৱাৰি।

বহু মানুহৰ স'তে বন্ধুত্ব গঢ়ি তুলিছো। প্রেমৰ বন্ধুত্ব। কিন্তু মই নির্দিষ্ট দূৰলৈহে তেওঁলোকৰ স'তে হাতত হাত ধৰি আগবাঢ়ি গৈছো। .....মই জীৱনত ব্যভিচাৰ কৰা নাই। কাৰোবাক ভাল পোৱাটো ব্যভিচাৰ নহয়। ব্যভিচাৰত লিপ্ত হোৱা বাসনা মোৰ কাহানিও হোৱা নাই। ইচ্ছা কৰিলে বহুলোকৰ পৰা মই বহু সুবিধা আদায় কৰিব পাৰিলোহেঁতেন। বহু ওপৰৱালা বিষয়াই মোক বিয়া পাতিবলৈ আগবাঢ়ি আহিছিল। মাধুৰ স্মৃতিয়ে মোক সদায় সেই কামৰ পৰা আঁতৰাই ৰাখিছিল। বিয়াই নাপাতিলো, ব্যভিচাৰ কৰিম কিয়? 'নাৰী' হৈ মোক পণ্য হোৱাৰ কথা ভবা নাই কাহানিও। ব্যভিচাৰ প্রেমৰ শত্রু, মানৱতাৰ শত্রু। ব্যভিচাৰ শৃঙ্খলাবদ্ধতাৰ শত্রু। ই পৃথিৱীৰ গতিক স্থবিৰ কৰে। ......সত্যৰ কথা ক'বলৈকে, ন্যায়ৰ কথা ক'বলৈকে মই এদিন হাতত কলম তুলি লৈছিলো। এতিয়া কলমেই মোৰ প্রধান সঙ্গী। মোৰ এই সঙ্গীক, ন্যায় আৰু সত্যৰ কথা লিখা সঙ্গীক ফাকি দি ব্যক্তিগত জীৱনত ব্যভিচাৰ কৰিবলৈ যাম কিয়?

০ ০ ০ ০ ০ ০ ০

মই মোৰ জীৱনৰ বহু ব্যক্তিগত কথা সামাজিকভাৱে প্রকাশ কৰিছো। বহুতেই ইমানখিনি সাহস নকৰে। মই কেতিয়াবা (ঠাণ্ডা বতৰত) অলপ-অচৰপ 'ড্রিংক' কৰো। এই কথা মই কে'বাবাৰো প্রকাশ কৰিছো। ইয়াৰ ফলত কাৰো লাভ হোৱা নাই। কিন্তু সকলো কথাই যে প্রকাশ কৰাৰ সৎ সাহস মোৰ আছে, সেয়া এই কথাৰেই প্রমাণ নহয়নে? অৱশ্যে বিবেক হেৰাই যোৱাকৈ মদ্য পাণ কৰাটোক মই অতি ঘৃণা কৰো।

মোৰ লিখনীৰ পৰা মোৰ জীৱনটোক মই কেতিয়াও আঁতৰাই নাৰাখো। বিধৱাসকলৰ দুখ-দুর্দশাৰ বিষয়ে মই গল্প-উপন্যাস লিখিছো। বিপর্যস্ত জীৱন লৈ জীয়াই থকা বহু বিধৱাক মই শৈশৱৰে পৰা আজি পর্যন্ত লগ পায়েই আছো। বিধৱাসকলক ৰীতি-নীতিৰ গণ্ডীৰে হেঁচা মাৰি ধৰা সমাজখনক মই ঘৃণা কৰো। তাৰেই প্রতিবাদ কৰো মোৰ সাহিত্যযোগে। কিন্তু মাথো সাহিত্যতে নহয়, মোৰ ব্যক্তিগত জীৱনতো ইয়াৰ বিৰোধিতা কৰিছো। স্বামীৰ মৃত্যুৰ পাছত মই এদিনো 'বিধৱা'ৰ দৰে জীয়াই থকা নাই। পালন কৰা নাই

কোনো ৰীতি-নীতি। মই সদায়েই বিশ্বাস কৰো পত্নীহাৰা পুৰুষৰ দৰেই স্বামীহাৰা নাৰীৰো সম-অধিকাৰ থকা উচিত। সাহিত্যতেই মাথো নহয়, ব্যক্তিগত জীৱনতো এই কথা মই আখৰে আখৰে পালন কৰিছো। তাৰ বাবে আত্মীয়ৰ পৰা বহু তিৰস্কাৰ পাইছো। বহুতেই ছিঃ ছিঃ বুলিছিল। কিন্তু মই কাকো গ্ৰাহ্য নকৰিলো। ইমানখিনি সাহস থকাৰ বাবেই এই কথাবোৰ নিৰ্মোহভাৱে মোৰ সাহিত্যত সোমাইছে। 'দঁতাল হাতীৰ উঁয়ে খোৱা হাওদা'ত গিৰিবালাৰ যোগেদি মই স্বাধীন নাৰীৰ সন্ধান কৰিছো। যিয়ে সমাজৰ অপ্ৰয়োজনীয় ৰীতি-নীতিৰ গণ্ডী ভাঙি 'মেলেচ'ক ভাল পাবলৈ শিকিছে। মাথো সেয়াইনে? মেলেচ শুছি যাব বুলি শুনি বৰষুণৰ ৰাতি গিৰিবালাই তেওঁৰ দুৱাৰত টকিয়াইছিল। .... সেই যুগৰ নাৰীৰ এয়া কম সাহসনে, কম প্ৰতিবাদনে? মোৰ আন এটা চৰিত্ৰ ঈশ্বৰীয়েও বৈধব্য যন্ত্ৰণাৰ পৰা মুক্তি পাবলৈ ধৰ্মবাহাদুৰ ৰাণাৰ মাজত প্ৰেমৰ সন্ধান কৰিছে। আৰু 'নালকণ্ঠী ব্ৰজ'ৰ সৌদামিনী?

বিধবাৰ যন্ত্ৰণা কিমান মাৰাত্মক সেয়া মই শৈশৱৰ পৰা দেখি আহিছো। সৰুতেই বুজিছো 'বিধবা' হয় মাথো নাৰীহে। এই নাৰীসকলৰ কাম মাথো আনৰ দাসত্বত থকা আৰু বিপৰ্যস্ত জীৱন-যাপন কৰা। আৰু .....আৰু এই সমস্যাকে মই নাৰীৰ আটাইতকৈ ডাঙৰ সমস্যা বুলি ভাবিছিলো। অৰ্থ-কড়ি নথকা, স্বাৱলম্বী হ'ব নোৱাৰা এই নাৰীসকলৰ দুখ-দুৰ্দশা কিমান, সেয়া হয়তো সহজে অনুমান কৰিব পৰা নাযায়। ...তদুপৰি প্ৰেম, এমুঠি ভালপোৱা জানো কেতিয়াবা পায় এই নাৰীসকলে? মাথো আনৰ কেটেৰা-জেঙেৰা . । 'উঁয়ে খোৱা হাওদা'ৰ মোৰ এক প্ৰিয় চৰিত্ৰ সৰতীক (বাস্তৱৰ নাম) মই ১৯৮৯ চনত এক মৰ্মস্পৰ্শী অৱস্থাত দেখিছিলোঁ। গোহালি ঘৰ এটাত তাইৰ ৰুগ্ন শৰীৰ পৰি আছিল।

লেখিকা হিচাপে সফল বুলি মই কোনোদিনে ভবা নাই। এটা লিখনী লিখাৰ পাছত তাক লৈ মই কাহানিও সন্তুষ্ট হ'ব পৰা নাই। মোৰ ভাব হয়, তাতকৈ মই আৰু বহু ভালদৰে লেখিব পাৰিলোহেঁতেন। কোনো লিখনীয়ে কাহানিও মোক আনন্দ দিব পৰা নাই। আৰু 'ব্যক্তি' মানুহ হিচাপেও মই সম্পূৰ্ণ বিফল। মাথো বিফলতাৰ সুদীৰ্ঘ যাত্ৰা মোৰ এই জীৱন। মোৰ একান্ত শুভাকাংক্ষীয়েও কয়, মানুহ হিচাপে মই বিফল। ভাৰতৰ এজন বিখ্যাত জ্যোতিষীয়ে সৌ-সিদিনা মোক কৈছিল; 'জীৱনটোত তোমাৰ কলমটোৰ বাহিৰে আন একো নাই।' মই কাহানিও সুখী হ'ব পৰা নাই। অহৰহ এক ধৰণৰ হতাশা, যন্ত্ৰণাই মোক খেদি ফুৰে। এয়া জন্মগতই নেকি? সমাজত দেখি থকা কিছুমান দৃশ্য দেখি মই বাৰে বাৰে মৰ্মাহত হওঁ। ৰাস্তাত ঘূৰি ফুৰা গৰাকীবিহীন গৰুবোৰ, ৰোগীয়া কুকুৰবোৰ, উগ্ৰতাৰা মন্দিৰত দেখা বলি দিয়া ম'হবোৰৰ কথা মনত পৰিলেও মই ওৰে ৰাতি ছটফটাই থাকো। আৰু গ্ৰামত বাস কৰা হতভাগা দৰিদ্ৰ মানুহবোৰ। মই কেতিয়াবা আনন্দিত হৈ থাকিব বিচাৰিলেও বলি দিয়া ম'হৰ চকুৱে মোক খেদি ফুৰে।

উত্তৰ গুৱাহাটীত মোৰ দাদাৰ মাটি অলপ আছে। ডাঙৰ পুখুৰী এটাও আছে তাত। হাঁহবোৰে চৰি ফুৰে তাত। গুৱাহাটীত থাকিলে মই তালৈ যাওঁ কেতিয়াবা। এদিন ধুনীয়া ক'লা হাঁহ এজনী তালৈ আহিল আৰু তাত থকা হাঁহবোৰৰ স'তে চৰি ফুৰাত লাগিল। ক'ৰ পৰা তাই আহিল কোনেও নাজানিলে। .... কিন্তু হাঁহজনী এদিন হেৰাই থাকিল। বাকীবোৰ হাঁহৰ স'তে চৰি ফুৰা হাঁহজনী নোহোৱা হ'ল। ....হাঁহজনী ক'লৈ যাব পাৰে তাৰ চিন্তাই মোক ব্যতিব্যস্ত কৰিলে। এদিন দাদাই ক'লে, পুখুৰীৰ ৰখীয়াবোৰে হেনো তাইক ধৰি কাটি খাই পেলালে।

ঘটনাটোত কিমান দুখ পালো তাৰ বৰ্ণনা কৰিব নোৱাৰিম। এচ্ ৰাম, কিমান

নিৰাপত্তা বিচাৰি, বন্ধুত্ব বিচাৰি হাঁহজনী আহিছিল আৰু ৰখীয়াবোৰে খাই পেলালে। এটা সাধাৰণ ঘটনা কিন্তু, এই ঘটনাটো মই হজম কৰিব নোৱাৰিলো। এতিয়াও কেতিয়াবা সপোনত, কেতিয়াবা বাস্তৱতে হাঁহজনীয়ে মোক খেদি ফুৰে। যেন মানুহৰ নিৰ্মমতাৰ কথা মোক কয়। মই বৰ হতাশ হৈ পৰো।

মোৰ মায়ে কৈছিল— "এনেকৈ মানুহ কেতিয়াও সুখী হ'ব নোৱাৰে।"

.... নোৱাৰাৰ কথাই। গতিকে অহৰহ হতাশাত ভোগা মানুহজনী বাৰু কেনেকৈ ব্যক্তি হিচাপে সফল হ'ব পাৰে?

জীৱনত বহু নিৰ্মমতা দেখিছো। নিজকে সভ্য বুলি ভবা মানুহৰ নিৰ্মমতা সঁচাকৈয়ে ভয়ঙ্কৰ। পুৰুষ-নাৰীৰ বিভেদ ৰেখা ইয়াত টানিব নোৱাৰি।

ক্ষুধাৰ্ত বাঘ আৰু প্ৰেমাৰ্ত তিৰোতাৰ পৰা ৰেহাই পোৱাৰ সাধ্য কাৰো নাই বুলি এক পটন্তৰ প্ৰচলিত আছে। কিন্তু এয়া সঁচা নহয়। প্ৰেমাৰ্ত তিৰোতাৰ পৰা সহজেই নিস্তাৰ পায় মানুহে। কিন্তু প্ৰেমাৰ্ত হোৱাৰ লগতে পুৰুষ কিছু ক্ষুধাৰ্তও হয়। সেইবাবে তেনে পুৰুষৰ পৰা নিস্তাৰ পোৱাটো দুঃসাধ্য। যৌৱনত মোৰ স'তে প্ৰেম কৰিব বিচৰা যুৱকবোৰ মোৰ দ্বাৰা প্ৰত্যাখিত হৈ কেনে ভয়ঙ্কৰ হৈ উঠিছিল ভাবিলে আচৰিত লাগে। তেওঁলোকে মোৰ বিৰুদ্ধে বদনাম ৰটি ফুৰিছিল। মই কাৰোবাৰ স'তে বিয়া হ'লে কথা বেয়া হ'ব বুলি ধমকি দিছিল। চিঠি লিখি বিয়া ভাঙিছিল। উহঃ কি ঘৃণনীয় নিষ্ঠুৰতা।

দিল্লীত মোৰ বাসগৃহৰ ওচৰতে বিখ্যাত অধ্যাপক এজনে বাস কৰিছিল। ভৰপূৰ সংসাৰ আছিল তেওঁৰ। হঠাৎ এদিন পত্নী অসুস্থ হ'ল। ভয়ানক বেমাৰ। মৃত্যুৰ ক্ষণ গণি থকা পত্নীক এৰি থৈ আহি মানুহজনে মোক বিবাহৰ প্ৰস্তাব দিছিল। মাথো বিবাহেই নহয়, তেওঁ মোৰ স'তে ব্যভিচাৰো কৰিব বিচাৰিছিল। মোৰ পঢ়া টেবুলৰ ওচৰতে থিয় দি তেওঁ এই ঘৃণনীয় প্ৰস্তাৱবোৰ দিছিল। উহঃ কি নিমৰ্মতা। মই অসুখত ভোগা মানুহগৰাকীৰ ওচৰলৈ গৈ থিয় দিছিলো। ঘৰত মৃত্যুশয্যাত পৰি থকা পত্নীক এৰি থৈ মানুহে কেনেকৈ নিৰ্মম প্ৰস্তাব দিব পাৰে। তাকে আকাশ-পাতাল ভাবিছিলো। নাই নাই, এই নিৰ্মমতাৰ কোনো সংজ্ঞা নাই।

শৈশৱৰে পৰা গোড়ামীৰ, অন্যায়ৰ বিৰোধিতা কৰি আহিছো। বিৰোধিতা কৰি আহিছো নিৰ্মমতাৰ, অপ্ৰেমৰ। কোনোদিনেই কোনো 'সুযোগ' লোৱা নাই, সুযোগৰ আশাত থকা নাই। যি কৰিছো পৰিশ্ৰম আৰু সাধনাৰে কৰিছো। য'ত মোৰ প্ৰতিভাই ঢুকি নাপায় সেই 'বস্তু'ৰ আশাও কৰা নাই। মানৱীয়তাক মই সন্মান কৰিব শিকিছো। সন্মান কৰিছো প্ৰেমক। যৌৱনত 'ৰিণিকি ৰিণিকি দেখিছো যমুনা' বুলি গল্প এটা লিখিছিলো। গল্পটোৰ বাস্তৱ ভিত্তি বৰ বিশেষ নাছিল। মোৰ হৃদয়ত উদয় হোৱা কথাই মই কল্পনাৰ কাহিনীৰ সুতাৰে বান্ধিছিলো। গল্পটোত প্ৰেম মানে কি তাক বুজাবৰ চেষ্টা কৰিছিলো।

প্ৰেম নিজেই 'স্বয়ং সম্পূৰ্ণ' উপলব্ধি। তাত ভয়, সাহস, দুঃসাহসৰ প্ৰশ্নই নুঠে। য'ত অফুৰন্ত প্ৰেম থাকে, তাত সাহ-শক্তি সকলো থাকে।○○

# নাট্য-সাহিত্যলৈ বেজবৰুৱাৰ অৱদান

## ড° হেম বৰা

আধুনিক অসমীয়া সাহিত্যৰ কৰ্ণধাৰ লক্ষ্মীনাথ বেজবৰুৱাই সাহিত্যৰ সকলো দিশতে অতুলনীয় অৱদান আগবঢ়াই গৈছে। 'জোনাকী' কাকত (১৮৮৯) জন্মৰ পৰা দ্বিতীয় মহাসমৰৰ আগে আগে (১৯৪০) অৱসান ঘটা ৰমন্যাসিক সাহিত্যৰ যুগটোৰ বেজবৰুৱাকেই মহানায়কৰ আখ্যা দিয়া হৈছে। সেইবাবে এই যুগটোক কোনো কোনো সাহিত্য-বুৰঞ্জীকাৰে বেজবৰুৱাৰ যুগ আখ্যাৰে তেওঁক সম্মানিত কৰিছে।

অসমীয়া সাহিত্যলৈ বেজবৰুৱাই কবিতা, গল্প, উপন্যাস, প্ৰবন্ধ, সমালোচনা নিবন্ধ, ব্যঙ্গ, জীৱনী-আত্মজীৱনী প্ৰভৃতি দিশত অৱদান আগবঢ়োৱাৰ দৰেই নাট্য-সাহিত্যলৈকো উল্লেখযোগ্য দান আগবঢ়াই গৈছে। লক্ষ্মীনাথ বেজবৰুৱাৰ কলমৰ পৰা ওলোৱা নাটসমূহ হ'ল,—

**(ক) ধেমেলীয়া বা প্ৰহসন নাটকঃ**

১। লিতিকাই (১৮৮৯-৯০ জোনাকীৰ পাতত)

২। নোমল - ১৯১৩ চন।

৩। পাচনি - ১৯১৩ চন।

৪। চিকৰপতি নিকৰপতি — ১৯১৩ চন।

**(খ) ঐতিহাসিক নাটকঃ**

১। জয়মতী - ১৯১৫

২। চক্ৰধ্বজ সিংহ - ১৯১৫

৩। বেলিমাৰ - ১৯১৫

**(গ) একাংকিকা - (অন্যান্য)**

১। গদাধৰ ৰজা

ইয়াৰ বাহিৰেও বাবে মতৰা, হ-ম-ব-ৰ-ন, হেমলেট আৰু মণ্ডলা নামৰ নাট্য-প্ৰয়াস কেইখনমান দেখা যায়।

**প্ৰহসনঃ**

১। 'লিতিকাই' নামৰ প্ৰহসন বা ধেমেলীয়া নাটকৰ জৰিয়তে ১৮৯০ চনত লক্ষ্মীনাথ বেজবৰুৱাই অসমীয়া নাট্য-সাহিত্যত প্ৰবেশ কৰে। 'জোনাকী'ৰ পাতত প্ৰকাশিত এই নাট বিশুদ্ধ প্ৰহসনৰ শাৰীত পৰে। সাতোটা ককাই-ভাইৰ আগচোতালত বহি মেল মৰাৰ পৰা নানা মূৰ্খামিৰে নাটকখন ভাবাক্ৰান্ত। নিতাই, মনাই, তিতাই, ৰসাই, পুহাই আৰু ভোলাই নামৰ সাতোটা ভাই-ককাইৰ মাক-বাপেকৰ মৰাৰ কথাৰে আৰম্ভ হোৱা নাটকখনে ম' হে-কামোৰৰ বাবে ম'হ মাৰিবলৈ দিখৌমুখৰ হাবিত প্ৰৱেশ, জোনাক ৰাতি কুৰি খোৱা পকা

চপৰণি পানী বুলি সাঁতুৰি পাৰ হ'ব খোজাৰ নিচিনা বিসংগতিমূলক কাৰ্যকলাপৰ যোগেদি হাস্যৰসৰ যোগান ধৰা হৈছে। ঘটনাক্ৰমে দেউৰাম বাপুক লগ পাই হেৰুৱা ভাই এটাৰ উদ্ধাৰ, দেউৰ ঘৰত একঠা মাটিত কোৰ মৰা, ধানৰ ডাঙৰি কঢ়িওৱা কাণ্ড, দেউৰাম বাপুৱে শত্ৰু জ্ঞান কৰা, হাতত দালৈ নিধন কৰিবলৈ যোৱা, নোৱাৰি অন্য বুদ্ধি কৰা, চিঠি লেখি দেউৱে তিতাইক মিতিৰৰ ঘৰত হত্যা কৰোৱাৰ ফন্দী, বাটত চিঠি সলাই বামুণৰ খুলখালীয়েক মানিকীৰ সৈতে বিয়া পতাৰ কাণ্ড 'লিতিকাই'ৰ মুখ্য ঘটনা। নাটখন সাধুকথা এটাৰ গইনাত ৰচিত। কৌতূহল সৃষ্টিত নাটখন বৈশিষ্ট্যময় হৈছে। ঘটনাবোৰ অসঙ্গতিপূৰ্ণ, অস্বাভাৱিক হোৱাৰ বাবে হাস্যৰসৰ সৃষ্টি হৈছে।

২। 'নোমল' নাটকৰো অৱস্থা একেই। অত্যন্ত হোজামানুহ নাহৰ ফুটুকাবুঢ়াই পুতেকৰ নাম বিচাৰি আঠিয়াবাৰী সত্ৰাধিকাৰৰ ওচৰলৈ যাত্ৰা কৰি নানা বিপৰ্যয়ত পৰাৰ ঘটনা বৰ্ণিত হৈছে। উভতি আহোতে নিজৰ নিৰ্বুদ্ধিতাৰ বাবে 'নোমল' 'নেমেল' হৈ পৰাত প্ৰথমতে নৌ-যাত্ৰা আৰম্ভ কৰিবলৈ লোৱা নাৱৰীয়াই যাত্ৰাভঙ্গ কৰাৰ বাবে ভালকৈ বুঢ়াক কিলালে। কিলৰ কোবত নেমেলটোও পাহৰি ৰাজআলিত গায়ন-বায়নেৰে খোল-মৃদং বজাই কেঁকোৰা দোলাত বৰবৰুৱাক যোৱা দেখি 'নহবৰ হ'ল ঐ' বুলি মুনত খেলালত এইদৰে চিঞৰি ঘৰলৈ উভতিবলৈ ধৰিলে। চকলা গোহাঁই এদিন এবেলালৈ বৰবৰুৱা হৈ এইদৰে দোলাত অহাৰ বাবে ঠাট্টা কৰা বুলি টেকেলা লগাই নাহৰ ফুটুকাক ভালকৈ একিল দিয়ালে। তাৰ পাছত ইটোতকৈ সিটোহে চৰা বুলি আকৌ গৈ থাকোতে বাটেদি যোৱা দুই যাত্ৰী গোধা আৰু গঁৱলীয়াই সিহঁতকে তেনেকৈ কোৱা বুলি ভালকৈ এখুন্দা দিলে। এইদৰে লেবেজান হৈ ঘৰত উপস্থিত হৈ ঘৈণীয়েক নিচলীক খামতি মোনাটোতে নাম আছে বুলি জনালে। শুকুৰী নামৰ মানুহ এজনীয়ে নাম চাবলৈ মোনাটো মেলিবলৈ ধৰাত নিচলীয়ে নেমেল বুলি বাধা দিলে। তেতিয়া নাহৰ ফুটুকাৰ মনলৈ আকৌ নেমেল শব্দটো আহিল। গতিকে এমহীয়া পুত্ৰৰ নাম এইদৰে ওলাল! 'নোমল' নাটকৰ বিপৰ্যয়বোৰেই হাস্যৰসৰ সৃষ্টি কৰে। ই ধেমেলীয়া বা নিৰ্মল হাস্যৰস। বুদ্ধিনিষ্ঠতা ইয়াত নাই।

৩। 'পাচনি' নাটকত ধৰ্মাই পাচনিয়ে গধূলি সাজ খাবৰ কাৰণে অতিথি বিচাৰি বাটৰুৱা মানুহক ধৰিছে। ধৰ্মাইৰ বাবে 'অতিথিক নিদি যিটো কৰয় ভোজন। সিজয় পাতক তাৰ অগম্যা গমন।' অকলে খালে শকুৰাৰ সদৃশ হয় বুলিয়েই বাটৰ মানুহক অতিথি কৰিবলৈ চেষ্টা কৰিছে। কিন্তু এজনেও তেওঁৰ কথা নামানিলে। এটাকো বলে নোৱাৰিলে। কিন্তু ঘৰ পোৱাৰ পাছত দুজন আলহী আহি ওলালহি। দুয়োজনক পাই পাচনি বৰ আনন্দিত হ'ল। কিন্তু জিলালৈ অহা আচহুৱা মানুহ দুজনক পাচনিয়নীয়ে ঢেকীথোৱাৰ ভয় দেখুৱাই খেদি পঠালে। আলহী সেই যোৱাত, পাচনিয়ে হাতত ঢেকীথোৱা লৈ পাছে পাছে খেদি যোৱা হাস্যকৰ ঘটনাই দৰ্শকক যথেষ্ট হাঁহিৰ যোগান ধৰে। অন্য এজন আলহী অহাত মেকুৰি খুউৱাৰ ভয় পাচনিয়নীয়ে দিয়াত আলহী পলাল। পাচনিক কিন্তু ঘৈণীয়েকে আলহীজনে ঘৰৰ মেকুৰি পোৱালিটো খাব খোজাৰ কাহিনী সজালে। এনে ধৰণৰ ধেমেলীয়া কথাৰেই এই নাটকো শেষ হৈছে।

৪। দুটা গভাইত চোৰক লৈ ৰচিত 'চিকৰপতি নিকৰপতি'ত চুৰিকাৰ্যৰ কৌশল-কৌতুকৰ লগতে দুৰ্নীতিপৰায়ণ বিচাৰৰ হাস্যস্পদ কাৰ্য দাঙি ধৰা হৈছে। আদালতত গুচৰীয়া বেথাই আৰু বিচাৰক ঘিণাৰামৰ কথোপকথনৰ মাজতে হাস্যৰসৰ উদ্ভৱ। আচামী চিকৰপতি-ৰৰচোৰ। বিচাৰৰ নামত ভেকোভাওনাখনেই নাটিকাখনৰ মূল হ'লেও আহফালে বহুবালিৰে শেষ হৈছে। ধেমেলীয়া হাস্যৰসেই এইখনৰো লক্ষ্য। চিকৰপতিয়ে নিকৰপতি নামৰ চোৰকো ঠগন দিয়াৰ দৰে ঘটনা আৰু দুয়ো মিলি ৰজাৰ ল'ৰাক চুৰি কৰি নিয়া আদি ঘটনাৰ কোনো গাম্ভীৰ্যতাত বাস্তৱতা নাথাকিলেও হাস্যৰসৰ বাবে অপ্ৰয়োজনীয় বুলি ক'ব নোৱাৰি।

বেজবৰুৱাৰ এই ধেমেলীয়া নাটিকা কেইখন চুটি। অংক আৰু দৃশ্য বিভাজন যথেষ্ট আৰু কিছুমান দৃশ্য অতি চুটি। চৰিত্ৰ বিলাক যথাযথ বুলি ক'লেও বৈশিষ্ট্য চকুত নপৰে। চৰিত্ৰৰ দৰেই আখ্যানৰো বিকাশ নাই। অস্বাভাৱিক ক্ৰিয়া-কাণ্ডৰ মাজতে বেজবৰুৱাৰ ৰসাল সংলাপে নাটিকা কেইখনৰ গুণ বৃদ্ধি কৰিছে। অতিৰঞ্জন কৰ্ম-কলাপ, পৰিস্থিতি তথা বিসঙ্গতিয়ে বিশুদ্ধ হাস্যৰসৰ যোগান ধৰিছে। চৰিত্ৰবোৰ গ্ৰাম্য সমাজৰ হ'লেও মূৰ্খামি, হোজা, দগাবাজী আদিৰ জৰিয়তে এক শ্ৰেণী মানুহৰ প্ৰতিনিধিত্ব কৰিছে। তথাপি, এইকেইখন নাটিকাত বেজবৰুৱাৰ সমাজ-চেতনা প্ৰকাশ নাপালে। কেৱল হাঁহিয়েই নাট কেইখনৰ উদ্দেশ্য হৈ ৰ'ল। ব্যঙ্গ-বিদ্ৰূপৰ পৰিমাণ অতি সামান্য হোৱাত সকলো দৰ্শকক স্পৰ্শ কৰিবলৈ নোৱাৰিলে।

**ঐতিহাসিক নাটকঃ**

লক্ষ্মীনাথ বেজবৰুৱাৰ ঐতিহাসিক বা বুৰঞ্জীমূলক নাটক তিনিখন। কেউখন নাটক ১৯১৫ চনত ৰচিত। বিংশ শতাব্দীৰ দ্বিতীয়টো দশকৰ ভিতৰতে বেজবৰুৱাই আটাইবোৰ প্ৰধান নাটক ৰচনা কৰি গৈছে। 'লিতিকাই' গ্ৰন্থখন অৱশ্যে আগৰ শতাব্দীত ৰচিত। ঐতিহাসিক নাটককেইখন ৰচনা কৰা সময়ত বেজবৰুৱা প্ৰবীণ বয়সৰ মানুহ। বয়সে তেতিয়া পঞ্চাশ চুবলৈ ওলাইছে। তেওঁৰ জীৱনকাল হ'ল ১৮৬৮-১৯৩৮ চন।

'জোনাকী'ৰ পাতত বেজবৰুৱাই নাট্যসাহিত্যত প্ৰবেশ কৰিলে যদিও ১৯১৫ চনৰ আগতে গহীন-গম্ভীৰ নাটক ৰচনা কৰা নাছিল। ঐতিহাসিক কাহিনী গ্ৰহণ কৰি গাম্ভীৰ্যপূৰ্ণ ভাৱে তিনিওখন নাটক ৰচনা কৰি উলিয়ালে। নাটক কেইখন একে বছৰতে প্ৰকাশিত হৈছে যদিও বেজবৰুৱাৰ পাতনিৰ পৰা 'জয়মতী' প্ৰথম ৰচনা। এইখন ব'হাগ মাহত প্ৰকাশিত। দ্বিতীয় নাটক 'চক্ৰধ্বজ সিংহ' ভাদ মাহত প্ৰকাশিত আৰু 'বেলিমাৰ' আঘোণ মাহত প্ৰকাশ হৈছিল। গতিকে 'জয়মতী' আগৰ বছৰৰ ৰচনাও হ'ব পাৰে।

১। **জয়মতীঃ** জয়মতী নাটকেই বেজবৰুৱাৰ প্ৰথম গহীন নাটক। তেওঁ নাটকখনৰ পাতনিত লেখিছে যে – 'তিনিখন ধেমেলীয়া নাট(প্ৰহসন) বাদ দিয়ে নাট ৰচনা কৰা, মোৰ এয়ে প্ৰথম প্ৰয়াস।' নাট্যকাৰৰ দুজন বন্ধু দেবেশ্বৰ চলিহা আৰু যতীন্দ্ৰ নাথ দুৱৰাৰ অনুৰোধ বা প্ৰেৰণাতে এই নাটকখন ৰচিত হয়। পাতনিত দুয়োজনৰে শলাগ লোৱা হৈছে। 'জয়মতী' নাটক ৰচনা কৰি বেজবৰুৱাই স্পষ্ট ভাষাত কৈছে যে নাটক কাব্যহে, বুৰঞ্জী নহয়। তদুপৰি 'সমাজনীতি বা ৰাজনীতিৰে সৈতেও নাটৰ সম্বন্ধ নাই। যি সময়ৰ ঘটনালৈ নাট ৰচিত সেই সময়ৰ কথা আৰু ব্যক্তিগত চৰিত্ৰহে নাটৰ বিষয়। চিৰকলীয়া সত্য আৰু সকলো দেশৰ

সকলো মানুহৰ সাধাৰণ সম্পত্তি মহৎ প্ৰবৃত্তিবোৰ উদগোৱাটোৱেই নাটৰ কাৰ্য্য।' জয়মতী নাটকৰ বেলিকা তেওঁ লিখিছে, 'জয়মতী নাটতো বুৰঞ্জীৰ মিহলি নোহোৱা ধাৰ বিচাৰিলে পোৱা নাযায়। কল্পনাৰাজ্যৰ মায়া কুঁৱৰীসকলৰ খেলেৰে সৈতে বুৰঞ্জীৰ ঘটনা ইয়াত সানমিহলি। সেইবুলি বুৰঞ্জীৰ প্ৰধান সোঁতৰ ধাৰাত যে একেবাৰেই ইয়াত ছিগিছে এনেও নহয়।'

'পাতনি'ৰ শেষত বেজবৰুৱাই লেখিছে- 'শেহত আৰু একেষাৰ কথা কোৱা আৱশ্যক যে এই নাটৰ জয়মতী চৰিত্ৰৰ আগ-ডোখৰত দ্বিজেন্দ্ৰলাল ৰায়ৰ ছাজাহান নাটকৰ পিয়াৰাৰ অলপ ছাঁ পৰাটো দেখা যায়। আমি ইচ্ছা কৰি যে সেই চৰিত্ৰৰ আৰ্হিত ইয়াক গঢ়িছিলোঁ এনে নহয়। কেইবছৰৰ আগেয়ে এবাৰ ছাজাহানৰ অভিনয় আমি দেখিছিলো। সম্ভৱতঃ মনত তাৰ মাৰ নোযোৱা সাঁচেই ইয়াৰ কাৰণ। যি নহওক, গুৰিৰ এই ফেৰি বাদ দিলে বাকী জয়মতী চৰিত্ৰ অধিমিশ্ৰ।'

**'জয়মতী'** নাটকৰ আখ্যানভাগ '**জোনাকী**'ত প্ৰকাশিত ৰত্নেশ্বৰ মহন্তৰ 'জয়মতী কুঁৱৰী' নামৰ বুৰঞ্জীমূলক প্ৰবন্ধৰ পৰা গ্ৰহণ কৰা হৈছিল। ইয়াৰ লগত পদ্মনাথ গোহাঞি বৰুৱাই ইতিপূৰ্বে ৰচনা কৰা **'জয়মতী'** (১৯১০) নাটকৰ ভেজনিও দিয়া হৈছিল। গোহাঞিবৰুৱাৰ নাটকত জয়মতীক বুঢ়াগোহাঞিৰ দ্বাৰা যি শাস্তি প্ৰদান কৰাৰ ঐতিহাসিক ভুল দেখা যায়, বেজবৰুৱাৰ নাটকতো সেই একেটা ভুলৰে পুনৰাবৃত্তি ঘটিছে। আচলতে ল'ৰা ৰজাৰ দিনত লালুকসোলা বৰফুকনহে ৰাজ্যৰ সৰ্বেসৰ্বা আছিল। কিন্তু নাটকখনত বৰফুকনৰ উল্লেখেই নহ'ল। বেজবৰুৱাই এই সামান্য ভুলৰ বাদে বুৰঞ্জীৰ আদল-বদল কৰা নাই। পতিকপৰায়না জয়মতী কুঁৱৰীৰ মহিয়সীৰূপ পাঁচ অঙ্কীয়া নাটখনত ফুটি ওলাইছে।

বেজবৰুৱাৰ **'জয়মতী'** পাঁচোটা অঙ্কৰ উনত্ৰিশটা দৃশ্যত বিভক্ত। প্ৰথম অঙ্কৰ প্ৰথম দৃশ্যত নাট্যাৰম্ভ হৈছে গদাপাণিৰ ৰান্ধনি পুথু চাংমাই আৰু লিগিৰী তৰবৰীৰ কথোপকথনেৰে। হাস্যৰস সৃষ্টি কৰিলেও গদাপানিৰ ভোজন সংবাদৰ লগতে জয়মতীৰ ৰঙীয়াল আৰু মৰম মিহলি স্বভাব-চৰিত্ৰৰ জাননী দিয়া হৈছে। দ্বিতীয় দৰ্শনত গদাপাণি আৰু জয়মতীৰ শোৱনিঘৰৰ ৰাতি কথোপকথনৰ পৰা পাৰস্পৰিক মৰমচেনেহ, আদৰ ধেমালিৰ মাজত ল'ৰা ৰজাৰ ৰোষৰ পৰা প্ৰাণৰক্ষা কৰাৰ বাবে গদাপাণিৰ পলায়নৰ যুক্তিযুক্ততা প্ৰকাশ পাইছে। বুঢ়াগোহাঁয়ে চোৰাংচোৱা পঠাই গদাধৰৰ খবৰ-বাতৰি সংগ্ৰহ কৰাৰ কাৰ্যও প্ৰমাণিত হৈছে। জয়মতীৰ পৰামৰ্শক্ৰমে পাছদিনা ৰাতিয়েই পলোৱাৰ সিদ্ধান্ত হ'ল। তৃতীয় দৰ্শনৰ এই সিদ্ধান্তৰেই প্ৰথম অঙ্ক সম্পূৰ্ণ কৰা হৈছে। দ্বিতীয় অঙ্কৰ প্ৰথম দৰ্শনত গদাপাণি জীয়াই থকাৰ বাবে ৰজাৰ বিপদ নাতৰাত ল'ৰাৰজাই বুঢ়াগোহাঁইক ব্যৱস্থা গ্ৰহণৰ অনুৰোধ জনাইছে। গদাপাণি পলাই যোৱাত জয়মতীক ৰাজকাৰেঙলৈ ধৰাই আনিবলৈ নিৰ্দেশ কৰিছে। বৰগোহাঁয়ে আপত্তি কৰিও 'মোৰ মানত ৰজাহে আগ' বুলি প্ৰকাৰান্তে সন্মতিয়েই জনালে। জয়মতীক ৰাজ চ'ৰালৈ আনিবলৈ ল'ৰাৰজাই খাটাংকৈ আদেশ কৰিলে। প্ৰথম দৰ্শনৰ লগতে দ্বিতীয় দৰ্শনতো বৰগোহাঁই, বৰপাত্ৰ গোহাঁই আদিয়ে ভয়তে ৰজাৰ আনুগত্য স্বীকাৰ কৰিছে। তদুপৰি ইজনে সিজনৰ ৰজাক কথা লগোৱাৰ উদাহৰণো দেখা যায়। ৰাজমাৱে ল'ৰাৰজা চুলিকফাৰ কাৰ্যাৱলীৰ মাত্ৰা চেৰাই যোৱা বুলি সতৰ্ক কৰি দিছে। অবলা তিৰোতাৰ ওপৰত বল প্ৰয়োগ কৰাটো সাহিয়াল পুৰুষৰ কাম নহয় বুলি ক্ষান্ত হ'বলৈকো পুতেকক পৰামৰ্শ দিলে। কিন্তু বুঢ়ী মানুহৰ দুৰ্বল মগজুৰ কথা বুলি উৰুৱাই দিলে। এই অঙ্কতে অসহায় ল'ৰা

ৰজা বুঢ়াগোহাঁইৰ ওপৰত নিৰ্ভৰশীলতা প্ৰকাশ পাইছে। তৃতীয় অঙ্কত ৰজাৰ অস্থিৰতা, গদাপাণি পলাই গৈ নগাপাহাৰত আশ্ৰয় লোৱা আৰু ডালিমীৰ চেনেহ ধন্য হোৱা ঘটনাই ঠাই পাইছে। বৰগোহাঁই আৰু ৰাজমাৱে অন্যায়ৰ প্ৰতিবাদ সাবাস্ত কৰিব নোৱাৰা কথা প্ৰকাশ পাইছে। চতুৰ্থ অঙ্কত লাই-লেচাই আৰু লিগিৰী তৰবৰীৰ দ্বাৰা জয়মতীক ঘৰুৱা পৰিবেশ দেখুৱা হৈছে। জয়মতীক বন্দীশালত ৰাখি বুঢ়াগোহাঁয়ে জয়মতীক স্বামীৰ বাতৰি ক'বলৈ সৈমান কৰাৰ চেষ্টা দেখা যায়। বুঢ়াগোহাঁইৰ কুট-কৌশল, বৰগোহাঁইৰ অসহায়তা প্ৰকাশ পাইছে। ডালিমী আৰু গদাপাণিৰ কথোপকথনত ডালিমীৰ সৰল মনৰ প্ৰকাশ নাটকখনৰ বৈশিষ্ট্য হৈ পৰিছে। পঞ্চম অংকত গদাপাণিৰ সন্ধান বিচাৰি নোপোৱা, জয়মতীক শাস্তি দিয়া, নগাৰ বেশেৰে গদাপাণিয়ে জয়মতীৰ ওচৰলৈ আহি গিৰিয়েকৰ কথা কৈ দিবলৈ খাটনি ধৰা, জয়মতীৰ অস্বীকাৰ, জয়মতীৰ মৃত্যুৰ পাছত শাস্তি প্ৰদান ঠাইলৈ নগাৰ বেশত অহা গদাপাণিৰ জয়াৰ মূৰ্ত্তি দৰ্শন আদি বৰ্ণিত হৈছে। নাটকখনত অপ্ৰয়োজনীয় চৰিত্ৰ আৰু কাৰ্যৰ মাজতে কাল্পনিক হ'লেও ডালিমীৰ চৰিত্ৰাংকন বেজবৰুৱাৰ এক সাফল্য বুলি ধৰিব পাৰি।

বিশ্ববিশ্ৰুত নাট্যকাৰ শ্বেক্সপীয়েৰৰ আৰ্হিত ৰচিত নাটকখনৰ পাচোঁটা অংকৰ দৃশ্য বিভাজন সংখ্যাধিকে হ'লেও চুটি হৈছে। চৰিত্ৰচিত্ৰণত মহাকবিৰ দৰেই মাজে মাজে খুহুটীয়া চৰিত্ৰৰ সংযোজন ঘটিছে যদিও বহুক্ষেত্ৰত ই অনাৱশ্যক হৈছে। কাল্পনিক চৰিত্ৰৰ পয়োভৰ বেছি হোৱাত আৰু সেউতীৰ দৰে অনাৱশ্যক চৰিত্ৰই নাটকখনৰ গাম্ভীৰ্যতা হ্ৰাস কৰি পেলাইছে। খুহুটীয়া নামৰ চৰিত্ৰটোৱে সৌন্দৰ্য হানি কৰা যেনহে লাগে এনে বহুবালি যথাযোগ্য বুলিবলৈ টান। আনহাতে জয়মতীৰ চাৰিত্ৰিক গুণাৱলী স্পষ্ট নহ'ল। গদাপাণি চৰিত্ৰতো ৰাজনৈতিক নিপুণতা দেখা নগ'ল। ল'ৰা ৰজা বুৰঞ্জীৰ দৰেই দুৰ্বল আৰু বুঢ়া গোহাঁইৰ হাতৰ পুতলা। বুঢ়াগোহাঁই চৰিত্ৰটো খল-চৰিত্ৰৰূপে ফুটি ওলাইছে। 'জয়মতী' নাটকখনৰ সাফল্য আজিৰ মাপকাঠিৰে বিচাৰ কৰিবতো নোৱাৰিয়েই, তথাপি সেই কালৰ নাট্য-শিল্পৰ দৃষ্টিতো নিখুঁত নহয়।

২। **চক্ৰধ্বজ সিংহঃ** বেজবৰুৱাৰ দ্বিতীয়খন নাটক 'চক্ৰধ্বজ সিংহ'। পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ 'শৰাইঘাটৰ যুদ্ধ' নামৰ প্ৰবন্ধৰ সহায়ত নাটকখন ৰচিত হৈছে। চক্ৰধ্বজসিংহ অন্যতম শ্ৰেষ্ঠ আহোম ৰজা। তেওঁৰ ৰাজত্বকালতে লাচিত বৰফুকনৰ নেতৃত্বত মোগলৰ বিৰুদ্ধে দুটা অভিযান চলোৱা হৈছিল। প্ৰথমটো অভিযানত চৈয়দ ফিৰোজ আৰু চৈয়দ চানাৰ বিৰুদ্ধে বাঁহবাৰী আৰু কাঁজলীমুখত যুদ্ধ কৰি মোগলৰ হাতৰ পৰা গুৱাহাটী উদ্ধাৰ কৰিছিল। দ্বিতীয় অভিযান বা যুদ্ধ হৈছিল শৰাইঘাটত। মোগল সেনাপতি ৰামসিংহই বিশাল সৈন্য বাহিনীলৈ অসম আক্ৰমণ কৰিছিল। শৰাইঘাটৰ যুদ্ধত মোগল সৈন্যৰ পৰাস্ত ঘটাত ৰামসিংহ উভতি যাব লগাত পৰে। পাঁচ অঙ্কীয়া নাটকখন প্ৰথম দুটা অঙ্কত প্ৰথম পৰ্যায়ৰ অভিযান অংকিত হৈছে। তৃতীয় অঙ্কৰ পৰা শেষলৈকে শৰাইঘাটৰ যুদ্ধৰ ঘটনাৱলী চিত্ৰিত হৈছে। নাটকখনৰ পাঁচটা অঙ্কৰ ছাবিছটা দৃশ্যৰ দহোটা দৃশ্য মূল কাহিনীৰ সৈতে জড়িত হোৱা নাই। গতিকে, ঘটনা সংস্থাপন তথা কাহিনীবিন্যাসত কিছুমান দোষ দেখা যায়।

'চক্ৰধ্বজ সিংহ' নাটকত মূল চৰিত্ৰৰ সৈতে কাল্পনিক চৰিত্ৰ যোগ দিয়াত পুৰুষ চৰিত্ৰৰ সংখ্যা ডেৰকুৰি চুইছেগৈ। স্ত্ৰী চৰিত্ৰৰ সংখ্যা পাঁচগৰাকী। নাট্যকাৰে মহাকবি

*শ্বেক্সপীয়েৰকে অনুসৰণ কৰিছে। প্ৰিয়ৰাম, গজপুৰীয়া আদি চৰিত্ৰবোৰ শ্বেক্সপীয়েৰৰ প্ৰিন্স* হেনৰি, ফলষ্টাফ আদিৰ অনুকৰণ বুলি বেজবৰুৱাই নিজেই স্বীকাৰ কৰি গৈছে। 'মহাকবিৰ পদাঙ্ক অনুসৰণ কৰি তেওঁৰ আশীৰ্বাদৰ কনামাত্ৰ লাভৰ ভিকহু হোৱাহে লেখকৰ মনস্কামনা।' বুলি নাটকৰ পাতনিত উল্লেখ কৰি গৈছে।

ৰজাৰ বৰচ'ৰাত নাটকৰ আৰম্ভণি। চক্ৰধ্বজ সিংহ স্বৰ্গদেউ, বাঁহগৰীয়া বুঢ়াগোহাঁই, গুইমেলা বৰগোহাঁই, বৰপাত্ৰ গোহাঁই আৰু সভাসদৰ উপস্থিতিত বঙালৰ কটকী তথা পাটছাৰ দূতৰ আগমন ঘটিছে আৰু মোগলৰ পাওনা টকা আৰু হাতী সাধিছেহি। বৰগোহাঁইৰ মতে এইটো যুঁজৰ সময় নহয়, আগৰ যুঁজত বিস্তৰ হানি হোৱাত দেশৰ কঁকাল পৰি আছে। কিন্তু ৰজাই যুদ্ধৰেই প্ৰস্তুতি চলালে। বুঢ়াগোহাঁই আদিয়েও মোগলৰ ওচৰত সেওমানি থকাতকৈ যুদ্ধ কৰাই ভাল বুলি ৰজাক সমৰ্থন কৰিছে। ৰজাই দেওধাই, বাইলুং গণকক মাতি মঙ্গল চাবলৈ দিয়াত ৰজাৰ জয় বুলি সকলোৱে জনালে। যুদ্ধখনৰ বাবে লাচিতক ৰজাই বৰফুকন পাতিলে। লাচিতৰ নেতৃত্বত দ্বিতীয় অঙ্কৰ ভিতৰত প্ৰথম যুঁজখনত ৰজা চক্ৰধ্বজ সিংহৰ জয় হ'ল। বাঁহবাৰী যুঁজত জিকাৰ পাছত গুৱাহাটীৰ বৰফুকনৰ কোঠত লাচিতে পুত্ৰ প্ৰিয়ৰামৰ আগত এটা সুদীৰ্ঘ সংলাপেৰে পিতাক মোমাই তামুলী বৰুৱাৰ কৃতিত্ব বখানি পুতেকক যোগ্য কৰি তুলিব খুজিছে। এই সুদীৰ্ঘ সংলাপৰ অন্তত লাচিতে সেইখনতকৈও ডাঙৰ যুদ্ধৰ সম্ভাৱনা দেখা পাই পুতেকৰ জৰিয়তে সৈন্যসকলক সাজু হৈ থাকিবলৈ সকিয়নি দিছিল। ইয়াৰ পাছত গুৱাহাটীৰ যুঁজতো লাচিত কৃতকাৰ্য হ'ল। চক্ৰধ্বজ সিংহই যুদ্ধত জিকি আনন্দিত হ'ল। এই দুটা অঙ্কত যুদ্ধৰ গুৰুত্বপূৰ্ণ দৃশ্য সম্বলিত নহ'ল। মোগল পক্ষৰ কোনো স্থিতি বা কাৰ্য দেখুৱা হোৱা নাই। মূলকথাতকৈ উপৰুৱা কাণ্ড-কাৰখানাহে অধিক। বিশেষকৈ লাচিতৰ পুত্ৰ প্ৰিয়ৰামৰ স্বভাৱৰ পৰিবৰ্তন লক্ষ্যনীয় হৈ উঠিছে। প্ৰিয়ৰাম, গজপুৰীয়া, গজপুৰীয়ানী, জপৰা, টকৌ আদি চৰিত্ৰৰ প্ৰথম অঙ্কৰ দ্বিতীয় দৰ্শনত বহুৱালি প্ৰকাশ পাইছে। দ্বিতীয় অঙ্কতো এই কেইটা চৰিত্ৰৰ কাৰ্য-কলাপ বিস্তৃত হৈ আছে। গজপুৰীয়াৰ চৰিত্ৰটো যেন শ্বেক্সপীয়েৰৰ ফলষ্টাফ। এই চৰিত্ৰবোৰৰ কাৰ্যই নাটকত হাস্যৰসৰ উদ্ৰেক কৰিছে।

তৃতীয় অঙ্ক গড়গাঁৱত লাচিত বৰফুকনৰ ঘৰত আৰম্ভ হৈছে। ফুকননীৰ আগত চেনেহী আৰু ৰূপহীৰ কথোপকথনৰ মাজেদি শদিয়া খোৱা গোহাঁয়ে গুৱাহাটীৰ যুদ্ধত লাচিত জিকাৰ সম্ভেদ দিছে। চেনেহী আৰু ৰূপহী নাটকত লাচিত বৰফুকনৰ কন্যা চৰিত্ৰ দুটা কাল্পনিক যেন বোধ হয়। এই তৃতীয় অংকৰ দ্বিতীয় দৰ্শনত 'আওৰেংজীৱ'ৰ দৰবাৰত ফিৰোজ খাঁ আৰু ছৈয়দ ছানাক আহোম সৈন্যই হত্যা কৰাৰ সংবাদ দিয়া হৈছে। ঔৰঙ্গজেৱে সিদ্ধান্ত লৈছে। ৰামসিংহক সেনাপতি পাতি এই যুদ্ধৰ পাতনি মেলা হ'ল। চুটি হ'লেও এই দৰ্শনৰ লগতে তৃতীয় দৰ্শনত গড়গাঁৱৰ ৰজাৰ বৰচৰাৰ গাম্ভীৰ্যপূৰ্ণ চিত্ৰণ ঘটিছে। চক্ৰধ্বজ সিংহৰ দেশপ্ৰেমৰ গাম্ভীৰ্যতা বঢ়াইছে। বৰগোহাঁইৰ নেতিবাচক কথাৰ উত্তৰত ৰজাই কৈছে... আমি আমাৰ দেশ ৰক্ষাৰ নিমিত্তেহে নিজৰ প্ৰাণ, মান, ধন, সম্পত্তি ল'ৰা-তিৰোতা ৰক্ষাৰ নিমিত্তেহে যুদ্ধ কৰিছো আৰু কৰিমো। সেই কাৰ্যত মৰিলেও মৰাটো গৌৰৱ আৰু সুখৰ মৃত্যু। জীলেও গৌৰৱ আৰু সুখৰ জীৱন। দিল্লীৰ পাটছাৰ গোলাম হৈ অসমৰ ৰজাই ৰাজত্ব কৰি থাকিবলৈ আকাংখা নকৰে। এইটো মোৰ খাটাং কথা জানিব.....' চতুৰ্থ দৰ্শনীত গজপুৰীয়ানীৰ ঘৰত যুদ্ধত মৰা সৈনিকৰ নানা বস্তুৰ সন্ধান পাই বৰফুকনৰ চ'ৰালৈ

কটোৱালে ধৰি লৈ আহিছে। গজপুৰীয়া বীৰত্বৰ উমান ইয়াতে পোৱা যায়।

চতুৰ্থ অঙ্কৰ প্ৰথম দৰ্শনত লাচিত বৰফুকনৰ পত্ৰ এখন ৰাজসভাত পাঠ কৰা হৈছে। লাচিতে বিভিন্ন স্থানত বিষয়ববীয়া সকলক দায়িত্ব দিয়াৰ কথা স্বৰ্গদেৱক জনাইছে। এই অঙ্কৰ দ্বিতীয় দৰ্শন আৰু পঞ্চম দৰ্শনত ৰামসিংহৰ গুৱালকুছিৰ কোঠত নিজৰ ভিতৰত আলোচনাৰ লগতে লাচিত বৰফুকনৰ চিঠি এখন কটকীয়ে প্ৰদান কৰিছে। ৰামসিংহই চিঠি পঢ়ি উত্তৰ তৰোৱালেহে দিব বুলি কটকীক সমিধান দিছে। অসমৰ সেনাপতিক 'জঙ্ঘলকা বান্দৰ' বোলাৰ কাৰণে কটকীয়েও উপযুক্ত উত্তৰ দিছে এইদৰে– 'জংঘলৰ বান্দৰেহে দহমূৰীয়া ৰাৱনক মাৰিছিল, হজুৰে মোগলৰ তলত চাকৰি কৰিলেও বোধহয় ৰামায়ণ পঢ়িছে, কাৰণ হজুৰ হিন্দু!' এই অঙ্কৰ বাকীবোৰ দৃশ্য পাতল আৰু মূল কাহিনীৰ বাবে অপ্ৰয়োজনীয়।OO

# আধুনিক অসমীয়া সাহিত্যত অসমীয়া তথা ভাৰতীয় চেতনা

ড° শৈলেন্দ্ৰ ভৰালী

ইংৰাজসকলৰ সান্নিধ্য লাভ কৰা প্ৰধানকৈ ইংৰাজী শিক্ষা গ্ৰহণ কৰাৰ ফলস্বৰূপে আমাৰ সাহিত্যত এটি নতুন যুগৰ সৃষ্টি হয়। এই যুগটোকে আমি আধুনিক সাহিত্যৰ যুগ বুলি চিহ্নিত কৰিছো। প্ৰাচীন অসমীয়া সাহিত্যৰ পৰম্পৰাৰ পৰা আঁতৰি আহি আমাৰ লেখকসকলে ইউৰোপীয় সাহিত্যৰ ৰীতি-নীতি আৰু আদৰ্শ গ্ৰহণ কৰিলে, পাশ্চাত্য ভাৱধাৰাৰ প্ৰৱেশে অসমীয়া সাহিত্যত ৰোমাণ্টিক আন্দোলনৰ জন্ম দিলে। পাশ্চাত্য ৰোমাণ্টিক আন্দোলনৰ পটভূমিত কেইবাটাও ঐতিহাসিক কাৰণ জড়িত হৈ আছিল। সেই কাৰণবোৰ আমাৰ ইয়াত উপস্থিত হোৱা নাছিল যদিও, ইউৰোপীয় ৰোমাণ্টিক সাহিত্যৰ আটাইবোৰ লক্ষণেই অসমীয়া সাহিত্যতো পৰিস্ফুট হ'ল। ইউৰোপীয় আৰু প্ৰধানকৈ ইংৰাজী সাহিত্যৰ আৰ্হিত আধুনিক সাহিত্যৰ নতুন নতুন ঠাল অসমীয়া সাহিত্যলৈ আদৰি অনা হ'ল। গীতি-কবিতা, উপন্যাস, চুটি গল্প, প্ৰবন্ধকে ধৰি আধুনিক সাহিত্যৰ বিভিন্ন ৰূপে অসমীয়া সাহিত্যক বৈচিত্ৰময় কৰি তুলিলে। দ্বিতীয় মহাসমৰৰ সময়ৰে পৰা ৰোমাণ্টিক অনুভূতিৰ প্ৰৱলতা ক্ৰমে হ্ৰাস পাই আহিল আৰু বাস্তৱবাদে সাহিত্যত ভুমুকি মাৰিলে। ইয়াৰ লগে লগে প্ৰগতিবাদী আন্দোলনৰ ঢৌৱেই অসমীয়া সাহিত্যক স্পৰ্শ কৰিলে। এই আটাইবোৰৰ কাৰণে আমাৰ লেখকসকলে প্ৰেৰণা লাভ কৰিলে পাশ্চাত্যৰ পৰা স্বাধীনতা লাভৰ পাছত অসমীয়া সাহিত্যত ইউৰোপীয় ৰীতি-নীতি তথা আদৰ্শৰ প্ৰভাৱ আৰু বাঢ়িল। ইউৰোপীয় সাহিত্যৰ আৰ্হি আগত ৰাখি আমাৰ লেখকসকলে নতুন নতুন বিষয় আৰু কৌশলৰ অৱতাৰণা কৰিলে। স্বাধীনতা লাভৰ আগলৈকে লেখকসকলৰ আদৰ্শ আছিল প্ৰধানকৈ ইংৰাজী সাহিত্য, স্বাধীনতাৰ পৰৱৰ্তী কালত ইংৰাজীৰ উপৰিও ইউৰোপৰ অন্যান্য দেশৰ সাহিত্যলৈ তেওঁলোকৰ দৃষ্টি প্ৰসাৰিত হ'ল। বহুতো লেখকে সেইবোৰ সাহিত্যৰ প্ৰভাৱ উদাৰভাৱে গ্ৰহণ কৰি ল'লে। কোনো কোনো ক্ষেত্ৰত এই প্ৰভাৱ অনুকৰণৰ স্তৰলৈও পৰ্যবসিত হ'ল। অৰ্থাৎ দেশীয় পৰম্পৰাৰ লগত সম্পৰ্ক নথকা বিদেশী সাহিত্যৰ ভাব আৰু কৌশল নিৰ্বিচাৰে আমদানি কৰি অনা হ'ল।

কিন্তু আধুনিক অসমীয়া সাহিত্য পাশ্চাত্য সাহিত্যৰ অন্ধ বা অক্ষম অনুকৰণ বুলি ক'লে ভুল হ'ব। সঁচা কথা এই সাহিত্যৰ আৰ্হি পাশ্চাত্যৰ পৰা গ্ৰহণ কৰা হৈছে। কিন্তু ইয়াৰ অৰ্থ এইটো নহয় যে আমাৰ সাহিত্যত আমাৰ নিজস্ব চিন্তা-চৰ্চা অথবা সাংস্কৃতিক জীৱন ধাৰাৰ প্ৰতিফলন ঘটা নাই। পাশ্চাত্যৰ আৰ্হি গ্ৰহণ কৰিলেও আমাৰ সৰহভাগ লেখকে দেশীয় ঐতিহ্যৰ লগত সংযোগ ৰক্ষা কৰিছে। অৰ্থাৎ বিদেশী প্ৰভাৱে জাতীয় পৰম্পৰাৰ পৰা তেওঁলোকক বিচ্ছিন্ন কৰিব পৰা নাই। তেওঁলোকৰ ৰচনাত ভাৰতীয় জীৱন-দৰ্শন আৰু অসমীয়া তথা ভাৰতীয় সংস্কৃতিৰ ছাপ আছে। স্বাধীনতাৰ পূৰ্বৱৰ্তী আৰু পৰৱৰ্তী কালৰ কেইগৰাকীমান লেখকৰ সাহিত্য কৰ্মৰ সামান্য আভাস দাঙি ধৰিলেই ইয়াৰ প্ৰমাণ পোৱা যাব।

পাশ্চাত্য-সাহিত্য অধ্যয়নৰ ফলতেই অসমীয়াত ৰোমাণ্টিক আন্দোলনৰ জন্ম হৈছিল বুলি আগতে কৈ অহা হৈছে। কিন্তু অসমীয়া ৰোমাণ্টিক সাহিত্যৰ সৃষ্টিত যিসকল লেখকৰ বৰঙণি স্মৰণীয় হৈ ৰৈছে তেওঁলোকৰ ৰচনাৰ সাৰবস্তু জাতিৰ সাংস্কৃতিক সম্পদৰ প্ৰতি, দেশত আধ্যাত্মিক চিন্তাৰ প্ৰতি গভীৰ আনুগত্য আৰু শ্ৰদ্ধা, প্ৰকৃততে, পশ্চিমৰ অনুপ্ৰেৰণাৰে এক সাহিত্যিক আন্দোলনৰ জন্ম দি তেওঁলোকে দেশৰ ঐতিহ্যৰ সন্ধান কৰিছিল। লক্ষ্মীনাথ বেজবৰুৱাই সংগ্ৰহ কৰি উলিওৱা অসমৰ প্ৰাচীন সাধুকথা, চন্দ্ৰকুমাৰ আগৰৱালাই যুগ যুগ ধৰি চলি অহা কিম্বদন্তিক লৈ ৰচনা কৰা 'তেজীমলা' কবিতা, লক্ষ্মীনাথ বেজবৰুৱা আৰু আনন্দ চন্দ্ৰ আগৰৱালাই জাতিৰ অতীতৰ কথা সুঁৱৰি ৰচনা কৰা কাহিনী-গীত, ভাৰতীয় দৰ্শনৰ তত্ত্বকথা— আধ্যাত্মবাদ – অতীন্দ্ৰিয়বাদৰ প্ৰতিফলন ঘটা অম্বিকাগিৰি ৰায়চৌধুৰী আৰু নলিনীবালা দেৱীৰ কবিতা তাৰেই নিদৰ্শন। সেইদৰে জ্যোতিপ্ৰসাদ আগৰৱালাই নাটকত সংযোগ কৰা থলুৱা নৃত্য-গীত, ৰজনীকান্ত বৰদলৈয়ে উপন্যাসৰ কাহিনীত অন্তৰ্ভুক্ত কৰা অসমীয়া লোক-সংস্কৃতিৰ উপাদান— লোকবিশ্বাস, আচাৰ-নীতি, উৎসৱ-অনুষ্ঠান, ধৰ্ম-কৰ্ম আদি ঐতিহ্য প্ৰীতিৰে দৃষ্টান্ত। জ্যোতিপ্ৰসাদ আগৰৱালাই পশ্চিমীয়া নাট্যৰীতিৰ লগত থলুৱা নাট্যৰীতিৰ সমন্বয় ঘটাই নতুন এক নাটকীয় কাৰিকৰী উদ্ভাৱন কৰাৰ কথা চিন্তা কৰিছিল। ৰজনীকান্ত বৰদলৈয়ে অতীত অসমৰ গৌৰৱোজ্জ্বল কাহিনী উদ্ধাৰ কৰি অসমীয়াৰ মনত প্ৰাণ সঞ্চাৰ কৰিবলৈ বিচাৰিছিল। সেই উদ্দেশ্যেই পুৰণি অসমীয়া সমাজৰ এখন জীৱন্ত ছবি তেওঁ উপন্যাসৰ যোগেদি দাঙি ধৰিছিল, সত্ৰ, নামঘৰ আৰু ইয়াৰ লগত জড়িত ভাওনা প্ৰমুখ্যে অসমীয়া সংস্কৃতিৰ প্ৰধান অংগসমূহক কাহিনীৰ অন্তৰ্ভুক্ত কৰি লৈছিল।

আধুনিক অসমীয়া সাহিত্যৰ দ্বিতীয় পৰ্যায়তো অৰ্থাৎ স্বাধীনোত্তৰ কালৰ ৰচনাসমূহতো দেশৰ পৰম্পৰাৰ লগত সংযোগ ৰক্ষা কৰাৰ চেষ্টা আছে। এলিয়ট আৰু অন্যান্য ইউৰোপীয় কবিৰ প্ৰভাৱ অনুভূত হোৱা হেম বৰুৱাৰ কবিতাত অসমৰ চহা কবিৰ মুখ বাগৰি অহা লোকগীতে ভুমুকি মাৰিছেঃ

তোমাৰ মৰমত চেনাই ঐ
দিখৌ নৈ এৰিব পাৰো মই (মোৰ প্ৰেম)

অসমৰ লোকজীৱনৰ পৰাই হেম বৰুৱাই কবিতাৰ বহুতো প্ৰতীক সংগ্ৰহ কৰিছে। অসমীয়া সংস্কৃতিৰ বিভিন্ন সম্পদ, মিচিং গাভৰুৰ নৃত্যৰ লহমা আদিৰ উল্লেখে তেওঁৰ কবিতাক আমাৰ নিচেই ওচৰ চপাই দিছেঃ

আমাৰ পথাৰ ৰমক-জমক,
ভৰ দুপৰীয়া ভদাইৰ আগচোতালত
দোৰপতি থৰক-বৰক, মাকো সৰি সৰি পৰে,
(যাত্ৰাৰ শেষ নাই)

নৈৰ পাৰৰ ঘাঁহনি ডৰাত নাচিছিল তাই,
সেউজীয়া এডৰা ঘাঁহনি, আৰু লগত,
এজাক ছোৱালী, একে ৰং, একে তেজ,
একে মুখ, একে চকু, একে নৃত্যৰ লহমা।
(এই ৰং এই সুৰতি)

নৱকান্ত বৰুৱাৰ কবিতাও ইয়াৰ ব্যতিক্ৰম নহয়। তেওঁৰ কবিতাত অসমৰ

লোকসংস্কৃতিৰ উপাদানতো আছে, ভাৰতীয় আখ্যান-উপাখ্যানৰো গভীৰ ছাপ আছে। ভাৰতীয়, পৌৰাণিক কাহিনী, অসমীয়া লোক বিশ্বাস, সাধুকথা আদিৰ পৰা তেওঁ ভালেমান কবিতাৰ বিষয়বস্তু গ্ৰহণ কৰিছে। 'ৰাৱণ', 'সম্ৰাট' আদি কবিতা তাৰ ভাল উদাহৰণ, অসমৰ মাটিৰ পৰা আহৰণ কৰা 'ফুলকোঁৱৰ' বাৰী কোঁৱৰ, কমলা কুঁৱৰী, তেজীমলা ইত্যাদি চিত্ৰকল্পসমূহে নৱকান্ত বৰুৱাৰ কবিতাক স্বকীয় বৈশিষ্ট্য প্ৰদান কৰিছে।

এইখন দেশ আমি চিনি পাওঁ
ইয়াৰ ৰজাৰে, বাৰী কোঁৱৰৰ সাধুকথা

...................................................

গাঁত খানি খানি সোণ বিচাৰোতে
সাউদে কেৱল পালে
হেজাৰ হেজাৰ ফুলকোঁৱৰ মণিকোঁৱৰৰ
লাওখোলা আৰু জঁকা........... (এটা সাধুকথা)

অসমৰ গ্ৰাম্য জীৱনধাৰাৰ ৰূপ জীৱন্ত হৈ উঠিছে কেশৱ মহন্তৰ 'আঘোণৰ কুঁৱলী' আৰু 'সোণজিৰা মাহীৰ নাড়ী'ত। লোকগীত, লোকবিশ্বাসৰ ঐতিহ্যৰ পৰা নীলমণি ফুকন আৰু হীৰেন ভট্টাচাৰ্যৰ কবিতাও বিচ্ছিন্ন নহয়। নীলমণি ফুকনে অসমীয়া লোকগীতৰ ভংগীৰে আধুনিক ভাব প্ৰকাশ কৰিছে।

উপন্যাসৰ ক্ষেত্ৰতো আমাৰ লেখকসকলে পশ্চিমীয়া আদৰ্শ আৰু মূল্যবোধৰ যান্ত্ৰিক অনুকৰণ কৰা নাই। বীণা বৰুৱাৰ 'জীৱনৰ বাটত'ত উপন্যাসৰ নাম উদাহৰণ হিচাপে ল'ব পাৰি। উপন্যাসখনত অসমীয়া সামাজিক আৰু সাংস্কৃতিক জীৱন অতি সংবেদনশীল ৰূপত ফুটি উঠিছে। এইখন সমাজৰ লোকসংস্কৃতিৰ লগত জড়িত ধৰ্ম-কৰ্ম, উৎসৱ-অনুষ্ঠান, আচাৰ-বিচাৰ, বিশ্বাস-সংস্কাৰ ইত্যাদি কোনো এটি দিশেই লেখকৰ চকুৰ পৰা আঁতৰি যোৱা নাই। উপন্যাসখন আৰম্ভ কৰা হৈছে এটি লোকগীতৰ কলিৰেঃ

কাম চৰাইৰ ৰঙা ঠোঁট,
তাতে দিলে দীঘল ফোঁট,
পিতাদেউ, পিতাদেউ,
দূৰৈকৈ নিদিবি মোক।

কাহিনী আৰম্ভ হোৱাৰ আগে আগে লোকগীতৰ এই কলিটি অতি তাৎপৰ্যপূৰ্ণভাৱে উপন্যাসখনত সংযোগ কৰা হৈছে।

আশীৰ দশকৰ পৰা আমাৰ লেখকসকল আৰু অধিক পৰম্পৰা সচেতন হোৱা দেখা গৈছে। তেওঁলোকে উপলব্ধি কৰিছে যে ইউৰোপীয় কলা-কৌশল আৰু ৰীতি-নীতিৰ মাজেদি আমাৰ জীৱন-দৰ্শন আৰু চিন্তা-চৰ্চাৰ গভীৰতা প্ৰকাশ নাপায়। দেশীয় পৰম্পৰাৰ পৰা বিচ্ছিন্ন শিল্পকলা সংবেদনশীল হৈ নুঠে। এই সজাগতাই প্ৰধানকৈ ক্ৰিয়া কৰিছে নাটকত। অসমীয়া নাটকৰ স্বকীয় সাংস্কৃতিক বৈশিষ্ট্য বজাই ৰখাৰ বাবে আৰু ইয়াৰ সংবেদনশীলতা বৃদ্ধিৰ বাবে থলুৱা পদ্ধতি মঞ্চত প্ৰয়োগ কৰাৰ চেষ্টা কৰা হৈছে। এই উদ্দেশ্যে কোনো কোনোৱে নাটকত ওজাপালি, ঢুলীয়া ভাউৰীয়া, খুলীয়া ভাউৰীয়া, থিয় নাম ইত্যাদি নাটকীয় উপকৰণযুক্ত লোক-কলাসমূহৰ আৰু কোনো কোনোৱে পৰম্পৰাগত

অসমীয়া নাটৰ পদ্ধতি গ্ৰহণ কৰিছে। লোক-কলা আৰু অংকীয়া নাটৰ, মূল সূত্ৰসমূহৰ সহায় লৈ তেওঁলোকে নাটক ৰচনা আৰু পৰিৱেশন কৰা ব্যৱস্থা কৰিছে। যুগল দাসৰ 'বায়নৰ খোল'ত অংকীয়া ভাওনাৰ লগত আধুনিক নাট্যৰীতিৰ সমন্বয় ঘটোৱা হৈছে। নাটকখনত ভাওনাৰ আৱশ্যকীয় বৈশিষ্ট্যসমূহ যেনে-- মাংগলিক অনুষ্ঠান, শ্লোক, সূত্ৰধাৰী নাচ আদি ৰক্ষা কৰাৰ উপৰিও নাটকৰ মাজতে ভাওনাৰ দৃশ্যাও সংযোগ কৰা হৈছে। তদুপৰি, নাটকখনৰ প্ৰধান চৰিত্ৰটোক অংকীয়া নাটৰ সূত্ৰধাৰৰ আৰ্হিত গঢ় দিয়া হৈছে। অৰুণ শৰ্মাৰ 'বুৰঞ্জীৰ পাঠ' আৰু সতীশ ভট্টাচাৰ্যৰ 'মহাৰাজা'ত ওজাপালিৰ পদ্ধতিৰে বিষয়বস্তু পৰিৱেশন কৰা হৈছে। দুয়োখন নাটকতে ওজাপালিৰ আৱশ্যকীয় ভাগ গ্ৰহণ কৰি কাহিনী আগবঢ়াই নিয়া হৈছে। অখিল চক্ৰৱৰ্তীয়ে 'এজন ৰজা আছিল' আৰু বসন্ত শইকীয়াই 'ভঙুৱা ৰজা'ত অংকীয়া নাটৰ পদ্ধতি গ্ৰহণ কৰিছে। দুয়োখনতে শ্লোক, ভটিমা, নাচ, গীতৰ পৰা আৰম্ভ কৰি সূত্ৰধাৰ চৰিত্ৰলৈকে অংকীয়া নাটৰ সকলো অপৰিহাৰ্য উপাদান সংযোগ কৰা হৈছে। কৰুণা ডেকাৰ 'চং' আৰু পৰমা ৰাজবংশীৰ 'নাঙল, মাটি আৰু মানুহ'ত ক্ৰমে ঢুলীয়া ভাউৰীয়া আৰু খুলীয়া ভাউৰীয়াৰ আৰ্হিৰে বিষয়বস্তু দাঙি ধৰা হৈছে। প্ৰমোদ দাসৰ 'হনুমান সাগৰ বান্ধা চাওঁ'ত থিয়নামৰ ভংগীৰে বিষয়বস্তু পৰিৱেশন কৰা হৈছে। অসমীয়াৰ সাংস্কৃতিক জীৱনৰ বৈশিষ্ট্য ৰক্ষা কৰাৰ সজাগতা এই নাটকসমূহত স্পষ্ট হৈ আছে। অকল নাটকতেই নহয়, সাহিত্যৰ অন্যান্য ঠালতো ইয়াৰ দৃষ্টান্ত আছে।○○

# অসমৰ জনজাতিঃ এটি দৃষ্টিপাত

ড° ভুবন মোহন দাস

উত্তৰ পূব ভাৰতৰ এখন ৰাজ্য অসম। এই অঞ্চলৰ বাকীকেইখন ৰাজ্য হ'ল-- অৰুণাচল প্ৰদেশ, মেঘালয়, মিজোৰাম, নাগালেণ্ড, মণিপুৰ আৰু ত্ৰিপুৰা (এতিয়া প্ৰশাসনীয় ক্ষেত্ৰত চিকিমকো উত্তৰ-পূব ভাৰতৰ ভিতৰত ধৰাৰ ব্যৱস্থা কৰা হৈছে)। এইকেইখনৰ ভিতৰত প্ৰথম চাৰিখনত জনজাতিৰ প্ৰাধান্য। মণিপুৰ আৰু ত্ৰিপুৰাৰ প্ৰায় ত্ৰিশ শতাংশ লোক জনজাতি। অসমৰ মানুহৰ শতকৰা প্ৰায় তেৰভাগ জনজাতিৰ ভিতৰত পৰে। জনগাঁথনি আৰু কেতবোৰ কাৰণত উত্তৰ-পূব ভাৰতক এক বিশেষ ভৌগোলিক নৃগোষ্ঠীয় গোট বুলি বিবেচনা কৰিব পাৰি। অসমৰ জনজাতিৰ বিষয়ে আলোচনা কৰোতে উত্তৰ-পূব ভাৰতৰ, বিশেষকৈ অসমৰ দাঁতিকাষৰীয়া ৰাজ্য কেইখনৰ জনজাতিৰ কথাও স্বাভাৱিকতেই আহি পৰে। অসমৰ জনজাতিৰ লোক সেইবোৰ ৰাজ্যতো কম-বেছি পৰিমাণে বিস্তাৰিত হৈ আছে। আনহাতে সেইবোৰ ৰাজ্যৰ জনজাতিৰ লোকো অসমৰ ৰাজনৈতিক সীমাৰ ভিতৰত বাস কৰে। প্ৰকৃতপক্ষে ক'বলৈ গ'লে মেঘালয়, নাগালেণ্ড, মিজোৰাম আৰু অৰুণাচলৰ কিছু অংশ অসমৰ অন্তৰ্গত থকাটো পুৰণি কালৰ কথা নহয়।

অসমৰ প্ৰধান জনজাতিবোৰৰ কেইটামান হ'লঃ ৰাভা, তিৱা(লালুং), মিচিং (মিৰি), বড়ো-কছাৰী, ডিমাছা, কাৰ্বি সোণোৱাল কছাৰী, দেউৰী আদি। হাজং, মেচ, গাৰো, বৰ্মন, হোজাই, খাচীয়া, জয়ন্তীয়া, কুকী, মাৰ, নগা আদি জনজাতিৰ মানুহো অসমৰ কোনো কোনো ঠাইত দেখা যায়।

অসমক তিনিটা ভৌগোলিক অঞ্চলত ভগাব পাৰি। যেনে-- ব্ৰহ্মপুত্ৰ উপত্যকা, বৰাক উপত্যকা আৰু এই দুই উপত্যকাৰ মাজত থকা কাৰ্বিআংলং আৰু উত্তৰ কাছাৰ জিলাৰে গঠিত পাৰ্বত্য অঞ্চল। ব্ৰহ্মপুত্ৰ উপত্যকাক আকৌ তিনিটা ভাগত ভগাব পাৰি যেনে -- উজনি, মধ্য আৰু নামনি অসম। যদিও বিভিন্ন জনজাতিৰ লোক ৰাজ্যৰ বিভিন্ন ঠাইত সিঁচৰতি হৈ আছে, তথাপি সাধাৰণভাৱে ক'ব পৰা যায় যে প্ৰধানকৈ নামনি অসমত ৰাভাসকলে বাস কৰে। তিৱাৰ বাসস্থান মধ্য অসম। মিচিং, সোণোৱাল, কছাৰী আৰু দেউৰী প্ৰধানকৈ উজনি অসমতে সীমাবদ্ধ। বড়োসকল সমস্ত ব্ৰহ্মপুত্ৰ উপত্যকাতে বিস্তৃত হৈ আছে যদিও নামনি অসমৰ উত্তৰ ভাগত তেওঁলোকৰ প্ৰাধান্য বেছি। ডিমাচাসকল উত্তৰ-কাছাৰ পাৰ্বত্য অঞ্চল আৰু কাৰ্বিসকল প্ৰধানকৈ কাৰ্বিআংলঙত বাস কৰা বৰ্মনসকলৰ বাস কাছাৰত।

বাসস্থান অনুসৰি অসমৰ জনজাতিক দুটা ভাগত ভগাব পাৰি, যেনে-- ভৈয়ামৰ জনজাতি আৰু পাহাৰী জনজাতি। ৰাভা, বড়ো, কছাৰী, সোণোৱাল কছাৰী, দেউৰী, আদি ভৈয়ামত বাস কৰে। ডিমাছা, কাৰ্বি, মাৰ, কুকী আদি পাহাৰত থাকে। আকৌ, একেটা জনজাতিৰে এভাগ ভৈয়ামত আৰু এভাগ পাহাৰত থকা দেখা যায়। উদাহৰণস্বৰূপে কাৰ্বি, তিৱা আৰু মিচিঙৰ নাম ল'ব পাৰি। ভৈয়াম আৰু পাহাৰৰ জনজাতিৰ মাজত নানান দিশত প্ৰভেদ চকুত পৰে। তেনেদৰে একেটা জনজাতিৰ পাহাৰবাসী আৰু ভৈয়ামবাসীৰ মাজতো

জৈবিক দিশত আৰু সমাজ-সংস্কৃতিৰ ক্ষেত্ৰত কিছুমান প্ৰভেদ চকুত পৰে।

অসমৰ জনজাতিবোৰ মূলতঃ মংগোলীয় প্ৰজাতিৰ লোক। ভাৰতত বাস কৰা মংগোলীয় লোকসকলক ইন্দ'-মংগোলীয় নাম দিয়া হৈছে। তেওঁলোক কিৰাত নামেও পৰিচিত। অসমৰ মংগোলীয় জনজাতিৰ লোকৰ আৱয়বিক চাৰিত্ৰিক বৈশিষ্ট্যৰ বৰ্ণনা সাধাৰণভাৱে এনেধৰণে দিব পাৰিঃ মানুহবোৰৰ দাড়ি-গোঁফ আৰু গাৰ নোম তাকৰ। চুলি সাধাৰণভাৱে ঠৰঙা আৰু পোন। চকু হেলনীয়া আৰু ঠেক। কোনো কোনো লোকৰ চকুত নেত্ৰচ্ছেদ ভাঁজ। মুখমণ্ডল বহল, চেপেটা আৰু গোলাকাৰ। হনু অঞ্চল ওলোৱা স্পষ্ট। চকুৰ বৰণ ক'লা বা ডাঠ মুগা বৰণীয়া। দৈহিক উচ্চতা চুটি চাপৰ। নাক মধ্যনাসিকী। মূৰ মধ্যমস্তকীৰ পৰা দীৰ্ঘমস্তকী।

এই সন্দৰ্ভত উল্লেখ কৰিব পাৰি যে বেছিভাগ নৃতাত্ত্বিকৰ স'তে ভাৰতৰ আদিম অধিবাসী অষ্ট্ৰেলীয় প্ৰজাতিৰ (অষ্ট্ৰেলীয় প্ৰজাতিৰ লোক প্ৰাক্-দ্ৰাবিড়, প্ৰাক্ অষ্ট্ৰেলীয়, ভেদ্দীক, নিষাদ আদি নামেৰেও পৰিচিত) সম্ভৱতঃ অসমৰ আদিম অধিবাসীও এই প্ৰজাতিৰ লোক। অৱশ্যে বৰ্তমান সময়ত অসমত অষ্ট্ৰেলীয় প্ৰজাতিৰ কোনো প্ৰাচীন জনগোট নাই। কিন্তু কোনো কোনো জনজাতিৰ মাজত অষ্ট্ৰেলীয় প্ৰকাৰৰ জৈবিক আৰু সাংস্কৃতিক উপাদানৰ উপস্থিতিয়ে একালত অসমলৈ অষ্ট্ৰেলীয় প্ৰজাতিৰ লোকৰ প্ৰব্ৰজনৰ সাক্ষ্য বহন কৰে। এই অষ্ট্ৰেলীয় লোকসকল মংগোলীয় লোকৰ লগত প্ৰায় সম্পূৰ্ণৰূপে সানমিহলি হৈ যায়। হেডনে (The Races of Man, 1924) কছাৰী, খাচীয়া, কুকী আদিৰ মাজত প্ৰাক্-দ্ৰাবিড় প্ৰকাৰৰ লক্ষণ, যেনে– দীৰ্ঘমস্তক আৰু প্ৰশস্ত নাক থকাৰ কথা উল্লেখ কৰি গৈছে। বাক্সটনৰ (The Peoples of Asia 1925) মতে উত্তৰ-পূব ভাৰতৰ মূল প্ৰকাৰটো অষ্ট্ৰেলীয়। এই লিখকেও কোনো কোনো জনজাতিৰ মাজত অষ্ট্ৰেলীয় জৈবিক চৰিত্ৰ লক্ষ্য কৰিছে।

ভাষাৰ দিশৰ পৰা অসমৰ জনজাতিবোৰ তিব্বত-বৰ্মী পৰিয়ালৰ অন্তৰ্গত। এই ভাষা পৰিয়ালটো কেইটিমান ভাগ-উপভাগত বিভক্ত। অসমৰ জনজাতিবোৰে সেই ভাগ উপভাগৰ ভাষা কয়। কিন্তু খাচীয়া জয়ন্তীয়াসকলৰ ভাষা সুকীয়া আৰু সেই ফালৰ পৰা ক'বলৈ গ'লে তেওঁলোকে অন্য জনজাতিৰ পৰা একেবাৰে বেলেগ। তেওঁলোকে অষ্ট্ৰিক ভাষা কয়। এইখিনিতে উল্লেখ কৰা অপ্ৰাসংগিক নহ'ব যে অসমৰ কোনো কোনো জনজাতিৰ লোকে নিজৰ ভাষা পৰিহাৰ কৰি অসমীয়া ভাষা গ্ৰহণ কৰিছে। উদাহৰণ স্বৰূপে পাতি ৰাভা আৰু সোণোৱাল কছাৰীৰ নাম ল'ব পাৰি। আন জনজাতিবোৰৰ বহুতেই অসমীয়া ভাষা জানে।

কোৱা হয় যে তিব্বত-বৰ্মী ভাষীলোকৰ আদি বাসস্থান উত্তৰ-পশ্চিম চীনৰ হোৱাংহো আৰু ইয়াংচিকিয়াং নদীৰ দাঁতিকাষৰীয়া অঞ্চল আছিল। এটা সময়ত কোনো কাৰণত তেওঁলোকে দক্ষিণ দিশলৈ প্ৰব্ৰজন আৰম্ভ কৰে। ম্যানমাৰৰ উত্তৰাংশত তেওঁলোক তিনিটা দলত বিভক্ত হয়। এভাগে দক্ষিণ-পূব দিশলৈ গতি কৰে। বাটতে কোনো কোনোৱে দিশ পৰিৱৰ্তন কৰি নাগালেণ্ড, মণিপুৰ আৰু মিজোৰামত উপনীত হয়। এটা দলে হিমালয় পৰ্বতখনৰ পাদদেশেৰে পশ্চিমলৈ আগবাঢ়ে। সেইটো দলৰ কোনো কোনোৱে দিশ পৰিৱৰ্তন কৰি বিভিন্ন সময়ত উত্তৰ দিশৰ পৰা অসমত প্ৰৱেশ কৰে। সেইবোৰ মানুহেই অসমৰ জনজাতিৰ পূৰ্বপুৰুষ। তৃতীয় দলটো উত্তৰ-পূব দিশেৰে ব্ৰহ্মপুত্ৰ উপত্যকাৰে আহি উজনি অসমত থাকিবলৈ লয়। অসমত প্ৰৱেশ কৰা বিভিন্ন জনগোটবোৰে বিভিন্ন ঠাইত থাকিবলৈ লয় আৰু প্ৰত্যেকে নিজস্ব সামাজিক, সাংস্কৃতিক বৈশিষ্ট্য ধাৰণ কৰি বেলেগ বেলেগ নাম গ্ৰহণ কৰে। কোন সময়ত এইসকল লোক অসমত প্ৰৱেশ কৰে সঠিককৈ কোৱা সম্ভৱপৰ

নহয়। কিন্তু এইটো ঠিক যে তেওঁলোক প্ৰাচীন কালতে অহা। তেওঁলোক একে সময়তে অহা নাছিল, একেটা পথেৰেও অহা নাছিল। নানান কাৰকৰ প্ৰভাৱত বিভিন্ন ধৰণে বিভিন্ন সময়ত তেওঁলোক বিভিন্ন জনজাতিত পৰিণত হয়।

প্ৰত্যেকটো জনজাতিৰ নিজস্ব ধৰ্ম আছে। কিন্তু বহুত লোকেই হিন্দু ধৰ্ম গ্ৰহণ কৰিছে। মিচিঙকে আদি কৰি কোনো কোনো জনজাতিৰ মাজত বৈষ্ণৱ ধৰ্মৰ প্ৰাবল্য মন কৰিবলগীয়া। হিন্দু ধৰ্ম আনুষ্ঠানিকভাৱে গ্ৰহণ নকৰা আন বহুতো জনজাতিৰ মাজত হিন্দুৰ ধৰ্মৰ প্ৰভাৱ বাৰুকৈয়ে পৰিছে। হিন্দু ধৰ্মৰ প্ৰভাৱৰ কথা দুই ধৰণে আলোচনা কৰিব পৰা যায়। প্ৰথম, বহুতেই আনুষ্ঠানিকভাৱে হিন্দু ধৰ্ম গ্ৰহণ কৰি সম্পূৰ্ণৰূপে হিন্দু হৈ গৈছে। দ্বিতীয়তে, তেনে নকৰিলেও বহুতেই নিজে নিজেই হিন্দু আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, ধৰ্মীয় বিশ্বাস আদি মানি চলে। প্ৰথম বিধৰ লোকৰ মাজত দুটা প্ৰক্ৰিয়া দেখা যায়। এটা, তেওঁলোকে হিন্দু ধৰ্ম গ্ৰহণ কৰিছে, কিন্তু জনজাতীয় পৰিচয় ত্যাগ কৰা নাই। তেওঁলোক জনজাতিৰ লোক হৈয়ে আছে। মিচিং, তিৱা আদিৰ জনজাতিৰ লোকৰ কথাই ক'ব পাৰি।

আনটো প্ৰক্ৰিয়াত তেওঁলোকে হিন্দু ধৰ্ম গ্ৰহণ কৰাৰ পিছত জনজাতীয় পৰিচয় পৰিহাৰ কৰি কোচ বা কোচ-ৰাজবংশী নাম লৈ হিন্দুৰ জাতিগোট এটাৰ অন্তৰ্ভুক্ত হৈ পৰিছে। তেওঁলোকে এনে কিছুমান সমাজ সাংস্কৃতিক বৈশিষ্ট্য আহৰণ কৰিছে, যাৰ ফলত তেওঁলোক পূৰ্বৰ জনজাতিটোৰ পৰা পৃথক হৈ পৰিছে, যদিও দুয়োবিধ জনগোটেই একেখন গাঁৱতে একেলগে বাস কৰি আছে। তেওঁলোক হিন্দু জাতি গোটৰ এটা হৈ পৰি অসমীয়া হিন্দু সমাজৰ অংগ হৈ পৰিছে। সাংস্কৃতিক বা সামাজিক দৃষ্টিকোণৰ পৰা তেওঁলোকক অসমীয়া হিন্দু সমাজৰ পৰা পৃথক কৰিব নোৱাৰি।

কোনো কোনো জনজাতিৰ লোকে খ্ৰীষ্টান ধৰ্মও গ্ৰহণ কৰা দেখা যায়। সেই ধৰ্মৰ প্ৰভাৱত তেওঁলোকৰ জীৱন যাত্ৰাৰ প্ৰণালীৰ পৰিবৰ্তন ঘটিছে। পিছে এটা কথা। পৃথিৱীৰ সকলো ঠাইতে দেখা যায় যে মানুহে আন সংস্কৃতি (ধৰ্মও সংস্কৃতিৰে এটা উপাদান) গ্ৰহণ কৰিলেও নিজৰ কিছুমান সাংস্কৃতিক উপাদান সম্পূৰ্ণৰূপে পাহৰি যাব নোৱাৰে। অসমৰ জনজাতিৰ ক্ষেত্ৰতো এইটো প্ৰযোজ্য। হিন্দুৱে হওক বা খ্ৰীষ্টানেই হওক, কিছুমান পৰম্পৰাগত সাংস্কৃতিক উপাদান এতিয়াও তেওঁলোকৰ মাজত কম-বেছি পৰিমাণে সংৰক্ষিত হৈ আছে।

যদিও গাৰো আৰু খাছীয়া-জয়ন্তীয়াসকলৰ মূল বাসস্থান মেঘালয়। তথাপি অসমতো তেওঁলোকৰ বসতি দেখা যায়। তেওঁলোকে মাতৃপ্ৰধান সমাজ ব্যৱস্থা মানি চলে। অসমৰ জনজাতিৰ মাজত সেয়া তেওঁলোকৰ বিশেষ বৈশিষ্ট্য। কেইটামান জনজাতিৰ মাজত মাতৃপ্ৰধান সমাজৰ কিছু লক্ষণ দৃষ্টিগোচৰ হয়। সেইবাবে তেওঁলোক মাতৃপ্ৰধান সমাজৰ পৰা সম্পূৰ্ণৰূপে পিতৃপ্ৰধান সমাজলৈ ৰূপান্তৰিত হোৱাৰ পথত বুলি ক'ব পৰা যায়। উদাহৰণ হিচাপে ৰাভা আৰু তিৱাৰ নাম ল'ব পাৰি। অন্যবোৰ জনজাতি পিতৃপ্ৰধান সমাজৰ লোক।

অসমৰ জনজাতিৰ বিষয়ে আলোচনা কৰোতে দুটা প্ৰক্ৰিয়াৰ কথা ক'ব লাগিব। এটা অজনজাতিকৰণ আৰু আনটো পুনৰ জনজাতিকৰণ। অসমৰ জনজাতিৰ মাজত প্ৰথমটো প্ৰক্ৰিয়া কেতিয়াৰ পৰা আৰম্ভ হ'ল, সঠিককৈ কোৱা টান। কিন্তু এই প্ৰক্ৰিয়া যে অতি প্ৰাচীন তাত কোনো সন্দেহ নাই। হিন্দু সভ্যতাৰ সংস্পৰ্শলৈ অহাৰ ফলত এই অজনজাতিকৰণ প্ৰক্ৰিয়া আৰম্ভ হয়। জনজাতিৰ লোকে লাহে লাহে হিন্দু সভ্যতাৰ উপাদান গ্ৰহণ কৰিবলৈ ধৰে; তেওঁলোকৰ পৰম্পৰাগত উপাদান বাদ দিয়ে। ফলত তেওঁলোকে নিজৰ

জনজাতীয় বৈশিষ্ট্যবোৰ হেৰুৱাই পেলায়। বিভিন্ন কাৰকে এনে প্ৰক্ৰিয়াত অংশগ্ৰহণ কৰে। সেইবোৰৰ আলোচনালৈ নগৈ ক'ব পাৰি যে অসমৰ বহুত জনজাতিৰ লোক এই প্ৰক্ৰিয়াত লিপ্ত হৈছে। কুৰি শতিকাৰ মাজভাগলৈ এই প্ৰক্ৰিয়া ভালদৰেই চলি আছিল। বহুতো জনজাতিৰ লোক এইদৰে অজনজাতীয় লোক যেন হৈ পৰিছিল। এই প্ৰক্ৰিয়া স্বতঃস্ফূৰ্তভাৱে চলিছিল। লোকসকলে নিজে সচেতন নোহোৱাকৈয়ে নতুন নূতন সাংস্কৃতিক উপাদান নিজৰ মাজত সামৰি লোৱাৰ ফলত তেওঁলোকৰ জীৱন যাত্ৰাৰ ৰূপৰ সলনি হৈছিল। ইয়াত কোনো বাধ্যবাধকতা নাছিল। প্ৰক্ৰিয়া ধীৰ গতিত শান্তিপূৰ্ণভাৱে চলি আছিল।

সাম্প্ৰতিক কালত ইয়াৰ বিপৰীত প্ৰক্ৰিয়া আৰম্ভ হৈছে। পুনৰ জনজাতিকৰণ প্ৰক্ৰিয়াই গা কৰি উঠিছে। কোনো কোনো জনজাতিৰ লোকে তেওঁলোকৰ পুৰণি সংস্কৃতি পুনৰ্জীৱিত কৰিবলৈ বিচাৰিছে। আঁচনি কৰি এই প্ৰক্ৰিয়া আৰম্ভ কৰা হৈছে। এনে প্ৰক্ৰিয়াৰ প্ৰয়োজনীয়তা মানুহক বুজাই কোৱা হৈছে। পৃথিৱীৰ বিভিন্ন ঠাইত এনে ধৰণৰ প্ৰক্ৰিয়াৰ প্ৰতি মানুহক সজাগ কৰোৱা পৰিলক্ষিত হয়। অসমৰ জনজাতি ইয়াৰ ব্যতিক্ৰম নহয়।

প্ৰাচীন কালৰে পৰা অসমত মংগোলীয় জনজাতি আৰু ককেচীয় প্ৰজাতিৰ জাতিগোটৰ লোক বাস কৰি আহিছে। ফলত দুই গোটৰ লোকৰ মাজত সাংস্কৃতিক আৰু জৈৱিক উপাদানৰ বিনিময় ঘটিছে। জনগোটবোৰ অবিমিশ্ৰিত হৈ থকা নাই। অধ্যয়ন যোগে দেখা গৈছে যে মংগোলীয় জনগোটবোৰৰ মাজত সংমিশ্ৰণ ঘটিছে: ককেচীয় জনগোটবোৰৰ মাজতো একে ঘটনাই ঘটিছে। আকৌ ককেচীয় আৰু মংগোলীয় জনগোটৰ মাজতো সংমিশ্ৰণ ঘটিছে। অৱশ্যে এইটো ঠিক যে কোনো এটা জনগোটেই সম্পূৰ্ণৰূপে সংমিশ্ৰিত হৈ স্বকীয় প্ৰজাতীয় বৈশিষ্ট্য হেৰুৱাই পেলোৱা নাই। সংমিশ্ৰণ প্ৰক্ৰিয়া অসমৰ বিভিন্ন জনগোটৰ মাজত বিভিন্ন ধৰণে বিভিন্ন পৰিমাণত ঘটা দেখা যায়।

শেহত এটা কথা উল্লেখ কৰি থ'ব পাৰি যে সংস্কৃতি স্থিৰ নহয়, ই গতিশীল। সেইদৰে জৈৱিক চৰিত্ৰও পৰিবৰ্তনশীল। গতিকে অসমৰ জনজাতিৰ আজিৰ সাংস্কৃতিক আৰু জৈৱিক ৰূপ আগৰ দৰে হৈ থকা নাই। ভৱিষ্যতে কি ৰূপ লয় তাৰ উত্তৰ ভৱিষ্যতেই দিব।OO

(এই প্ৰবন্ধটো লিখকৰ পূৰ্বে প্ৰকাশিত ইংৰাজী প্ৰবন্ধ এটাৰ ৰূপান্তৰ।)

# উত্তৰ-পূৰ্ব ভাৰতৰ উৎসৱ অনুষ্ঠানৰ চমু আভাস

ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী

সমাজৰ উৎসৱ-পৰ্ব বিলাক আচলতে যিকোনো সমাজ বা সম্প্ৰদায়ৰ আচৰণ ব্যৱহাৰপাতিৰ বাহ্যিক প্ৰকাশ। আজিৰ উৎসৱ-পৰ্ব বিলাক আদিম সমাজৰ প্ৰাচীন ৰীতি-নীতি, ধ্যান-ধাৰণা, বিশ্বাস-কৌতুহল জৰিত বিবিধ আচাৰ-অনুষ্ঠান তথা কৰ্ম-ব্যৱস্থাৰ লগত জৰিত। আদিতে সূচনা হোৱা উৎসৱৰ ৰীতি-নীতি আচাৰ-বিচাৰবোৰ কালৰ সোঁতত জাতি-উপজাতিৰ সান-মিহলিৰ মাজত নানাভাৱে ঘঁহনি খাই আজিৰ অৱস্থাত উপনীত হৈছেহি, তাৰো আকৌ বহু উৎসৱ লোপ পাইছে, সিয়ো কালৰে প্ৰক্ৰিয়া আৰু কিছুমানত আকৌ মূলৰ ৰীতি-নীতি ভালেখিনি লোপ পাই এটা নতুন ৰূপ লৈছে। এই উৎসৱ-পৰ্ব বিলাকৰ প্ৰতিটো আচাৰৰ মাজত কিন্তু প্ৰাচীন সমাজৰ বহু কথা এঠা লাগি জপতিয়াই ধৰি থকা দৰে সোমাই আছে আৰু সেইবোৰ নিদৰ্শনৰ আলম লৈয়ে সমাজ-সম্প্ৰদায় তথা একোখন দেশৰ মানুহৰ সাংস্কৃতিক ইতিহাস ৰচিত হৈ আহিছে, কিম্বা সেই কথাৰ ওপৰত নিৰ্ভৰ কৰিয়ে সমাজৰ সাংস্কৃতিক ইতিহাসৰ বাবে তথ্য আহৰিত হৈ আহিছে। দেখাত ই তেনেই সাধাৰণ কথা যেন লাগিলেও ইয়াৰ অন্তৰালত যথেষ্ট গুৰুত্বপূৰ্ণ ঐতিহ্য সোমাই থকা দেখা যায়। অসমকে ধৰি উত্তৰ-পূব ভাৰত তথা পূৰ্বাঞ্চলৰ সৰু-বৰ, ধৰ্মীয়-অনাধৰ্মীয় বিবিধ উৎসৱ-পৰ্ব, আচাৰ-অনুষ্ঠানৰ সামাজিক ঘৰুৱা কাৰ্যৰাজিৰ মাজতে সোমাই আছে আমাৰ এই পূব ভাৰত যাক 'পূৰ্বাঞ্চল ভাৰত' আখ্যা দিয়া হয় সেই বৃহৎ ভূ-ভাগৰ সাংস্কৃতিক জীৱনৰ ছবি, আৰু সেয়া হ'ল প্ৰকৃতাৰ্থত এক সংমিশ্ৰিত সংস্কৃতি। তাকেই আমি নানা ভাষী নানা জাতি-উপজাতিৰ নানা সংস্কৃতিৰ সানমিহলি ঘটি ঠন ধৰি উঠা অভিনৱ এক সমন্বয়ৰ সংস্কৃতি আখ্যা দিওঁ। পিচে এই বৃহৎ অঞ্চলটোৰ স্বাধীনোত্তৰ কালৰো দহ-পোন্ধৰ বছৰমানলৈকে তিনি চতুৰ্থাংশ অঞ্চলেই আছিল অসম ৰূপে সুপৰিচিত। এই অঞ্চলৰ সংস্কৃতিয়ে সমন্বয়ৰ পথত গঢ় লোৱাৰ সিও এটা প্ৰধান কাৰণ। প্ৰসংগক্ৰমে বহু সংস্কৃতি-ধৰ্ম-ভাষা-ভাষীৰে ভৰপূৰ হৈ থাকিলেও কলিকতা চহৰখনৰ প্ৰধান ভাষা আৰু সংস্কৃতিৰ পৰিচয় 'বঙালী' ৰূপে পৰিচিত হোৱাৰ দৰে অসমখনৰো সেই কালতেই অৰ্থাৎ নতুন নতুন ৰাজ্যবোৰ হোৱাৰ আগতেই এই সমস্ত অঞ্চলটোৰ প্ৰধান ভাষা তথা সংযোগী ভাষা আছিল অসমীয়া আৰু সংস্কৃতিৰ চিনাকীও আছিল অসমীয়া। তাৰ মাজত অট্টালিকাত থকা ভিন্ন ভিন্ন কাৰ্যৰ কোঠাৰ দৰে সৰু সৰু উপবিভাগবোৰ অসম বা অসমীয়া সংস্কৃতিৰ অন্তৰ্ভুক্ত উপবিভাগ ৰূপে পৰিচিত সংস্কৃতিৰ চানেকি যেনে— কাৰ্বি অসমীয়া, দেউৰি অসমীয়া, কছাৰী অসমীয়া ইত্যাদি। এই পটভূমিৰ কথা চকুৰ আগত ৰাখি আমি এই পূৰ্বাঞ্চলৰ উৎসৱপৰ্বসমূহৰ বিষয়ে চিন্তা-চৰ্চা কৰিলে আমাৰ বহু বিভক্ত সংস্কৃতিৰ মাজত একোটা স্বকীয় ৰূপত মূৰ্তিমান হোৱা অসমীয়া তথা অসমৰ সংস্কৃতিৰ স্পষ্ট ছবি এখন পাম। ইয়াত তেনেকুৱা উৎসৱবিলাকৰ সামান্য আভাস দিয়াৰ প্ৰয়াস কৰা হৈছে মাত্ৰ।

ভাৰতৰ পূৰ্ব প্ৰান্তত অৱস্থিত বৰ্তমানৰ অসম, মেঘালয়, মিজোৰাম, মণিপুৰ আৰু নগাভূমিৰ সৰ্বাধিক অঞ্চল আৰু অৰুণাচল প্ৰদেশৰ বৃজন পৰিমাণৰ অংশ একেলগে সামৰি ১৯৬০ চনলৈকে অসম প্ৰদেশ নামেৰে এটা গোট ৰূপে বৰ্তি আছিল যদিও মূলতঃ

ৰাজনৈতিক কাৰণতে সম্ভৱতঃ দিল্লীৰ কেন্দ্ৰীয় চৰকাৰৰ প্ৰশাসনিক সুবিধাৰ কাৰণে ১৯৬৩ চনৰ পৰা ১৯৮৭ চনলৈ অৰ্থাৎ পঁচিশ বছৰ মানৰ ভিতৰত ভাৰতৰ ক্ষুদ্ৰ সংস্কৰণ স্বৰূপ অসমখন ছখন ৰাজ্যত বিভক্ত কৰা হ'ল। লগে লগে পূৰ্বৰ সাংস্কৃতিক ঐক্যৰ মূৰত এই বিভক্তকৰণেও বাৰুকৈয়ে মাধমাৰ সোধালে। ফলত আজি বাটে-ঘাটে, গাঁৱে-ভূঞে, চহৰে-নগৰে যেনি-তেনি আমি 'এক ভাৰতীয়' শ্লোগান জৰিত ফলক আঁৰিবলগীয়া হৈছে। এই কৰ্মও আজি ভাৰতীয় ৰাষ্ট্ৰীয় ঐক্য প্ৰতিষ্ঠাৰ সপোন বাস্তৱায়িত কৰিব খোজা কেন্দ্ৰীয় চৰকাৰৰে এটা গুৰুত্বপূৰ্ণ কৰ্ম। পূৰ্বাঞ্চলৰ সাংস্কৃতিক পৰিচয় প্ৰসংগত উৎসৱ-পৰ্বৰ আলোচনাত আমাৰ চকুৰ আগত এইটোও সহজে ভাহি উঠা এটা ছবি। ইয়াৰো গঠনমূলক দিশটোৰ প্ৰতি চকু ৰাখিহে তাৎপৰ্য ব্যাখ্যা কৰাটো দৰ্কাৰ। এই সমস্ত অঞ্চলটো দৰাচলতে ভালেমান জাতি-উপজাতি, নানাবৰণীয়া সৰু বৰ জনজাতি, বিবিধ-ধৰ্ম-সম্প্ৰদায়ৰ ভিন্ন সংস্কৃতিৰ লোকৰ বাসভূমি। সেই কাৰণেই হ'বলা নৃতত্ত্বৰ চৰ্চাকাৰী সকলৰ মানত পূৰ্বাঞ্চলটো তথা পূৰ্বৰ অবিভক্ত অসমখন অধ্যয়নৰ বাবে সৰ্বোত্তম ক্ষেত্ৰ আৰু ভাষাতত্ত্বৰ চৰ্চাকাৰীসকলৰ বাবেও বহুতো ভিন্ন ভিন্ন বিশেষত্বৰে ঐতিহ্যমণ্ডিত এই সমৃদ্ধ অঞ্চলটো ভূ-স্বৰ্গ স্বৰূপ। ইয়াত বসবাস কৰা সমূহ লোকৰ উৎসৱ-পৰ্ব তথা লোক উৎসৱবোৰ বছৰৰ নানা সময়ত নানা পয়োভৰেৰে উদ্‌যাপিত হৈ আহিছে। এই উৎসৱবোৰ মূলতঃ চাৰি প্ৰকাৰৰ : (ক) ঋতুভিত্তিক উৎসৱ, (খ) বাৎসৰিক উৎসৱ, (গ) সীমিতভাৱে আয়োজিত উৎসৱ আৰু (ঘ) ধৰ্ম সম্পৰ্কীয় উৎসৱ। সেই একেখিনি উৎসৱকে আকৌ আনধৰণেও কেইটামান ভাগত ভগাই আলোচনা কৰিব পাৰি। সেয়া হ'ল-- (ক) পৰম্পৰা ভিত্তিক উৎসৱ, (খ) সম্প্ৰদায় বা গোষ্ঠীভিত্তিক উৎসৱ, (গ) উদ্দেশ্যমূলক উৎসৱ ইত্যাদি। যি প্ৰকাৰেই ভাগ নকৰক এই সকলো ৰকমৰ লৌকিক উৎসৱ পূৰ্বাঞ্চলৰ সাতোখন ৰাজ্যতে আজিও যথাযথভাৱে উদ্‌যাপিত হৈ আছে। মূল যোগসূত্ৰ তথা উদ্দেশ্য একে যদিও পালন কৰা ৰীতি-নীতিৰ মাজত কিছু তাৰতম্য আছে।

এই অঞ্চলৰ কেওখন ৰাজ্যতে পালন কৰা সবাতোকৈ ডাঙৰ উৎসৱ হ'ল কৃষিভিত্তিক। ইয়াৰ দুটা প্ৰধান ভাগ আছে; মূল কৃষি অৰ্থাৎ ধানখেতিৰ আৰম্ভণিৰ সময়ত, আৰু সেই খেতিৰ ফচল চপোৱাৰ সময়ত প্ৰায়বোৰ সম্প্ৰদায়ৰ মাজত একোটাকৈ উৎসৱ পালন কৰা হয়। এই অঞ্চলৰ পৰ্বত-ভৈয়ামত বসবাস কৰা সকলোবোৰ লোকৰ প্ৰধান অৱলম্বন হ'ল কৃষি। সেইকাৰণে সকলোৱে কৃষিৰ সমৃদ্ধি কামনা কৰি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনায় আৰু কৃষিলব্ধ দ্ৰব্য নানা উপায়ে নিজ নিজ সম্প্ৰদায়ৰ দেৱতালৈ আগ কৰি আনন্দ লাভ কৰে; গোসাঁইক দিয়াৰ পিছতহে ভোগ কৰে। অসম যিহেতুকে আৰ্য আৰু অনা-আৰ্য তথা আৰ্যোত্তৰ লোকৰ দ্বাৰা ভৰপূৰ সেই হেতুকে তেওঁলোকে পালন কৰা উৎসৱ সমূহৰ পালন কৰা ৰীতিৰ কিছু সালসলনি দেখা যায়, আৰ্যীয় ৰীতিৰ লগত আৰ্যোত্তৰীয় ভিন ভিন ৰীতিৰ আদান-প্ৰদানত তেনে হৈছে। অসমত আৰ্যসকলৰ উপৰি আৰ্যোত্তৰ সকলৰ ভিতৰৰ পৰা বড়ো-কছাৰী, ৰাভা, কাৰ্বি, মিচিং, ডিমাচা, তিৱা বা লালুং, হাজং আৰু দেউৰিয়ে প্ৰধান। ইয়াৰ বাহিৰেও অঞ্চলভেদে দক্ষিণ ভাৰতৰ ভালেমান অন্য ভাষা-ভাষী, মধ্যভাৰত-বিহাৰ আদিৰ ভালেমান ভিন্ন ভাষী, বঙ্গদেশীয়, নেপাল দেশীয়, ভূটান অঞ্চলৰ পৰা আহি বসবাস কৰা লোকো বহু আছে। সেইদৰে খাছী গাৰো-মণিপুৰী-নগা-মিজো আদিও কিছু কিছু ঠাইত ভ'ত লাগি ধৰাৰ দৰে তেওঁলোকৰ নিজৰ ৰীতি-নীতিতো আন জাতি সম্প্ৰদায়ৰ অৰ্থাৎ আৰ্য বুলি ভৰা ৰীতি-নীতি বহু সোমাই পৰিছে। পাৰ্থক্য কেৱল মাত কথা, উচ্চাৰণও সুবিধা মতে

তাৰতম্য ঘটাৰ দৰে চাল-চলনতো সুবিধা মতে সালসলনি তথা ঘঁহা-পিহা হৈছে। এইদৰেই সকলো পৰ্যায়তে মূল ৰূপটোৰ ব্যতিক্ৰম ঘটিছে, কেৱল পাৰ্থক্য তাৰ মাত্ৰা বা ডিগ্ৰীত, ক'ৰবাত বেছি, ক'ৰবাত কম।

অসমৰ জন-সাধাৰণ জাতি-গোষ্ঠী তথা সামাজিক গাঁঠনিৰ পিনৰ পৰা মূলতঃ আৰ্য আৰু আৰ্যোত্তৰ দুই প্ৰকাৰৰ। দৈনন্দিন জীৱনৰ থকা-মেলা, খোৱা-বোৱা, মাত-কথা, পোছাক-পৰিচ্ছদ, ধ্যান-ধাৰণা, বিশ্বাস-কৌতূহল, খেলা-ধূলা উৎসৱ-পৰ্ব, ঘৰ-সংসাৰ, বিয়া-বাৰু আদি সকলো কথাতে এই দুয়োবিধৰ মানুহৰ সমিল মিল ঘটিছে। সেই আদান-প্ৰদান ঘৰুৱা, সামাজিক তথা ৰাজহুৱাভাৱে আয়োজিত সকলো অনুষ্ঠানতে প্ৰত্যক্ষ-পৰোক্ষ দুয়োটা প্ৰকাৰে চিন্তাশীল ব্যক্তিৰ চকুত ধৰা দিয়ে। তেনে এটা প্ৰধান উৎসৱ হ'ল, অসমৰ বিহু, যাক নামনি অসমত দোমাহীও বোলা হয়ঃ এই উৎসৱটোত আৰ্য-অনাৰ্যৰ সুন্দৰ সমন্বয় ঘটিছে। ইয়াৰ সম্পৰ্ক মূলতঃ পেটৰ আহাৰ মুঠিৰ উৎপাদনৰ লগত, আমাৰ কৃষিয়েই আহাৰৰ মূল কৰ্ম। সেই কৃষিৰ সম্পৰ্ক জলবায়ুৰ লগত, অৰ্থাৎ সূৰ্য-মেঘ-বতাহৰ লগত ওতঃপ্ৰোত যোগসূত্ৰ বসুন্ধৰা আইৰ। তেনেকৈয়ে সূৰ্যৰ অয়ন তথা গতিৰ লগত সম্পৰ্কযুক্ত বিষুৱৰ লগতে আৰ্যই বিহুৰ সম্পৰ্ক বিচাৰি পোৱাৰ দৰে মাটিসূচক হা/হু-ৰলগত চৰাইৰ মাতৰ সাদৃশ্যত বিহুৰ সম্বন্ধ বিচাৰি পাইছে আৰ্যোত্তৰ কোনো কোনো গোষ্ঠীয়ে। সেই বিহু তিনিটা সময়ত পালন কৰা হয়, খেতিৰ কৰ্মৰ শেষত আৰু খেতি ফচল আহৰণৰ পিছত কমে ৰঙালী, কঙালি আৰু ভোগালী নামেৰে। তত্ত্বানুসন্ধানকাৰীৰ বিচাৰ হ'ল সকলো কথাৰ উৰহীৰ ওৰ বিচৰাত তেওঁলোকে এই কৃষিভিত্তিক উৎসৱৰ পম খেদি যেন সম্পৰ্কৰ উঁহ পালেগৈ; লিঙ্গ আৰু যোনিৰ মিলন নিৰ্দেশক 'মাতৃ-সংস্কৃতি'ৰ তত্ত্বকে মনুস্মৃতিৰ নৱম অধ্যায়ত 'ইয়ম ভূমিৰ্হি, ভূতানাম্ শাশ্বতি যোনিৰুচ্যতে' কথা ইয়াৰে স্বাক্ষৰ। তাকেই আকৌ History of the Indian Erotic Literatureঅত বহু যুক্তি তৰ্কৰে প্ৰমাণ কৰিবলৈ যত্ন কৰিছে যে কৃষিকৰ্মৰ লগত, যৌনসম্পৰ্ক সমগ্ৰ বিশ্ব ব্যাপক এটা সত্য ঘটনা। বিহুৰ লগত কৃষিৰ সৰ্বতোপ্ৰকাৰ শ্ৰীবৃদ্ধিৰ গুৰিতে এনে এটা কথাই আমাৰ চকুৰ আগত ভাঁহি উঠে।

ৰঙালী বিহু কৃষিৰ শুভাৰম্ভৰ লগত যুক্ত কৰিয়ে নতুন বছৰ ৰূপেও 'নৱবৰ্ষোৎসৱ' ৰূপেও বিবেচিত হয়। ইয়াক 'সাত বিহু' ৰূপে একেৰাহে বিশেষ বিশেষ অনুষ্ঠানৰ দ্বাৰা পালন কৰা নিয়ম। এই বিহুকে ৰাভাসকলে 'বৈখো' আৰু কোনো অঞ্চলত 'খোকচি' বোলে। মিচিং সকলৰ ইয়েই হ'লগৈ 'আলি আই লিগাং' (গুটি সিঁচা পৰ্ব), এওঁলোকৰ ভোগালি বিহু হ'ল 'ন'ৰা চিগা বিহু', প'ৰাগ আন এটা মিচিং উৎসৱ। দেউৰিসকলে ইয়াক 'বিচু' বোলে। তিৱাসকলে অসমীয়া ৰঙালী বিহুৰ দুসপ্তাহৰ পিছত এই উৎসৱ পালন কৰে। ডিমাছাসকলে 'বুচু' নামেৰে এই বিহুৰে ৰূপান্তৰ সদৃশ্য 'বচাগি চানজোৰা', 'চান্দি চানজোৰা' আৰু 'মাগ চানজোৰা' ৰূপে পালন কৰে বছৰত তিনিবাৰ। বড়ো-কছাৰীসকলে ৰঙালী বিহুকে 'বৈশাগু' নামেৰে পালন কৰে। এই কেইটা হ'ল প্ৰধান উৎসৱ, অসমীয়া বিহুৰ ৰূপান্তৰ।

অন্যান্য আৰু ভালেমান সৰু-সুৰা, আঞ্চলিক উৎসৱো অসমত আছে। সেইবোৰৰ ভিতৰত ভঠেলি, গৰয়া, পূচা, চহৰাই, টুচু, কৰম, হুদুম পূজা, ভেকুলি বিয়া, ঢেঁকী পোতা, পছতি, ফাং পোতা, গোছ লোৱা, আগঅনা, বাম্বোল পিটা, বাঁশ বিয়া, মোহোহো, সোণাৰায় পূজা, ম'হ খেদা, ভাল্লা ভুল্লা, মৌসা, অম্বুবাচীৰ আমতি, খেৰাই, সৰ্জা, মাৰ খাউলা, কাজি, মৌমছু, ফুন্তিহাবা ইত্যাদি। সেইদৰে কাৰ্বি সমাজত প্ৰচলিত ৰোংকাৰ, হাচ্ছ কেকান, ৰাভাৰ হাছাং আৰু মাৰে পূজা, তিৱাৰ লংখুম পূজা আৰু ছাগ্ৰামিছাৱা আদিৰ উল্লেখ কৰিব পাৰি।

তিৱাৰ বৰত পূজা আৰু কামাখ্যাৰ কুমাৰী পূজাৰ মিল আছে। মানুহৰ জীৱনতো শিশু কালৰ পৰা মৃত্যুলৈকে সময়ে সময়ে কিছুমান ব্ৰতাচাৰ তথা উৎসৱ অনুষ্ঠান পতা হয়। যেনে-- নামকৰণ, অন্নপ্ৰাসন, চূড়াকৰণ, উপনয়ন, আগবিয়া, পাছবিয়া, পুংসৱন ইত্যাদি। আকৌ ছোৱালী গাভৰু হোৱা কালত আয়োজিত তোলনী বিয়া। সেইদৰে কাৰ্বিৰ চোমাংকান, বাভাৰ ফাৰ্কন্তি, আহোমৰ মেদামে-মে-ফি এই জাতীয় উৎসৱ। শেষৰ পিনৰ বিভিন্ন উৎসৱবোৰক উৎসৱ নুবুলি সংস্কাৰ আখ্যা দিয়াহে ভাল; কিন্তু তাৰ আয়োজন আড়ম্বৰৰ কাৰণে এতিয়া ডাঙৰ উৎসৱৰ নিচিনা হৈ পৰিছে।

এইবোৰৰ বাহিৰেও আৰু বহু উৎসৱ পৰিয়ালৰ মাজতে সীমিত পৰিবেশত পতা হয়। তেনেদৰে সম্প্ৰদায়ৰ ক্ষুদ্ৰ ক্ষুদ্ৰ গোটৰ মাজতে আবদ্ধ পৰ্বও আছে। জন্ম দিবস পালন, বিবাহ দিবস পালন, জীৱন বা সামাজিক উৎসৱ-অনুষ্ঠানৰে আকৌ ৰূপালী, সোণালী, প্লেটিনাম, শতবৰ্ষ পালনেও আজিকালি উৎসৱৰূপে স্থান পোৱা দেখা যায়।

মেঘালয়ৰ খাচী সকলৰ প্ৰধান উৎসৱ হ'ল নংক্ৰেম, ইয়াৰ লগত মৃদু গতিৰ নৃত্যও আছে। এই উৎসৱ একেৰাহে পাঁচদিন ধৰি পালন কৰা হয়; সেয়া ক্ৰমে পামতিয়া, উম্নি, ইওদু, লিঙ্কা আৰু পিনসিং ৰূপে জনাজাত, এই উৎসৱৰ সময় সাধাৰণতে গ্ৰীষ্ম কাল। 'সদ-সুক-মিনসিয়াম' অবিবাহিতা খাচী ছোৱালী সকলেহে নৃত্য কৰিব পৰা এটা জনপ্ৰিয় উৎসৱ। বেহদেইনখ্লাম হ'ল জয়ন্তীয়া সকলৰ শ্ৰেষ্ঠ আৰু বহুলভাৱে পালন কৰা উৎসৱ। গাৰো সকলৰ ৱাঙ্গালা (কোনো কোনো ঠাইত যাক গুৰেৱাতা বোলে) অসমীয়াৰ ভোগালী বিহু সদৃশ উৎসৱ। অৱশ্যে ইয়াৰ আগতে তেওঁলোকে ওপাতা, দেনবিলচিয়া, আচিৰোকা, আগাল মাকা, মি আমুতা, ৰেংছুগালা/গিন্দোগালা, আহাইআ উৎসৱমুখৰ অনুষ্ঠানবোৰ পাতে। ৱাঙ্গালাৰ পৰৱৰ্তী উৎসৱ হ'ল ৰেংদিকমিতে, পাকমানা দ'তামা, ক্ৰোংনা দোতাতা, ক্ৰমে দোতাতা, আকোম, নাগ্ৰা দোতাতা, আং'কে দোতাতা আদি কেতবোৰ সৰু সৰু উৎসৱ।

নগাভূমিৰ সকলো নগা সম্প্ৰদায়ৰ উৎসৱবোৰৰ লগত নৃত্যৰ সম্পৰ্ক অতি গুৰুত্বপূৰ্ণ, নৃত্যহীন উৎসৱেই নাই বুলিব পাৰি নগাসকলৰ। আংগামীৰ 'ত্ৰিয়োকন্যি' খেতিৰ আৰম্ভণিৰ উৎসৱ, 'ঙ্গি' খেতিৰ সামৰণি উৎসৱ আৰু 'ছুন্যি' খেতিৰ ফচল গোটোৱা উৎসৱ। চাকেচাংসকলৰ খিলুন্যি খেতিৰ ফচল আহৰণৰ শেষত পতা উৎসৱ আৰু একেৰাহে আঠদিন চলি থাকে। ৰেংমাৰ 'তৈয়াছুৱ', জেলিয়াংসকলৰ 'মেৰিঙ্গি', আওৰ 'মোৱাটচু' য়িমছুঙ্গাৰৰ 'মেটাম্নে', কন্যাকৰ 'আওলিং মোন্যু' লোথাৰ 'তোখু এমুং', চেমাৰ 'তুলুম্নি' আদি জনপ্ৰিয় উৎসৱ ইয়াৰ বাহিৰেও তেওঁলোকৰ মাজত প্ৰচলিত কেতবোৰ সৰু সুৰা উৎসৱ-পৰ্ব প্ৰচলিত আছে।

আকৌ মণিপুৰীসকলৰ ডাঙৰ উৎসৱটোৱে হ'ল 'কৃষ্ণজন্মাষ্টমী'। ইয়াৰ বাহিৰেও থাওৰনি জন্ম (বুদ্ধৰ জন্মদিৱস), দুৰ্গাপূজা, যাওচাং, নিঙ্গোনা ছাকোবা, লাই হাৰাওবা ৰাসলীলা আদি উৎসৱ বৰ ধুমধামেৰে পালন কৰা হয়। এওঁলোকৰ সকলো উৎসৱতে নৃত্য-গীতৰ পয়োভৰ উল্লেখযোগ্য কথা। ভিতৰুৱা পাহাৰীয়া অঞ্চলৰ উপজাতিৰ মাজতো নিজৰ ৰীতিৰে পালন কৰা কেতবোৰ উৎসৱ আছে।

মিজোৰামৰ উৎসৱ মানেই কুত। আমাৰ ৰঙালি বিহু মিজোৰ 'পোলকুত', এয়া পুৰণি বছৰৰ বিদায় আৰু নতুন বছৰৰ স্বাগত সম্ভাষণ উৎসৱ ৰূপেও পৰিচিত। ডিচেম্বৰ মাহত ঝুমৰ পথাৰ জ্বলোৱাৰ আগে আগে পালন কৰে 'মপৰ কুত' সেইদৰে 'মিমকুত' হ'ল এওঁলোকৰ ভোগালী বিহু। ইয়াৰ বাহিৰেও 'খেলফাৱাং কুত' আন এটা উল্লেখযোগ্য উৎসৱ

তেওঁলোকে পালন কৰে। ইয়াৰ উপৰি কেতবোৰ সৰু-সুৰা পৰ্বও তেওঁলোকৰ মাজত প্ৰচলিত হৈ আহিছে।

ত্ৰিপুৰাৰ আটাইতকৈ আকৰ্ষণীয় উৎসৱ হ'ল খাৰ্ছি উৎসৱ। ইয়াৰ চৌদ্দা দেৱতাৰ পূজা, অৰ্থাৎ হৰ, উমা, হৰি মা লক্ষ্মী, বাণী সৰস্বতী, কুমাৰ (কাৰ্তিক), গণেশ, ব্ৰহ্মা, বসুমতী, সমুদ্ৰ, গঙ্গা, অগ্নি, কামদেৱ আৰু হিমালয় এই চৈধ্য দেৱতাৰ পূজা, ইয়াৰ লগত বুঢ়ামা ৰূপে এগৰাকী দেৱীকো পূজা কৰা হয়। ইয়াৰ চৈধ্য দিনৰ পিছত কেৰ চৌমুহনি ৰূপে সজা ঠাইত কেৰ পূজা কৰা নিয়ম। ইয়াত দীঘল বাহ এজোপাক পূজা কৰে; ইয়ো দুদিনৰ কম নহয়-- ৩য় দিনাহে এই পূজাৰ অন্ত পৰে। ত্ৰিপুৰী তথা কক্‌বৰকসকলৰ মাজত প্ৰচলিত এই পূজাত বলিৰ ব্যৱস্থা আছে। আন এটা উৎসৱ হ'ল উনাকুতি; চ'ত মাহৰ শুক্লপক্ষৰ অষ্টমীৰ দিনাখন আৰম্ভ হয় আৰু মাত্ৰ দুদিনতে শেষ হয় যদিও ইয়াৰ প্ৰধান কথা হ'ল কুম্ভস্নান। মাঘী পূৰ্ণিমাৰ দিনা আয়োজিত বনবিহাৰ মেলাৰো মূল লক্ষ্য হ'ল জুৰিৰ স্নান। মুতেইচেনাল পূজাৰ উদ্দেশ্য হ'ল ঝুম খেতিৰ আৰম্ভণিতে বিশেষভাৱে অনা বাঁহ এছাৰা আগত লৈ পূজা কৰে যাতে ঈশ্বৰে খেতি-বাতিৰ সকলো অপায়-অমঙ্গল নাশ কৰি ঝুম খেতিৰ শ্ৰীবৃদ্ধি কৰে। আকৌ বিসুচনি উৎসৱ আচলতে আমাৰ বহাগ বিহুৰ সময়ত পালন কৰা উৎসৱ আৰু ই হ'ল তিনিদিনীয়া উৎসৱ। ইয়াত মৈৰেমা, মুলানি খুলামি আৰু মাহাদে তিনিজন দেৱতাক অছাই অৰ্থাৎ পূজাৰীয়ে পূজা দিয়ে, লগতে মৃত উপৰিপুৰুষৰ আশিস কামনা কৰে। ইয়াত ডেকা-ডেকেৰীসকলে মুকলিমনেৰে বাঁহী অৰ্থাৎ সুমু আৰু ঢোল অৰ্থাৎ খাম বজাই ওৰে দিনটো নাচ-গান কৰে। ইয়াৰ উপৰি ঠাকুৰমুৰা, দুম্বাৰু, মমিতা, বততলা আদি কেতবোৰ উৎসৱৰ দ্বাৰা ত্ৰিপুৰী সমাজৰ সংস্কৃতি সমৃদ্ধ হৈ আছে।

অৰুণাচল প্ৰদেশৰ সাংস্কৃতিক সমাজখনৰ ছবি বৈচিত্ৰ প্ৰধান। ইয়াত ভালেমান জাতি-উপজাতিৰ মাজত প্ৰচলিত বহু উৎসৱ-পৰ্ব আছে। অৱশ্যে জাতিভেদে উৎসৱৰো তাৰতম্য আছে। ৱাংচু সকলৰ ডাঙৰ উৎসৱটো হ'ল ঝুমৰ শুভাৰম্ভত কৰা, আমাৰ ৰঙালী বিহুৰ সময়তে পৰে, এইটো কমেও ছদিন ধৰি চলে। কোনো কোনো সময়ত বাৰদিন ধৰি চলে। গাহৰি, মেথোন, ম'হ আদি বলি দিয়া হয়। খানা-পিনা-নচা ইয়াৰ প্ৰধান কাম। সেইদৰে খেতিৰ ফচল গোটোৱাৰ পিছত পালন কৰে ছাছাৱান আৰু লাইদোংলে উৎসৱ। নক্টেৰ লোকু প্ৰধান উৎসৱ। ইয়াতো ম'হ, গাহৰি বলি দিয়া নিয়ম; খোৱা-বোৱা, নাচ-গানৰ পয়োভৰ মন কৰিবলগীয়া। নক্টেৰ কোকখুত আৰু চাল্লিবান হ'ল খেতিৰ আৰম্ভণিৰ উৎসৱ আৰু বাংলো হ'ল খেতিৰ ফচল গোটোৱাৰ সময়ৰ উৎসৱ। তাংছা সকলৰ খেতিপতাৰ সময়ৰ উৎসৱটোৱে সামফাং আৰু খেতিৰ ফচল আহৰণৰ সময়ৰ উৎসৱটোৱে লাম্ৰা, কোনো কোনো ঠাইত পেৰং বুলিও কয়। এই দুয়োটা উৎসৱতে পৰিয়ালৰ মূল তিৰোতাজনীয়ে আগভাগলৈ খেতি পথাৰত আনুষ্ঠানিক কামখিনি কৰে। এওঁলোকৰ উৎসৱৰ লগতো খানা-পিনাৰ আড়ম্বৰ মন কৰিবলগীয়া। ডেকা-গাভৰুৰ নাচ-গানৰ উপৰিও গাহৰি বলি দিয়াটো অপৰিহাৰ্য অংগ। তাংছাৰ আন দুটা উল্লেখযোগ্য উৎসৱ হ'ল মোল আৰু মো; চিকাৰ কাৰ্যত সফলতা সূচক উৎসৱ হ'ল কুকজোং। নিশিংসকলৰ প্ৰধান উৎসৱটো হ'ল ন্যোকুম, লক্ষ্য হ'ল দেৱতাক তুষ্ট কৰি খেতিৰ অপায়-অমঙ্গল বিনাশ। চিংফৌ সকলৰ সান্‌জো উল্লেখযোগ্য উৎসৱ। পাহাৰি মিৰিৰ মাজত প্ৰচলিত উৎসৱ বুৰিবুত, হিলো, আৰিং, উয়ু, প্ৰধান উৎসৱ; বুৰিবুত উৎসৱ সমূহীয়াভাৱে সকলোৱে মিলিজুলি পাতে। ইয়াত আগে আগে ঘৰৰ তিৰোতাই চাউলৰ গুড়ি চটিয়াই যায় আৰু পাছে পাছে পুৰুষসকলে গান গাই

গাই নাচি নাচি সমদল উলিয়ায়। মেথোন আদি জীৱন-জন্তু বলি দিয়া নিয়ম। হিলো উৎসৱৰ উদ্দেশ্য হ'ল নতুন বছৰৰ শুভ কামনা আৰু পুমপিৰ উৎসৱ হ'ল খেতিৰ শ্ৰীবৃদ্ধি কামনা। মনপাসকলৰ প্ৰধান উৎসৱটোৱে তোৰগ্য; ইয়াৰ অপৰিহাৰ্য অংগ হ'ল নাচ-গান। ডেকা-গাভৰুৱে মুকলিমূৰীয়াভাৱে নাচত অংশ লয়। আদিসকলৰ খেতিৰ মাটি পৰিস্কাৰ কৰা সময়ত আয়োজন কৰে আৰাণ উৎসৱৰ, ই হ'ল ৪/৫ দিনীয়া উৎসৱ, গাহৰি-কুকুৰা বলি দিয়াৰ উপৰিও খানা-পিনা-নাচ-গানৰ পয়োভৰ মনকৰিবলগীয়া। এওঁলোকৰ শ্ৰেষ্ঠ উৎসৱটোৱে হ'ল ম'পিন, খেতিৰ শ্ৰীবৃদ্ধি কামনাৰে এই উৎসৱ পালন কৰে। ইয়াতো মেথন গাহৰি বলি দিয়া নিয়ম, লগত থাকে নাচ-গান খোৱা-পিয়াৰ আতিশয্য। লগত অন্যান্য বহু আচাৰ-অনুষ্ঠান পালনৰ ব্যৱস্থা আছে। আপাটানিৰ ব্ৰি উৎসৱ, অকা অৰ্থাৎ হ্বাছোৰ নাছিদো, মিজিৰ ফুংলিং উৎসৱ বিশেষ উল্লেখযোগ্য। খামতিসকল মূলতঃ বৌদ্ধ ধৰ্মাৱলম্বী। সেয়ে এওঁলোকৰ পয়কেং আদি ধৰ্মীয় উৎসৱসমূহেই প্ৰধান, বুদ্ধ-পূৰ্ণিমা বিশেষভাৱে পালন কৰা হয়।

উল্লেখিত উৎসৱবোৰৰ উপৰিও হিন্দুসকলৰ ভালেমান ধৰ্মীয় উৎসৱ আছে যেনে-- ধৰ্মীয় গুৰুকেন্দ্ৰী অৰ্থাৎ আবিৰ্ভাৱ তিৰোভাৱ উৎসৱ, দৌল উৎসৱ, দুৰ্গা পূজা, শিৱৰাত্ৰি, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, অঞ্চল বিশেষৰ যেনে কামাখ্যাৰ অম্বুবাচী, পৰশুৰাম কুণ্ডৰ স্নান, অশোকাষ্টমী, নানা ঠাইৰ নানা ৰকমৰ মেলা, ইত্যাদি। ইয়াৰ উপৰিও মুছলমানসকলৰ স্থানীয় পীৰৰ উৎসৱৰ কথাও এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। এই উৎসৱসমূহৰ বিশেষ গুৰুত্বপূৰ্ণ কথাটোৱে হ'ল বিবিধ ভাষা-ভাষী ভিন্ন ধৰ্মাৱলম্বী লোকসকলে সমিলমিলৰ ভাবাদৰ্শৰে সহযোগ কৰাটো সামাজিক উৎসৱসমূহত টকা-পইচা দান-অনুদানৰ উপৰিও তাৰ নানা অনুষ্ঠানত অংশগ্ৰহণ কৰাও দেখা যায়। এই মিলাপ্ৰীতিটোৱে হ'ল পূৰ্বাঞ্চলৰ জাতি-উপজাতিৰ সৰ্বোৎকৃষ্ট কথা, কিন্তু সাম্প্ৰতিক কালত কেন্দ্ৰীয় চৰকাৰৰ দুৰ্বল নেতৃত্বত ৰাজনৈতিক দল-উপদলৰ অদূৰদৰ্শী কাৰ্যকলাপ অৰ্থাৎ চলেবলে কৌশলে ৰাজনৈতিক স্বাৰ্থপূৰণৰ লক্ষৰে কামৰ আঁচনি লৈ প্ৰবল উৎসাহেৰে সক্ৰিয় হৈ উঠাৰ ফলত কস্মিনকালেও নোহোৱা বিভেদ আৰু অবিশ্বাসৰ বাতাবৰণে এই অঞ্চলটো এটা জ্বালামুখী সদৃশ বাষ্পপিণ্ড কৰি তুলিছে। ফলত একেটা গোষ্ঠীৰ ভিতৰতে নানা কলুষিত কৰ্ম সম্পাদিত হ'ব লাগিছে, সপোনৰো অগোচৰ নানা ধ্বংসমুখী কাৰ্যকলাপৰ গৰাহত আজি পূৰ্বাঞ্চল উত্তপ্ত। যিখন ঠাইত ঐক্য আৰু আতিথ্য পৰায়ণতাত সাত শত্ৰুৱেও বিস্ময়বিমুগ্ধ হৈছিল। সেইখন ঠাইত আজি আমি এক ভাৰতীয় শ্লোগান দি ভাৰত চৰকাৰ ক্লান্ত হৈ পৰিছে। তাক মষিমূৰ কৰিবলৈ হ'লে লোক সংস্কৃতি, লোক-কলা, লোক-উৎসৱৰ আঁৰৰ ঐতিহ্যমণ্ডিত বাস্তৱ তাৎপৰ্যৰ ব্যাখ্যাৰে জনগণক আনন্দত আত্মহাৰা কৰিব লাগিব। তেনে আনন্দত উৎফুল্লিত হ'লেহে আমি দেখিবলৈ পাম শান্তি-ঐক্য আৰু সমৃদ্ধিৰে পৰিপূৰ্ণ এখন দেশ, এটা জাতি।OO

# আব্দুল মালিকৰ ঢাকনি

## ইমৰান শ্বাহ

চৈয়দ আব্দুল মালিক বক্তা হিচাপে থকা মিটিংবোৰত উপস্থিত থাকিবলৈ পোৱাটো এটা বৰ আনন্দদায়ক অভিজ্ঞতাৰ কথা আছিল। আন অনেক ভাল ভাল সফল বক্তাৰ বক্তৃতা মই শুনিছো। কিন্তু মালিকৰ বক্তৃতাৰ বিশেষত্ব অলপ বেলেগ ধৰণৰ। কি ক'ব আৰু কিয় ক'ব সেয়া যথেষ্ট আগতেই খাটাং কৰি লয়। যথেষ্ট ভবা-গুণা কৰে। তথ্যপাতি ঠিক কৰি লয়। কেনেকৈ ক'ব সেইটো মূৰকত থিৰাং কৰে শ্ৰোতা দেখাৰ পিছত। আৰু তাৰ পিছত যেতিয়া ক'বলৈ ধৰিছিল তেতিয়া কেতিয়াবা এনে লাগিছিল যেন মাথোন হহুঁৱাবলৈহে মানুহজনে কথা কৈ আছে। মানুহে হাঁহিলে তেওঁ ভাল পাইছিল। অট'গ্ৰাফত প্ৰায়ে লিখি দিছিল-- "হাঁহি হাঁহি বাচি থকা।' মানুহৰ হাঁহি উঠি যোৱাকৈ ক'বও জানিছিল। ভাষা, কথনভঙ্গী, মুখৰ অভিব্যক্তি, গোটেইবোৰতে যাদু আছিল। তেওঁৰ প্ৰত্যুৎপন্নমতিতা আছিল অসাধাৰণ। ৰিফ্লেক্স, এক্‌চনৰ দৰে। তথাপিও মাজে মাজে তেওঁৰ বক্তৃতাৰ একো একোটা মন্তব্যত বিতৰ্কৰ ধুমুহা উঠিছিল। কটু সমালোচনা হৈছিল। এবাৰ তেওঁৰ এটা মন্তব্যৰ তীব্ৰ প্ৰতিবাদ হওঁতে মই তেওঁক প্ৰায় অনুযোগৰ সুৰতে কৈছিলো, আপুনিনো এইবোৰ কথা আবেগিক হৈ কিয় কৈ পেলায়। এইবোৰ প্ৰসঙ্গ লৈ একো নক'লেওতো হয়। সত্যতো এদিন ওলাই আহিবই। কেতিয়াও গহীন নোহোৱা মানুহজন হঠাৎ গহীন হৈ গৈ মোক লাহে লাহে কৈছিল, মই বুজিছিলো, তেওঁ মোক আচলতে খং কৰিছিল,— তুমি একেবাৰে ভুল ভাবিছা। কিছুমান কথা ক'ব লাগে বুজিছা। মিছাতকৈ অপ্ৰিয় সত্য ভাল। আৰু মই আবেগত কথা কওঁ বুলি তুমি কেনৈ ভাবিলা? মই বহুত ভাবি-চিন্তি কওঁ। মোৰ প্ৰতিটো কথা কেল্‌কুলেটেড্। প্ৰয়োজনত আবেগিকভাৱেহে কেতিয়াবা ক'ব লগা হয়। তেতিয়াই মই জানিছিলো এই মানুহজনক বাহিৰৰ পৰা বুজিব নোৱাৰি আৰু মোক নিজকে ধৰি আমি অনেকেই তেওঁক আচলতে বুজাই নাই। প্ৰচুৰ দাম দি হীৰা কিনা একোজন মানুহ আচলতে জহুৰী হ'বই বুলি কোনো কথা নাই। আমি মালিকক যিমান পঢ়িছো সিমান বুজা এতিয়াও নাই। সেই কাৰণেই মালিকক বুজাৰ চেষ্টা সদায় নতুন নতুন লাগি থাকিব। আৰু সেই কাৰণেই মালিক-অধ্যয়ন এটা কৰিবলগীয়া কাম হিচাপে ইয়াৰ প্ৰক্ৰিয়া প্ৰতিষ্ঠানিকভাৱে আৰম্ভ কৰা উচিত। লিখক মালিক দৰাচলতে ইতিহাসৰ সন্তান। তেওঁৰ সাগৰ-সদৃশ সৃষ্টিৰ প্ৰতিটো ঢৌত সাম্প্ৰতিক ইতিহাসৰ প্ৰতিটো উঠা-নমাৰ জিলিঙনি আছে। অতি সহজ সৰল নৈমিত্তিক যেন লগা 'চিনাকি', 'মনিঅৰ্ডাৰৰ টকা' আদিৰ নিচিনা গল্পতো লিখকজনে ইতিহাসক আঁতৰাই থোৱা নাই।

চৈয়দ আব্দুল মালিকে কেইবাখনো বেলেগ বেলেগ মিটিঙত এটা তেওঁৰ প্ৰিয় কৌতুক বাৰে বাৰে কৈ মানুহক হহুঁৱাৰ চেষ্টা কৰা মই দেখিছিলো। বিশেষকৈ ছাত্ৰ-ছাত্ৰীৰ সভাত। এদিন দুজন ভদ্ৰলোক দুফালৰ পৰা খোজ কাঢ়ি আহি এজনে আনজনৰ ওচৰ পাই তভক খাই ৰৈ গ'ল। আগবাঢ়িব নোৱাৰা হ'ল। পৰস্পৰে পৰস্পৰৰ গমনভঙ্গীত অবাক হৈছে। আকৃষ্ট হৈছে। তেনেকৈহে যাবলৈ মন গৈছে। কিন্তু পৰা নাই। নোৱাৰেও। কাৰণ দুই ভদ্ৰলোকৰ এজনৰ নাম জোক আৰু আনজনৰ নাম কেৰেলুৱা। তেওঁলোকৰ অননুকৰণীয়

ষ্টাইল। মালিকে নিজে কাৰো নিচিনাকৈ খোজ কাঢ়িবলৈ যত্ন কৰা নাই, অথবা কেতিয়াও খোজ কঢ়া নাই। কিন্তু মোৰ এই ধাৰণা কিমানদূৰ সঁচা?

মই নিজে অন্ততঃ আব্দুল মালিকৰ লগত যিমান কথা পাতিছো, যিমানবোৰ বিষয় লৈ কথা পাতিছো তাৰ পৰা এটা কথা উপলব্ধি কৰি মই আচৰিত হওঁ যে লিখাকে ধৰি ইমানবোৰ কামত ব্যস্ত থকা মানুহজনে ইমান পঢ়িবলৈ সময় কেনেকৈ পাব পাৰে। তেওঁতো ন-লিখাৰুৰ পাণ্ডুলিপি চাই দিয়াৰ নিচিনা যন্ত্রণাদায়ক কামো কৰিছিল। বোধকৰো ঘটনাটো লেগুৰৰ নিচিনা হৈছিল। অ'ত ত'ত অলপ পঢ়িযেই একোটা বিষয়ৰ আদ্যোপান্ত জানি যাব পৰা এটা ক্ষমতাৰ তেওঁ অধিকাৰী আছিল। তেনেকুৱা মানুহ থাকে। তেওঁ পাৰিছিল। আৰু এই আহৰিত জ্ঞানক অবিশ্বাস্য সৃজন-ক্ষমতাৰে তেওঁ নিজা ধৰণে নিজা কৰি উপস্থাপন কৰিব পাৰিছিল। মই 'স্বৰ্ণস্পৰ্শ" নাম দি লিখা এটা প্ৰবন্ধত মালিকৰ এই আশ্চৰ্যজনক ক্ষমতাটোৰ কথা কৈছো। আমাৰ অঞ্চলৰ এটা তুলনামূলকভাৱে অখ্যাত, কিন্তু কিছু পৰিমাণে ব্যতিক্ৰম চৰিত্ৰক কেনেকৈ তেওঁ এটা মহৎ চৰিত্ৰলৈ উন্নীত কৰিছে। সকলোৰে জনা সাধাৰণ এটা চৰিত্ৰক তেওঁ ইমানেই অসাধাৰণ কৰিছে যে চতুৰ পাঠকে পৰিশ্ৰম কৰি পঢ়িলে তাত ডন্ কুইক্চোট বা আৰোগ্য নিকেতনৰ তাৰাশঙ্কৰক বিচাৰি পাব। তেওঁৰ ৰচনাত বিশ্ব আৰু ভিতৰুৱা এখন গাওঁ একাকাৰ হৈ যোৱা প্ৰসঙ্গটো বৰ চিত্তাকৰ্ষক। উপকৰুৱা পঠন বা বিশ্লেষণত সেয়া ধৰিব পৰাটো টান।

বিশ্ববিদ্যালয়ত পঢ়ি থাকোতে ষাঠিৰ দশকত মই "বছৰৰ গল্প" নামেৰে এলানি গল্প সংকলন উলিয়াইছিলো। তাৰে এটা সংকলনত (সম্ভৱতঃ ১৯৬২ চন) সেইবছৰ প্ৰকাশ পোৱা আব্দুল মালিকৰ 'ঢাকনি' নামৰ গল্পটো অন্তৰ্ভুক্ত কৰা হৈছিল। এজন ছাত্ৰ হিচাপে গল্পটোৱে তেতিয়া মোক এক বিশেষ ধৰণে আকৰ্ষণ কৰিছিল। একমাত্ৰ নিৰোদ চৌধুৰীৰ বাহিৰে গল্প নিৰ্বাচনত মোক সহায় কৰা আন কোনেও সেইটো গল্প দিব খোজা নাছিল। তেতিয়া মই গল্পটো ভাল পালেও কিয় ভাল পাইছিলো ঠিক নেজানিছিলো। তাৰ পিছত কলেজৰ শিক্ষক হিচাপে এই গল্পটো একেৰাহে দুবছৰমান ছাত্ৰক পঢ়ুৱাব লগা হৈছিল। আৰু তেতিয়া বাৰে বাৰে গল্পটোৰ নতুন নতুন দিশ আৰু তাৎপৰ্য আৱিষ্কাৰ কৰি মই চমৎকৃত আৰু কৌতূহলী হৈ উঠিছিলো। তাৰে আলমত লিখকৰ আন আন লিখা পঢ়ি মই বুজিছিলো মালিক-অধ্যয়ন এটা চিত্তাকৰ্ষক, জটিল আৰু সুদীৰ্ঘ সময়ৰ কাম। আৰু এতিয়া এটা একেবাৰে নিৰপেক্ষ বিন্দুত থিয় হৈ চাওঁতেও গল্পটোৱে বেলেগ ধৰণে ভাবিবলৈ উদ্বুদ্ধ কৰিছে। মালিকক নতুনকৈ আৱিষ্কাৰ কৰিবলৈ যোগ্যজন আগবাঢ়ি অহাৰ প্ৰয়োজন হৈছে। মই ক'ব খোজা নাই যে এইটো চৈয়দ আব্দুল মালিকৰ শ্ৰেষ্ঠ গল্প। গল্পটোৰ ভালেমান দোষ আছে। সীমা মানি নচলাৰ দোষতো মালিকৰ সদায় আছেই। কিন্তু লগতে মনত ৰখা দৰকাৰ মালিকক সীমাত আবদ্ধ কৰিব পৰাকৈ তেনে কিবা সীমাৰেখা আছে জানো? থাকিব পাৰে জানো? মালিকৰ পৰাহে কিবা সীমা ওলাব পাৰে। মালিক সীমাৰ অধীন হ'ব নোৱাৰে। এই ক্ষেত্ৰত মালিকৰ নিজা দৃষ্টিভঙ্গীৰ এটা সামান্য উমান মই পাইছিলো বুলি মোৰ এটা ধাৰণা আছে। আব্দুছ চাত্তাৰে কৃষ্ণকান্ত সন্দিকৈৰ এখন জীৱনী ৰচনা কৰিছিল। ক'বলৈ গ'লে চাত্তাৰে কিতাপখনেৰে এটা অৰ্থত এটা অসাধ্যই সাধন কৰিছিল। কিন্তু কোনোবা আলোচকে কিতাপখন এখন জীৱনীয়েই নহয় বুলি মন্তব্য কৰিলে। কাৰণ তাত চক্ৰবৰ্ত্তা কোনো নিয়মেই ৰক্ষিত হোৱা নাই। ছাত্তাৰে মনত যথেষ্ট দুখ পাইছিল। আৰু মালিকে এটা প্ৰবন্ধই লিখি ছাত্তাৰক কৈছিল, তোমাৰ কাম হ'ল লিখি যোৱাটো। লিখি থাকা। কাৰো কথালৈ কাণ দিব

নালাগে। ভাল লিখা বেয়া লেখাৰ ক্ষেত্ৰত চন্দ্ৰপ্ৰসাদ শইকীয়াৰ লগত মালিকৰ এটা অমিল আছে। ভাল লিখি থাকিব নোৱাৰাসকলক শইকীয়াই কিছুদিন নিলিখি থাকিবলৈ পৰামৰ্শ দিছে। A writer should die for sometime. আব্দুল মালিকৰ কথা হ'ল, ভাল লিখিব নোৱাৰিলেও লিখকে লিখি যাব লাগে। শুই থকা সিংহতকৈ ভুকি থকা কুকুৰ ভাল। মালিকৰ টিপ্পনি। বেজবৰুৱা বা অতুল হাজৰিকাই একো কৈ নগ'লেও তেওঁলোক মালিকৰ সমৰ্থক যেন লাগে। অতুল হাজৰিকাই একো লিখিবলৈ নেথাকিলেও কাগজ কলম হাতত লৈ এঘন্টা টেবুলত বহাৰ কিংবদন্তী শুনিছো।

চৈয়দ আব্দুল মালিকে সাধাৰণতে নকৰা এটা কাম 'ঢাকনি' নামৰ গল্পটোৰ বেলিকা কৰিছে। মালিকৰ অধ্যয়ন কিমান বিশাল আৰু বিচিত্ৰ আছিল মোৰ কোনো ধাৰণা নাই। কথা পাতি থাকিলে সামান্য আভাস এটা মাজে মাজে পাই যোৱা হৈছিল। 'ৰাইডাৰ্চ টু দি চী'ৰ মৌৰ্যৰ পৰা আমাৰ তৈবুনলৈকে সকলোৰে কথা সমান কৰ্তৃত্বৰে ক'ব পাৰিছিল। স্মৃতি শক্তি আছিল কম্পিউটাৰ সদৃশ। আঙুলিৰ সামান্য স্পৰ্শত বিশ্ব ওলাই অহা ধৰণৰ। বিশ্বশ্ৰেষ্ঠ লিখকসকলৰ কথা তেওঁ জানিছিল। কিন্তু উদ্ধৃতিৰ ব্যৱহাৰ তেওঁ প্ৰায় নকৰিছিলেই বুলিব পাৰি। নিজৰ কথা নিজে কৈ ভাল পাইছিল। নিজৰ বিশাল অভিজ্ঞতা আৰু গভীৰ উপলব্ধিক মুখা নিপিন্ধোৱাকৈ মঞ্চত থিয় কৰাইছিল। কিন্তু এই গল্পটোৰ আৰম্ভণিতে তেওঁ ফ্ৰয়ড, হেভলক এলিচ, জাঁ পল চাৰ্টৰ আদিৰ নাম লৈছে। বিভিন্ন সাহিত্যিক ধাৰাৰ কথাও কৈছে। ছেক্সপিয়েৰৰ কথাও কৈছে। জীৱনৰ সহজ জটিলতা আৰু জটিল সহজতাৰ প্ৰসঙ্গ উল্লেখ কৰিছে। লোকে ক'ৰবাত কিবা এটা কৰা দেখিলে অনুকৰণ কৰাত লাগি গৈ ডাঙৰ কিবা কৰা বুলি ভবা লিখক মালিক নাছিল। সৃষ্টিৰ আনন্দই আছিল তেওঁৰ সাহিত্য ৰচনাৰ মূল প্ৰেৰণা। কিন্তু তেওঁ চকু মুদি থকা মানুহো নাছিল। ঘৰ আৰু বিশ্ব দুয়োতে তেওঁৰ সজাগ দৃষ্টি আছিল। যি দেখিছিল যি শিকিছিল তাৰ সুকৌশলী প্ৰয়োগেৰে নিজৰ লিখাক নিজৰ কৰিয়ে ৰাখি উজ্জ্বলতৰ কৰি তুলিছিল।

এই গল্পটোৰ উক্ত স্বীকাৰোক্তিত যেন আকস্মিকভাৱে মালিকৰ বিশাল সৃষ্টিৰ অসংখ্য দুৱাৰ খিৰিকিৰ এখন খিৰিকি খোল খাই গৈছে। তাৰেই যেন চাব পৰা গৈছে ভিতৰত খুন্দ খাই থকা বিচিত্ৰ সম্ভাৰ কিছুমানৰ ৰেহ-ৰূপ-ৰং। 'ঢাকনি'ৰ লগত 'প্ৰাণ পোৱাৰ পিচত'ক ৰিজাব নোৱাৰি। "লাইফটো আই মীন"ৰ লগত "যীশুখৃষ্টৰ ছবি"ক। "বীভৎস বেদনা"ৰ লগত "কাঠফুলা"ক। "হৰিমাষ্টৰৰ দোকান"ৰ লগতো "সিহঁতে নঠগে"ক। নোৱাৰি। কিন্তু নোৱাৰি জানো? স্বাতী নক্ষত্ৰৰ লগত পুলস্ত্য পুলহক্ ৰিজাব নোৱৰাৰ কাৰণ নাই। একেই বিচিত্ৰ মালিকৰ বিচিত্ৰ সৃষ্টি। একেই ভগৱানে ফুল আৰু পাথৰ সৃষ্টি কৰাৰ দৰে। তথাপি মোৰ এনে লাগে যেন 'ঢাকনি' গল্পৰ ঢাকনিখন খুলিব পাৰিলে মালিকৰ মনটোৰ মুখামুখিকৈ ক্ষন্তেকলৈ থিয় হ'ব পৰা যায়। এইটো এটা গল্প বুজাৰ সন্দৰ্ভ নহয়। এজন সাহিত্যিকক বুজাৰ সন্দৰ্ভ। অৱশ্যে ভুল কৰিব নেলাগে। ইয়াৰ পিছতো সুবৃহৎ মালিক থাকিয়ে যাব। কিন্তু অনুভৱ কৰিব পৰা যাব যে মালিক-সাহিত্যৰ অন্তহীন বিচিত্ৰতাৰ আঁৰত ক'ৰবাত এটা ঐক্য আছে। এটা বৃহৎ প্ৰশ্নৰ আঁৰৰ ঐক্য বিটোক সহজে ব্যাখ্যা কৰিব নোৱাৰি। কবচ পিন্ধাই যুদ্ধলৈ পুতেকক উলিয়াই পঠিওৱা মাকজনী আৰু দোকানলৈ ওলাই যোৱা পুতেক ঘূৰি অহালৈ নঙলামুৰত বৈ বাট চাই থকা মাকজনী একেজনীয়েই হোৱাৰ এটা বিচিত্ৰ ঐক্য মালিকৰ মনৰ প্ৰশ্নটো বা প্ৰশ্নৰ মনটো বুজিবলৈ যত্ন নকৰিলে মালিক অধ্যয়ন অসম্পূৰ্ণ হৈ ৰয়, — য'ত ঘৰ আৰু বিশ্ব একাকাৰ হৈ আছে।

উল্লেখিত মনোবিজ্ঞান, যৌন-তত্ত্ব অস্তিত্ববাদ ইত্যাদিবোৰ সাহিত্যক্ষেত্ৰলৈ প্ৰায় একেলগে বা সামান্য আগা-পিছাকৈ অহা সন্দৰ্ভ। এইবোৰৰ মাজত পাৰস্পৰিক সম্বন্ধ আছে। আকৌ বিৰোধো আছে। এইবোৰে আমাক বহুত কথাই কয়। তাৰে বহুত কথাই সঁচা। বহুত কথা হয়তো সঁচা। কিন্তু একোৱেই আমাক শেষ কথা নকয়। ক'ব নোৱাৰে। কাৰণ সনাতন বোলা কথাটোৱেই আপেক্ষিক সন্দেহেৰে আচ্ছন্ন। আকৌ এইবোৰৰ প্ৰায় লগে লগে আহিছে মালিকে নাম নোলোৱা আৰু বহুতো বিষয়। উদ্ভট সাহিত্য। অতি বাস্তৱতা। আৰু কত কি। সূক্ষ্মভাৱে লক্ষ্য কৰিলে দেখা যাব যে সাহিত্যৰ এই নতুন নতুন প্ৰচেষ্টাবোৰৰ মাজত কিম্বা নহয় কিবা সম্বন্ধ নথকা নহয়। উপস্থাপন আৰু ব্যাখ্যাৰ পাৰ্থক্যই একোটা বিষয়কে সলাই পেলাই বুলি ক'বও নোৱাৰি। অৰ্লিলৰ জোৱান আৰু শ্বৰ জোৱান একেজনী ছোৱালী। এটা দৃষ্টিত তাই হ'লগৈ 'হেৰেটিক', 'চৰ্চাৰেচ', 'উইট্‌চ'। আৰু শ্বৰ 'শ্বেভিয়ান ড্ৰামেটিক ডায়েলেক্টিক্‌চ'ত সেয়া কি হ'ল সকলোৱে জানে। আকৌ এই সন্দৰ্ভবোৰক একেবাৰে নোহোৱা নোপজা কিম্বা উদ্ভাৱন বুলিও কোৱা সঠিক নহয়। পুৰণি পৃথিৱীক নতুনকৈ চোৱাৰ চেষ্টা, য'ত অবৈজ্ঞানিক চিন্তা বিশ্বাস আদিক আঁতৰাই ৰাখি যুক্তিক অগ্ৰাধিকাৰ দিয়া হয়। এক কথাত জীৱনক শুদ্ধ পৰিপ্ৰেক্ষিতত বিচাৰ কৰিব খোজা হয়, যিটোৱে আমাক আকৌ নতুন ৰহস্যলৈ লৈ যায়।

এই ভয়লগা বৃহৎ প্ৰশ্নৰ তাড়নাত 'ঢাকনি' গল্পটো লিখা হ'ল। মালিকৰ স্বভাৱসিদ্ধ পৰশমণি-প্ৰতিভাৰে অতি জটিলক নিচেই সহজ কৰি লিখা হৈছে, তাকো হাঁহিৰ সোণালী পানীত বুৰাই বুৰাই। কেমফ্লেজ। আৰু আপাত সহজৰ জটিল ভাগটো আমালৈ এৰি দিয়া হ'ল। যাৰ কোনো পাৰ আমি নেপাম আৰু এটা অসহায় সমৰ্পণৰ মাজত আমি বিচৰণ কৰি ফুৰিম। লিখকে এই কথাবোৰক 'ৰোমাঞ্চকৰ অভিজ্ঞতা' বুলি কৈছে। এই অভিজ্ঞতা আমাৰো হয়। কিন্তু থমকি ৰ'ব লগা হয় তেতিয়াই যেতিয়া দেখো লিখক যে ৰোমাঞ্চকৰ অভিজ্ঞতাতকৈ এপিক গাম্ভীৰ্যত অধিক আশ্বস্ত সেই ইংগিতো লিখকে দিয়ে। ছেক্সপীয়েৰ মালিকৰ বাবে সদায়েই এটা মধুৰ প্ৰেৰণা।

চুটিগল্পৰ সাধাৰণ নিয়ম-কানুনৰ প্ৰতি অকণো কাণসাৰ নকৰি মালিকে গোটেই গল্পটোত প্ৰায় একুৰিমান একে ধৰণৰ পৰিহাসপূৰ্ণ ঘটনাৰ বিৱৰণ দি গৈছে। অতুলনীয় গদ্যৰীতি, মনোমুগ্ধকৰ হাস্য-ৰস, বৈঠকী উপস্থাপন আৰু লিখকৰ বিৰল ব্যক্তিত্বৰ যাদুকৰী উপস্থিতি নোহোৱা হ'লে গল্পটোৰ আধা পঢ়িয়ে আমনি পাই পাঠকে এৰি দিলেহেঁতেন। মালিকৰ গল্পৰ কৌশল সম্পৰ্কত খাটাঙকৈ একো ক'ব নোৱাৰি। নিতে নব ৰূপ। শব্দৰ খেলেৰেই তেওঁ বহুত কিবা কৰি পেলাব পাৰে। তেওঁ কেতিয়াবা অতিৰঞ্জনৰ সহায় লয় আৰু কেতিয়াবা তাৰ ভাৰ পাঠকলৈ এৰি দি পাঠকৰ কল্পনাশক্তিৰ পৰীক্ষা লয়। ইয়াত সেইবোৰ নাই। শব্দৰ খেলাও বৰ নাই। বিসঙ্গতি প্ৰায় উদ্ভট যেন লাগি যোৱা। কিন্তু পাঠকে বিসঙ্গতিৰ আঁৰৰ সঙ্গতি বিচাৰ নকৰিলে গল্পটোৰ "মজা" হেৰাই যাব। ব্যক্তি তথা সমাজ জীৱনত পাৰিবাৰিক সম্বন্ধ, আৰ্থিক স্থিতি, ৰুচি-অভিৰুচি, ধৰ্ম, আইন, ৰীতি-নীতি, প্ৰশাসন, কলা-সংস্কৃতি ইত্যাদিবোৰ একো একোটা ডাঙৰ কথা, ডাঙৰ শক্তি, ডাঙৰ কৰ্তব্য, ডাঙৰ দায়িত্ব ইত্যাদি। এইবোৰৰ মাজতে জীৱনটো জীয়াই থাকে। কিন্তু এইবোৰ প্ৰকৃততে কি? এইবোৰ অন্তঃসাৰশূন্য নে তাত কিবা সাৰবস্তু আছে? প্ৰশ্নৰ উত্তৰ নাই। ওমৰৰ সেইৰে 'অথৈ সাগৰত জাল পেলোৱা'ৰ নিচিনা এটা কাৰবাৰ। কিন্তু উত্তৰ নেপালেও প্ৰশ্নবোৰৰ দাম আছে। এইবোৰে জীৱনক বসাল কৰে। কম্বলোতো এটা বসৰে নাম। এটা নিদাৰুণ পলায়ন?

হ'ব পাৰে। কিন্তু পিক্‌নিক বুলি ক'লে দেখোন বুঢ়াৰো গা সাতখন আঠখন হয়। মালিকে ওমৰ খৈয়াম খৰচি মাৰি পঢ়িছিল। বোধহয় মালিকে বুজিও পাইছিল, যিটো কাম আমি অনেকেই আচলতে কৰিব পৰা নাই। গল্পটোৰ এঠাইত এটা বাক্য আছে। "মানুহ উঠিবৰ কাৰণে ঘোঁৰাৰ পিঠিতো আল্লাই বনায়ে থৈছে। উঠিবৰ সাহস থাকিলেই হ'ল।" সাহস? ৰিয়েলিজম? নেচাৰেলিজম? নে পোষ্টডাৰউইনিয়াম কিবা? নে আল্লাই বনাই থৈছে যেতিয়া.......?

গল্পটোৰ আৰু এটা অধ্যায় আছে। আচলতে, বোধকৰো এইটোৱেই আচল গল্প। কাৰণ থীমৰ বিবেচনাত বাকীখিনিৰ লগত ইয়াৰ পাৰ্থক্য বা বিৰোধ বিশেষ নাই। বৰং এনেকৈয়ো ক'ব পাৰি, সুদীৰ্ঘ সময় ধৰি মালিকে গল্পটোৰ এই অংশটোৰ বাবে পাঠকক মানসিকভাৱে প্ৰস্তুত কৰি আনি আছে। কাৰণ গল্পটোৰ এই অধ্যায়টোত জীৱনৰ কিছু কাৰুণ্য আছে। গল্পটোৰ আৰম্ভতে লিখকে ফ্ৰয়ড-এলিচৰ নাম লৈছিল। এতিয়া তাৰ কাম আছে। এজন সাধাৰণ পাঠক হিচাপে মোৰ মনলৈ ডল্‌চ হাউচ শব্দ দুটা আহি গ'লেও মোক দোষ দিব নোৱাৰি। বাৰে বাৰে দেখোন আৰু বহুত লিখকলৈ মনত পৰি যায়।

আবিদৰ বয়স ৫৫ৰ ওপৰ। নাজিৰৰ বয়স ২০-২১ৰ ওপৰ নহয়। দ্বিতীয় বিবাহ। আৰু কি লাগে এটা গল্পৰ বাবে। মালিক আন দহজন লিখকৰ দৰে নহয়। মালিক 'লেচ্‌ দেন এভাৰেজ্' চৰিত্ৰৰ প্ৰতি বৰ আকৰ্ষিত নহয়। সকলো বুদ্ধিমান ভাল মানুহ এতিয়া এই এটা ব্যতিক্ৰম দাম্পত্য জীৱনৰ চিত্ৰ মালিকে অভূতপূৰ্ব দক্ষতাৰে অঙ্কন কৰিছে। ভাষাৰ যাদুকৰজনে চাৰিটা শব্দৰে চাৰি পৃষ্ঠাৰ কথা ক'ব জানে। যৌন জীৱনৰ অনতিক্ৰম্য সমস্যা, নাজিৰৰ প্ৰশান্তি বজাই ৰখাৰ ক্ষেত্ৰত অপৰিমেয় ধৈৰ্য অথবা ত্যাগ, আবিদৰ মৰ্মন্তুদ অনুশোচনা, গাঁৱৰ মানুহৰ স্বাস্থ্য। মনুষ্যত্ব। জানোৱাৰত্ব। আবিদৰ 'ভুল' শুধৰোৱাৰ অগতানুগতিক প্ৰচেষ্টা। আপোচৰ বেদনা। সন্দেহ। ভুৰুকাত হাতী ভৰোৱাৰ দৰে এটা সৰু গল্পত মালিকে যিমানবোৰ কথা কৈছে সেয়া একমাত্ৰ মালিকৰ বাবেহে সম্ভৱপৰ। ইংগিত তথা ব্যঞ্জনাই চুটিগল্প বুলিও কোৱা হয়। 'ঢাকনি' গল্পৰ ব্যঞ্জনা বৰ চিন্তাকৰ্ষক। মালিকৰ "সৰস্বতীৰ মূৰ" নামৰ এটা গল্পৰ বাবে তাহানি এখন হৈ চৈ লাগিছিল। মানুহে ব্যঞ্জনা বুজা নাছিল। একাধিকবাৰ তেনে ঘটনা ঘটিছে। কথাটো মালিকেও জানিছিল। সাধাৰণতেই কোনো প্ৰতিক্ৰিয়া প্ৰকাশ নকৰিছিল।

অতিৰঞ্জন তেনেকৈ নাই যদিও গল্পটোৰ এই অধ্যায়টোত মালিকে তেওঁৰ বহুতো গল্পত কৰাৰ দৰে সামান্য অতিৰঞ্জিত বাস্তৱতাৰ প্ৰয়োগ কৰিছে। এই কামটো তেওঁৰ প্ৰথম ফালৰ গল্পবোৰত বৰকৈ কৰা হৈছিল। কামটো অলপ চিকুটি বং চোৱাৰ নিচিনা হ'লেও একেবাৰে অবান্তৰ নহয়। মাজনিশা নাজিক নাট্যকাৰৰ ঘৰলৈ আহিবলৈ বাধ্য কৰা হৈছে। ঘৰত জবীন নাই বুলি জানিও নাজিৰও আহিছে। আগৰ গল্পবোৰত উপন্যাসতো, একো নোহোৱাৰ দৰে এতিয়াও একো হোৱা নাই। মালিকৰ সাহিত্যত অবৈধ সন্তান নায়েই নেকি জানো। মোৰ মনত পৰা নাই। নাজিৰ অৱচেতনাত ভূমুকি মৰাৰ চেষ্টা আছে, বিশেষকৈ মেকুৰী পোৱালিৰ কথাখিনিত। আবিদৰ অৱচেতনাতো ভূমুকি মৰা হৈছে। আৰু শেষত আবিদে আত্মসমৰ্পণ কৰিছে ৰূঢ় বাস্তৱৰ কাষত। আবিদৰ, হয়তো নিজৰো জীৱনৰ কাৰুণ্য, অসহায়তা নাজিৰৰ মুখমণ্ডলত প্ৰতিফলিত হৈছে।

মানুহৰ জীৱনৰ এই কথাবোৰ, এনেকুৱা কথাবোৰ বুজিবৰ হ'লে যে এটা বেলেগ ধৰণৰ দৃষ্টি তথা মানসিকতা লাগে তাৰ ইংগিতো মালিকে দিছে। মতা মানুহৰ কথা মতা

মানুহে নুবুজে। মাইকী মানুহৰ কথা মাইকী মানুহে নুবুজে। তেন্তে কোনে বুজে? ভাবি চাবলৈ ভাল। ফ্ৰয়ড-এলিচে বা কি কৈছিল? মালিকৰ 'দৃষ্টিদোষ' নামৰ এটা গল্প আছে।

'ঢাকনি' গল্পটোৰ এয়া এক আংশিক আলোচনা মাত্ৰ। আলোচনা কৰিবলগীয়া ইয়াৰ আৰু ভালেকেইটা দিশ আছে। লিখাৰ ইচ্ছাও আছে। অলপ পৃথক চকুৰে নেচালে মালিকৰ সাহিত্যৰ মূল্যায়ন সম্ভৱপৰ নহয়। এটুকুৰা হীৰা যেনেকৈ বেলেগ বেলেগ দিশৰ পৰা চালে বেলেগ বেলেগ ৰং দেখা যায় তেনেকৈ মালিকৰ বহুতো লিখাৰ একাধিক ব্যাখ্যা তথা মূল্যায়ন হ'ব পাৰে। আকৌ লিখকৰ প্ৰথম লিখাৰ পৰা শেষৰ লিখালৈকে সম্বন্ধ বা ধাৰাবাহিকতা উলিয়াব পাৰি। চৈয়দ আব্দুল মালিক এজন অমৰ সাহিত্যিক। কিন্তু অসমীয়া সাহিত্যৰ বিকাশৰ বাবেই মালিক অধ্যয়ন ব্যাপকতৰ আৰু গভীৰ হোৱা প্ৰয়োজন। তেওঁৰ সমগ্ৰ ৰচনা ঢাকনিমুক্ত হ'ব লাগে।○○

# অসমীয়া ভাষাৰ মান্যতা

## গোলোক চন্দ্ৰ গোস্বামী

অসম সাহিত্য সভা সদৌ অসমবাসী ৰাইজৰ সবাতোকৈ বৃহৎ অনুষ্ঠান; জাতি বৰ্ণ-ধৰ্ম নিৰ্বিশেষে সকলো শ্ৰেণীৰ লোকৰে ই অতি আদৰৰ অনুষ্ঠান। সেয়েহে সভাৰ "সাহিত্যাচাৰ্য" উপাধি সৰ্বজন স্বীকৃত এটা ওখ খাপৰ বিৰল সন্মান বুলি মই ভাবোঁ। এনে এটা সন্মান প্ৰদানৰ কাৰণে অসম সাহিত্য সভাৰ সভাপতি, সম্পাদক প্ৰমুখ্যে সমূহ কৰ্মকৰ্তা তথা সদৌ অসমবাসী ৰাইজলৈ মোৰ আন্তৰিক কৃতজ্ঞতা আৰু ধন্যবাদ জ্ঞাপন কৰিছোঁ। এই সন্মান লাভ কৰি আজি অভিভূত হৈ পৰিছোঁ। সাহিত্যাচাৰ্যৰ দৰে ওখ সন্মান আৰু স্বীকৃতিৰ মই কিমানৰ যোগ্য মই বুজিব পৰা নাই। মোৰ পূৰ্বৱৰ্তী সাহিত্যাচাৰ্যসকলৰ কৃতি আৰু কৃতিত্বৰ কথা সুঁৱৰি মোৰ নিজকে আজি ক্ষুদ্ৰ ক্ষুদ্ৰ যেন অনুভৱ হৈছে। মই বিদগ্ধ পণ্ডিতো নহওঁ, সৃষ্টিশীল সাহিত্যকাৰো নহওঁ; মই এজন অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সেৱক, নিষ্ঠাৱান ছাত্ৰ মাথোন। এনেদৰে ছাত্ৰ হৈ থাকিবলৈকে আজীৱন সাধনা কৰি আহিছোঁ। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি মই প্ৰাণভৰি ভাল পাওঁ; সেয়ে চিৰ চেনেহী ভাষা জননীৰ সেৱাতে আজীৱন ব্ৰতী হৈ থকাৰ সংকল্প লৈছোঁ। আপোনালোক সকলোৱে জানে. সৃষ্টিধৰ্মী সাহিত্য যথা, গল্প, কবিতা, উপন্যাস বা নাটক মোৰ উপজীব্য নহয়। এই সাহিত্যৰ মাধ্যম যি ভাষা-ভাষাতত্ত্ব-ভাষাবিজ্ঞান, ব্যাকৰণ, অভিধান আদি বিষয়, যিবোৰ সাধাৰণতে শুষ্কং কাষ্ঠং জ্ঞান কৰা হয় যিবোৰ সৰ্বসাধাৰণে পঢ়িবলগীয়া বিষয় বুলি নাভাবে, সেইবোৰৰ অধ্যয়নে মোৰ অন্তৰত যি অপাৰ ৰসৰ, আনন্দৰ সঞ্চাৰ কৰে মই বুজাব নোৱাৰোঁ। মোৰ অসমীয়া ভাষা জননীক অস্ত্ৰোপচাৰৰ টেবুলত পেলাই লৈ মোৰ শিক্ষা-প্ৰশিক্ষা আৰু জ্ঞান-বুদ্ধিৰে যথাসাধ্যে তন্ন তন্নকৈ বিচাৰ-বিশ্লেষণ কৰিছোঁ। এই বিশ্লেষণৰ পৰিণতি স্বৰূপেই মোৰ ভাষা বিজ্ঞানৰ সমস্ত কিতাপ-পত্ৰ আৰু ৰচনাৱলীৰ সৃষ্টি হৈছে। মোৰ পৰিকল্পনা বহুত, আঁচনিও আছিল বহুত। পিচে, মোৰ বহু কাম আধৰুৱা হৈয়ে ৰ'ল। আজি এই আশীৰ দেওনাত থিয় হৈ সেই সকলোবোৰ যে সম্পূৰ্ণ কৰিব পাৰিম তাৰ আশাও দেখা নাই।

মই ভাষা জননীৰ সেৱাত যি সামান্য অৰিহণা আগবঢ়াব পাৰিছোঁ, তাৰেই স্বীকৃতি স্বৰূপে নিশ্চয় সাহিত্য সভাই বিৰল সাহিত্যাচাৰ্য উপাধি যাচিছে। মোৰ অন্তৰৰ পৰা ক'বলৈ গ'লে, মই কোনো স্বীকৃতি বিচাৰি কাম কৰা নাই। কিবা যদি কৰিছোঁ, আমাৰ জাতিৰ প্ৰতি, সমাজৰ প্ৰতি মোৰ স্ব-আৰোপিত দায়বদ্ধতা স্বীকাৰ কৰিহে কৰিছোঁ, মোৰ আনন্দ লাভৰ কাৰণে মোৰ অন্তৰৰ প্ৰেৰণা আৰু উদগনিতহে কৰিছোঁ, ইয়াত বহিঃকাৰক সমূলি নাই বুলি বুজে যেন। এইখিনিতে উল্লেখ কৰা ভাল যে, মই তেজ-মঙহৰ পঞ্চভৌতিক দেহধাৰী লোক, স্থিতপ্ৰজ্ঞ হ'ব পৰা নাই। সেয়েহে, সাহিত্য সভাৰ এই স্বীকৃতিত মই উৎফুল্লিত হোৱা নাই যদিও সন্তোষ লাভ নকৰাকৈ থকা নাই।

অসম সাহিত্য সভাই অসমীয়া সাহিত্য-সংস্কৃতিৰ প্ৰচাৰ আৰু প্ৰসাৰণৰ কাৰণে চিৰদিন প্ৰচেষ্টা চলাই আহিছে। অতি সাম্প্ৰতিক কালত অসমীয়া বিশ্বকোষ এখন প্ৰণয়নৰ দৰে মহান আৰু গুৰুত্বপূৰ্ণ কাম আৰম্ভ কৰিছে। অতি উদ্যোগী নিষ্ঠাবান সভাপতি শ্ৰীহোমেন বৰগোহাঞি আৰু তেখেতৰ সহযোগী সকলৰ সহায়ত যথাসম্ভৱত বিশ্বকোষৰ ৰচনা সম্ভাৰ

সম্পূৰ্ণ হৈ উঠিব বুলি আশা কৰিছোঁ।

কিন্তু, সাহিত্য সভাই অগ্ৰাধিকাৰ দিবলগীয়া কেইবাটাও কাম পৰি আছে। বিশ্বকোষৰ সমানে গুৰুত্বপূৰ্ণ আৰু প্ৰয়োজনীয় দুটা কাম হ'ল, অসমীয়া ভাষাৰ অন্ততঃ দুখন অভিধান আৰু এখন প্ৰসঙ্গ-ব্যাকৰণৰ, Reference Grammar বোলা হয়, তেনে এখন ব্যাকৰণৰ প্ৰণয়ন। বিগত তিনি দশকৰো অধিক কালৰে পৰা সাহিত্য সভাই এখন পূৰ্ণাঙ্গ অভিধান প্ৰণয়নৰ কথা কৈ আহিছে। আমাক এখন পূৰ্ণাঙ্গ অভিধানৰ নিতান্তই প্ৰয়োজন, য'ত সাধু বুলি পৰিগণিত লিখিত আৰু কথিত ভাষাত ব্যৱহৃত আৰু ব্যৱহাৰ্য সমস্ত শব্দ সম্ভাৰৰ প্ৰত্যেকটোৰে যথা সম্ভৱ শুদ্ধ আখৰ-জোঁটনি, শুদ্ধ উচ্চাৰণ আৰু ব্যাকৰণগত বৈশিষ্ট্যবোৰ বিচাৰিলেই পোৱা যাব, য'ত যথোচিত অৰ্থ আৰু প্ৰয়োগো দেখুওৱা হ'ব। এইখন পূৰ্ণাঙ্গ অভিধানত বুৎপত্তিৰ কথা অপৰিহাৰ্য বুলি মই নাভাবোঁ। প্ৰকৃতাৰ্থত শব্দৰ বুৎপত্তি বিচাৰেই আটাইতকৈ কঠিন কাম। পৰৱৰ্তী কোনোবা স্তৰত যোগ্যজনে তেনে এখন বুৎপত্তিমূলক (etymological) অভিধানৰ সংকলন কৰিব পাৰে; সম্প্ৰতি নহ'লেও চলে। এখন অভিধানৰ কথা ভাবি মই সদায় বৰ দুঃখ পাওঁ, সেইখন হ'ল সাহিত্য সভাৰে সম্পত্তি চন্দ্ৰকান্ত অভিধান। এই অভিধানৰ অসংখ্য ভুল-ত্ৰুটিৰ মই কঠোৰ সমালোচনা কৰিলেও এই অভিধানক নষ্ট হ'বলৈ নিদি ইয়াকে ভিত্তি স্বৰূপে লৈ অতি কম সময়তে, কম আয়াসতে আমাৰ এটা ডাঙৰ অভাৱ পূৰণ কৰিব পাৰি বুলি মোৰ দৃঢ় বিশ্বাস।

ইয়াৰ উপৰিও আমাক এখন সামগ্ৰিক অসমীয়া শব্দকোষ লাগে, য'ত ধুবুৰীৰ পৰা শদিয়ালৈকে পূবে-পশ্চিমে, উত্তৰে-দক্ষিণে সমগ্ৰ অসমতে নগৰে-চহৰে, গাঁৱে-ভূঞে সিঁচৰতি হৈ পৰি থকা প্ৰচলিত-অপ্ৰচলিত, মাৰ্জিত-অমাৰ্জিত, শ্লীল-অশ্লীল বুলি ভবা শব্দাৱলীৰ উপৰিও ত্ৰয়োদশ-চতুৰ্দশ শতিকাৰ পৰা বৰ্তমানলৈকে ৰচিত, লৌকিক, মৌখিক, প্ৰকাশিত, অপ্ৰকাশিত সমস্ত পুথি-পাঁজিৰ শব্দাৱলী, জতুৱা ঠাঁচ, ফকৰা-যোজনা-পটন্তৰ আদি যথাযথভাৱে সংগৃহীত হ'ব পাৰে। এনে এখন সামগ্ৰিক শব্দকোষৰ আঁচনিৰ কথা যোৱা চাৰিটা দশক জুৰি চিন্তা কৰি কৰি এসময়ত মই সুখৰ সপোন দেখিছিলো; পিচত সেই সপোন দুঃস্বপ্নত পৰিণত হ'ল, মই চকুলোহে টুকিবলগীয়া হ'লো। পিচে, এই মহৎ আৰু সুবৃহৎ কামটো অসম সাহিত্য সভা, আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থা আৰু অসমৰ বিশ্ববিদ্যালয় কেইখনে সহযোগেৰে সম্পন্ন কৰিব পাৰে বুলি মোৰ বিশ্বাস। অসম সাহিত্য সভাই শাখা সভাবোৰৰ জৰিয়তে সমগ্ৰ অসমত সিঁচৰতি হৈ থকা শব্দবোৰ গোটাব পাৰে বুলি মই একাধিক শাখা সভাৰ অধিবেশনত কৈ আহিছো, প্ৰবন্ধ-পাতিতো লিখিছো। বিশ্ববিদ্যালয় কেইখনৰ ভাষা-সাহিত্যৰ বিভাগবোৰৰ জৰিয়তে প্ৰকাশিত আৰু অপ্ৰকাশিত পুথি-পাঁজিৰ শব্দাৱলী সংগ্ৰহ কৰিব পাৰি। আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থাই এনে এখন অভিধানৰ আঁচনিৰ কাম আৰম্ভ কৰি ইতিমধ্যে বহুতো শব্দ সংগ্ৰহ কৰিছে। অসম সাহিত্য সভাই এনে এটা প্ৰকল্প হাতত ল'লে উক্ত সংস্থাও অংশীদাৰ হৈ অসমীয়া জাতিৰ এই মহান কামটো সম্পন্ন কৰিব পাৰে; লাগে মাথোন সুসমন্বয় আৰু সকলোৰে সদিচ্ছা। আজি অসমীয়া ভাষাটো অতি ক্ষীপ্ৰ গতিৰে বিকৃত আৰু বিজতৰীয়া হ'বলৈ আৰম্ভ কৰিছে। আমাৰ নিজস্ব সমৃদ্ধ সম্ভাৰৰ বিচাৰ লোৱাৰ পৰিৱৰ্তে লিখক-লিখিকাসকলে সমুখত হাততে পোৱা বাংলা আৰু হিন্দী ভাষাৰ অযথা অনুকৰণ আৰু অনুসৰণ কৰিবলৈ লোৱাত অসমীয়া ভাষাৰ অশেষ ক্ষতিসাধন হৈছে। এই বিকৃতি ৰোধ কৰিবলৈকে উক্ত প্ৰসঙ্গ-ব্যাকৰণখন আৰু অভিধান দুখনৰ প্ৰণয়নৰ কাম অতি জৰুৰী হৈ পৰিছে। আজি ৱেবচাইট, ইণ্টাৰনেট আৰু

কম্প্যুটাৰত ভাষা প্ৰয়োগ হৈছে, সেই কথা সকলোৱে জানে। এইবোৰত ব্যৱহাৰৰ উপযোগী কৰিবলৈকো ভাষাটোৰ এটা নিৰ্ধাৰিত সুস্পষ্ট ৰূপ নিৰ্ণয় অপৰিহাৰ্য হৈ পৰিছে। যথাশীঘ্ৰে বিহিত ব্যৱস্থা ল'ব নোৱাৰিলে আমি অসমীয়া সকল পিচ পৰি ৰ'ব লাগিব।

আজি আমাৰ সমুখত কৰিবলগীয়া কামৰ তালিকাখন দীঘল। আজি অসমীয়া ভাষাৰ উদ্ভৱ আৰু ক্ৰমবিকাশৰ কথাও নতুনকৈ পৰ্যালোচনা কৰাৰ প্ৰয়োজন হৈছে। এই দিশত বাটকটীয়া পণ্ডিত ড° বাণীকান্ত কাকতি আৰু কালিৰাম মেধি আদি লোকৰ প্ৰতি শ্ৰদ্ধা অটুট ৰাখিও আমি স্বীকাৰ কৰিব লাগিব যে তেখেতসকলৰ কথাই শেষ কথা নহয়। তেখেতসকলৰ আলোচনাতে বহুতো বিষয় সমস্যা হৈয়ে ৰ'ল। ভাষাৰ উৎপত্তি আৰু বিকাশৰ আলোচনাত প্ৰাচীন প্ৰাগ্‌ঐতিহাসিক কালৰ জন-প্ৰব্ৰজন, নৃতত্ত্ব, নৃভাষাবিজ্ঞান আৰু প্ৰত্নতত্ত্ব আদি বিষয়ৰ যথাসম্ভৱ বিতং বিচাৰ অপৰিহাৰ্য। বৰ্তমান কালত এই সকলোবোৰ দিশতে নতুন নতুন তথ্য আৰু তত্ত্বৰ আৱিষ্কাৰ হৈছে, নতুন নতুন বিশ্লেষণ পদ্ধতিৰো বিকাশ ঘটিছে। ড° কাকতি আৰু মেধিৰ পৰৱৰ্তীকালত প্ৰাচীন অসমীয়া পুথিপাঁজি, শিলালিপি, তামৰ ফলি অনেক আৱিষ্কৃত হৈছে। অসমীয়া ভাষাক আগুৰি ৰখা বিভিন্ন ভাষা গোষ্ঠীবোৰৰো বাগ্‌বৈজ্ঞানিক আলোচনা-গৱেষণা আমাৰ দেশতকৈও বাহিৰতহে, আমেৰিকা আৰু ইউৰোপত বেছিকৈ হ'ব ধৰিছে। আমাৰ উদীয়মান বাগ্‌বিজ্ঞানসেৱী সকলে এইবোৰ দিশতো মনোনিবেশ কৰিব লাগে।

অসম সাহিত্য সভাই সৃষ্টিশীল সাহিত্য সৃষ্টি কৰাব নোৱাৰে, সঁচা কথা। কিন্তু আমাৰ সাহিত্যিকাৰ সকলক দিগ্‌দৰ্শন কৰাব পাৰে, উৎসাহ-উদগনি যোগাব পাৰে, প্ৰয়োজন সাপেক্ষে প্ৰাচীন পুথিপাঁজিৰ পাঠ সমীক্ষা আৰু সম্পাদন কৰাব পাৰে। সন্তোষৰ কথা, সভাই বাৰ্ষিক বিভিন্ন আঁচনিত এইবোৰৰ বহু কাম কৰি আহিছে।

আমি জনা উচিত, অসমীয়া এটা যথেষ্ট সমৃদ্ধ ভাষা। যিসময়ত অন্য ভাৰতীয় আৰ্য ভাষাবোৰত গদ্য শৈলীৰ উদ্ভৱেই হোৱা নাছিল, তেনে সময়তে, মধ্য যুগতে অসমীয়া ভাষাত সৰ্বাধিক পাঁচ প্ৰকাৰৰ কথা-সাহিত্যৰ প্ৰচলন হৈছিল। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ অঙ্কীয়া নাটতে শুভাৰম্ভ হৈছিল কাব্যসুলভ সুললিত ছন্দোময় গদ্য ভাষাৰ; ভাৰতীয় দৰ্শনৰ ওখ খাপৰ আলোচনাত্মক অসমীয়া কথাগীতা, কথাভাগৱতত প্ৰয়োগ হৈছিল, সংস্কৃত শব্দ সম্ভাৰেৰে পৰিপুষ্ট মাৰ্জিত ভট্টদেৱীৰ ধ্ৰুপদী গদ্যৰ; ইয়াৰ পিচতে, প্ৰায় সমসাময়িক বুলিও ক'ব পাৰি, উদ্ভৱ হৈছিল কথাগুৰু চৰিতবোৰৰ ভকতীয়া ঠাঁচৰ ৰসাল, জতুৱা কথিত গদ্য শৈলীৰ; এই গদ্যৰে সমসাময়িক আছিল তন্ত্ৰ-মন্ত্ৰ, নিদান আদি ব্যৱহাৰিক জ্ঞান-শাস্ত্ৰৰ পুথি-পাঁজিত ব্যৱহৃত একপ্ৰকাৰৰ Archaic ভাষা; এইবোৰৰ পিচতে বা লগে লগে পোৱা গৈছিল আমাৰ আপুৰুগীয়া বুৰঞ্জী সাহিত্যৰ কথাশৈলী, — যাক আধুনিক ভাষাৰ ওচৰ চপা, প্ৰকৃত অৰ্থত সাহিত্যিক মান্যভাষা, অৰ্থাৎ standardized literary language বুলি গণ্য কৰিব পাৰি। এইবোৰ বিভিন্ন গদ্যশৈলী অসমীয়া ভাষাৰ পৰম সম্পদ; এইবোৰে অসমীয়া ভাষা আৰু সাহিত্যত এক বিৰল বৈচিত্ৰ প্ৰদান কৰিছে। অসমীয়া বিজ্ঞ সমাজে কিমানদূৰ উপলব্ধি কৰিছে মই নাজানো; যথাৰ্থ মূল্যায়ন কিন্তু হোৱা নাই। আমাৰ দৰে বিচিত্ৰ গদ্য সম্ভাৰ ভাৰতীয় অন্য কোন ভাষাত আছে মোৰ অবিদিত; নাই বুলিয়েই মোৰ বিশ্বাস।

এনে এটা সমৃদ্ধিশালী ভাষাৰো বিধিৰ বিপাকত, ঐতিহাসিক কাৰণত আধুনিক যুগৰ আৰম্ভণিতে ঊনবিংশ শতিকাৰ মাজভাগত বিপৰ্যয় ঘটিছিল। পিচে, প্ৰাচীন সুদৃঢ় ভেটি আৰু পৰম্পৰা আছিল কাৰণেই অসমীয়া ভাষাই সেই বিপৰ্যয়কো এটা দুঃস্বপ্নৰ দৰে পাহৰি শীঘ্ৰে

পুনৰ ঠন্ ধৰি উঠিবলৈ সক্ষম হ'ল।

অসমীয়া এটা শক্তিশালী ভাষা বুলি জানিব; ভাৰতীয় কোনো ভাষাতকৈ ই নিশকতীয়া বা হীন নহয়। জগতৰ জ্ঞান-বিজ্ঞানৰ সমস্ত বিষয়ৰে আলোচনাৰ কাৰণে ই সক্ষম। অসম বিজ্ঞান সমিতিয়ে অসমীয়া ভাষাতে বিজ্ঞানৰ সূক্ষ্ম আলোচনাও কৰিছে; বিজ্ঞান-অভিধানৰ দুটাকৈ খণ্ডপ্ৰণীত হৈছে। গৱেষণাৰ মাধ্যম ৰূপেও ই স্বীকৃত হৈছে।

অসমীয়া সাহিত্যও প্ৰায় সকলো দিশতে সমৃদ্ধ বুলি নিঃসন্দেহে ক'ব পাৰি। কবিতা, গল্প, উপন্যাস, নাটক আৰু চিন্তাশীল প্ৰবন্ধও ধাৰাবাহিক ভাৱে প্ৰকাশ হ'ব ধৰিছে। সৃষ্টিধৰ্মী সাহিত্যত, গল্প, কবিতা, উপন্যাসত সৰ্বভাৰতীয় প্ৰতিযোগিতাতো স্বীকৃতি লাভ কৰিবলৈ সক্ষম হৈছে। আমাৰ সাহিত্যিকে অতি ওখ জ্ঞানপীঠ বঁটা, কথা বঁটা লাভ কৰিছে। ভৱিষ্যতে বিশ্বসাহিত্যৰো সৃষ্টি হ'ব; মই আশান্বিত। এই দিশত সাহিত্য সভাৰো কৰণীয় আছে। আমাৰ সাহিত্য যে উন্নত, স্বীকৃতিৰ যোগ্য, সেই কথা বহিৰ্জগতে জানিবলৈ হ'লে আন্তঃৰাষ্ট্ৰীয় মাধ্যমলৈ অনূদিত হ'ব লাগিব। ইংৰাজীয়েই এটা উৎকৃষ্ট মাধ্যম। আমাৰ বাছকবনীয়া সাহিত্যৰাজি ইংৰাজীলৈ অনুবাদ কৰাব পাৰিলে ভাৰতবাসীয়েও জানিব, বহিৰ্বিশ্বয়ো জানিব পাৰিব। মোৰ বোধেৰে ইংৰাজীৰ পিচতে ফ্ৰেঞ্চ ভাষাও এটা উপযুক্ত মাধ্যম। শিক্ষাসদী (Academic) অন্যান্য অনুষ্ঠান-প্ৰতিষ্ঠান আৰু অসম সাহিত্য সভাই এই দিশত পদক্ষেপ গ্ৰহণ কৰা উচিত।

সদৌ শেষত, আমাৰ চিন্তাশীল বুদ্ধিজীৱি সুধী সমাজলৈ, সমূহ লিখক-লেখিকালৈ মোৰ সনিৰ্বন্ধ অনুৰোধ— তেখেতসকলে যেন অসমীয়া ভাষা-সাহিত্যৰ নিজস্ব ঐতিহ্যপূৰ্ণ সম্পদৰাজিলৈ চকু দি সেইবোৰৰ যথাৰ্থ মূল্যায়ন কৰিবলৈ যত্নপৰ হয় আৰু বাংলা আৰু হিন্দী ভাষাশৈলীৰ অযথা আৰু অপ্ৰয়োজনীয় অনুকৰণ কৰাৰ হীনমন্যতা ত্যাগ কৰে। আমি জনা উচিত, ভাষা অনন্ত সম্ভৱা; সেই কাৰণেই ভাষা জননী শব্দৰ উদ্ভাৱনা। এই অনন্ত সম্ভৱা ভাষা জননীৰ একনিষ্ঠ সেৱকসকলৰ ওপৰতে সকলো নিৰ্ভৰ কৰিছে। অসমীয়া ভাষা-সাহিত্যই আমাৰ স্বতন্ত্ৰ পৰিচয়; এই কথা যেন সকলোৱে মনত ৰাখে।

সাহিত্যাচাৰ্যৰ দৰে বিৰল সন্মান যচাৰ কাৰণে সাহিত্য সভালৈ আকৌ কৃতজ্ঞতা জনাই মোৰ ভাষণৰ সামৰণি মাৰিছোঁ। মোৰ উপলব্ধি হৈছে,

মাতৃ ভাষা তু জননী
স্বৰ্গাদপি গৰীয়সী।OO

# নাৰী-স্বাধীনতা আৰু অধিকাৰ প্ৰসংগ

## যতীন্দ্ৰ কুমাৰ বৰগোহাঞি

সমাজ বিকাশৰ আদিম স্তৰত নাৰী-পুৰুষৰ সম্পৰ্ক পাৰস্পৰিক সমান অধিকাৰৰ ওপৰত প্ৰতিষ্ঠিত আছিল, সম্পত্তিৰ ওপৰত পুৰুষৰ অধিকাৰ এজনীয়া আৰু পুৰুষানুক্ৰমিক নোহোৱা পৰ্যন্ত নাৰীৰ এনে ধৰণৰ প্ৰাকৃতিক বা আদিম সমান অধিকাৰ তিষ্ঠি আছিল।

ভূসম্পত্তি, উৎপাদনৰ আহিলা-নাঙল, গৰু, ম'হ, গাড়ী, ঘোঁৰা, অস্ত্ৰ-শস্ত্ৰ আদিৰ ওপৰত পুৰুষৰ অধিকাৰ যিমানে একমাত্ৰিকভাৱে বাঢ়িবলৈ ধৰিলে সিমানে নাৰীৰ স্বাধীনতা খৰ্ব হোৱাৰ প্ৰক্ৰিয়াটো খৰতৰ হ'ল আৰু ব্যক্তিগত সম্পত্তিৰ ওপৰত পুৰুষৰ অধিকাৰ সম্পূৰ্ণ এজনীয়া হোৱা অৱস্থাত নাৰীও হৈ পৰিল পুৰুষৰ সম্পত্তিৰ দৰে।

বহুতৰে মনত প্ৰশ্ন উদয় হ'ব পাৰে— আদিম অৱস্থাত যদি নাৰী-পুৰুষ সমান আছিল তেন্তে সম্পত্তিৰ ওপৰত নাৰীৰ অধিকাৰনো কিয় সমানভাৱে ৰক্ষা নপৰিল? প্ৰশ্নটো সমূলি অবান্তৰ নহয়। উৎপাদনৰ ওপৰত বিশেষভাৱে কৃষি কৰ্মৰ ওপৰত নাৰীৰ অধিকাৰ যিবোৰ সমাজত নাৰীকেন্দ্ৰিক আছিল-- নাৰীকেন্দ্ৰিক (মাতৃকেন্দ্ৰিক) বিকাশ নোহোৱা নহয়। মাতৃকেন্দ্ৰিক, মাতৃতান্ত্ৰিক সমাজৰ অস্তিত্ব বা অৱশেষ— অস্তিত্ব কিছুমান সমাজত এতিয়াও আছে। সাধাৰণতে যিবোৰ সমাজত কৃষিৰ আহিলা-পাতিৰ বিকাশ হৈছিল, নামমাত্ৰ হাড় বা শিলৰ সামান্য জোং, হাত কুঠাৰ আদিৰে সামান্য কৃষিকৰ্ম বা উৎপাদন কৰ্ম নাৰীয়ে কৰিব পাৰিছিল, পুৰুষে আত্মৰক্ষা নাইবা প্ৰতিৰক্ষাৰ বাবে প্ৰধান দায়িত্ব ল'ব লগা হৈছিল— তেনে সমাজত কৃষিজাত দ্ৰব্য আৰু কৃষিকৰ্মৰ ওপৰত পুৰুষৰ অধিকাৰৰ তুলনাত নাৰীৰ অধিকাৰ অধিক হোৱাৰ সম্ভাৱনাই বেছি আছিল। শিশু আৰু পৰিয়ালৰ সদস্যসকলক খাদ্য বিতৰণ কৰি দিয়াৰ প্ৰাথমিক, আনুভূতিক অধিকাৰৰ পৰাই এনে নাৰীকেন্দ্ৰিক আদিম সমাজ গঢ় লৈ উঠিছিল বুলি অনুমান কৰাৰ সুবিধা আছে। কিন্তু সন্তান জন্ম দিয়া মাতৃৰ পুত্ৰ কন্যা সমন্বিতে পৰিয়ালৰ ওপৰত থকা অধিকাৰো ক্ৰমশঃ কিছুমান সমাজত ভাগি যাবলৈ আৰম্ভ কৰিলে আৰু এই প্ৰক্ৰিয়াটোৰেই সমাজ বিকাশৰ মুখ্যধাৰাত পৰিণত হ'ল— বিভিন্ন আৰ্থ-কাৰিকৰী সম্পদ আৰু ভূমিৰ ওপৰত পুৰুষৰ প্ৰাধান্য বৃদ্ধিৰ লগে লগে।

ৰাষ্ট্ৰ (State) এটা সামাজিক সংস্থা হ'লেও ই সমাজক শাসন কৰা— সামাজিকভাৱে প্ৰতিপত্তিশীল শ্ৰেণীৰ সংস্থা। সেই হিচাপে পুৰুষতান্ত্ৰিক, সম্পদভিত্তিক সমাজত ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণো যায় সম্পদশালী পুৰুষ শ্ৰেণীৰ হাতলৈ। ৰাষ্ট্ৰৰ আইন, বিভিন্ন বিধি-ব্যৱস্থা আদি প্ৰণয়ন আৰু কাৰ্যকৰীকৰণ নিয়ন্ত্ৰিত হয় পুৰুষৰ দ্বাৰা, গতিকে আইনেও নাৰীক প্ৰৱঞ্চিত, প্ৰভাৱিত কৰে, তেনে কাৰ্যক আইনী কৰে বা আইন নিয়ন্ত্ৰিত ৰূপতহে সলনি কৰে। পুৰুষৰ সামগ্ৰিক নিয়ন্ত্ৰণ ধ্বংস হোৱাটো সম্পদভিত্তিক পুৰুষকেন্দ্ৰিক সমাজত অসম্ভৱ। এইটো নিৰ্ভৰ কৰিব ব্যক্তিগত সম্পত্তিৰ ক্ৰমশঃ বিলোপকৰণৰ ওপৰতহে।

এইটো অৱধাৰিত যে উৎপাদন ব্যৱস্থাৰ ওপৰত যাৰ মৌলিক অধিকাৰ— তাৰেই প্ৰাধান্য বেছি। জুই আৱিষ্কাৰ আৰু জুইৰ ওপৰত (টিঙিৰি-জুল বা অন্যান্য পবিত্ৰ অগ্নিবাহক কাঠ, ঘিউ আদিৰ ওপৰত) পুৰুষৰ অধিকাৰ প্ৰতিষ্ঠা, পোহনীয়া জন্তুৰ ওপৰত অধিকাৰ

প্ৰতিষ্ঠা, বিশেষভাৱে অস্ত্ৰ-শস্ত্ৰ আৰু শাৰীৰিক জোৰ প্ৰধান কৰ্মৰ ওপৰত অধিকাৰ প্ৰতিষ্ঠা, ভূমিৰ ওপৰত অধিকাৰ প্ৰতিষ্ঠা, এই অধিকাৰৰ স্থায়ীৰূপ প্ৰদানৰ পিছত পুৰুষৰ প্ৰাধান্যই প্ৰতিষ্ঠিত হ'ল। সামন্ততান্ত্ৰিক বা ভূমিকেন্দ্ৰিক পুৰুষতান্ত্ৰিক সমাজ ব্যৱস্থাৰ বিৱৰ্তন অথবা বৈপ্লৱিক ৰূপান্তৰ ঘটি পুঁজিকেন্দ্ৰিক (Capitalistic) উৎপাদন সম্পৰ্কবিলাক গঢ লৈ উঠাৰ ফলত পুৰুষৰ অধিকাৰ অধিক মাত্ৰাত তীব্ৰতৰহে হ'ল। সামন্ততান্ত্ৰিক পুৰুষকেন্দ্ৰিক সমাজৰ নিকৃষ্ট ক্ষেত্ৰবোৰত নাৰীৰ স্থান সন্তান উৎপাদন, সুৰক্ষা আৰু প্ৰতিপালন কৰা দাসীতকৈ কোনো গুণে বেছি নহয়। পুৰণি মাতৃতান্ত্ৰিক অৱস্থাটোৰ প্ৰভাৱত মাতৃ হিচাপে নাৰীৰ সন্মান আৰু মৰ্যাদাৰ কিছু অধিকাৰ সামন্ততন্ত্ৰতো অৱশ্যে থাকি যায়, কিন্তু এনে ক্ষেত্ৰতো পুৰুষৰ জৰিয়তে উত্তৰাধিকাৰ কঢ়িয়াই নিয়াৰ উদ্দেশ্যে নানা ধৰণৰ সামাজিক ৰীতি-নীতি, নিষেধ তথা ধৰ্মীয় বিধি প্ৰচলন কৰা হয়।

পুঁজিবাদী সমাজত পুঁজি(Capital)ৰ ওপৰত যাৰ অধিকাৰ-- তাৰেই সমাজতো অধিকাৰ। এই ক্ষেত্ৰতো দেখা যায় প্ৰাথমিক পৰ্যায়ৰ তীব্ৰ প্ৰতিদ্বন্দ্বিতামূলক পুঁজিবাদ আৰু সংস্কৃতিৰ উচ্চমান পোৱা, শিক্ষা আৰু বিজ্ঞানৰ প্ৰসাৰ ঘটা উন্নত পুঁজিবাদৰ অৱস্থাৰ পাৰ্থক্য আছে। পুঁজিৰে সকলো কিনিব পৰা যায় বাবে পুঁজিবাদী সমাজৰ নিকৃষ্ট স্তৰত নাৰী মাথোঁ পণ্য বা শ্ৰমজীৱি নাৰীৰ দৰে। এজনীয়া পৰিয়ালত নাৰীৰ ওপৰত প্ৰতিষ্ঠা হোৱা অধিকাৰো ইয়াত মূলতঃ ধনৰ ওপৰত প্ৰতিষ্ঠা হোৱা অধিকাৰৰ জৰিয়তেহে নিৰ্ণীত হয়। নাৰীৰ ওপৰত ইয়াত ধনৰ অধিকাৰেই প্ৰধান। ইয়াৰ পৰা পুঁজিবাদী সমাজ ব্যৱস্থাত নাৰী মুক্ত হ'ব পাৰে কেৱল ধন বা পুঁজিৰ ওপৰত নিয়ন্ত্ৰণ প্ৰতিষ্ঠাৰ জৰিয়তেহে। শিক্ষা, বিজ্ঞানৰ প্ৰসাৰ আদিৰ ফলত ক্ৰমান্বয়ে দৰ্মহা পোৱা (Salaried) জীৱিকাৰ পথবোৰ নাৰীৰ হাতলৈ আহে, ব্যৱসায় কৰিব পৰা বা উদ্যোগ চলাব পৰা অৰ্হতাও অৰ্জন কৰে। গতিকে সম্পত্তিৰ ওপৰত, জীৱিকা বা বৃত্তিৰ ওপৰত অধিকাৰ পুনৰ প্ৰতিষ্ঠাৰ জৰিয়তে নাৰীয়ে হৃত মৰ্যাদা কিছু পৰিমাণে ঘূৰাই পায়। ৰাজনৈতিক ক্ষেত্ৰত তথা সকলো নাগৰিক অধিকাৰৰ ক্ষেত্ৰত নাৰীৰ সমান অধিকাৰ সুপ্ৰতিষ্ঠিত হোৱাৰ পিছত অৱশ্যে নাৰী-পুৰুষৰ সমতাৰ সম্পত্তি আৰু পুঁজিকেন্দ্ৰিক অধিকাৰ প্ৰতিষ্ঠা হয়।

এই পৰ্যায়লৈকে সম্পত্তিকেন্দ্ৰিক সমান অধিকাৰহে কিন্তু আইনসম্মতভাৱে প্ৰতিষ্ঠা হয়। সম্পত্তিৰ শৃংখলডাল থকা বাবেই এনে সমাজত প্ৰকৃত সমান অধিকাৰ প্ৰতিষ্ঠা নহয়। সকলো কথাই পুনৰ সম্পত্তিৰ অধিকাৰ, উত্তৰাধিকাৰ আদিৰ লগত জড়িত হৈ পৰা বাবে, বিশেষভাৱে সামন্ততান্ত্ৰিক পুৰুষতান্ত্ৰিকতাৰ অৱশিষ্ট বৰ্তিথকা সমাজখনত নাৰীৰ অধিকাৰ নামমাত্ৰহে থাকে। আইনপ্ৰদত্ত অধিকাৰো কাৰ্যকৰী নহয়। এনে সমাজতো (ঠিক বৰ্তমান ভাৰতৰ দৰে) নাৰী (মাতৃ) সকলে পুৰুষ (পিতৃ)ৰ লগ হৈ পুৰুষকেই (পুত্ৰক) সম্পত্তিৰ অধিকাৰ দিয়ে। এনে এখন সমাজত বহুচৰ্চিত 'সমম' আৰু 'স্বাধীনতা' খৰ্ব হোৱা স্বাভাৱিক। মাতৃয়েও আনকি সম্পত্তি ভিত্তিক-সমাজৰ দুষ্কৃতিৰ প্ৰমাদবশতঃ কন্যা (ছোৱালী)তকৈও পুত্ৰকহে অধিক আদৰ কৰে, যি (নাৰীতকৈও) পুত্ৰ হৈ পৰে অধিক আদৰৰ। মাতৃগৃহত অনাদৰ আৰু পতিগৃহত অনাদৰৰ মূল হেতু সম্পত্তিভিত্তিক সম্পৰ্ক।

জীৱিকাৰ পাৰ্থক্য আৰু ব্যক্তিগত সম্পত্তিৰ স্থায়ী অধিকাৰ যিমানেই নাইকিয়া হ'ব--সিমানেই পুৰুষ-নাৰীৰো পাৰ্থক্য নাইকিয়া হ'ব। সমানভাৱে নাৰীয়ে খোজ দিব পাৰিব পুৰুষৰ লগত।

ব্যক্তিগত সম্পত্তি যিমানেই গুৰুত্বহীন হ'ব সিমানেই নাৰী মুক্ত হ'ব— এইটো হ'ল অবিশ্বাস্য সত্যকথা। সকলো সম্পদ আৰু সমাজৰ উৎপাদন ব্যৱস্থাৰ ওপৰত সমাজৰ অধিকাৰ বা নিয়ন্ত্ৰণ য'ত বেছি— তাত নাৰীৰ স্বাধীনতাও বেছি।

ঠিক ওলোটাটো হয় পুঁজিতান্ত্ৰিক, একচেটিয়া বৃহৎ পৰিয়াল নিয়ন্ত্ৰিত অৰ্থনীতিত। ইয়াত নাৰীৰ স্বাধীনতা হৈ পৰে একশ্ৰেণীৰ দৈহিক সম্ভোগৰ স্বাধীনতা, বৈধ হওক বা অবৈধ হওক— এনে সমাজত নাৰী হ'ল পুৰুষৰ বিলাসী ভোগৰ সামগ্ৰী, বিজ্ঞাপনৰ মাল, সৌন্দৰ্য প্ৰতিযোগিতাৰ বস্তু। ট্ৰেজেদী এইটোৱে যে পুঁজিতান্ত্ৰিক সমাজত এনে স্বাধীনতাকে পুঁজিতান্ত্ৰিক পণ্যৰূপী নাৰীসকলে বিচাৰে। প্ৰয়োজন অনুসৰি তেওঁলোকে পায়। এই পুঁজিতান্ত্ৰিক স্বাধীনতা হ'ল পুঁজি শৃংখলৰ আন এটা নাম। বিজ্ঞাপনত লয়লাসে উলোৱা, ক্লাৱত পুৰুষৰ সমানে মদ আৰু ধোঁৱাপান কৰি নচা, নগ্ন দেহ প্ৰদৰ্শন কৰি পুৰুষকুলক মন যোগোৱা— এইবোৰ হ'ল পুঁজিৰ শিকলি পিন্ধা দাসী (আধুনিক আৰু বৈধ)ৰ আন নাম। পুঁজি আৰু ব্যৱসায়ৰ জালখন গুচাই দিলেই ইয়াত দৈহিক নগ্নতাৰ বাহিৰে একো নাই। কোনো কোনো পৰ্যায়ত এনে স্বাধীনতা বেশ্যাবৃত্তিৰ স্বাধীনতাৰ নামান্তৰ মাথোন। এনে স্বাধীনতা শিক্ষিত আৰু সম্পদশালীসকলে ইতিমধ্যে উপভোগ কৰিছে।

সমাজ বিকাশৰ আদিম স্তৰত নাৰী আছিল সামাজিক প্ৰাণী, পুৰুষৰ সৈতে সমানে দায়বদ্ধ আৰু স্বাধীন। সমাজ বিকাশৰ সৰ্বোচ্চ পৰ্বত, য'ত সম্পদ আৰু উৎপাদন হ'ব সমাজৰ দ্বাৰা নিয়ন্ত্ৰিত, তাতো নাৰী হ'ব পুৰুষৰ প্ৰকৃতাৰ্থত সমান অধিকাৰ থকা সহকৰ্মী। সমতা হ'ব প্ৰকৃতাৰ্থত অৰ্থপূৰ্ণ। সমান দায়বদ্ধ আৰু সমানেই স্বাধীন। এই সমান অধিকাৰহে প্ৰকৃতাৰ্থত মানৱীয় সমান অধিকাৰ। সম্পদৰ বৈষম্যপূৰ্ণ অধিকাৰ আৰু উৎপাদনৰ অসমতাৰ ভিত্তিত প্ৰতিষ্ঠিত সমাজৰ সৃষ্টি হোৱা পুৰুষ-নাৰীৰ অসমতাৰ স্থায়ী অৱদানৰ মৌলিক ভিত্তি সেয়ে কেইখনমান আইন মাত্ৰ নহয়, আইন থাকিলেও নাৰীয়ে অধিকাৰ সাব্যস্ত কৰিব নোৱাৰে যদিহে উৎপাদন ব্যৱস্থা আৰু সম্পদৰ ওপৰত হেৰুৱা নায্য অধিকাৰ পুনঃপ্ৰতিষ্ঠা কৰাত নাৰীসকল নিজেই সচেতনভাৱে প্ৰবৃত্ত নহয়। ভাৰতত বৰ্তমান সংবিধানপ্ৰদত্ত সমান অধিকাৰ আছে; কিন্তু তাক সাব্যস্ত কৰিব কোনে, কৰিব কেনেকৈ? সম্পদৰ ওপৰত অধিকাৰবিহীন, ব্যক্তিগত স্বাবলম্বিতা আৰু স্বাধীনতাবিহীন শিক্ষা আৰু প্ৰযুক্তিত অনগ্ৰসৰ নাৰীয়ে নিজৰ স্বাধীনতা সাব্যস্ত কৰাৰ সাহস, সাংগঠনিক ক্ষমতা আৰু চেতনা লাভ কৰাৰ সম্ভাৱনা ক্ষীণ। এই দিশৰ পৰা সকলো কথা পৰ্যালোচনা কৰা প্ৰয়োজন।

সম্পদৰ অধিকাৰ আৰু নিয়োগৰ সমান অধিকাৰো আনকি সংবিধানে প্ৰদান কৰিছে; এই অধিকাৰ প্ৰদান কৰাৰ পিছতো কিন্তু নাৰীয়ে অৰ্জন কৰিব পৰা নাই হৃত অধিকাৰ। সামাজিক ৰাজনৈতিক ক্ষেত্ৰত এক বৈপ্লৱিক জাগৰণ আৰু ৰূপান্তৰ অবিহনে এনেদৰে অধিকাৰ অৰ্জন কৰা প্ৰায় অসম্ভৱ। কোনো পুঁজিপতিয়েই নিজৰ ব্যৱসায় বা উদ্যোগ প্ৰতিষ্ঠান উত্তৰাধিকাৰসূত্ৰে নাৰীক(জোঁৱায়েকক) প্ৰদান কৰি নিজ গোষ্ঠী বা পৰিয়ালৰ অধিকাৰ হেৰুৱাবলৈ প্ৰস্তুত নহয়। এনে ঘটনা ভূমিৰ ক্ষেত্ৰতো হয়। গতিকে নাৰী সদায় প্ৰবঞ্চিত আৰু প্ৰতাৰিত তথা পুৰুষৰ হাতৰ মুঠিত থাকিবই— যদিহে ব্যক্তিগত সম্পত্তিৰ এনে অধিকাৰকেন্দ্ৰিক পুৰুষ-নিয়ন্ত্ৰণ থাকে। সংবিধানে দিলেও নাৰীয়ে একো নাপায়। ভাৰতৰ দৰে বহুদলীয় গণতন্ত্ৰত, সম্পত্তিকেন্দ্ৰিক সম্পৰ্কবোৰ বৰ্তি থকা পৰ্যন্ত আইন প্ৰদত্ত অধিকাৰ আৰু প্ৰাপ্ত প্ৰকৃত সুবিধাৰ পাৰ্থক্য থাকি যোৱাৰ কাৰণো এইটোৱেই। এইটো

কাৰণতে কোনো পুঁজিবাদী ব্যৱস্থাতে নাৰী প্ৰকৃতাৰ্থত মুক্ত হ'বই নোৱাৰে। নিষ্পেষিত শ্ৰমিকৰ দৰেই তেওঁলোকৰো সামাজিক স্থিতি সামাজিক বিপ্লৱৰ ওপৰতহে নিৰ্ভৰশীল।

এই আলোচনাৰ পাতনি মেলাৰ বাবে ধৰি ল'লে ভুল হ'ব যে নাৰীয়ে নিৰ্বাচনী ক্ষেত্ৰত— পঞ্চায়ত, বিধানসভা আৰু লোকসভাৰ সংৰক্ষণ অধিকাৰ পোৱাৰ মই বিৰোধিতা কৰিছো। দলবোৰৰ প্ৰাৰ্থীৰ তালিকাত নাৰীৰ স্থান সংৰক্ষিত হওক-- শতকৰা ৩০ নহয়, শতকৰা ৫০ ভাগ, আসনৰ ক্ষেত্ৰত ৩০ শতাংশ সংৰক্ষণেই যথেষ্ট নহয়। তালিকাত সমানুপাতিক হাৰত প্ৰাৰ্থী বাধ্যতামূলক হ'লে নাৰী প্ৰতিনিধিৰ সংখ্যা বাঢ়িবই। যুঁজখন যিহেতু পুৰুষৰ বিৰুদ্ধে নহয়, পুৰুষতান্ত্ৰিক ব্যৱস্থাৰ বিৰুদ্ধেহে— গতিকে আমি আগতে উল্লেখ কৰি অহা ব্যৱস্থাগত পৰিবৰ্তনসমূহ কৰিলেহে নাৰীয়ে প্ৰকৃত অধিকাৰ সাব্যস্ত কৰিবলৈ সক্ষম হ'ব।OO

# অসমীয়া ফকৰা-যোজনাত বৌদ্ধিকতা

বিশ্বেশ্বৰ হাজৰিকা

লোককথাৰ অঙ্গ হিচাপে ফকৰা যোজনা এটা জাতিৰ প্ৰতিনিধিত্বমূলক সৃষ্টি। এটা জাতিৰ মানুহবোৰৰ সমূহীয়া বুদ্ধি-বৃত্তিৰ পৰিচয় পোৱা যায় তেওঁলোকৰ লোককথাত যিহেতু ফকৰা-যোজনাও লোককথাৰ অন্তৰ্গত, সেই কাৰণে ইয়াতো অসমীয়া জাতিৰ বুদ্ধি-বৃত্তি প্ৰকাশ পায়।

অসমীয়া ভাষাত থকা ফকৰা-যোজনাত জাতিটোৰ অনেক তথ্য পোৱা যায়। আটাইখিনি তথ্য এটা সৰু প্ৰবন্ধৰ ভিতৰত সুমুৱাব নোৱাৰি। সেই কাৰণে যিবোৰ ফকৰা-যোজনাত বুদ্ধিদীপ্ততা বা বৌদ্ধিকতা (intallectualism) প্ৰকাশ পাইছে, সেইবোৰৰ এটা চমু আলোচনা কৰিব খুজিছোঁ।

নিন্দাৰ ছলেৰে প্ৰশংসা বা প্ৰশংসাৰ ছলেৰে নিন্দা কৰা কাৰ্যক ব্যাজস্তুতি বোলে। অসমীয়া ফকৰা-যোজনাত এনেকৈ সমালোচনা কৰা ফকৰা-যোজনা দেখিবলৈ পোৱা যায়; যেনে--

"মূধে লগালগি ঘৰ,
সোধোঁ সোধোঁ বোলোঁতে বছেৰেক হ'ল,
সখি, তোমাৰ এৰিলে নে জ্বৰ?"

সখিয়েকলৈ ইমান মৰম যে সখিয়েকৰ ঘৰ মূধত বক্তাৰ ঘৰৰ মূধ লাগি থকা সত্ত্বেও এবছৰ সখিয়েকৰ জ্বৰৰ খবৰ কৰিবই পৰা নাই।

আন এটা যোজনাত মাকে কেঁচুৱাক নিচুকাইছে এই বুলি--

"নাকান্দ ল'ৰা, পাবি,
বাপেৰ গৈছে কল ৰুবলৈ
থোক পকিলে খাবি।"

ল'ৰাটোৰ বাপেক কলগছ ৰুবলৈ গৈছে। ৰোৱা কলগছ নাবাচিবও পাৰে। ৩/৪ বছৰমানৰ পাচত কলে থোক পেলায়। থোক পেলোৱাৰ পাচত পূৰঠ হৈ পকিবলৈ ৫/৬ মাহ সময় লাগে। ৩/৪ বছৰৰ মূৰত ল'ৰাই কল খাবলৈ পাব পাৰে, সেই আশাত এতিয়াই ল'ৰাই কান্দোন বন্ধ কৰিব লাগে। এয়ে যুক্তি।

এগৰাকী কৃপণ তিৰোতাই যোজনা মাতি নিজকে কেনেকৈ সমালোচনা কৰিছে, চাওক।

"খাই যাওঁ এখন, পেলাই যাওঁ এখন,
খোপাত চাৰিখন শুকায়,
নাখালেও নোৱাৰোঁ, তামোলতী মানুহ
বছৰেকত তামোলটো ঢুকায়।"

বক্তা-গৰাকীয়ে দিনে এখনকৈ তামোল খায়, এখনকৈ পেলায় আৰু পিচত খাব বুলি খোপাত গুঁজি থওঁতে চাৰিখন তামোল শুকোৱাত সেই চাৰিখন পেলাই দিবলগীয়া হয়। এইদৰে দিনৌ অতি কমেও ৬খনকৈ খাই আৰু নষ্ট কৰি বছৰেকত এটা তামোলহে খৰচ

কৰে।

আন এজন বক্তাই নিজৰ দাখনৰ বিষয়ে ৰসিকতা কৰি কৈছে-

"দাৰ নাম পক্ষীৰাজ, কিছু কাটে বাঁহ গাজ,
কচুত দেদেৰিয়ায়, পকাকলত ভাগে,
পানীত লগাই দিবহে লাগে।"

পক্ষীৰাজ নামৰ বক্তাৰ দাখনে কিছু পৰিমাণে বাঁহগাজ কাটিব পাৰে। কচুগছ কাটিবলৈ সেই দাৰে কোব মাৰিলে দেদেৰিয়াই যায়, অৰ্থাৎ কচু গছৰ ওপৰে ওপৰে থেঁতেলা খাই গছৰ ছাল এৰুৱাই পিছলি যায়। ইয়াৰ অৰ্থ হ'ল, কচুগছ কাটিব নোৱাৰে। পকাকল কাটিলে সেই দা ভাগে। কিন্তু পানীত লগাই দিলেই কাটি নিব পাৰে। ইয়াৰ মৰ্ম এই দাখন তেনেই অকামিলা কোনো কামত নহা।

এজনী বোৱাৰীয়েকে শাহুৱেকক কেনেকৈ সমালোচনা কৰিছে চাওক

"শাহুআইৰ মিহি মাত পালোঁ,
বছৰেকৰ মূৰত 'কটাৰ জী' বুলিলে,
সৰগখন পোৱা দি পালোঁ।"

এজনী ছোৱালীক প্ৰশংসাৰ ছলেৰে কেনেকৈ নিন্দা কৰিছে চাওক--

"ৰূপকে চাবা নে, গুণকে চাবা নে,
যেন সৰগৰে তৰা,
একোকে দেখোন, নিন্দিব নোৱাৰি
নাকটোহে মাথোঁ খৰা।"

ছোৱালী ৰূপ আৰু গুণৰ তুলনা নাই। স্বৰ্গৰ তৰাটোৰ দৰে উজ্জ্বল, নিন্দা কৰিবকে নোৱাৰি। দোষৰ ভিতৰত কেৱল নাকটো খৰা, মানে চুটি আৰু ভোতা।

কেতিয়াবা বেয়া বস্তুক ভাল বুলি প্ৰশংসা কৰি লোৱেলা সাদৰ দেখুওৱা হয়: শহুৰেকে বেয়া পোৱা জোঁৱায়েকৰ ভাতৰ পাতত আৰি মাছৰ মূৰ দিবলৈ কৈছে--

"আৰিৰ মূৰা, ঘিঁউৰ চপৰা,
জোঁৱাইৰ পাতত দে,
বৌৰ মূৰা, গছৰ মূঢ়া
মোৰ পাতত দে।"

আৰি মাছৰ মূৰটো ডাঙৰ, হাড ডাঙৰ, খাবলগীয়া বিশেষ একো নাথাকে। সেইকাৰণে জোঁৱায়েকক দিবলৈ কৈছে। বৌ মাছৰ মূৰটোত যথেষ্ট মঙহ থাকে কাৰণে নিজে লব খুজিছে।

কেতিয়াবা স্বাভাৱিক কথাটোকে অস্বাভাৱিক কৰি দেখুৱাই ৰসিকতা কৰা হয়--

"কচিৎ কচিৎ ব্যভিচাৰী,
মাইকী ছাগলীৰ লম্বা ডাঢ়ি।"

মতা মানুহৰহে ডাঢ়ি থাকে, মাইকী মানুহৰ নাথাকে। কিন্তু ছাগলীৰ ক্ষেত্ৰত এই নিয়ম নাখাটে। মাইকী ছাগলীৰো লম্বা ডাঢ়ি থাকিব পাৰে, তাত আচৰিত হ'বলগীয়া নাই।

কেতিয়াবা নাৰীৰ অলঙ্কাৰ প্ৰিয়তাকো যোজনাত বিদ্ৰূপ কৰা হয়---

"পাণৰ নাকাটিবা কাণ,
সাতখন কোবেৰে কঁৰীয়া গঢ়াই দিব

জোকাৰিবা নেৰেলা কাণ।"

মানুহে লোৰ অলঙ্কাৰ নিপিন্ধে। ইয়াত মহিলাগৰাকীক সাতখন কোৰত থকা লোবে তেওঁৰ দুখন কাণৰ বাবে কঁৰীয়া গঢ়াবলৈ প্রস্তাব কৰা হৈছে। একোখন কোৰত একৰ পৰা দুই কিলোলৈকে লো থাকে। সাতখন কোৰত এক কিলোকৈ ধৰিলেও সাত কিলো লো হ'ব। ইয়াৰ এযোৰ কঁৰীয়া কৰিলে প্ৰতিটো কঁৰীয়াত ৩½ কিলোকৈ লো থাকিব। একোখন কাণৰ কঁৰীয়াৰ ওজন ৩½ কিলো হ'লে সেই কঁৰীয়া পিন্ধি কাণ জোকাৰিব নোৱাৰি।

একেটা যোজনাতে দুজনৰ প্রশ্ন আৰু উত্তৰো থকা দেখিবলৈ পোৱা যায়। তলৰ যোজনাত গিৰীয়েক আৰু ঘৈণীয়েকৰ মাজত তৰ্ক-বিতৰ্ক হোৱা যেন লাগে। গিৰীয়েক ঘৰৰ পৰা ওলাই যাবৰ সময়ত মাকক সেৱা কৰি বা ওলগি যায়। কিন্তু ঘৈণীয়েকক সেৱা কৰি নাযায়। ঘৈণীয়েকে গিৰীয়েকক আপত্তি দিছে

"আইক যে ওলগিলি, মোক নোলগিলি কিয়"

'তই যে তিৰোতা', 'আই জানো মতা?'

ইয়াত 'তিৰোতা' শব্দটো লৈয়েই গণ্ডগোল। গিৰীয়েকে 'তিৰোতা' শব্দেৰে 'পত্নী' অৰ্থ বুজাব খুজিছে। পত্নীক কোনোৱে সেৱা নকৰে। ঘৈণীয়েকে কিন্তু তিৰোতা শব্দেৰে যি কোনো মহিলা বুলি বুজি গিৰীয়েকক উভতি ধৰিছে "যদি মহিলা কাৰণে মোক সেৱা নকৰিলি, আই মহিলা নহে মতা নেকি?"

কেতিয়াবা কেতিয়াবা একোটা যোজনাৰ উত্তৰ দিব পৰাকৈ অন্য একোটা যোজনাও পোৱা যায়। এই ক্ষেত্রত অসমীয়া মানুহৰ উপস্থিত বুদ্ধি আৰু যোজনা ৰচনাৰ ক্ষমতাৰ পৰিচয় পোৱা যায়। এজন খুব বেছি ভাল নোপোৱা লোকক গৃহস্থই সোধ-পোছ কৰাৰ আগতে প্রশ্ন কৰিছে—

'ক'ৰ পৰা আহিলা ক'ত দিলা ভৰি?
চোতালখন ফাটি গ'ল চেৰ্‌চেৰ্ কৰি।'

আলহীও কম নহয়। তেওঁ চুঙা চাই সোপা দি ক'লে—

'বৈকুণ্ঠৰ শ্ৰীকৃষ্ণ, কৈলাসৰ শিৱ,
আমাৰ গাঁৱৰ পৰা আহি মই
হৈছোঁহি থিয়।'

বৈকুণ্ঠৰ শ্ৰীকৃষ্ণ বা কৈলাসৰ শিৱক কোনেও আদৰণি নজনাই নোৱাৰে। গতিকে গৃহস্থই অনাদৰ দেখুৱাব খোজা কাৰ্যক আলহীয়ে নাকচ কৰিলে আৰু তেওঁ যে কৃষ্ণ বা শিৱৰ দৰে অভ্যৰ্থনাৰ যোগ্য, তাকে বুজাই দিলে।

এই যোজনাটোৰ উত্তৰৰ বিকল্প ৰূপ এটাও পোৱা যায়। এই উত্তৰটোত চোতাল ফটা সমস্যাটোৰ সমাধান কৰি দিব বুলি গৃহস্থৰ আপত্তি খণ্ডন কৰিছে। আলহীয়ে কৈছে—

'তামোল আন, পাণ আন মুখ ভৰাই খাওঁ,
বেজী আন বটিয়া আন চোতাল সী যাওঁ।"

আন এটা যোজনাত খুব সম্ভৱ শাহুৱেকে আলহী অহা দেখি থিয়াথিয়ি কৰি থকা বোৱাৰীয়েকে কৈছে—

"অ'ত থিয়, ত'ত থিয়,
আলহী আহিছে, নোসোধ কিয়?"

তাৰ উত্তৰত বোৱাৰীয়েকেক শাহুৱেকক উত্তৰ দিছে—

'আহিছে আলহী, বহিব শিলত,
আমোল-পাণ খুজিলে মৰিব কিলত।

আন এটা যোজনাত দেখা যায় গৃহস্থই আলহীক ভাত খুৱাবলৈ ইচ্ছা কৰি চাউলপাত নাই বুলি ফাঁকি দিছে—

'নাই চাউল, নাই পাত,
কেনেকৈ খাবা তপত ভাত?'

গৃহস্থৰ ফাঁকি ধৰিব পাৰি আলহীয়ে তপৰাই উত্তৰ দিছে--

'নাই চাউল-পাত, বান্ধা শুদা ভাত
গাখীৰে গুৰে খাওঁ।'

কেতিয়াবা দেখা যায় কাৰোবাৰ মূৰ্খামিপূৰ্ণ কামক ঠাট্টা কৰিবলৈও যোজনা তৈয়াৰ কৰা হৈছিল। যৈণীয়েক গিৰীয়েকৰ সমানেই মূৰ্খ বুলি যোজনাটোত বুজাব খোজা হৈছে--

'নহ'বলৈ হ'ল,
পৈয়েক মহঙলৈ গ'ল,
লোণভাৰ পেলাই মাটিভাৰ আনিলে
ঠাই মচিবলৈ হ'ল।'

মহং বোলা ঠাইডোখৰ নগা পাহাৰত। তাত লোণৰ পুং আছে। অসমীয়া মানুহে লোণ বা নিমখ নাপায় কাৰণে খাৰকে খাইছিল। নগাসকলে লুণীয়া পানী কাক বাঁহৰ চুঙাত ভৰাই জুইত পুৰি ডোখৰে ডোখৰে নিমখ তৈয়াৰ কৰি বেচিছিল। সেই কাৰণে নাহৰৰ গীতত নাহৰক মহঙৰ পৰা লোণ আনিবলৈ যাব নালাগে বুলি তেওঁৰ শুভাকাঙ্ক্ষীয়ে বা প্ৰেমিকাই বাৰণ কৰিছে।

'মহং বেহাবলৈ, নালাগে যাবলৈ,
নাখাওঁ ডুখৰীয়া লোণ,
অকৰা নগাই, খকৰাই কাটিব
তোৰ লগত মৰিব কোন?'

পিচলৈ ব্ৰিটিছ শাসিত ভাৰতৰ লগত যোগাযোগ হোৱাত সাগৰৰ পানী শুকুৱাই কৰা নিমখ অসমলৈ আমদানি হয়। তথাপিও নিমখৰ মূল্য বহুত বেছি আছিল। ১৮২৬ত ডেভিদ স্কটৰ এটা বিৱৰণ মতে তেতিয়া এমোন (প্ৰায় ৩৮ কিলো) ধানৰ দাম আছিল দুঅনা অৰ্থাৎ ১২ পইচা, আৰু এমোন নিমখৰ দাম আছিল ৯ টকা। ইয়াৰ পৰা বুজিব পাৰি, ১ মোন ধানৰ দাম এটকা ধৰিলে ১ মোন নিমখৰ দাম ৭২ টকা আছিল। এনে মূল্যবান এভাৰ লোণ (প্ৰায় ১ মোন বা ১$^{১}/_{২}$ মোন) পেলাই যি এভাৰ মাটি অনাজন নিশ্চয় জ্ঞানী লোক নহয়। তেনেকুৱা মাটি ঘৰ মচিবলৈ লোৱা বুলি গৌৰৱ কৰিব পৰা যৈণীয়েক গিৰীয়েকতকৈ বুদ্ধি-বৃত্তিত পিচ পৰা হ'ব লাগিব।

পদবী বা মৰ্যাদাক লৈও ফকৰা-যোজনা ৰচিত হৈছে। তেনে এটা যোজনা হৈছে-

'বাই বাইলুঙনী,
উঠি বহিবলৈ পীৰা এখন দিলোহেঁতেন,
পিচে মই হ'লো শইকীয়ানী।'

আহোম শাসন-প্ৰণালীত আটাইতকৈ ক্ষমতাশালী পদবীটো আছিল ৰজা। তেওঁৰ তলত তিনিজন গোহাঁইৰ দ্বাৰা গঠিত মন্ত্ৰীসভা। ইয়াত থাকে বুঢ়াগোহাঁই, বৰগোহাঁই আৰু

বৰপাত্ৰগোহাঁই। এওঁলোক সম মৰ্যাদাৰ লোক। গোহাঁইসকলৰ তলত বৰবৰুৱা। এওঁ এফালে যেনেকৈ প্ৰধান সেনাপতি, সেইদৰে তেওঁ প্ৰশাসক আৰু বিচাৰপতি। বৰবৰুৱাৰ তলত বৰুৱাবোৰ থাকে। তেওঁলোকৰ তলৰ মৰ্যাদাৰ লোক হ'ল ফুকনবোৰ। ফুকনবোৰৰ তলত হাজৰিকাবোৰ। হাজৰিকালৈকে বিষয়াবোৰে যুদ্ধলৈ যাব লাগে। হাজৰিকাবোৰৰ তলত শইকীয়াবোৰ আৰু শইকীয়াবোৰৰ তলত বৰাবোৰ। বৰাবোৰৰ তলত কাঁড়ী পাইকবোৰ থাকে। ২০জন কাঁড়ীৰ ওপৰত এজন বৰা থাকে। আহোম ৰাজত্বত ওখ মৰ্যাদাৰ লোকে তলৰ মৰ্যাদাৰ লোকক বহি থকাৰ পৰা উঠি পীৰা দিয়া কাৰ্য মৰ্যাদা হানিকৰ বুলি বিবেচিত হৈছিল।

আনহাতে, আহোম ৰজাৰ লগত অহা সাতঘৰ আহোমৰ মৰ্যাদা সাধাৰণ পাইকতকৈ ওপৰত আছিল। এওঁলোকক চমুৱা বোলা হৈছিল। তদুপৰি শুভাশুভ চাই ৰজাৰ বা দেশৰ ভৱিষ্যৎ ক'ব পাৰে কাৰণে বাইলুংবোৰক ৰজায়ো সন্মান কৰিছিল। তেনে এগৰাকী বাইলুঙনীক অতি তল খাপৰ বিষয়া এজনৰ ঘৈণীয়েকে মৰ্যাদাৰ প্ৰশ্ন তুলি বহিবলৈ পীৰা দিব নোখোজাটো হাস্যস্পদ কথা।

অসমীয়া ফকৰা-যোজনাত এইদৰে বৌদ্ধিকতা বা বুদ্ধিদীপ্ততা দেখিবলৈ পোৱা যায়। ইয়াৰ পৰা বুজা যায় অসমীয়া জাতিটো আগৰ কালত বুদ্ধিয়ক লোক আছিল। এতিয়াৰ দৰে মুখৰ ভাত কাউৰীয়ে কাঢ়ি খাব পৰা লোক নাছিল।○○

# প্ৰভু দামোদৰ সন্তৰ
# জীৱনলীলাৰ অন্তিম দশকটো

## কেশদা মহন্ত

**আধাৰগ্ৰন্থ সম্পৰ্কেঃ**

সন্ত দামোদৰ দেৱৰ অন্তিম দশকৰ আৰম্ভণিত ৰজা পৰীক্ষিত নাৰায়ণৰ ৰাজধানী বিজয়নগৰত স্থিতিকালত পাতিদৰঙৰ লোচগ্ৰামৰ পৰা গৈ অৰ্জুনদেৱে শৰণ গ্ৰহণ কৰিছিলগৈ। সেই সময়ত অৰ্জুন দেৱৰ বয়স আছিল 'যিবেলাত কৈশোৰ অবস্থা লভিলন্ত' পৌগণ্ড অবস্থা এৰা'ৰ সময়, অৰ্থাৎ ১৫/১৬ বছৰ। উজীৰৰ পুত্ৰ পিতৃহাৰা অৰ্জুনদেৱে 'সিংহচা বদন কৰিবে মনে কৰি' অৰ্থাৎ মাটি-বৃত্তিৰ সম্পৰ্কীয় কথাত ৰজাৰ ৰাজধানীলৈ গৈছিল। তেতিয়াই—

সেহিকালে পৰম পুৰুষ দামোদৰ।
ৰজাৰ আদেশে আছে বেদুৰাৰ ঘৰ। ১০৬৩
সিঠাইত দামোদৰ দেৱৰ চৰণে।
লৈলন্ত শৰণ প্ৰভু কায় বাক্যমনে।। (গুৰুলীলা)

এই বৰ্ণনা অৰ্জুনদেৱৰ শিষ্য ৰামৰায় দ্বিজৰ, তেওঁৰ দ্বাৰা ৰচিত 'গুৰুলীলা' বা 'সন্তযশামৃত' নাম চৰিত্ৰ পুথিত। ৰামৰায়ে তেওঁৰ শৰণীয়া গুৰু অৰ্জুনদেৱৰ মুখত শুনিয়ে দামোদৰ দেৱৰ কথা পৰম্পৰাৰ বৰ্ণনা কৰিছে--

অৰ্জুনদেৱৰ বদনপদ্ম হন্তে।
প্ৰসংগত মহন্তৰ আগত কহন্তে।।
হৃদয়ত সন্তৰূপে প্ৰবেশি আমাৰ।
পদবন্ধে কৰাইলেক হয়োক প্ৰচাৰ।।৮৯৯

(গুৰুলীলা)

দীৰ্ঘজীৱি প্ৰভু দামোদৰ সন্তৰ জীৱনৰ অন্তিম দশকটোৰ লগত উজীৰৰ পুত্ৰ অৰ্জুনদেৱৰ ঘনিষ্ঠ পৰিচয় আছিল। দামোদৰ দেৱে গদাধৰ নদীৰ পাৰত অৱস্থিত বিজয় নগৰলৈ যোৱাৰ সময়ত হৰি আতাক সত্ৰৰ দায়িত্ব দি বৈকুণ্ঠনাথ ভট্টদেৱক বৰনগৰ এৰি পাটবাউসীলৈ আহিবলৈ আজ্ঞা দি গৈছিল। কোচ বিহাৰত গুৰু দামোদৰে বাস কৰি থকাৰ সময়ত ভট্টদেৱৰ 'কথাগীতা' পোৱাৰ পিচত গুৰুজনে তেওঁক তুলসীৰ মালা দি পাটবাউসীৰ অধিকাৰী পাতিছিল। এই ভট্টদেৱে 'অৰ্জুনদেৱক থাপি বৈকুণ্ঠক গৈলা'। গতিকে 'গুৰুলীলা'ৰ ৰচয়িতাজনে ভট্টদেৱ সম্পৰ্কীয় কথা নিবিড়ভাৱে জনাৰ সুবিধা পাইছিল। আনহাতেদি দূৰদূৰণিৰ অসম ৰাজ্যত শ্ৰীমন্ত শংকৰদেৱৰ প্ৰয়াণৰ কিছু পিছতে দামোদৰ দেৱৰ ওচৰত শৰণ গ্ৰহণ কৰি অহি ধৰ্মপ্ৰচাৰ কৰাৰ কথা অৰ্জুন দেৱৰ শিষ্য ৰামৰায়ৰ দ্বাৰে সহজলভ্যও

নাছিল, একে ধাৰাতে যোৱা কথাও নাছিল। ইয়াত সেই বিষয়ে বহল আলোচনালৈ যোৱাটো বাহুল্য মাত্র যদিও প্রসংগত উল্লেখ কৰিছো এই কাৰণেই পণ্ডিত তীৰ্থনাথ শৰ্মা দেৱৰ 'আউনীআটী সত্ৰৰ বুৰঞ্জী'ত ৰামৰায়ৰ 'গুৰুলীলা'খনি ৰমানন্দৰ ৰচিত "শ্ৰীশ্ৰী বংশীগোপাল দেৱৰ চৰিত্ৰ'খনতকৈ অন্যান্য ৫০ বছৰৰ আগৰ (৪৭পৃঃ) বোলাযাৰ কথা তথ্যনির্ভৰ নহয়। প্ৰকৃতপক্ষে ৰামৰায়ৰ 'গুৰুলীলা'ৰ ৰচনাকাল ১৬৬৩ চনৰ পিচৰহে। কাৰণ ইয়াত মিৰজুমলাৰ কামৰূপ চন্ন কৰাৰ উল্লেখ আছে—

(ক) যেখন যৱনে আসাম ৰাজ্য লৈলা।
দুনাই পুৰুযোত্তম বেহাৰত গৈলা।।৮৯৮
(খ) ঘোৰ বিপ্লৱত কামৰূপ চন্ন ভৈলা।
যাহাৰ সত্ৰত বস্তি নির্বাণ নগৈলা।।১০৮৬

(ক) অংশত উল্লেখিত 'পুৰুষোত্তম' আছিল কোচ বিহাৰৰ বৈকুণ্ঠপুৰ সত্ৰৰ পৰমানন্দ দেৱৰ নাতি। তেওঁ বনমালীদেৱ উজনিলৈ গুচি অহাৰ পিচতে আহি কলিয়াবৰত সত্ৰ পাতি আছিলহি।

(খ) অংশত অৰ্জুনদেৱৰ কথা কোৱা হৈছে এতিয়া দেখা গ'ল যে লেখক ৰামৰায়ে চৰিতখনৰ শেষৰ ঘটনাবিলাকৰ লগত নিবিড়ভাৱে জড়িত আছিল, কিছুমান নিজে দেখা শুনা কথা, কিছুমান তেওঁৰ শৰণীয়া গুৰু অৰ্জুনদেৱৰ মুখৰ পৰা শুনা। গতিকে সন্ত দামোদৰ দেৱৰ অন্তিম দহ বছৰৰ আৰু তাৰ পিচৰ কালৰ যিখিনি কথা ৰামৰায়ে 'গুৰুলীলা'ত বৰ্ণনা কৰিছে, সেইখিনি কথা স্পষ্টভাৱে ঐতিহাসিক ঘটনাৰ লগত সুসংগত হৈ আছে। অসমৰ ধৰ্মীয় বুৰঞ্জীত এইখিনি কথাৰ প্রামাণিকতাত সন্দেহ কৰাৰ থল নাই। উল্লেখযোগ্য যে নৰনাৰায়ণৰ দিনৰ উজীৰ বেংকৰাগিৰিৰ অধস্তন চতুৰ্থ পীৰিৰ গোপালৰ দিনত নীলকণ্ঠ দাসে ৰচনা কৰা 'শ্ৰীশ্ৰীদামোদৰ দেৱৰ চৰিত্ৰ' খনিত (ৰচনাকাল অষ্টদশ শতিকাৰ প্রথম চৰণ হ'ব) বৰ্ণিত দামোদৰ দেৱৰ জীৱনৰ অন্তিম সময়ছোৱা ৰামৰায়ৰ বৰ্ণনাৰ লগত সামঞ্জস্য আছে।

**কথা প্ৰৱেশঃ**

শুক্লধ্বজৰ নাতি পৰীক্ষিত নাৰায়ণ কামৰূপ খণ্ডৰ ৰজা হৈ (১৬০৩ৰ পৰা ১৬১৭ চনলৈ) নতুন ৰাজধানী বিজযনগৰত স্থিত হৈ আছে। এই নগৰ—

গদাধৰ নদীবৰ মধ্যে মধ্যে নগৰৰ
বহি ব্ৰহ্মপুত্ৰত পৰন্ত।।৩৫৮ (গুঃলীঃ)
ৰজাক কামেশ্বৰ সন্যাসী আৰু শিৱবৰ দৈৱজ্ঞই খল লগালে—
দামোদৰ নামে আছে জানা পুৰুষেক।৩১০
বিশিষ্ট ব্ৰাহ্মণ কূলে উৎপত্তি ভৈলা।।
কামৰূপে বৰপেটা গ্ৰামে সত্ৰ কৈলা।।
তেহোঁ একশৰণ লগাইলা লোকক।
শৰত কালৰ পূজা লোকে এৰিলেক।।৩১১ (গুঃলীঃ)
ইফালেদি নীলকণ্ঠ ৰচিত 'চৰিত্ৰ' পুথিত এই প্ৰসংগত কোৱা হৈছে—
দামোদৰ নামে দ্বিজ শূদ্ৰ মত ধৰি।
নীতি ধৰ্ম আচাৰ বেদক পৰিহৰি।।
আছে পাটবাউসী থানে জিজ্ঞাসিয়ো আনি।

দূত পাঞ্চিলন্ত ৰাজা হেন বাণী শুনি।। ৫০৫

(শ্ৰীশ্ৰীদামোদৰ দেৱৰ চৰিত্ৰ)

ইয়াত উল্লিখিত 'শূদ্ৰমত' শব্দই শ্ৰীমন্ত শংকৰদেৱৰ প্ৰচাৰিত 'নামধৰ্ম'ৰ মতকে ইংগিত কৰিছে। উল্লেখযোগ্য যে এই একে ধৰণৰ গোচৰকে 'অভকতসৱে' নৰনাৰায়ণ তথা ৰঘুদেৱ ৰজাত শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ ক্ষেত্ৰতো নি তৰিছিলগৈ। তাৰপৰা আমি নিশ্চিত যে 'পৰম তেজস্বী সাধু দেৱ দামোদৰে/ শ্ৰীশংকৰৰো ভেদ নাহি দুইহন্তৰ' আৰু দামোদৰ 'এতেকে শংকৰমত প্ৰকাশি কহিলা' বুলি ৰমানন্দ দ্বিজে লিখা কথাষাৰ আখৰে আখৰে সঁচা (শ্ৰীশ্ৰীবংশীগোপালৰেৰ চৰিত্ৰ, ১৫৭দ্ৰষ্টব্য)।

দামোদৰ দেৱে 'ভাগৱত ধৰ্ম প্ৰবৰ্তাইলা থানে থানে', গতিকে মানুহে 'অন্য দেৱতাৰ নাম নুশুনয় কাণে' অৱস্থা কৰাৰ কাৰণে ৰজাই গুৰুজনক ধৰি আনিবলৈ দূত পঠালে।

দূতৰ আগত একশৰণীয়া দামোদৰৰ নিৰ্ভীক উত্তৰ

মোৰ গল উপৰ বলিৰ গল তল।
কাটা যদি আছয় তোহাৰ গাত বল।।
ৰজাৰ পাশক যাইবো নকৰিবো পূজা।
হৰি বিনে আমাৰ আছয় কোন পূজা। ৩২৬ (গুঃলীঃ)

সন্ত দামোদৰ 'এক দেৱ এক সেৱ' নীতিত সুদৃঢ় আস্থা সমন্বিতে ৰাজ আজ্ঞা অনুসৰি বিজয়নগৰত উপস্থিত হ'লগৈ। তেৰাৰ লগত গ'ল 'যাঠিজন কেউটিয়া' ভকত ৰজাৰ মান-সংকাৰ গ্ৰহণ কৰি 'ভিতৰে কপট, মুখে মধুঘট' কামেশ্বৰগিৰি আৰু সন্যাসী বিশেষৰ দ্বাৰা গুৰুজন পুনৰ বিতাড়িত হ'ল। দুষ্ট সন্যাসীৰ ঘৰত 'কতদিন প্ৰভু আছয় তথাত' এনেতে পাত্ৰমন্ত্ৰীসকলৰ সাধ্যক্ৰমে ৰজাই দামোদৰ গুৰুক 'পছিমা সন্ত' বেদুৱাৰ ঘৰত থকাৰ ব্যৱস্থা কৰি দিলে। এই বেদুৱা নামৰ বিপ্ৰজন-

চৈতন্য দেৱৰ পন্থে অৱতৰি ভক্ত।
স্নেহ নামে লোক ভজাৱন্ত অবিৰত।।
গুৰু সৎ ব্ৰাহ্মণ হৰিৰ প্ৰিয়তম। (গুঃলীঃ ৪১১)

এইজন চৈতন্যপন্থী ধৰ্মপ্ৰচাৰকৰ গৃহত সংগীসকলৰ সৈতে শ্ৰৱণ-কীৰ্তন ধৰ্ম আচৰি বঞ্চিলেক দামোদৰ বৰিবেক মানে'। এনে সময়তে ৰাজ অন্তঃপুৰৰ ৰমণীসকল পৰ্যন্ত 'দামোদৰ দেৱ পাৰে নমিলা হৰিষি'। ৰজাৰ মৃগয়াকালত ঘটা এই ঘটনাৰ 'চল পাই দুৰ্জনে ৰজাত সুচাই কলা' 'কৰিলেক বশ্য সবে তোমাৰ নগৰ' বুলি দেৱদামোদৰৰ ওপৰত গোচৰ তৰাত 'ৰজাৰ দেৱ দামোদৰক খেদিতে মন ভৈলা'। ৰাজ আজ্ঞা হ'ল–

দামোদৰ বৈষ্ণৱ আমাৰ নগৰত।
থাকিবাক নলাগয় কহ স্বৰূপত।।
এতিক্ষণে গুচি যাক মোৰ নগৰৰ।
সোণকোশ পাৰ কৰি থৈয়োক সত্বৰ।৫৪৫

ৰজাই আগবঢ়োৱা 'পন্থ খৰচাক' অনাদৰি বৰীয়ান ধৰ্মগুৰুজনে অনুৰক্ত ৰৰা-ৰৰুৱাসকলৰ অৰিহণা গ্ৰহণ কৰি হৰিস্মৰি দোলাত চড়িলা'। নগৰীয়া প্ৰজাগণৰ হিয়াধুনি কন্দা

কাৰুণ্যৰ মাজেদি গুৰুজন দলে-বলে গৈ একে দিনাই সোণকোশৰ তীৰ পালেগৈ। কচুগাঁৱত ৰাতিটো নাম-কীৰ্তনৰ অন্তত গুৰুজনে 'নকৰি ভোজন কৰিলা শয়ন, হৰিক ধৰি হিয়াত'। *পিচদিনা পুৱাতে সোণকোশ প্ৰভুদেৱ ভৈলাপাৰ' আৰু নাৱৰপৰা নামি হাতত এচলু পানী লৈ* 'আজি হন্তে কালৰূপ এৰা গৈলা, বুলিয়া মাথে লৈলন্ত।' সোণকোশ পাৰ হৈ ভোকে-লঘোণে কিছুদূৰ গৈ দামোদৰ দেৱৰ দলটি ৰাতি হোৱাত 'একগুটি ভদ্ৰ, গৃহস্থক পাইলা, ৰহিলন্ত তাৰ স্থান।' সেই ৰাজ্যত মানুহে ঘৰে ঘৰে হাঁহ, কুকুৰা, গাহৰি পোহে। ভদ্ৰ গৃহস্থজনে তেওঁৰ গৃহত দামোদৰ দেৱক অতিথি ৰখাৰ প্ৰস্তাৱ দিয়াত তেখেতে যদিওবা তিনিদিন লঘোণে কটাই আহিছে, তথাপি গৃহস্থজনক হৰিত শৰণ ল'লেহে তেওঁৰ আতিথ্য গ্ৰহণ কৰিব বুলি জনালে। পিচদিনা গৃহস্থজনে চৰু-হাঢ়ি পেলাই, হাঁহ-কুকুৰা আদি আঁতৰ কৰি গৃহশুদ্ধ হৈ সপৰিয়ালে হৰিত শৰণ লোৱাত গুৰুজন 'কতিপয় দিন তাহান গৃহত ৰৈলন্ত'।

লক্ষ্মীনাৰায়ণ ৰজাই সেই ঠাইৰ পৰা গুৰুজনক আদৰি আনিবৰ কাৰণে বিষয়াসকলক পঠালে। দামোদৰদেৱে কোচ বিহাৰৰ ৰাজনগৰীত ৰজা-প্ৰজাসকলোৰে আদৰ-আশ্বাস লাভ কৰিলে। নৰনাৰায়ণ ৰজাৰ দিনতে কামৰূপীয়া পাইকসকলৰ দ্বাৰা নিৰ্মিত ভিতৰুৱা ঢাপৰ অন্তৰ্ভুক্ত অঞ্চলটোতে দামোদৰ গুৰুৰ নিবাসৰ অৰ্থে সত্ৰ নিৰ্মাণ কৰোৱা হ'ল। ইতিমধ্যে দামোদৰ গুৰুৱে 'নৃপতিৰ প্ৰীতি' সাধন কৰি 'একৰাত্ৰি ৰজাৰ ঘৰত ৰহিলা।' তাৰ পিচত ৰমানন্দ ভকতে তেখেতক 'হৰিমন্দিৰত ৰহিবাক স্থান দিলা/কতিপয় দিন প্ৰভু তথাতে ৰহিলা।' লক্ষ্মীনাৰায়ণৰ আদৰ-আশ্বাস লাভ কৰি 'বেহাৰ নগৰখান পণ্ডিতমণ্ডলি/সবাত অধিক প্ৰতিকূল আচৰন্ত নাহি সি ৰাজ্যত' – এনেহেন স্থিতিত 'ভক্তিসূৰ্য প্ৰকাশিয়া বেহাৰ নগৰে। লোকহিত চিন্তিয়া ৰহিলা দামোদৰ।'

দামোদৰ দেৱে এৰি যোৱাৰ কিছুদিনৰ পিচতে লক্ষ্মীনাৰায়ণৰ সহযোগত পৰীক্ষিত নাৰায়ণৰ ৰাজ্যত মোগলৰ অধীন সেনাধ্যক্ষ মুকৰম খানে আক্ৰমণ কৰিলে। এই ঘটনা ঘটিছিল ১৬১২ চনৰ ডিচেম্বৰ মাহত। ১৬১৩ চনৰ জানুৱাৰীত ধুবুৰীৰ দুৰ্গ অধিকাৰ কৰি মোগল সৈন্যই পৰীক্ষিত নাৰায়ণৰ ঘিলা বিজয়পুৰো অধিকাৰ কৰিলে। অৱশেষত বছৰটোৰ জুলাই মাহত পৰীক্ষিত নাৰায়ণক বন্দী কৰি ঢাকালৈ, তাৰ পিচত দিল্লীলৈ পঠোৱা হ'ল। চৰিতকাৰ ৰামৰায়ৰ লেখনীত এই ঘটনাসমূহ ফট্‌ফটীয়াভাৱে প্ৰকাশ পাইছে (৭৩৯-৭৫৮পদ)। চৰিতকাৰজনে লিখিছে–

সংক্ষেপ পদত কিবা লাগয় কহিত।
যৱনে বিজয়পুৰ লৈলেক নিশ্চিত।৭৫০
যেতিক্ষণে যৱনে নগৰ প্ৰৱেশিল।
অসংখ্যাত বৰ বৰ সেনাক মাৰিলা।
কাহাল মহৰি দামা কহ্লাল বজায়।
বেহাৰৰ লোকে তাক কটকে শুনয়।।৭১৫
পৰীক্ষিত ৰজাক যৱনে ধৰিলা ।
কামৰূপী প্ৰজা যত যৱনে গ্ৰহিলা।
শুনি দামোদৰ দেৱে বুলিলা বচন।
পৰীক্ষিত ৰাজ্যত আছয় যত জন।৭৫৩
ইদানীক সবে আল্লা খোদাই বুলোক।

দামোদৰদেৱে মুঠতে 'সপ্তম বছৰ বেহাৰত আছিলন্ত।' অৰ্থাৎ ১৬১২ চনৰ পৰা ধৰিলে ১৬১৯ চনলৈ। তাৰ পিচতে দামোদৰ দেৱে 'যিদিনা এৰিলন্ত স্বৰূপত' (৭৭৮ পদ) 'গুৰুলীলা'ৰ ৰচয়িতাজনে গুৰুপ্ৰয়াণৰ ভক্তি গদ্‌গদ কাব্যিক অলংকাৰ মণ্ডিত বৰ্ণনা আগবঢ়াইছে। তথ্যভিত্তিক কথাখিনি হয়তো তেওঁ গুৰু অৰ্জুনদেৱৰ পৰা শুনিছে, কাব্যিকতাপূৰ্ণ বৰ্ণনাখিনি ভক্ত কবিজনাৰ আবেগবিহ্বল কল্পলোকত প্ৰতিভাত হৈছে। তেনে বিহ্বলতাৰ আবেশতে কবিজনাই এনেকুৱা তথ্যৰহিত কথাও লিখি পেলাইছে—

প্ৰভুৰ বিয়োগ বাৰ্তা সবে ভক্ত পাইলা।৮০৭
বংশীদেৱ ভগবান বলদেৱ গৈলা।
ভট্টদেৱ সন্ত আৰু সন্ত যে ভূষণ।
কৃষ্ণমিশ্ৰ আইলা আৰু কণ্ঠভূষণ।৮০৮
ইসব প্ৰমুক্ষ আন আন ভক্ত য'ত।
প্ৰভুৰ বিয়োগ শুনি ভৈলা উপাগত।।
পৰম আকুলভাবে কৰি প্ৰণিপাত। ইত্যাদি

সেইসময়ত বংশী (গোপাল) দেৱ আছিল উজনি অসমৰ কুৰুৱা বাহীত, ভগবান আছিল কামৰূপৰ উত্তৰ অঞ্চলৰ গোবিন্দপুৰত, ভট্টদেৱ আছিল ব্যাসকুচি সত্ৰত, সন্তভূষণ আছিল পলাশবাৰীৰ গৰৈমাৰী সত্ৰত আৰু কৃষ্ণমিশ্ৰৰো স্থায়ী বাসস্থান কামৰূপতহে। ইমানদূৰ ঠাইসমূহলৈ টেলিফোনত যোৱাৰ দৰে বাৰ্তা যোৱা নাছিল, আকাশীযানত যোৱাৰ দৰে মানুহ যাব পৰাৰ ব্যৱস্থাও নাছিল। ৰামৰায়ে নোকোৱা এটা তথ্য দিছে প্ৰভু দামোদৰ দেৱ মহাপ্ৰয়াণৰ কমেও এশ বছৰৰ পিচত ৰচিত "শ্ৰীশ্ৰী দামোদৰ দেৱৰ চৰিত্ৰ' প্ৰণয়ন কৰা নীলকণ্ঠ দাসে—

লক্ষ্মীনাৰায়ণ পুত্ৰ বীৰ নাৰায়ণ।
হেন বাত্ৰা পায়া দুইকো নিয়াইলা তেখন। ৭৩৩
বোলন্ত নৃপতি দুয়োজন শুনিয়োক।
প্ৰভুৰ বৎসৰি মোৰ ৰাজ্যে কৰিয়োক।
য'ত লাগে সম্ভাৰ সমস্তে আনি দিবো।
কৰ্ম কৰাইবাক আপুনিয়ো থানে যাইবো।।

এই কথাখিনিৰ প্ৰসংগ হৈছে দামোদৰ প্ৰভুৰ আদ্যশ্ৰাদ্ধৰ পিচত 'মৎস্য পৰশিয়া মাসেকতোধিক ভৈলা', সেই সময়ত বেহাৰৰ দামোদৰ দেৱৰ সত্ৰত থকা পাঠক চন্দ্ৰ, বলদেৱ আদি ভক্তগণে পাটবাউসীলৈ ভক্ত পাঞ্চি পঠাই দামোদৰ বিয়োগ যে সবাতে জনাইলে' আৰু দেৱৰ বাৰ্ষিক কৰ্ম ক'ত পতা হ'ব সুধি পঠালে। সমবেত ভক্ত-অধিকাৰীসকলে মত প্ৰকাশ কৰিলে—

কৰ্মৰ উচিত স্থান পাটবাউসী থান।৭৩১
পাঠকচন্দ্ৰ বলোদেৱ আশোক ইয়াক।

তেতিয়া লক্ষ্মীনাৰায়ণৰ পুত্ৰ বীৰ নাৰায়ণে (এওঁ পিতৃৰ জীৱিত কালতে পিতৃ কামৰূপত মোগলৰ কাৰ্যসাধনত ৰত থকাৰ বাবে ১৬১৮ চনৰ পৰা ১৬২০ চনলৈ কোচ

বেহাৰ শাসন কৰিছিল) প্ৰভুৰ বাৰ্ষিক কৰ্ম কোচ বেহাৰতে কৰায়। এই তথ্যৰ সত্যতা বিশ্বাসযোগ্য। দামোদৰ দেৱে যদি ১৬১১ চনত গৈ সাত বছৰ থাকি বেহাৰত তনুত্যাগ কৰে, সেই বছৰটোৰ পিচৰ বছৰতে তেৰাৰ বাৰ্ষিক কৰ্ম পালনীয় হয়।

এতিয়া দেখা গ'ল যে পৰৱৰ্তী চৰিতপুথি এখনেও সমৰ্থন কৰা দামোদৰ দেৱৰ প্ৰয়াণৰ কাল ঐতিহাসিক ভিত্তিতে ৰামৰায় দ্বিজে ১৬৬৩ চনৰ পিচত লিখি শেষ কৰা 'গুৰুলীলা' বা 'সন্তযশামৃত' চৰিতখনিত অভিলেখযুক্ত কৰি থৈ গৈছে। এই ঐতিহাসিক চন-তাৰিখৰ পৰা উজাই গৈ বিচাৰ-বিবেচনা কৰিহে আমি গুৰুজনাৰ জন্মৰ চন-তাৰিখ সম্পৰ্কে শুদ্ধ সিদ্ধান্তত উপনীত হ'বগৈ পাৰিম। কোচ বেহাৰত উপস্থিত হোৱাৰ সময়তে দামোদৰ গুৰুৰ অৱস্থা 'মহাতেজৱন্ত বৃদ্ধ শৰীৰ অত্যন্ত' (৬৪৭ পদ, গুঃলীঃ) মুঠতে শ্ৰীশ্ৰীদামোদৰ দেৱৰ সুদীৰ্ঘ জীৱনৰ শেহৰ ফালৰ, বিশেষকৈ অৰ্জুন দেৱে বিজয়পুৰুৰ গুৰুজনৰ ওচৰত শৰণগ্ৰহণ কৰাৰ পিচৰ কালৰ 'গুৰুলীলা'সমূহ ভক্তিৰ আৱেগমণ্ডিত হ'লেও ৰামৰায় দ্বিজে যথাযথভাৱে প্ৰস্তুত কৰিছে।○○

# আদি-মধ্যযুগৰ অসমত বাণিজ্যৰ বিকাশ

তাৰক চন্দ্ৰ গোস্বামী

প্ৰাচীন কামৰূপ ৰাজ্য খ্ৰীষ্টিয় দ্বাদশ শতিকাৰ প্ৰথম ভাগতে খণ্ড-বিখণ্ড হৈছিল। ধৰ্মপাল (১০৯৫-১১২০খ্ৰীঃ) প্ৰাচীন কামৰূপৰ শেষ প্ৰখ্যাত ৰজা আছিল। ত্ৰয়োদশ শতিকাৰ আগভাগত (১২২৮ খ্ৰীঃ) চুকাফাৰ নেতৃত্বত টাই জাতিৰ আহোমসকলে পূব ফালেৰে অসম সোমাই প্ৰথমে চৰাইদেউৰ আশে-পাশে এখন সৰু ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। আনহাতে পশ্চিমফালে ষষ্ঠদশ শতিকাৰ আগভাগত (১৫১৫খ্ৰীঃ) বিশ্বসিংহেই কোচৰাজ্য প্ৰতিষ্ঠা কৰিছিল। আহোম ৰাজ্যৰ বিস্তৃতি আৰু শক্তি বৃদ্ধি হ'বলৈ প্ৰায় তিনিশ বছৰ লাগিছিল। চুহুংমুং বা স্বৰ্গ-নাৰায়ণ দিহিঙীয়া ৰজাই (১৪৯৭-১৫৩৯খ্ৰীঃ) চুটীয়া ৰাজ্যৰ পৰা কলং নৈলৈকে কছাৰী ৰাজ্যৰ অংশ এটা অধীনলৈ অনাৰ উপৰি ভূঞাসকলৰো কিছুমানক তলতীয়া কৰি আহোম ৰাজ্যৰ ভেটি সুদৃঢ় কৰিছিল। গতিকে দ্বাদশ শতিকাৰ আগভাগৰে পৰা পঞ্চদশ শতিকাৰ শেষভাগলৈ তেতিয়াৰ অসমত কোনো কেন্দ্ৰীয় ৰাজশক্তি নাছিল। এই সময়ছোৱাত চুটীয়া ৰাজ্য, কছাৰী ৰাজ্য, ভূঞা ৰাজ্য, বৰাহী-মৰাণ ৰাজ্য আদিৰ লগতে আহোম ৰাজ্যকো ধৰি, কেইবাখনো সৰু সৰু ৰাজ্য ইয়াত বৰ্তি আছিল। এই সময়ছোৱাৰ ভিতৰত কেইবাবাৰো অসম বিদেশী আক্ৰমণৰ সন্মুখীন হৈছিল। সেইবোৰৰ ভিতৰত মহম্মদ বখতিয়াৰ খিলিজী, ইখতিয়াৰ উদ্দিন য়ুজবেক তুৰখীল খান (১২৫৯ খ্ৰীঃ) ছিকন্দৰ ছাহায় (১৩৬২খ্ৰীঃ), আলাউদ্দিন ছাহ (১৪৯৮খ্ৰীঃ) আদিৰ নেতৃত্বত হোৱা আক্ৰমণসমূহ উল্লেখযোগ্য। আমাৰ আলোচনাৰ বাবে আদি মধ্য-মধ্যযুগৰ অসম বোলোতে এই সময়ছোৱাৰ অসমকে বুজোৱা হৈছে। এই সময়ছোৱাত কোনো শক্তিশালী আৰু কেন্দ্ৰীয় ৰাজ্য নথকাৰ কাৰণেই হয়তো অসমৰ সমাজ, অৰ্থব্যৱস্থা তথা ৰাজনৈতিক অৱস্থাৰ সম্পৰ্কে তথ্য-পাতি এতিয়ালৈকে তাকৰীয়া পৰিমাণেহে পোৱা সম্ভৱ হৈছে। এনে অৱস্থাত ইয়াৰ আগৰ আৰু পিছৰ তথ্য পাতিৰো ব্যৱহাৰ কৰি এই সময়ছোৱাৰ বাণিজ্য সম্পৰ্কীয় আলোচনা আগবঢ়াবলৈ ইয়াত চেষ্টা কৰা হৈছে।

প্ৰাচীন কালৰে পৰা অতীতৰ কামৰূপ তথা অসমৰ ভিতৰৰ বিভিন্ন অঞ্চলৰ মাজত আৰু বাহিৰৰ সৈতেও জলপথ আৰু স্থলপথেৰে বাণিজ্যৰ প্ৰচলন আছিল বুলি বিভিন্ন তথ্য-পাতিৰ অধিকাৰত সিদ্ধান্ত কৰিব পাৰি। বিভিন্ন সময়ত প্ৰাচীন কামৰূপৰ ৰাজধানী হিচাপে গঢ়ি উঠা নগৰসমূহ যেনে— প্ৰাগজ্যোতিষপুৰ, দুৰ্জেয়, হাৰূপেশ্বৰ, কামৰূপ নগৰ আদি ব্ৰহ্মপুত্ৰৰ পাৰত অৱস্থিত হোৱাৰ পৰা বুজিব পাৰি যে জলপথেৰে যাতায়তৰ লগতে বাণিজ্যৰ সুবিধাৰ প্ৰতি লক্ষ্য ৰাখিয়ে ৰজাসকলে সেইবোৰ তেনে স্থানত স্থাপন কৰিছিল। প্ৰাচীন কালৰ মঠ-মন্দিৰ আৰু ৰাজ-প্ৰাসাদ আদিৰ যিবোৰ ধ্বংসাৱশেষ এই নগৰসমূহত আৰু অন্যান্য স্থানত আৱিষ্কৃত হৈছে সেইবোৰৰ উচ্চমান আৰু কাৰুকাৰ্যৰ পৰা অনুমান কৰিব পাৰি যে সেইবোৰৰ নিৰ্মাণত হোৱা খৰচ বহন কৰিবলৈ সক্ষম হোৱা ৰাজশক্তিসমূহ ঐশ্বৰ্যশালী আছিল। পণ্য উৎপাদনৰ লগতে বাণিজ্যৰ যোগেদি ৰাজ্যৰ এই প্ৰকাৰৰ সমৃদ্ধি লাভ হোৱা সম্ভৱ। প্ৰাচীন কালৰ শিলালিপি, তাম্ৰ ফলি আদিৰ অধ্যয়নৰ যোগেদিও এনে সমৃদ্ধিৰ আভাস পোৱা যায়। আকৌ ভাস্কৰ বৰ্মনৰ সময়ৰ পৰা যিবোৰ ফলি পোৱা গৈছে

সেইবোৰত 'বৰ্ণাশ্ৰমধৰ্ম' ৰক্ষাৰ প্ৰতি ৰজাসকলে যত্ন লোৱাৰ উল্লেখ আছে কাৰণেও তেতিয়াৰ অসম অৰ্থাৎ কামৰূপ ৰাজ্যত শ্ৰম বিভাজনৰ লগতে বাণিজ্যৰ বিকাশ হৈছিল বুলি বুজিব পাৰি। তেতিয়া অসমত পূৰ্ণ পৰ্যায়ৰ 'বৰ্ণাশ্ৰম' ব্যৱস্থাৰ বিকাশ নহ'লেও কৈৱৰ্ত, তাঁতী, কুমাৰ, কমাৰ, সোণাৰী আদি কিছুমান বৃত্তি বংশানুক্ৰমে অনুসৰণ কৰাৰ পৰম্পৰা আছিল। এনেদৰে বিকাশ হোৱা বিশেষ বিশেষ বৃত্তিৰ লোকসকলৰ উৎপাদিত বস্তুবিলাকৰ এটা অংশ দেশৰ ভিতৰত আৰু বাহিৰতো বিক্ৰীৰ বাবে বাণিজ্যৰ প্ৰচলন হৈছিল। তাৰ উপৰি এইদৰে উৎপাদিত হোৱা কিছুমান বস্তুৰ বাবে প্ৰয়োজনীয় কেঁচামাল সোণ, ৰূপ, তাম, পিতল, লো, কপাহ আদি অঞ্চলটোৰ ভিতৰৰ ঠাইৰ উপৰি বাহিৰৰ পৰাও সংগ্ৰহ কৰিবলগীয়া হৈছিল। বস্তু আমদানি কৰাৰ লগতে সেইবোৰৰ বাবে বিনিময় মূল্য দিবলৈ দেশৰ উৎপাদিত বস্তু ৰপ্তানি কৰিবলগীয়া হৈছিল। ৰজা, তলতীয়া শাসনকৰ্তা, মন্ত্ৰী, বিষয়া, ৰাজপুৰোহিত আদি উচ্চশ্ৰেণীৰ লোকসকলে বহুতো এনেকুৱা বস্তু ব্যৱহাৰ কৰা সম্ভৱ হৈছিল।

আমাৰ আলোচ্য সময়ৰ ভিতৰৰ চতুৰ্দশ শতিকাত ৰচনা কৰা মাধৱ কন্দলিৰ 'ৰামায়ণ'ত বাণিজ্যৰ আত্মনিয়োগ কৰা বিশেষ বৃত্তিধাৰী লোকক বুজোৱা 'মুদৈ' শব্দৰ উল্লেখ থকাৰ পৰা বুজিব পাৰি যে সেই সময়ৰ আগৰে পৰাই অসমত বাণিজ্যৰ প্ৰচলন আছিল। পৰবৰ্তী কালৰ ৰচনা 'গুৰু-চৰিত কথা' নামৰ গ্ৰন্থখনত আলোচ্য কালৰ ঘটনা কিছুমান অন্তৰ্ভুক্ত কৰা হৈছে। উল্লেখযোগ্য যে শঙ্কৰদেৱৰ জন্ম হৈছিল ১৪৪৯ খ্ৰীঃত আৰু তেওঁৰ জীৱন-বৃত্তান্তক কেন্দ্ৰ কৰিয়ে 'গুৰুচৰিত কথা' ৰচিত হৈছিল যদিও পূৰ্ববৰ্তী পৰবৰ্তী কালৰ ঘটনাও তাত বৰ্ণনা কৰা হৈছে। 'গুৰু চৰিত কথা'ত গুৱা-সজাই মুদৈ লাখ টকীয়া ধনাই মুদৈ হোকৰা কুচিয়া লোণ মুদৈ আদিৰ উল্লেখ মন কৰিবলগীয়া। ত্ৰয়োদশ-পঞ্চদশ শতিকাৰ ব্যাপী কালছোৱাৰ অসমত বাণিজ্যিক বৃত্তি হিচাপে গ্ৰহণ কৰা কম সংখ্যক লোকেৰে গঠিত হ'লেও এক শ্ৰেণীৰ লোক আছিল বুলি এনেবোৰ উল্লেখে প্ৰমাণ কৰে।

চুতীয়া ৰাজ্যত তাঁতী, সোণাৰী, কমাৰ আদি বৃত্তিধাৰী লোক আহোমসকলে সেই ৰাজ্য অধিকাৰ কৰাৰ আগৰে পৰা আছিল কাৰণেও বুজিব পাৰি যে সিবিলাকৰ প্ৰয়োজনীয় কেঁচামালৰ যোগান আৰু উৎপাদিত বস্তুৰ এটা অংশ বিক্ৰীৰ বাবে তাত সীমিত পৰিমাণে হ'লেও বাণিজ্যৰ প্ৰচলন আছিল।

সৰ্বসাধাৰণ লোকৰ সৰহভাগে তেতিয়াৰ দিনত যি নিম্ন পৰ্যায়ৰ জীৱন-যাপন কৰিছিল সেই অৱস্থাত নিজৰ খেতি-পথাৰ, ঘৰ আদিত নিজে উৎপাদন কৰা বস্তুৰ লগতে হাবি-বননি-খাল-বিল নৈ আদিৰ পৰা সংগ্ৰহ কৰা বস্তুৰে দৈনন্দিন জীৱনৰ অভাৱসমূহ যথাসম্ভৱ পূৰণ কৰিছিল। সেয়ে হ'লেও তেওঁলোকৰ উৎপাদিত বস্তুসমূহৰ কিছুমান কম পৰিমাণে কিনা-বেচা হৈছিল। চুকাফাৰ নেতৃত্বত আহোমসকলে অসম সোমাই কিছুকাল অ'ত-ত'ত অস্থায়ীভাৱে বসবাস কৰিছিল আৰু স্থানীয় গাওঁ-ভূঁই; মানুহ-আদিৰ সম্পৰ্কে তথ্য-পাতি সংগ্ৰহ কৰিছিল। এই সম্পৰ্কত "মদ-গাহৰি কিনিবৰ ছলেৰে" চুকাফাই মানুহ পঠাইছিল বুলি বুৰঞ্জীত পোৱা যায়। মদ-গাহৰি কিনিবলৈ পোৱা গৈছিল বা সেইবোৰ যে বিক্ৰী কৰা হৈছিল সেই কথা এনে উল্লেখে প্ৰতিপন্ন কৰে। বামুণী কোঁৱৰ গুৰুকে চুদাংফাৰ হাবুঙৰ বামুণৰ ঘৰত জন্ম হৈছিল আৰু কিছু ডাঙৰ হোৱালৈকে তাত আছিল।

এই সংবাদ পোৱাৰ প্ৰসংগত বুৰঞ্জীত উল্লেখ আছে "খাউমুং চেঙমাৱে আহমে উত্তৰত গৰু কিনিবলৈ গ'ল"।

তাবাকাত-ই-নাছিৰিত পোৱা যায় যে মহম্মদ বিন বখটিয়াৰে কামৰূপৰ মাজেৰে তিব্বতলৈ অভিযান চলোৱাৰ সময়ত কামৰূপৰ উত্তৰ সীমাত খেতি-বাতিৰে পৰিপূৰ্ণ আৰু ব্ৰাহ্মণ আদি হিন্দু মানুহ থকা জনবহুল সমৃদ্ধিশালী ঠাই এখন পাইছিল আৰু সেই ঠাইত ভূটীয়া ঘোঁৰা প্ৰতিদিনে বিক্ৰী হৈছিল। এনেদৰে সীমামূৰীয়া অন্যান্য ৰাজ্য আৰু দাঁতি কাষৰীয়া পাহাৰী জনগোষ্ঠী থকা অঞ্চলৰ সৈতে অতীতৰ পৰা বাণিজ্যিক সম্পৰ্ক থকাৰ অন্যান্য পৰোক্ষ প্ৰমাণ কিছুমানো পোৱা যায়। আহোমসকলে অসম সোমাই প্ৰথমতে নিজভাষা কিছু কাললৈ ব্যৱহাৰ কৰিছিল আৰু বিভিন্ন ঠাইৰ নিজ ভাষাত নাম একোটা দিছিল। 'ফাট' শব্দটো বেপাৰ কৰা আৰু কৰ দিয়া ঠাই অৰ্থত ব্যৱহাৰ কৰা হৈছিল বুলি জনা যায়। নগাফাট, হুলাৰ ফাট, খিটলুৰ ফাট আদি দাঁতি কাষৰীয়া অঞ্চলৰ বস্তু কিনা-বেচা বা বিনিময় কৰা ঠাই বা হাটৰ উল্লেখ থকাৰ পৰা বুজিব পাৰি আহোমসকল অসম সোমোৱাৰ সময়ত বা তাৰো আগৰে পৰা এনেবোৰ ঠাইক কেন্দ্ৰ কৰি বাণিজ্যৰ বিকাশ হৈছিল।

কপাহী কাপোৰৰ শিল্পৰ উপৰি এড়ী-মুগা-পাট কাপোৰৰ শিল্প প্ৰাচীন কালৰে পৰা থকা এক প্ৰধান শিল্প। শংকৰদেৱৰ সময়ত কপাহী পাট আদি কাপোৰ বোৱা শিল্পৰ লগত জড়িত "মৰল" বৃত্তিধাৰী লোক একশ্ৰেণী কোচৰাজ্যৰ অন্তৰ্ভুক্ত তেতিয়াৰ কামৰূপত থকাৰ কথা আৰু তেওঁলোকে ব্যৱসায়িক ভিত্তিত বোৱনীৰ হতুৱাই কাপোৰ বোৱাইছিল আৰু কাপোৰ বিক্ৰী কৰিছিল বুলি "গুৰু চৰিত কথা"ত উল্লেখ আছে। তান্তিকুছি বা তাঁতীকুছি, গুৱালকুছি, গণককুছি আদিতো বয়ন শিল্পৰ কেন্দ্ৰ আছিল আৰু সেইবোৰত ব্যৱসায়িক ভিত্তিত কাপোৰ উৎপাদন কৰা হৈছিল বুলি বুজিব পাৰি। বাণিজ্যৰ বিকাশৰ সৈতে শিল্পৰ বিকাশৰ সম্পৰ্ক ঘনিষ্ঠ। শংকৰদেৱৰ সময়তে উজনি অসমতো পাট কাপোৰ, ডাব কটাৰি, মৰিচ, হাতীদাঁত, সোণ পায় বুলি "গুৰুচৰিত কথা"ত থকা উল্লেখৰ পৰা অনুমান হয় এইবোৰ যথেষ্ট পৰিমাণে কিনা-বেচা হৈছিল। "গুৰু-চৰিত কথা"ত ভবানন্দ ঠাকুৰ আতাৰ সম্পৰ্কত পাণৰ বেপাৰ কৰাৰ উপৰি "নাঞ বেহা" অৰ্থাৎ নাৱেৰে বেপাৰ কৰাৰ বৰ্ণনাত "অচম গাৰো ভোট বঙ্গাল" "চাৰিও দুৱাৰে বেহা কৰা"ৰ কথা পোৱা যায়।

প্ৰাচীন কালত জলপথ আৰু স্থলপথেৰে বিভিন্ন দেশৰ সৈতে অসমৰ বাণিজ্যিক সম্পৰ্ক গঢ়ি উঠিছিল। প্ৰাচীন কামৰূপৰ প্ৰখ্যাত ৰজা কুমাৰ ভাস্কৰ বৰ্মনৰ সময়তে বাণিজ্যিক আদান-প্ৰদান হোৱাৰ কথা চীনা পৰিব্ৰাজক হিউৱেন চাঙৰ ভ্ৰমণ সম্পৰ্কীয় বৰ্ণনাত আছে। ব্ৰহ্মপুত্ৰৰ জলপথেৰে সাগৰৰ জলপথৰ সৈতে আৰু সাগৰীয় জলপথেৰে চীনৰ সৈতেও বাণিজ্যিক সম্পৰ্ক গঢ়ি উঠিছিল। আভ্যন্তৰীণ বাণিজ্যৰ প্ৰসঙ্গতো ব্ৰহ্মপুত্ৰ আৰু অন্যান্য নৈ সমূহৰ জলপথৰ ব্যৱহাৰৰ কথা "গুৰুচৰিত কথা" আৰু মনসা কাব্যসমূহতো পোৱা যায়।

ভূটান আৰু চীন-তিৰ্বতৰ সৈতে উত্তৰৰ পৰ্বত সমূহৰ মাজেৰে বহুতো বাণিজ্য পথ থকাৰ কথা জনা যায়। অসমৰ পৰা চীনলৈ পথ থকাৰ কথা জানিব পাৰিয়ে মহম্মদ বিন বখটিয়াৰে উত্তৰ গুৱাহাটীৰ শিল সাঁকো পাৰ হৈ ভূটানৰ সীমালৈকে স-সৈন্যে গৈছিল যদিও তাত পোৱা বাধা অতিক্ৰম কৰিব নোৱাৰি উভতি আহিবলগীয়া হৈছিল। কামৰূপৰ পৰা তিৰ্বতলৈ ৩৫টা গিৰিপথ থকাৰ কথা তাবাকত-ই-নাছিৰিত উল্লেখ আছে। ভূটানৰ পৰা আৰম্ভ কৰি আফগানিস্তানৰ কাবুললৈও পৰ্বতীয়া পথ আছিল বুলি টেভেৰ্নিয়াৰে লিখি থৈ গৈছে। পিছৰ কালতে মেককোছে (Mc Coch) জনোৱা মতে ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰা চীন বা তীব্বতলৈ কমেও ৫টা গিৰিপথ আছিল। সেইবিলাকৰ ভিতৰত পাটকাই পৰ্বতেৰে

ব্ৰহ্মদেশ আৰু চীনলৈ যোৱা পথটোৱে আটাইতকৈ গুৰুত্বপূৰ্ণ আছিল আৰু এই পথটোৰেই আহোমসকলে অসমলৈ আহিছিল।

আগৰ কালত দুৱাৰ বা পৰ্বতৰ পৰা ভৈয়ামলৈ আহিব পৰা গিৰিপথ কিছুমানেৰে অসমৰ সৈতে ভূটানৰ বেহা-বেহাৰ আৰু অন্য আদান-প্ৰদান হৈছিল। অসম-ভূটান সীমান্তত এনে দুৱাৰ ৭খন আছিল। এইবোৰ হৈছে বিজনী, চাপা-খামাৰ, চাপাগুৰি, বাকচা, ঘৌকোলা, বুঢ়ীগুমা আৰু কিলিং। তাৰ উপৰি তিৰ্বতৰ সৈতে কৰিয়াপাৰা দুৱাৰেৰে অসমৰ বেহা-বেপাৰ হৈছিল। আকৌ চাৰি দুৱাৰ আৰু ন দুৱাৰেৰে অসমৰ উত্তৰ পূবৰ সীমাৱৰ্তী অঞ্চলৰ পৰ্বতীয়া জনগোষ্ঠীসমূহৰ সৈতে বাণিজ্যিক সম্পৰ্ক পৰিচালিত হৈছিল।

বাণিজ্যৰ বিকাশৰ সৈতে কৃষি-শিল্পৰ বিকাশ, যাতায়তৰ সুবিধা আদিৰ উপৰি বিনিময়ৰ মাধ্যম হিচাপে মুদ্ৰাৰ ব্যৱহাৰৰ সম্পৰ্ক আছে। আগৰ কালত আজিকালিৰ দৰে মুদ্ৰাৰ ব্যৱহাৰ হোৱা নাছিল বা বৰ সীমিত পৰ্যায়তহে ব্যৱহাৰ কৰা হৈছিল। তেতিয়া ঘাইকৈ বস্তুৰ সলনি বস্তু বিনিময় কৰা হৈছিল। মধ্যযুগত ভাৰতত যি স্বয়ংসম্পূৰ্ণ গ্ৰাম্য অৰ্থ ব্যৱস্থাৰ প্ৰচলন আছিল তাৰ প্ৰভাৱ কুমাৰ ভাস্কৰ বৰ্মন বা তেওঁৰ পূৰ্ববৰ্তী ৰজা দুই-তিনিগৰাকী মানৱ সময়ৰ পৰাই পুৰণি কামৰূপৰ যিবোৰ অঞ্চল ৰাজনৈতিক সাংস্কৃতিকভাৱে অধিক আগবঢ়া আছিল সেইবোৰত পৰিছিল। ভূমিদানৰ ফলিবিলাকে এই বিষয়ৰ স্বাক্ষৰ বহন কৰিছে। স্বয়ংসম্পূৰ্ণ গ্ৰাম্য অৰ্থ-ব্যৱস্থাত কৃষি নিৰ্ভৰশীল লোকৰ উপৰি বিভিন্ন বৃত্তিধাৰী লোকসকল একোখন গাঁৱত বাস কৰি পাৰস্পৰিক সহযোগিতাৰে জীৱন-যাপন কৰিছিল। তেনে ব্যৱস্থাত বস্তুৰ কিনা-বেচা নহৈছিল; বিভিন্ন লোকে নিজৰ উৎপাদিত বস্তু আৰু সেৱাৰ পোনপটীয়া বিনিময় পৰম্পৰাগত পদ্ধতিৰে কৰিছিল। সেইকাৰণে তেতিয়া মুদ্ৰাৰ প্ৰচলন কম আছিল। অসমত প্ৰাচীনকালৰ কোনো ৰজাৰ কোনো মুদ্ৰা আৱিস্কাৰ হোৱা নাই আৰু এতিয়ালৈকে আৱিস্কৃত মুদ্ৰাসমূহৰ ভিতৰত আহোমৰজা চুক্লেংমুং বা গড়গঞা ৰজাৰ (১৫৩৯-৫২খ্ৰীঃ) ৰাজত্বৰ সময়ত ১৫৪৪ খ্ৰীঃত মৰোৱা মুদ্ৰাই আটাইতকৈ পুৰণি বুলি জনা যায়। কোঁচ ৰাজত্বৰ সময়তো ৰজা নৰনাৰায়ণে (১৫৪০-১৫৮৮খ্ৰীঃ) ১৫৫৫ খ্ৰীঃত প্ৰচলন কৰা মুদ্ৰাৰ আগৰ কোনো মুদ্ৰা পোৱা হোৱা নাই। অৱশ্যে এই কাৰণেই প্ৰাচীন কালত অসম বা কামৰূপত মুদ্ৰাৰ প্ৰচলন একেবাৰে নাছিল বুলি ক'ব নোৱাৰি। আগৰ কালত মুদ্ৰাৰ ব্যৱহাৰৰ কিছুমান উল্লেখ কোনো কোনো বুৰঞ্জী আৰু তামৰ ফলিত পোৱা যায়। আগেয়ে সোণ-ৰূপৰ মুদ্ৰা আছিল কাৰণে কোনো এখন ৰাজ্যত বাহিৰৰ আন ৰাজ্যৰ মুদ্ৰাৰো প্ৰচলন হৈছিল।

প্ৰাচীন আৰু মধ্যযুগত বস্তু বিনিময়ৰ মাধ্যম হিচাপে মৰোৱা মুদ্ৰাৰ ব্যৱহাৰ কৰাতকৈ কড়ি, সোণ-ৰূপ আদি ধাতুৰ টুকুৰা, ছাগলি, গৰু, গাহৰি আদি জন্তু কাপোৰ আৰু আন সুবিধাজনক বস্তু অধিক পৰিমাণে ব্যৱহাৰ কৰা হৈছিল। ৰাজকীয় আদান-প্ৰদান বা চুক্তি পালনৰ ক্ষেত্ৰতো সোণ-ৰূপৰ উপৰি, হাতী, ঘোঁৰা, মূল্যবান কাপোৰ, বাচন-বৰ্তন আদিৰ ব্যৱহাৰ কৰা হৈছিল। ভাস্কৰ বৰ্মনে সম্ৰাট হৰ্ষ বৰ্দ্ধনলৈ অন্যান্য উপহাৰৰ লগতে বহু পৰিমাণৰ ক'লা আৰু বগা কড়ি পঠোৱাৰ উল্লেখৰ লগতে হৰ্জৰ বৰ্মাৰ তেজপুৰ শিলালিপিত কড়িৰ উল্লেখ এই প্ৰসঙ্গত মন কৰিবলগীয়া। 'গুৰু চৰিত কথা'ৰ কিছুমান বৰ্ণনাৰ পৰা পৰৱৰ্তী কালতো কড়িৰ ব্যৱহাৰ থকাৰ কথা জনা যায়। নাৰায়ণ দাস আতাই শঙ্কৰদেৱক টকা ভঙাই কড়ি দিয়া, "দুই চাৰি কৰাৰ পাণ", চাৰি পোণ কড়িৰে এখন কাপোৰ কিনা আদি কড়িৰ ব্যৱহাৰৰ দৃষ্টান্ত। আহোম ৰাজ্য আৰু কোচ ৰাজ্যত সোণ-ৰূপৰ টুকুৰা মুদ্ৰা হিচাপে ক্ষেত্ৰ বিশেষে ব্যৱহাৰ হৈছিল বুলি অনুমান কৰিব পাৰি। আহোম ৰজাই কোচ

ৰজাক বছৰি "এক লাখ ৰূপ" কৰ হিচাপে দিবলৈ সম্মতি প্ৰকাশ কৰি চিলাৰায়ৰ সৈতে সন্ধি *কৰা চুহংমুং দিহিঙীয়া ৰজাক কছাৰী ৰজাৰ মানুহে "টোপোলা বন্ধা ৰূপ ২০০০, ঘোঁৰা ৪টা"* দি মিত্ৰতা কৰাৰ লগতে বছৰি এইদৰে কৰ দিবলৈ সম্মত হোৱা নৰনাৰায়ণে ৰজা হোৱাৰ পিছত কোচ ৰাজ্যৰ ওপৰত আহোম ৰাজ্যৰ অধীনতা গুচাবলৈ তেওঁৰ ভাতৃ তথা সেনাপতি চিলাৰায়ে শঙ্কৰদেৱৰ পৰামৰ্শক্ৰমে "বেপাৰ কৰিবৰ চলে বুকু কাযিক পঠাই তিনিলাখ ৰূপ, দহ হাজাৰ সোণা দি পাত্ৰ মন্ত্ৰীক বৰাব দিলে" আদিৰ দৰে বুৰঞ্জীত থকা উল্লেখসমূহ ভালদৰে পৰ্যালোচনা কৰিলে বুজিব পাৰি এইবোৰত ব্যৱহাৰ হোৱা 'সোণা' আৰু 'ৰূপা' কোনো ওজনৰ টুকুৰাহে আছিল। একেদৰে মাধৱদেৱে শ্ৰীৰাম আতাৰে সৈতে সোণৰ টকাৰে পঢ়ি কিনিবলৈ যোৱাৰ যি উল্লেখ "গুৰুচৰিত কথা"ত আছে সিও সোণৰ টুকুৰা বুলিয়ে অনুমান কৰিব পাৰি। সোণৰ কোনো মুদ্ৰা বা টকা প্ৰচলন অসমৰ কোনো ৰজাই কৰিছিল বুলি ক'তো পোৱা নাযায়।

মুদ্ৰাৰ প্ৰচলন অতি সীমিত থকাৰ পৰা বুজিব পাৰি যে বাণিজ্যৰ বিকাশ বিস্তৃত ৰূপত হোৱা নাছিল। কেন্দ্ৰীয় ৰাজশক্তিৰ অভাব, বাণিজ্যৰ পৃষ্ঠপোষকতা সম্পৰ্কে ৰাজশক্তিৰ অমনোযোগিতা, কৃষি-শিল্প আদিৰ ক্ষেত্ৰত ৰাজ্যবোৰৰ বিভিন্ন অংশত সমবিকাশ নোহোৱা অৱস্থা আদি কাৰণবোৰ এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। এতিয়াৰ দৰে তেতিয়াও সৰু সৰু ৰাজ্যত বিভক্ত অঞ্চলটোত বিভিন্ন জনগোষ্ঠী বাস কৰিছিল আৰু সিবিলাকৰ সামাজিক সাংস্কৃতিক-ৰাজনৈতিক আৰ্থিক বিকাশ বিভিন্ন পৰ্যায়ত আছিল। জনজাতীয় স্তৰৰ বিকাশ পাৰ হৈ কিছুমাণে সম্পূৰ্ণ জনজাতীয় স্তৰৰ জীৱন প্ৰণালীৰে বাস কৰিছিল। সম্পূৰ্ণ জনজাতীয় স্তৰৰ জীৱন প্ৰণালীৰে সমাজ বাহিৰৰ অন্য জনগোষ্ঠীৰ সমাজৰ পৰা বিচ্ছিন্ন হৈ থাকে আৰু তাত পণ্য উৎপাদন আৰু বিনিময় নহয়। সম্পূৰ্ণ জনজাতীয় সমাজত বস্তুৰ উৎপাদন সমূহীয়া পদ্ধতিৰে হয় আৰু বিনিময় নোহোৱাকৈ বস্তুৰ বিতৰণ হয়। গতিকে এনে সমাজত বাণিজ্যৰ বিকাশ হোৱাৰ কোনো সুযোগ নাথাকে। এনে সমাজত ৰাজতন্ত্ৰ বিকাশ হোৱাৰ পিছত বা অন্য প্ৰকাশেৰে শ্ৰেণী সমাজ প্ৰতিষ্ঠা হ'লে বাণিজ্যৰ বিকাশ আৰম্ভ হয়। আলোচ্য কালত শ্ৰেণীসমাজ নথকা জনজাতীয় সমাজৰ জনগোষ্ঠী অসমত বসবাস কৰিছিল আৰু বাণিজ্যৰ বিকাশ ঘাইকৈ শ্ৰেণীসমাজ থকা জনগোষ্ঠীসমূহৰ মাজতে সীমিত আছিল। তাৰ উপৰি শ্ৰেণীসমাজতো স্বয়ংসম্পূৰ্ণ গ্ৰাম্য অৰ্থব্যৱস্থাৰ বিকাশে ইয়াক মন্থৰ কৰিছিল।OO

# কামৰূপী প্ৰাকৃত আৰু ইয়াৰ বিকাশৰ কাল

## যতীন গোস্বামী

আগকথাঃ পৃথিবীৰ যিবোৰ বৃহত্তম ভাষা সেইবোৰে বিভিন্ন ভাষা-গোষ্ঠীৰ পৰা উদ্ভৱ হোৱা। সেই ভাষা-গোষ্ঠীসমূহৰ ভিতৰৰে আন এটা হ'ল ভাৰত-ইউৰোপীয় (ইন্দো-ইউৰোপীয়ান) ভাষা-গোষ্ঠী। ইন্দো-ইউৰোপীয় ভাষা-গোষ্ঠীৰ উৎপত্তি স্থান মধ্য এছিয়া বুলি বহুজন পণ্ডিতে নিৰ্ণয় কৰিছে। ইয়াৰ কাৰণ বিশ্লেষণ কৰি কোৱা হৈছে যে ইন্দো-ইউৰোপীয় ভাষাৰ লগত মধ্য এছিয়াত প্ৰচলিত হিব্ৰাইট ভাষাৰ লগত ইয়াৰ মিল আছে। খৃঃ পূঃ ১৫০০ মান বছৰ আগতে হিব্ৰাইট ভাষা কোৱা মধ্য এছিয়াৰ লোকসকলৰ এটা অংশ প্ৰব্ৰজন কৰি পশ্চিম আৰু উত্তৰ-পশ্চিম দিশলৈ ভাগ ভাগ হৈ যায়। পশ্চিমৰ দিশলৈ যোৱাসকলে বৰ্তমানৰ ভূগোলৰ গ্ৰীচ, ইটালী, পোলেণ্ড, ৰুছিয়া আদি অঞ্চললৈ আৰু উত্তৰ-পূব দিশলৈ যোৱাসকলে বৰ্তমান ভূগোলৰ ইৰাণ অঞ্চলৰ মেচোপটেমিয়াত খৃঃপূঃ আঢ়ৈ হাজাৰ বছৰমানত বসতি কৰিবলৈ লয় বুলিও কোৱা হৈছে। এই দুটা ভাগত প্ৰব্ৰজনকাৰীসকলৰ উত্তৰ ফালৰ ভাগটোৱে-- অৰ্থাৎ মেচোপটেমিয়ামুখী হোৱাসকলে এটা সময়ত বৰ্তমানৰ ভাৰতবৰ্ষলৈ গতি কৰি বসবাস কৰিবলৈ ল'লে বুলি কোৱা হৈছে। আৰু কোৱা হৈছে যে ইৰাণত থকা সময়তে এই দলটো আৰ্য বুলি জনাজাত আছিল আৰু সেই কাৰণেই এইসকল লোকক হেনো আখ্যা দিয়া হৈছিল ইন্দো-ইৰাণীয় ভাষা-গোষ্ঠী বুলি।

ইন্দো-ইৰাণীয় ভাষা-গোষ্ঠীক আকৌ কেল্‌টিক, জাৰ্মানিক, ইটালিক, আৰ্মেনিয়ান, এলবেনিয়ান, গ্ৰীক, তোখাৰিয়ান আৰু বাল্‌টো-শ্লাবিক-- এই আঠোটা শাখাত বিভক্ত কৰি দেখুৱা হৈছে। ইন্দো-ইৰাণীয় ভাষীসকলৰ ভিতৰত আৰ্যসকলক অন্তৰ্ভুক্ত কৰি ইন্দো-ইউৰোপীয় ভাষা-গোষ্ঠীৰ আন এটা প্ৰধান গোষ্ঠী হিচাপে পণ্ডিতসকলে পৰিগণিত কৰিছে।

আৰ্য ভাষাৰ নিদৰ্শন দাঙি ধৰা হৈছে বৈদিক সংস্কৃত ভাষা; সেয়ে যদি হয় তেনেহ'লে বেদ ৰচনাৰ কাৰণে লোৱা সংস্কৃত ভাষা ইন্দো-ইৰাণীয় ভাষা-গোষ্ঠীৰ মানুহে কোৱা ভাষা হ'ব লাগিছিল আৰু বৈদিক সংস্কৃত ভাষাও মেচোপটেমিয়া (বৰ্তমানৰ ইৰাণ) অঞ্চলৰ মানুহৰ কথিত ভাষা হ'ব লাগিছিল। বেদসমূহ সংস্কৃত ভাষাতেই লিখা; ইয়াৰ আগতে পৃথিবীৰ ক'তো সংস্কৃত ভাষাত লিখা গ্ৰন্থ নাই। অৰ্থাৎ, ইন্দো-ইৰাণীয় ভাষাত মুখে মুখে সংস্কৃত চৰ্চিত হোৱাৰ প্ৰমাণো থাকিব লাগিছিল। সেইদৰে ইন্দো-ইৰাণীয় লোকে প্ৰব্ৰজন কৰা অন্যান্য অঞ্চলতো সংস্কৃত বা সংস্কৃতৰ নিচিনা ভাষাৰ প্ৰচলন থাকিব লাগিছিল।

ইন্দো-ইৰাণীয় শাখাটোৰ পৰা ইৰাণীয়, নৰ্দিক আৰু আৰ্য-- এই তিনিটা উপ-শাখাৰ মাজৰ আৰ্যভাষাটোৰহে নিদৰ্শন থাকিল মাথোন বৈদিক সংস্কৃতত। বৈদিক সংস্কৃতত ৰচিত আটাইতকৈ পুৰণি হ'ল ঋক্‌বেদ। বৈদিক সাহিত্যৰ তিনিটা স্তৰত (বেদ নাইবা সংহিতা, ব্ৰাহ্মণ আৰু উপনিষদ) ব্যৱহৃত সংস্কৃত ভাষা ক্ৰমে ক্ৰমে সৰলীকৃত হৈ গ'লেও মূলৰ কিন্তু হেৰফেৰ হোৱা নাই। প্ৰচলনৰ ক্ষেত্ৰত পাণিনিকে আৰম্ভ কৰি পিছত বৈয়াকৰণিকসকলে ইয়াৰ গাঁথনি আৰু ৰূপতাত্ত্বিক বিশ্লেষণ কৰি ব্যাকৰণ ৰচনা কৰি উলিয়াইছিল। তেনেহ'লে একে ভাষা-গোষ্ঠীৰ মাজত সংস্কৃত বা সংস্কৃত সংস্কৃত লগা ভাষাবোৰ ক'লৈ গ'ল? যিসকল পশ্চিমীয়া পণ্ডিতে বিভিন্ন ভাষা-গোষ্ঠীৰ কথা এনেদৰে ফঁহিয়াই দেখুৱাইছে সিসকলে কিন্তু

ভাৰতত প্ৰচলিত সংস্কৃত ভাষাৰ অবিকল গোন্ধ অন্য কোনো ইন্দো-ইৰাণীয় ভাষা-গোষ্ঠীত বিচাৰি পোৱা কথাও জনা নাযায়। এই দিশটোলৈ লক্ষ্য কৰি আৰ্যসকল ভাৰতৰ বাহিৰৰ পৰা প্ৰব্ৰজন কৰি অহা নাই বুলি আৰু আৰ্যভাষা সংস্কৃতো কোনো ভাষা-গোষ্ঠীৰ অন্তৰ্গত হ'ব নোৱাৰে বুলি বহুজনে দিয়া ব্যাখ্যা অতি গুৰুত্বপূৰ্ণ আৰু তাৎপৰ্যপূৰ্ণ।

বৈদিক সাহিত্য ৰচনাৰ কাল খৃঃপূঃ ১৫০০ৰ পৰা খৃঃপূঃ ৬০০ বুলি পণ্ডিতসকলে ঠাৱৰ কৰিছে আৰু আৰ্যভাষাক তিনিটা বিশেষ ভাগত ভাগ কৰিছেঃ (১) প্ৰাচীন ভাৰতীয় আৰ্যভাষা (Old Indo-Arean Language – চমুকৈ O.I.A; বেদ ৰচনাৰ কালৰ পৰা পাণিনিৰ অষ্টাধ্যায়ী ৰচনাৰ কাললৈকে), (২) মধ্য-ভাৰতীয় আৰ্য ভাষা (Middle Indo-Arean – চমুকৈ M.I.A.; আধুনিক ভাৰতীয় ভাষাসমূহৰ উদ্ভৱ হোৱা- অৰ্থাৎ, অপভ্ৰংশৰ কাললৈকে) আৰু (৩) নব্য-ভাৰতীয় আৰ্য ভাষা (Neo Indo-Arean Language-- চমুকৈ N.I.A; আধুনিক ভাৰতীয় ভাষাসমূহে গঢ় লৈ উঠাৰ পিছৰ সময়লৈকে)। কাল হিচাপে প্ৰাচীন ভাৰতীয় আৰ্যভাষাৰ কাল (অৰ্থাৎ বৈদিক সংস্কৃতৰ কাল খৃঃপূঃ ১৫০০ৰ পৰা খৃঃ পূঃ ৬০০ লৈকে), মধ্যভাৰতীয় আৰ্যভাষাৰ কাল (অৰ্থাৎ পালি, প্ৰাকৃত, অপভ্ৰংশসমূহৰ কাল) খৃঃপূঃ ৬০০-ৰ পৰা খৃষ্টীয় ১০ম শতিকালৈ, আৰু নব্য-ভাৰতীয় আৰ্যভাষাৰ কাল (প্ৰান্তীয় ভাষাসমূহ, যেনে– অসমীয়া, বঙলা, হিন্দী, উৰিয়া আদি ভাষাৰ কাল) খৃষ্টীয় ১০ম শতিকাৰ পৰা এতিয়াৰ কাললৈকে। আৰ্যভাষাক প্ৰকৃতপক্ষে বৈদিক আৰু সংস্কৃত– এই দুয়োৰে ভাগ কৰিও দেখুৱাই সংস্কৃতৰ পৰা প্ৰাকৃতৰ ৰূপ লোৱা আঞ্চলিক প্ৰাকৃতৰ কথা এনেদৰে দেখুৱাইছেঃ

**আৰ্যভাষা ঃ বৈদিক বা আদি সংস্কৃত**
**প্ৰাচীন ভাৰতীয় কথিত ভাষাসমূহ**

| দক্ষিণ | দক্ষিণ-পশ্চিম | পশ্চিম আৰু উত্তৰ পশ্চিম |
|---|---|---|
| মাৰাঠী | গুজৰাটী<br>ৰাজস্থানী | হিন্দকী (পূৰ্ব পাঞ্জাবী,<br>সিন্ধি, লহন্দী (পশ্চিম পাঞ্জাবী) |

| মধ্যদেশীয় | উত্তৰ পাহাৰী প্ৰাচ্য |
|---|---|
| পশ্চিমা হিন্দ<br>খৰবোলী, হিন্দুস্থানী<br>(হিন্দী, উৰ্দু, ব্ৰজবুলি;<br>কনৌজী, বুন্দেলী<br>বাংগৰু, হাৰিয়ানী) | কুমাৱলী<br>গাঢ়োৱালী<br>(নেপালী<br>আদি) |

| অৰ্দ্ধমাগধী | মাগধী | কামৰূপী |
|---|---|---|
| কৌশলী<br>(পূৰ্ব হিন্দী)<br>অবধী,<br>বাঘেলী | ভোজপুৰী<br>মৈথিলী,<br>উৰিয়া,<br>বঙলা | অসমীয়া<br>উত্তৰ বংগ,<br>পূৰ্ব-বংগ<br>(এতিয়াৰ |

| | |
|---|---|
| চম্তিহগৰী, | বাংলাদেশ)ৰ |
| হালাৰী | ভাষা আদি |

আৰ্য ভাষাৰ বিৱৰ্তন সম্পৰ্কীয় সিদ্ধান্তত প্ৰাচীন ভাৰতীয় আৰ্য ভাষা (O.I.A) আৰু নব্য ভাৰতীয় আৰ্য ভাষা (M.I.A) সম্পৰ্কত বেছি মতভেদ নাই। কিন্তু মধ্য ভাৰতীয় আৰ্য ভাষা (N.I.A) সম্পৰ্কে ঐক্যমত দেখা নাযায়। পাণিনিয়ে বৈদিক আৰ্য ভাষাক নিৰ্দিষ্ট বন্ধনৰ মাজলৈ নি সংস্কাৰ কৰিলে। ইয়াৰ ফলত অঞ্চলে অঞ্চলে প্ৰচলিত কথিত ভাষাসমূহবো মুক্ত বিচৰণ আৰম্ভ হ'ল আৰু সংস্কৃতে জনসাধাৰণক আকৰ্ষিত কৰিলে। সংস্কৃতৰ প্ৰতি এনে আকৰ্ষণ আছিল স্বাভাৱিক। এনে আকৰ্ষণৰ ফলতে অঞ্চলভেদে ভাষাসমূহৰ ৰূপবো পৰিৱৰ্তন ঘটিল-- যাৰ ফলত আঞ্চলিক ৰূপবোৰলৈ লক্ষ্য কৰি পণ্ডিতসকলে এই সময়ৰ ভাষাবোৰক প্ৰাকৃত ভাষা নামেৰে নামকৰণ কৰিছে। সম্ৰাট অশোকে বৌদ্ধ ধৰ্ম প্ৰচাৰৰ হেতুকে প্ৰাকৃতৰ পৰা ওলোৱা পালি ভাষাক একপ্ৰকাৰ ৰাষ্ট্ৰভাষাৰ (Lingfrank) নিচিনাকৈ ব্যৱহাৰ কৰাত প্ৰবৃত্ত হ'ল। প্ৰাচীন ভাষাৰ বিশ্লেষকসকলে কৰা বিচাৰ অনুসৰি পালিৰ উপৰিও ভাৰতৰ বিভিন্ন অঞ্চলত গঢ় লৈ উঠা প্ৰাকৃতসমূহ আছিল মহাৰাষ্ট্ৰীয় সৌৰসেনী, অৰ্ধমাগধী আৰু মাগধী। এই তালিকাত প্ৰাচ্য প্ৰাকৃত নাম পোৱা প্ৰাকৃতৰ উল্লেখ তেওঁলোকে কৰি থোৱা নাই। ভৰত মুণিয়েও উল্লেখ কৰি যোৱা সৌৰসেনী, মাগধী, অৰ্ধমাগধী, দাক্ষিণাত্য, বালহিকী, অৱন্তী আৰু প্ৰাচ্যা বুলি তালিকাত থকা প্ৰাচ্য প্ৰাকৃতৰ অন্তৰ্গত কৰা কামৰূপী প্ৰাকৃতৰ নাম বাদ দি কেৱল মাগধী আৰু অৰ্ধমাগধীক সুকীয়াকৈ দেখুওৱা হৈছে। এই সন্দৰ্ভত ডঃ দেবেন্দ্ৰ চন্দ্ৰ দাসে 'প্ৰাচ্য প্ৰাকৃত আৰু কামৰূপী অপভ্ৰংশ' শিতানত লিখা প্ৰবন্ধৰ অংশ বিশেষৰ উদ্ধৃতি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঃ

'আমাৰ পৰম্পৰাগতভাৱে প্ৰচলিত হৈ অহা প্ৰাকৃতসমূহৰ তালিকাতকৈ ভৰতমুণিৰ উল্লিখিত প্ৰাকৃতৰ তালিকাত বহুখিনি প্ৰভেদ দেখা যায়। বিশেষকৈ ভাৰতৰ পূৰ্বাঞ্চলত প্ৰচলিত ভাষাসমূহৰ লগত অতদিনে গণ্য কৰি অহা মাগধী প্ৰাকৃত আৰু ভৰতমুণিৰ উল্লিখিত প্ৰাচ্যা প্ৰাকৃতৰ মাজত এটা সুস্পষ্ট প্ৰভেদ পৰিলক্ষিত হয়।

মাগধী প্ৰাকৃত মগধ অঞ্চলৰ ভাষা। বৰ্তমান বিহাৰ প্ৰদেশৰ ৰাজধানী পাটনাৰ পৰা পূবে দ্বাৰভাঙ্গা, কাটিহাৰ পৰ্যন্ত অঞ্চলত প্ৰচলিত মধ্যযুগীয় ভাষা মাগধী ভাষাক মাগধী প্ৰাকৃত বোলা হৈছিল। এই প্ৰাকৃতৰ পৰা মৈথিলী, মগধী আদি অপভ্ৰংশ উদ্ভৱ হয়। উমাপতি, বিদ্যাপতি আদি মধ্যযুগীয় কবিসকলে এই ভাষাত সুললিত গীত, পদ, নাট আদি ৰচনা কৰিছিল। সেই সময়ত কামৰূপ ৰাজ্যৰ সীমা কৰতোৱা নদী পৰ্যন্ত বিস্তৃত আছিল বুলি ইতিহাসে প্ৰমাণ দিয়ে। অৰ্থাৎ, বৰ্তমান কাটিহাৰৰ পৰা পূবফালে অসম পৰ্যন্ত ভৰত মুণিয়ে উল্লেখ কৰা প্ৰাচ্যা প্ৰাকৃতৰ প্ৰচলন আছিল বুলি আমি খাটাং সিদ্ধান্তত উপনীত হ'ব পাৰো। এই প্ৰাচ্যা প্ৰাকৃতৰ কামৰূপী অপভ্ৰংশ নামৰ শেহতীয়া ৰূপ নিশ্চয় আছিল– যিটোৰ প্ৰাচীন সাহিত্যৰ নিদৰ্শন লুইপাদ আদি সিদ্ধসকলৰ চৰ্যাসমূহত পোৱা যায়। এই কামৰূপী অপভ্ৰংশৰ পৰা উত্তৰ বংগ, কামৰূপ– অৰ্থাৎ বৰ্তমানৰ অসমীয়া ভাষা উদ্ভৱ হয় বুলি ঠিৰাং কৰিব পাৰি।'

কামৰূপী প্ৰাকৃতৰ স্থিতি আৰু ইয়াৰ প্ৰচলনৰ সীমাৰ নিৰ্দ্ধাৰণ বেণী মাধৱ বৰুৱা, ডিম্বেশ্বৰ নেওগ, ডঃ উপেন্দ্ৰ নাথ গোস্বামী, বিশ্বেশ্বৰ হাজৰিকা প্ৰমুখ্যে কেইবাগৰাকীও

গৱেষকে দাঙি ধৰিছে। এতিয়ালৈকে গৱেষকসকলে নিৰ্ণয় কৰা প্ৰাকৃতবোৰৰ স্তৰ নিৰ্ণয়ৰ কামো সহজ নহয়। কিয়নো বৈদিক সংস্কৃত পাণিনি আদিৰ দ্বাৰা সৰলীকৃত হোৱাৰ পিছত লৌকিক ভাষা (কথ্য ভাষা)বোৰৰ লগত সংমিশ্ৰণ হৈ সংস্কৃত ভাষাই আঞ্চলিক ৰূপত সৰল হৈ গৈ প্ৰাকৃতৰ ৰূপ ধাৰণ কৰাত ভিন ভিন অঞ্চললৈ আৰ্যসকলৰ প্ৰব্ৰজনে সহায় কৰিছিল। বিকাশৰ ক্ষেত্ৰত বিভিন্ন স্তৰত সংস্কৃতৰ পৰা প্ৰাকৃতেও বিকাশ লাভ কৰিলে আৰু ৫ম-৬ষ্ঠ শতিকাৰ পৰাই প্ৰাকৃতে নতুন নতুন ৰূপ লৈ ১০ম-১১শ শতিকালৈকে এটা স্তৰত উপনীত হ'ল। ভাষাতাত্বিকসকলৰ মতে এই স্তৰটো প্ৰাকৃত ভাষাত তৃতীয় আৰু শেষ স্তৰ। প্ৰাকৃতৰ শেষৰ স্তৰটোৰ অপভ্ৰংশ বুলি কয় যদিও অপভ্ৰংশৰ প্ৰকৃত কাল নিৰ্ণয় সম্ভৱ হৈ উঠা নাই। এই ক্ষেত্ৰত কামৰূপী প্ৰাকৃতে গঢ় লৈ কোনটো স্তৰত বিকাশ লাভ কৰিলে সেই কথাৰো স্থিৰ সিদ্ধান্ত হ'বলৈ বাকী আছে। প্ৰাচীন কামৰূপলৈ আৰ্যসকলৰ আগমনৰ (প্ৰব্ৰজন) কাল খৃষ্টীয় ৫ম শতিকা বুলি দিয়া মত মানি ল'লেও প্ৰকৃতপক্ষে ৰামায়ণ আৰু মহাভাৰতৰ কালৰ পৰাই (ক্ৰমে খৃষ্টপূৰ্ব ৪ৰ্থ শতিকাৰ পৰা ৪ৰ্থ শতিকা আৰু খৃঃপূঃ ৩য় শতিকাৰ পক্ষ খৃষ্টীয় ২য় শতিকা) প্ৰাগজ্যোতিষৰ লগত যোগাযোগৰ কথা অনুমান কৰা যায়। খৃঃ পূঃ ৬ষ্ঠ শতিকামানৰ পৰাই বৈদিক সংস্কৃতৰ পৰিৱৰ্তন আৰম্ভ হয় আৰু সংস্কৃতৰ ৰূপ ধাৰণ কৰে বুলি কোৱা হৈছে। সংস্কৃতৰ পৰা প্ৰাকৃতসমূহে ৰূপ ধাৰণ কৰিবলৈ লয় বুলি পোৱা সিদ্ধান্ত অনুসৰি কামৰূপী প্ৰাকৃতে গঢ় লোৱা কালৰ আৰম্ভ ৬ষ্ঠ শতিকাৰো আগৰ বুলি ধাৰণা কৰিব পাৰি। সেই হিচাপে কামৰূপী প্ৰাকৃতে গঢ় ল'বলৈ ধৰা সময় বুলি অন্ততঃ ৬ষ্ঠ শতিকাকে স্থিৰ কৰি ল'লেও ভুল কৰা নহ'ব।○○

# অসম আৰু অৰুণাচলৰ সাংস্কৃতিক সমন্বয়

## ৰাম গোস্বামী

অসমৰ সংস্কৃতি হৈছে সমন্বয়ত গঢ়ি উঠা এটা উমৈহতীয়া সম্পদ। ক'বলৈ গ'লে, এই সম্পদত ওচৰ-চুবুৰীয়া সকলোবোৰ নৃগোষ্ঠীৰ অৰদান আছে। অনেক বিষয়ত মিল থকা বাবে এই প্ৰক্ৰিয়াটোৰ লগত সকলোবোৰ জনসমষ্টিৰ মাজত এক সংমিশ্ৰণ আৰু সাংস্কৃতিক আদান-প্ৰদান সূচল হৈ পৰিছে। ভৌগোলিক সীমাবদ্ধতা অতিক্ৰম কৰিও, ৰাজনৈতিক বাধা থকা সত্বেও ঐতিহাসিক দিশৰ পৰা এই সাংস্কৃতিক সমন্বয় অবিচ্ছিন্নভাৱে অক্ষুণ্ণ আছে। নৃতত্ত্ববিদসকলে কৈছে যে অসমীয়া জাতি গঠনত প্ৰাক্ দ্ৰাবিড়, মংগোলীয়, আৰ্য আদি জাতি-প্ৰজাতিৰ অৰদান উল্লেখযোগ্য। অসমীয়া ভাষা চহকী হৈছে মন্‌খেমৰ তিব্বত-বৰ্মীয় আৰ্য আদি ভাষাৰ সংমিশ্ৰণত। অসমৰ পাহাৰ-ভৈয়াম আৰু সীমান্তবৰ্তী জনগোষ্ঠীসমূহৰ কলাসংস্কৃতি বাদ দি অসমীয়া সংস্কৃতিৰ বৈশিষ্ট্য উপলব্ধি কৰা সহজ নহয়। আমাৰ জনশ্ৰুতি, আচাৰ-ব্যৱহাৰ, গীত-মাত, সামাজিক নিয়ম-পদ্ধতি, ভাষা-সাহিত্য আদি সকলোতে জনজাতীয় নিদৰ্শন কম-বেছি পৰিমাণে সোমাই আছে। সেয়েহে অসমৰ সংস্কৃতি এক সহযোগী প্ৰচেষ্টাত গঢ় লৈ উঠা পুৰণি সম্পদ। অসমীয়া মনৰ উদাৰতাৰ মাজেদি সংস্কৃতিৰ ক্ষেত্ৰখন গঢ়ি উঠিছে। হয়, পুৰণি আৰু নতুন চিন্তা-চৰ্চাৰ মাজত আমাৰ মতবিৰোধ হোৱা আমি কেতিয়াবা লক্ষ্য কৰো। ভাষাবিবাদে আমাক বিব্ৰত কৰে। ৰাজনৈতিক চল-চক্ৰান্তত আমাৰ মাজত মতান্তৰ হয়। সীমাৰ প্ৰশ্নত আমাৰ মাজত ভুল বুজাবুজিৰ সূচনা হয়। কিন্তু সেইবুলি, অনাদি কালৰ পৰা চলি অহা আমাৰ বিভিন্ন জাতি-গোষ্ঠীৰ মাজত সমন্বয়ৰ এনাজৰীডাল ছিঙি যোৱা নাই। সংস্কৃতিৰ চিত্ৰ-বিচিত্ৰ ক্ষেত্ৰখন বৰ্ণাঢ্য হৈ আছে। নতুন পুৰুষক পুৰণি ঐতিহ্যৰ বিষয়ে 'সজাগ কৰা প্ৰয়োজন' হৈছে। প্ৰয়োজন হৈছে এক সম্মিলিত সজ প্ৰচেষ্টাৰে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চল গোটটোক সংস্কৃতিগত উৎকৰ্ষ সাধন কৰাত।

উদাহৰণ স্বৰূপে অসমৰ প্ৰতিবেশী ৰাজ্য অৰুণাচলৰ কথাকে কওঁ। 'অৰুণাচল প্ৰদেশ' নামটো ভাৰতৰ ৰাজনৈতিক মানচিত্ৰত নতুনকৈ সোমোৱা নাম। আগতে এই বৃহৎ অঞ্চলটোক ইংৰাজসকলে 'নৰ্থ-ইষ্ট ফ্ৰন্টিয়াৰ এজেন্সি' বুলিছিল। কেন্দ্ৰীয় চৰকাৰৰ প্ৰত্যক্ষ শাসনত চলিলেও সাংবিধানিক কাৰণত ই অসমৰ ভিতৰতে আছিল। চমুকৈ অঞ্চলটোক 'নেফা' (NEFA) বুলিহে জনাজাত হৈছিল। অবিভক্ত ভাৰতবৰ্ষৰ নৰ্থ-বেষ্ট ফ্ৰন্টিয়াৰ এজেন্সিৰ লেখীয়াকৈ বৃটিছ চৰকাৰে নৰ্থইষ্ট ফ্ৰন্ট্ৰিয়াৰ এজেন্সি সৃষ্টি কৰিছিল। অৱশ্যে এই দুই এজেন্সিৰ কোনো বিষয়তে মিল নাছিল। হেজাৰ মাইলতকৈ বহুত নিলগত অৱস্থিত দুয়োখন এজেন্সিৰ ভাষা, কলা-সংস্কৃতি, নৃ-তাত্বিক পৰিচয় আদি সকলো পৃথক আছিল। উত্তৰ-পৰ্বাঞ্চল আছিল দুৰ্গম দেশ। তিব্বত আৰু হিমালয় পৰ্বতৰাজি ভেদ কৰি বিদেশী শক্তি ইয়াত সহজে প্ৰৱেশ কৰিব নোৱাৰিছিল। যিসকল জনগোষ্ঠীয়ে উত্তৰ-পূৰ্বাঞ্চলত বসতি কৰিছিল তেওঁলোকৰ মাজতো আহ-যাহ, আদান-প্ৰদান নাছিল। উচ্চ পৰ্বতৰাজি, জলাধাৰ আদিয়ে তেওঁলোকৰ মাজত সম্পৰ্ক গঢ়ি উঠাত অসুবিধাৰ সূচনা কৰিছিল। তেওঁলোকৰ

মাজত সঘনাই কন্দল হৈ বিবাদৰ সৃষ্টি হৈছিল। ব্ৰহ্মপুত্ৰ নদী অসমত সোমাইছে অঞ্চলটোৰ দক্ষিণ-পূব কোণৰ পৰা প্ৰবাহিত হৈ।

ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পাছৰ পৰাহে উত্তৰ-পূৰ্বাঞ্চলৰ বিষয়ে ভাৰতৰ আন ঠাইৰ মানুহে প্ৰকৃত পৰিচয় জানিব পাৰিলে। ইয়াত বসবাস কৰা বিভিন্ন জনগোষ্ঠীসমূহৰ জীৱনধাৰা, সাংস্কৃতিক ঐতিহ্য আদিয়ে ভাৰতবাসীক আকৃষ্ট কৰিলে। ১৯৫৬ চনত ড° ভেৰিয়াৰ এলুইনৰ যত্নৰ ফলত নেফা প্ৰশাসনত গৱেষণা বিভাগ স্থাপন হ'ল আৰু তেওঁৰ পৰা অঞ্চলটোৰ ওপৰত বৈজ্ঞানিক অনুসন্ধান আৰম্ভ হ'ল। বিভাগটোৰ যোগেদি বহুতো মূল্যবান গৱেষণা গ্ৰন্থ প্ৰকাশ পালে। ড° এলুইন নিজেই আছিল এগৰাকী সুপ্ৰসিদ্ধ নৃতত্ত্ববিদ। তেওঁ ভালেকেইখন গ্ৰন্থ প্ৰণয়ন কৰি বহুতো নজনা কথাৰ সন্ভেদ দিলে। হিমালয়ৰ সুদূৰ পূৰ্বভাগত অৱস্থিত এই দুৰ্গম নেফা পাছত অৰুণাচল প্ৰদেশৰূপে ভাৰতৰ মেপত চিহ্নিত হ'ল। ইয়াৰ ভূখণ্ডত থকা খনিজাত দ্ৰব্য, বনসম্পদ, বনৰীয়া জীৱ-জন্তু আদিৰ লগত বিধে বিধে সাংস্কৃতি সম্পদেৰে অৰুণাচল আজি সুবিখ্যাত। ইয়াত বসবাস কৰা লোকসকলৰ নিজা সমস্যাও আছে। চীন অধিকৃত তিব্বতৰ কাষেদি যি সীমাৰেখা গৈছে সেই সীমাৰেখাই অৰুণাচল প্ৰদেশক উত্তৰাঞ্চলত অৱস্থিতি নিৰ্ণয় কৰিছে। এই সীমাৰেখা হৈছে ১০৩০ কিলোমিটাৰ। ইয়াক মেক্‌মোহন লাইন বোলা হৈছে আৰু ইয়াৰ স্থিতি লৈ ভাৰত আৰু চীনৰ বিবাদ এতিয়াও বৰ্তি আছে। ১৯৬২ চনৰ ভাৰত-চীনৰ যুদ্ধৰ পাছৰে পৰা অৰুণাচলৰ গুৰুত্ব ভাৰতবৰ্ষৰ বাবে সাৰ্বভৌমতাৰ প্ৰশ্ন হৈ পৰিল।

ক'ব পাৰি, অৰুণাচলৰ প্ৰাচীন ঐতিহ্যৰ লগত ভাৰতীয় ঐতিহ্যৰ এটা সনাপোটকা সম্বন্ধ পাব পাৰি--- বেদ, পুৰাণ আৰু ৰামায়ণ, মহাভাৰত প্ৰভৃতি হিন্দু শাস্ত্ৰবোৰত। পণ্ডিতসকলে কৈছে যে হিমালয়ৰ পাদ দেশত অৱস্থিত পাহাৰীয়া জনগোষ্ঠীসকল প্ৰকৃততে কিৰাট। মহাভাৰত আৰু পুৰাণত এই কিৰাটসকলৰ উল্লেখ পোৱা যায়। মহাভাৰতত এই কিৰাটসকলক উত্তৰ আৰু পূব অঞ্চলৰ বাসিন্দা বুলি কোৱা হৈছে। তেওঁলোকে বসবাস কৰা পৰ্বতীয়া অঞ্চলক তিনি ভাগত বিভক্ত কৰা হৈছে। যথা-- অন্তগিৰি, বহিগিৰি আৰু ওপৰগিৰি। এই অঞ্চলখিনি হিমালয়ৰ নামনিত অৱস্থিতি। প্ৰাগ্‌জ্যোতিষৰ ৰজা ভগদত্তৰ সীমা কিৰাট অঞ্চলৰ কাষেদি নিৰ্ধাৰিত হৈছিল। ড° সুনীতি কুমাৰ চটোপাধ্যায়ৰ মতে কিৰাটসকল মহাভাৰতীয় সময়ৰো আগৰ জনগোষ্ঠী। ড° চট্টোপাধ্যায় ৰচি 'কিৰাট জনকৃতি' (Kirata-Jana-Kriti) নামৰ গ্ৰন্থখনত উল্লেখ আছে যে যৰ্জুবেদৰ দিনৰ পৰা কিৰাটসকলৰ নাম জনা যায়। উত্তৰ-পূব ভাৰতৰ হিমালয় পৰ্বতৰাজিৰ পাহাৰীয়া অঞ্চলত এওঁলোকৰ বাসস্থান। কিৰাটৰ ভূমিভাগৰ মাজেদি বৈ অহা ডাঙৰ নদীখনক মহাভাৰতত লোহিত্য বোলা হৈছে। ব্ৰহ্মপুত্ৰ নামটো সম্ভৱ প্ৰথমতে কালিকাপুৰাণতে উল্লেখ কৰা হয়। লোহিত, ডিবং আৰু চিয়াং অঞ্চলৰ জলাধাৰ মিলিত হৈ লোহিত্য নাম লৈ অসমত ব্ৰহ্মপুত্ৰ হৈছে। ভীষ্মক নগৰৰ ধ্বংসাৱশেষ উদ্‌ঘাটন কাৰ্যত পৌৰাণিক ৰজা ভীষ্মকৰ ৰাজ্যখনৰ বহুতো উপাদেয় তথ্য পোহৰলৈ আহিছে। লোহিত জিলাত এই ভীষ্মক নগৰ আছিল বুলি কোৱা হৈছে। আনহাতে, চিয়াং জিলাৰ নামনিত আৱিষ্কৃত মালিনীথান বহুতো জনশ্ৰুতিৰ লগত জড়িত হৈ আছে। কামেং জিলাৰ ভালুকপুং পৌৰাণিক ৰজা ভালুকৰ লগত ঘনিষ্ঠভাৱে আৱদ্ধ হৈছে। এওঁ ৰজা বানৰ নাতি বুলি জনা যায়। যোগিনী তন্ত্ৰত উল্লেখিত তাম্ৰেশ্বৰীপীঠ অৰুণাচলৰ লোহিত জিলাতে অৱস্থিত। ইয়াক কেন্দ্ৰ কৰি ৰজনীকান্ত বৰদলৈয়ে অসমীয়া বুৰঞ্জীমূলক

উপন্যাস 'তাম্ৰেশ্বৰীৰ মন্দিৰ' (১৯৩৬) ৰচনা কৰিছিল। নৰ বলিৰ ঠাই শদিয়াৰ কেঁচাইখাতী গোসাঁনীৰ দ'লক কেন্দ্ৰ কৰি এই উপন্যাসন ৰচিত হৈছে। বৰদলৈৰ শ্ৰেষ্ঠ উপন্যাস মিৰিজীয়ৰীৰ পটভূমি সোৱণশিৰি উপত্যকাৰ মিৰিসকলৰ এটা প্ৰেমৰ কাহিনী। প্ৰাচীন ধ্বংসাৱশেষ খনন কাৰ্যত বহুতো সমল ওলাইছে। যিবোৰে অৰুণাচলৰ লগত অতীজৰে পৰা অসমৰ সাংস্কৃতিক সম্বন্ধ প্ৰমাণ কৰিছে। ড° পি চি চৌধুৰীৰ মতে ৰজা ভীষ্মক সম্ভৱ কলিতা ৰাজ্যৰ ৰজা আছিল। (১৫ শতিকাৰ শেষ ভাগৰ ৰাজ্য) ড° বাণীকান্ত কাকতি ৰচিত 'Mother' Goddess Kamakhya' ভোটৰাজ্যৰ পূবফালে, শদিয়া উত্তৰাঞ্চলত সমতল ভূমিলৈকে আগুৰি থকা বৃহৎ অঞ্চলটো ক্ষমতাশালী কলিতাজাতিৰ বা কুলটাসকলৰ দখলত আছিল। এওঁলোকে উন্নতি আৰু সভ্যতাৰ গৌৰৱ বহন কৰিছিল। অৱশ্যে কলিতা ৰাজ্য প্ৰকৃততে ক'ত আছিল তেওঁলোক কোন জনগোষ্ঠীৰ অন্তৰ্ভুক্ত তাক সঠিক কৈ মীমাংসা হোৱা নাই। ড° কাকতিয়ে তাম্ৰেশ্বৰী মন্দিৰৰ লগত জড়িত এটা উপাখ্যান উল্লেখ কৰি কৈছে যে মঙ্গোলয়ড জনগোষ্ঠী চুতিয়াসকলে ১৩ শতিকাত শদিয়াত শাসন কৰিছিল। তাম্ৰেশ্বৰী দেৱীৰ বিগ্ৰহ তেওঁলোকে প্ৰতিষ্ঠা কৰি পূজা-পাতলৰ ব্যৱস্থা কৰিছিল। বছৰি ইয়াত নৰবলি হৈছিল। এই প্ৰথা আহোম স্বৰ্গদেউ গৌৰীনাথ সিংহই বন্ধ কৰে। পণ্ডিতসকলৰ ধাৰণা যে অসমৰ শক্তি পূজাৰ প্ৰভাৱ উত্তৰ-পূৰ্বাঞ্চলত বিস্তাৰিত হৈছিল। শিৱ-শক্তিৰ দ্বৈত প্ৰভাৱ জনগোষ্ঠীসমূহৰ মাজত বিশেষভাৱে দেখিবলৈ পোৱা গৈছিল। ইন্দো-মঙ্গোলয়ড প্ৰজাতিসমূহে তান্ত্ৰিক পদ্ধতি গ্ৰহণ কৰা উদাহৰণ অৰুণাচলৰ প্ৰাচীন ইতিহাসত পোৱা যায়। তাম্ৰেশ্বৰীৰ ধ্বংসাৱশেষ এই বিষয়ত উজ্জ্বল দৃষ্টান্ত। লোহিত নদীৰ নামনিত অৱস্থিত ব্ৰহ্মকুণ্ড হৈছে আন এটা দৃষ্টান্ত যিটোৱে পৌৰাণিক যোগাযোগ সাব্যস্ত কৰে। পৰশুৰামে তেওঁৰ কুঠাৰেৰে পাহাৰ খণ্ড কাটি লোহিত নৈৰ ধাৰা এই ব্ৰহ্মকুণ্ডলৈ প্ৰবাহিত কৰিছিল। এই কুণ্ড হিন্দুসকলৰ পবিত্ৰ স্থান। ভাৰতৰ বিভিন্ন ঠাইৰ পৰা ইয়াত স্নান কৰিবলৈ তীৰ্থযাত্ৰী আহে। ব্ৰহ্মকুণ্ডৰ কাষতে পৰশুৰামকুণ্ড। কালিকাপুৰাণত পৰশুৰামৰ মাতৃহত্যা আৰু সেই মহাপাপ খণ্ডনৰ বাবে সকলো তীৰ্থস্থান ভ্ৰমি শেষত ব্ৰহ্মকুণ্ডলৈ অহা বিৱৰণ লিপিবদ্ধ হৈছে। এনেধৰণৰ অনেক উদাহৰণ আছে যিবোৰে অৰুণাচলৰ প্ৰাচীন ঐতিহ্যৰ লগত অসম তথা ভাৰতৰ সাংস্কৃতিক পৰম্পৰাৰ এখন সুন্দৰ আৰু বিশ্বাসযোগ্য চিত্ৰ দাঙি ধৰে। এইবোৰ ক্ষেত্ৰৰ ওপৰত গভীৰভাৱে অধ্যয়ন আৰু গৱেষণা হোৱা দৰকাৰ।

অৰুণাচল প্ৰদেশ এখন সৌন্দৰ্যৰে ভৰপূৰ পৰ্বতীয়া দেশ। ৮৩,৫৭৮ বৰ্গ কিলোমিটাৰ (প্ৰায় ৮৪ হেজাৰ হেক্টৰ) জুৰি থকা ৰাজ্যখন ভাৰতৰ অন্যতম স্বীকৃত প্ৰদেশ। ইয়াত কামেং, সোৱণশিৰি, ছিয়াং, লোহিত আৰু টিৰাপ জিলা অন্তৰ্ভুক্ত। অৰুণাচল প্ৰদেশ প্ৰায় কুৰিটা বৃহৎ জনজাতি-গোষ্ঠীৰ বাসভূমি। প্ৰত্যেকটো গোষ্ঠীৰ ভিতৰত সৰু সৰু ফৈদ আছে। মন্‌পা, আপাটানি, নিচি, পৰ্বতীয়া মিৰি, তাগিন, আদি, গেলঙ, খামটি, চিংফৌ, নক্টে, ৱাঞ্চো, মিচিমি, শ্বেৰডুক্‌পেন আদি উল্লেখযোগ্য। বুৰঞ্জীৰ পাত লুটিয়াই চালে আমি এই জনগোষ্ঠীসমূহৰ বৈশিষ্ট্যপূৰ্ণ সাংস্কৃতিক সম্পদ দেখিবলৈ পাওঁ। ব্ৰহ্মপুত্ৰকে ধৰি বিভিন্ন নদ-নদীৰে অৰুণাচল আৰু অসমৰ মাজত এটা মধুৰ নদী সংস্কৃতিয়ে ৰূপ পাইছে। এইবোৰ নদ-নদীয়ে অসমক বহুপ্ৰকাৰে সৌন্দৰ্যশালী আৰু শস্যভোক্তা কৰিছে। টিৰাপ জিলাৰ লগত অসমৰ সৌহাদ্যপূৰ্ণ সম্পৰ্ক বহু পুৰণি। টিৰাপত থকা চিংফৌসকলৰ লগত আহোম ৰজাসকলৰ পাৰস্পৰিক মিত্ৰতা আছিল। নক'লেও হ'ব যেন টিৰাপ জিলা বৰ্মাদেশৰ

সীমামূৰীয়া ঠাই। ইয়াৰ নদ-নদী আহি ব্ৰহ্মপুত্ৰত পৰিছে। চিংফৌ ৰজাসকলে আহোম স্বৰ্গদেউসকলৰ লগত মিত্ৰতা অটুট ৰাখিবলৈ লোণপুঙৰ পৰা লোণ আৰু অন্যান্য কৃষিজাত বস্তু উপঢৌকন পঠাইছিল। টিৰাপসকলৰ ভিতৰত নক্টেসকলৰ লগত ভৈয়ামৰ সম্পৰ্ক আটাইতকৈ ওচৰ চপা। আহোম ৰাজত্বৰ সময়ত এই সম্পৰ্ক গাঢ় হয়। অকল বেপাৰ-বাণিজ্যতে নহয়, সামাজিক আৰু সাংস্কৃতিক দিশতো নক্টেসকল ভৈয়ামবাসীৰ আদৰৰ আছিল। বৈষ্ণৱ সত্ৰৰ আদৰ্শৰে নক্টেসকল মানসিকভাৱে অসমীয়া কলা-সংস্কৃতিৰ অনুগামী। ড° ভেৰিয়াৰ এলুইনে তেওঁৰ টোকাত লিখি গৈছে এই বুলি–

The Noctes and the Assamese were born of the same Parents, but as time went by, they forgot this. সাংস্কৃতিক আদান-প্ৰদান আজি চক্ৰান্তত পৰি নোহোৱা হ'ল। ভৈয়ামলৈ লোণ বেচিবলৈ নক্টেসকল সঘনাই আহিছিল। নক্টেসকলে সুন্দৰ অসমীয়া কথা ক'ব পাৰিছিল। নক্টে ৰজাৰ বিষয়াসকলৰ ভিতৰত অসমীয়া উপাধি চলাইছিল। যেনে– সন্দিকৈ, বৰা, সাতোলা প্ৰভৃতি। নামচাং ৰজাই অসমীয়া পুথি অধ্যয়ন কৰিবলৈ এইবোৰ পৰম যতনেৰে সংগ্ৰহ কৰিছিল। টাই ভাষাত লিখা অনেক পুথি ইয়াৰ ভিতৰত আছিল। নক্টেসকলৰ বিয়া-বাৰু, উছৱ আদি অসমীয়াসকলৰ দৰে। বিহুৰ হুচৰিও অসমীয়া গীতৰ ধৰণৰ। ঢোল, গগনা, আদি বজাই তেওঁলোকে বিহু মাৰে। নৰোত্তম ৰজাৰ বংশধৰসকলে টিৰাপৰ নক্টেসকলৰ ওপৰত ৰাজত্ব কৰিছিল বুলি কোনো সূত্ৰত উল্লেখ আছে। শ্ৰীৰাম আতা আৰু নাগা ৰজা নৰোত্তম দুয়ো বান্ধৱ আছিল। দুয়োকে বোলে একেখন চিতাতে দাহ কৰা হৈছিল। ভকতসকলে গাইছিল-- গোসাঁই শ্ৰীৰাম নগা নৰোত্তম সঙ্গে বৈকুণ্ঠলৈ যায়।' (ড° মহেশ্বৰ নেওগৰ প্ৰবন্ধ নক্টে দ্ৰষ্টব্য) বাঞ্চোসকল বাহুবলী জাতি, সুন্দৰ, সুঠাম দেহ। এওঁলোকে টেটু আকবাকেৰে কঁপাল, গাল, ভৰি, বুকু বাহু আদি সজাই ভাল পায়। এওঁলোক মৰং সাজি থাকে। বিয়া-বাৰু নোহোৱা ডেকা ল'ৰাবোৰ থাকে। বিহুৰ দৰে উৎসৱ এওঁলোকৰ খেতিৰ শ্ৰীবৃদ্ধিৰ কামনাৰ উৎসৱ তিনিটা বিহুত এওঁলোকে নাচ-গান গাই আনন্দ কৰে। টাংছা সকলো সংস্কৃতি পৰায়ণ জনগোষ্ঠী। ভৈয়ামৰ লগত এওঁলোকে পুৰণি কালৰে পৰা বেহা-বেপাৰ চলাই আহিছে। খেতিৰ ওপৰত নিৰ্ভৰশীল টাংছাসকলৰ বহুতো ৰীতি-নীতি অসমৰ লগত মিলে। এওঁলোকে অসমীয়া ভাষা ব্যৱহাৰ কৰি বেহা-বেপাৰ চলায়। খামটিসকলৰ বাসস্থান লোহিত সীমান্ত। এওঁলোক টাইজাতিৰ এটা ফৈদ। ডেলটন চাহাবে লিখিছিল যে উত্তৰ-পূব সীমান্তৰ জনগোষ্ঠীসমূহৰ ভিতৰত খামটিৰ পৰিচয় উল্লেখনীয়। কলা-সংস্কৃতিত এওঁলোক সবাতোকৈ আগবঢ়া। বৌদ্ধ ধৰ্মৰ প্ৰভাৱত এওঁলোকে বহুতো উন্নত স্বভাৱৰ জনগোষ্ঠী হৈ পৰিছে। আহোম ৰাজত্বৰ সময়ত খামটিসকলে বিষয়বাব পাই সন্মান লাভ কৰিছিল। তিৰোতাসকলৰ সাজপাৰত অসমীয়া তিৰোতাৰ সাদৃশ্য আছে। অলংকাৰ পাতিৰো মিল দেখিবলৈ পোৱা যায়। (জাংফাই, কেৰু, পোৱালমণি আদি) নৃত্যগীতত খামটিসকল পাকৈত। কিছুমান ভংগী আমাৰ ভাওনাৰ নাচৰ লগত চকুত লগাকৈ মিল (ড° নেওগৰ বৃত্তান্ত)। খামটিসকলে অসমীয়া ভাষাও ব্যৱহাৰ কৰে। কামেং সীমান্ত দৰং জিলাৰ উত্তৰে পৰ্বতীয়া ঠাই। ইয়াত মনপা, খেৰডুকপেন, অকা আদি জনজাতিয়ে বাস কৰে। মিজি সকলো ইয়াৰে জনগোষ্ঠী। ড° এলুইনে এই বাসিন্দাসকলক শান্ত, পৰিশ্ৰমী আৰু পৰোপকাৰী বুলি আখ্যা দিছে। বমডিলা (কামেঙৰ সদৰ ঠাই)ৰ প্ৰাকৃতিক সৌন্দৰ্যৰ তুলনা নাই বুলি ভ্ৰমণকাৰীসকলে একমুখে স্বীকাৰ কৰিছে।

বুৰঞ্জীৰ সমল লুটিয়ালে আমি অৰুণাচলী লোকসকলৰ লগত অসমৰ যি ঐতিহ্যপূৰ্ণ সম্পৰ্ক, সেই কথা উপলব্ধি কৰো। কামেঙত থকা মনপা, নিচি, অকা, মিজি, খেৰডুকপেন, সোৱণশিৰিৰ টাগিন, আপাটানি পৰ্বতীয়া মিৰি গালং পৰ্বতীয়া মিকিৰ, চিয়াঙত থকা পাডাম, আদি, মিএগ্র, পাছি, খিমং পাঙ্গি গালং, খাম্বা, ৰামো, মেম্বা আদি লোহিতত থকা ইডুমিছিমি পাডাম ডিগাৰু মিছিমি মিজু মিছিমি খামটি, চিংফৌ আদি, টিৰাপত থকা নক্টে, ৱাঞ্চো, টাংছা জনগোষ্ঠীসমূহৰ যি চহকী কলা-সংস্কৃতি সেইবোৰ জানিবলৈ পাওঁ। আহোম ৰাজত্বৰ সময়ত এই জনগোষ্ঠীসমূহে অসমৰ লগত সৌহাদ্যপূৰ্ণ সম্বন্ধ ৰক্ষা কৰি এক মধুৰ সমন্বয় গঢ়ি তুলিছিল। বৃটিছৰ দিনতো এই যোগাযোগ বিচ্ছিন্ন হোৱা নাছিল। অসমৰ সামগ্রিক উন্নতিত এওঁলোকে বৰঙণি যোগাইছিল। ১৯৭১ চনত নেফাক অসমৰ পৰা বেলেগ কৰা হ'ল, আৰু কেন্দ্ৰীয় শাসিত অঞ্চলৰূপে ঘোষিত হ'ল। ১৯৭১ চনতে নেফাৰ নাম অৰুণাচল প্ৰদেশ নামেৰে পৰিবৰ্তন কৰা হ'ল। কেন্দ্ৰীয় শাসিত অঞ্চল হোৱাৰ দিন ধৰি অৰুণাচলৰ লগত অসমৰ মধুৰ সম্পৰ্কত বাধা আহিল। হিন্দী বলয়ৰ খুন্দাত অসমীয়া ভাষাই স্থিতি হেৰুৱালে। অসম বিদ্বেষী ভাৱধাৰা প্ৰচলন কৰিবলৈ এচাম বাহিৰৰ মানুহ ব্যস্ত হ'ল। আনফালে, অৰুণাচলী জনগোষ্ঠীৰ নিজস্ব জীৱনধাৰাও সলনি হ'বলৈ ধৰিলে। এসময়ত শ্ৰীমতী ইন্দিৰা মিৰি, মুক্তি নাথ বৰদলৈ প্ৰভৃতি শিক্ষাবিদসকলে অসমৰ কলা-সংস্কৃতিৰ লগত অৰুণাচলী লোকৰ মধুৰ মিলন ঘটাইছিল। লুম্বেৰ দাইৰ দৰে অৰুণাচলী সাহিত্যিকে গল্প লিখিছিল ৰামধেনুৰ পাতত। লুম্বেৰ দাইৰ (১৯৪০) অসমীয়া উপন্যাস পাহাৰৰ শিলে শিলে (১৯৬০) পৃথিৱীৰ হাঁহি (১৯৬৩) মন আৰু মন (১৯৬৮) আৰু কইনাৰ দাম (১৯৮৪) আমাৰ সাহিত্যৰ মনোগ্ৰাহী সম্পদ। চাৰিওখন উপন্যাসতে অৰুণাচলৰ জনগোষ্ঠীৰ জীৱন আৰু সমস্যা সুন্দৰভাৱে দাঙি ধৰা হৈছে। পৃথিৱীৰ হাঁহি এখন সামাজিক জীৱনৰ সমস্যাৰ মনোৰম চিত্ৰ। প্ৰেম আৰু বিবাহৰ আকৰ্ষণীয় ঘটনা উপন্যাসখনৰ পটভূমি। অৰুণাচলৰ আচাৰ-নীতি, উৎসৱ-মেলা বৰ্ণাঢ্য ৰূপত লুম্বেৰ দায়ে অংকন কৰিছে। দেখুওৱা হৈছে— বাহিৰা প্ৰভাৱে কেনেকৈ সহজ-সৰল অৰুণাচলীলোক সকলক প্ৰলোভন দেখুৱাই পথভ্ৰষ্ট কৰিছে। মন আৰু মনত এগৰাকী বিধৱা বুঢ়ী আৰু তেওঁৰ পোহনীয়া কুকুৰটো হৈছে উপন্যাসখনৰ আকৰ্ষণীয় কাহিনী। অৰুণাচলী লোকসকলৰ জীৱ-জন্তুৰ প্ৰতি থকা ভালপোৱা উপন্যাসখনৰ মাজত প্ৰকাশ পাইছে। কইনাৰ দাম হৈছে অৰুণাচলী সমাজখনৰ এটা বাস্তৱ চিত্ৰ। লুম্বেৰ দাইৰ আটাইকেইখন উপন্যাসেই জনজাতীয় সমাজৰ বিষয়বস্তুৰে চহকী। ইয়াৰ বাহিৰেও অৰুণাচলত কেন্দ্ৰ কৰি অসমীয়া ভাষাত বহুতো সাধুকথাৰ পুথি প্ৰকাশ পাইছে। অৰুণাচলী লিখক টাংগাটাংকি, য়েছে দৰজে ঠংচি আদিৰ লিখাৰ মাধ্যম অসমীয়া। এওঁলোক অসম আৰু অৰুণাচলৰ মিলন আৰু সম্প্ৰীতিৰ প্ৰতীক।

শেষত কওঁ যে নৃতত্ত্ব, ভাষাতত্ব আৰু লোকসাহিত্যৰ ভিত্তিত অৰুণাচলৰ বৃহত্তৰ জনগোষ্ঠীৰ লগত অসমৰ এক আন্তৰিকতাপূৰ্ণ সমন্বয় পুৰণি কালৰে পৰা আত্মপ্ৰকাশ কৰা কথা প্ৰমাণিত হৈছে। ৰাজনৈতিক আৰু সামাজিক পৰিবৰ্ত্তনে এই স্বতঃস্ফূৰ্ত সম্পৰ্ক বিচ্ছিন্ন কৰিব পৰা নাই। ইতিহাসৰ দৃষ্টিত অসম আৰু অৰুণাচলৰ নৃতাত্বিক, সাংস্কৃতিক, ভাষিক মিলন অতি পুৰণি। এই বিষয়ে বিতৰ্কৰ অৱকাশ থাকিব নোৱাৰে। দুৰ্ভাগ্যবশতঃ আমি আজিলৈকে অৰুণাচল আৰু অসমৰ মাজত প্ৰাচীন ইতিহাস সম্বন্ধে এখন পূৰ্ণাঙ্গ গ্ৰন্থ ৰচনা কৰিব পৰা নাই, চাহাবসকলে এই বিষয়ত যিখিনি গ্ৰন্থ প্ৰণয়ন কৰিছিল, সেইখিনিয়েই আমাৰ

সমল হৈ আছে। ড° হেৰম্ব কুমাৰ বৰপূজাৰীৰ Problems of Hill Tribes, North-East Frontier (1822-42), L.N. Chakravartyৰ Glimpses of early History of Arunachal (1973), আৰু British Relations with the Hill Tribes of Assam(1964), J.N.Chaudhuryৰ Arunachal Panorama (1973), Dr Suniti Kumar Chatterjeeৰ Kirata Jana Kriti, E.T. Dalton-ৰ Descriptive Ethanology of Bengal (1872), P. Duttaৰ The Noctes (1978) Verriev Elwinৰ A Philosophy of NEFA প্ৰভৃতি গ্ৰন্থসমূহ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য সম্পাদিত অসমৰ জনজাতি Dr. S.K. Bhuyanৰ Anglo Assamese Realtion, Dr, Banikanta Kakati-ৰ The Mother Goddess Kamakhya (1948), B.S. Guhaৰ An outline Ethnology of India (1973), E-A Gaitৰ History of Assam (1963) আদি গ্ৰন্থসমূহ এই বিষয়ত পথ প্ৰদৰ্শক। ১৯৮০ চনৰ ১৮ জানুৱাৰীত গেগং আপাং মুখ্যমন্ত্ৰী হোৱাৰ দিনৰ পৰা দুয়োখন ৰাজ্যৰ মাজত সৌহাৰ্দ্যপূৰ্ণ সম্ভাৱ পুনৰ স্থাপন কৰাত আগ্ৰহ দেখুওৱা হৈছে। এইটো শুভক্ষণ।।OO

# অসমীয়া চুটিগল্প

## ৰিজু হাজৰিকা

অসমীয়া সাহিত্যত লক্ষ্মীনাথ বেজবৰুৱাকে প্ৰথম চুটি গল্পৰ জনক বুলি অভিহিত কৰা হৈছে। শিশুৰ মন আকৰ্ষণ কৰিব পৰাকৈ প্ৰথমতে বেজবৰুৱাই চুটি গল্পৰ দৰে কিছুমান সাধু কথা লিখিছিল। তাৰ পিছত তেওঁৰ গল্পই ক্ৰমে ক্ৰমে চুটি গল্পৰ আধুনিক ৰূপ লৈছিল আৰু অসমীয়া চুটি গল্পৰ বিষয়ে অসমীয়া পাঠকে ভালদৰেই বুজি উঠিছিল চুটি গল্প কি আৰু উপলব্ধি কৰিছিল অসমীয়া চুটি গল্পৰ সোৱাদ। বেজবৰুৱাই অসমীয়া চুটি গল্পৰ আৰম্ভ কৰি ইয়াৰ ৰচনাশৈলী, নিজস্ব দৃষ্টিভংগী, বিষয়বস্তুৰ বাছনি আদি গল্পৰ বিভিন্ন দিশৰ ওপৰত আলোকপাত কৰি এখন বিশেষ আসন অধিকাৰ কৰিছিল। বেজবৰুৱাৰ ভদৰী, পাটমুগী আদি গল্পই সেই সময়ৰ অসমীয়া সমাজখনৰ, বিশেষকৈ গাঁৱৰ সমাজখনৰ ঘৰুৱা জীৱনৰ খুটি-নাতি আদি যথা-যথ ৰূপত প্ৰকাশ কৰিছিল। বেজবৰুৱাৰ প্ৰায়বোৰ গল্পই হাস্যৰসৰ সৃষ্টি কৰিছিল যদিও ব্যঙ্গ আছিল তেওঁৰ সৃষ্টিৰ ঘাই ৰস। সমাজখনৰ অভিজাত শ্ৰেণীৰ ভেম, ভণ্ডামী, দুৰ্নীতি আদিক তেওঁৰ গল্পত মনোৰম ভাবে প্ৰকাশ কৰিছিল। সেই সময়ৰ এক শ্ৰেণীৰ লোকে কেনেকৈ পশ্চিমীয়া ৰীতি-নীতিৰ প্ৰতি আকৰ্ষিত হৈ নিজ মাতৃভূমিৰ প্ৰতি তুচ্ছ-তাচ্ছিল্য কৰিছিল তাকো বেজবৰুৱাৰ চুটি গল্পত প্ৰকাশ পাইছিল। ৰতনপুৰীয়া ভেমপুৰীয়া মৌজাদাৰ, ফয়চলা নাবিচ আদি বেজবৰুৱাৰ প্ৰচন্নব্যঙ্গ, ৰসাল গল্প।

বেজবৰুৱাৰ সমসাময়িক আন এজন বিশিষ্ট লেখক আছিল শৰৎ চন্দ্ৰ গোস্বামী। গোস্বামীদেৱে যথেষ্ট সংখ্যক চুটি গল্পৰে অসমীয়া সাহিত্যৰ ভঁড়াল চহকী কৰি থৈ গৈছে। চুটি গল্পৰ বিষয়ে গোস্বামীদেৱে কৈছিল যে চুটি গল্প এটা প্ৰেক্টিকেল আৰ্ট। গোস্বামীৰ গল্পত হাস্য ৰস বৰকৈ নাছিল। সেই সময়ৰ সমাজখনত বিধৱা সকলৰ প্ৰতি যি সামাজিক অন্যায় কৰা হৈছিল— তাৰে, প্ৰতিবাদ আছিল তেওঁৰ গল্পৰ ঘাই বিষয়। তেওঁৰ গল্প আছিল সহজ-সৰল। সমালোচক সকলৰ মতেও গোস্বামীৰ গল্পৰ ৰচনা শৈলী আধুনিক চুটি গল্পৰ প্ৰয়োজন সাপেক্ষ নাছিল বুলি কয়। তথাপিতো তেওঁৰ গল্প নদৰাম, ঘুনুচা আদি গল্পই চুটি গল্পৰ বুৰঞ্জীত সমাদৰ লাভ কৰিছে। 'ঘুনুচা', 'পশুপতিৰ বিয়া' আদি গোস্বামীৰ লেখত লবলগীয়া গল্প।

নকুল চন্দ্ৰ ভূঞাইও অসমীয়া চুটি গল্পলৈ ভালেখিনি অৰিহণা দি গৈছে। গ্ৰাম্য জীৱনৰ ওপৰত তেওঁ অধিক গল্প ৰচনা কৰিছিল। হাস্যব্যঙ্গ প্ৰধান তেওঁৰ গল্পৰ বিষয়-বস্তু নাছিল যদিও গল্পৰ চৰিত্ৰসমূহৰ মুখত হাস্য ৰসৰ অৱতাৰণা কৰিছিল। ছোৱালীৰ গাধন, আদি গল্পত তেনে নিদৰ্শন দেখা যায়। ভূঞাৰ গল্পত মুক্ত প্ৰকাশভংগী আছিল বাবেই অসমীয়া গল্প সাহিত্যত স্থায়ী স্থান এটা অধিকাৰ কৰিছিল।

দণ্ডিনাথ কলিতা, সূৰ্য কুমাৰ ভূঞাইও অসমীয়া সাহিত্যৰ ভঁড়াললৈ ভালে সংখ্যক চুটি গল্পৰ অৱদান দি গৈছে। সূৰ্য কুমাৰ ভূঞাতকৈ দণ্ডিনাথ কলিতাৰ সংখ্যা অধিক। দণ্ডিনাথ কলিতাৰ গল্পতো সামাজিক অন্যায় অবিচাৰৰ ছাঁ স্পষ্ট আছিল। তদুপৰি তেওঁ পশ্চিমীয়া সংস্কৃতিৰ অন্ধ অনুসৰণকাৰীৰ বিৰোধী আছিল। সধবা নে বিধবা কুঁৱৰী আদি গল্পত তেনে ছবি পোৱা যায়। আনহাতে সূৰ্য ভূঞাৰ গল্পত ব্যক্তি বিশেষৰ সমালোচনা

অধিক তীব্ৰ আছিল— সামাজিক সমালোচনাতকৈ। উদাহৰণস্বৰূপে 'মানিক বড়া' নামৰ গল্প।

লক্ষ্মীনাথ ফুকন এজন জনপ্ৰিয় চুটি গল্প লেখক আছিল। নিভাজ গ্ৰাম্য ভাষাৰ প্ৰয়োগৰ উপৰিও তেওঁৰ গল্পৰ ভাষা আছিল উপমাধৰ্মী। তেওঁৰ গল্পবোৰত সমাজৰ প্ৰতি এক বিশেষ বাণী বহন কৰা দেখা যায়। ফুকনৰ গল্পত ব্যঙ্গ দৃষ্টি অতি সাৱলীল। তেওঁৰ টাইপিষ্টৰ জীৱন, শ্ৰীমতী মহিমাময়ী আদি গল্প অসমীয়া চুটি গল্পৰ কুকিত লেগত ল'বলগীয়া পুষ্প।

নগেন্দ্ৰ নাৰায়ণ চৌধুৰী আছিল আন এজন লেখত ল'বলগীয়া গল্পকাৰ। তেওঁৰ গল্পৰ প্ৰধান উপজীব্য আছিল— জমিদাৰী সমাজৰ ক্ৰমাগত স্খলন, জন-জাতীয় জীৱনৰ মানদণ্ড আৰু কু-সংস্কাৰ বলি হোৱা নাৰীৰ জীৱন। পোহাৰী, তামৰ তাবিজ আদি গল্প জনপ্ৰিয়।

মহীচন্দ্ৰ বৰাৰ গল্পত সমাজত অৱহেলিত লোকৰ প্ৰতি অনুকম্পা বিৰাজমান। তেওঁৰ গল্পত অস্বাভাৱিকতা (বিষয়বস্তুৰ) থাকিলেও তেওঁ তাক যুক্তি সাপেক্ষ কৰিছিল। হাস্যৰসৰ গল্প তেওঁ ভালেমান লিখিছে। বেজবৰুৱাৰ পিছতে বৰাই হাস্য-ব্যঙ্গৰ ধাৰাটো সজীৱ কৰি ৰাখিছিল বুলিব পাৰি। 'কেৰাণীৰ কঁপাল' তেওঁৰ এটা প্ৰসিদ্ধ হাস্য-ব্যঙ্গ গল্প। তেওঁৰ আন এটা গল্প 'অব্যয়'। 'উকীলৰ জন্ম ৰহস্য' এটা সাৰ্থক ব্যঙ্গ গল্প।

আন এজন গল্পকাৰ লক্ষ্মীধৰ শৰ্মা, তেওঁ 'চিৰাজ' নামৰ গল্পটোৰ বাবেই বিখ্যাত হৈ পৰিছিল আৰু আজিও বিখ্যাত হৈ আছে। 'পৰাজয়' তেওঁৰ আন এটা প্ৰখ্যাত গল্প। ইয়াত সমাজ জীৱনৰ প্ৰতি বৈপ্লবিক দৃষ্টিভংগী পৰিস্ফুট হৈছে। বাগিছাৰ বনুবাৰ প্ৰতি সহানুভূতি প্ৰদৰ্শন এইটোৱেই 'পৰাজয়' গল্পৰ বৈশিষ্ট্য।

হলিৰাম ডেকা এজন শক্তিশালী গল্পকাৰ আছিল। ষাঠিৰ দশকলৈ গল্প লেখি অসমীয়া চুটি গল্পৰ বুৰঞ্জীত তেওঁৰ আসন স্থায়ী কৰি গৈছে। গল্পৰ ৰচনা শৈলীৰ প্ৰতি তেওঁ সচেতন আছিল আৰু ইয়াৰ উন্নতৰ ৰূপ এটা দিবলৈ তেওঁ সক্ষমো হৈছিল। তেওঁৰ গল্পৰ প্ৰকাশভংগী আছিল সুসংযত। 'ৰেৱৰে ভাই', 'মৰা ঘোঁৰা' আদি বিখ্যাত গল্প। হাস্য-ব্যঙ্গৰো অৱতাৰণা কৰিছিল। ফ্ৰয়েডিয় মনস্তত্বৰ গল্পতো ডেকা সুদক্ষ আছিল।

ত্ৰৈলোক্য নাথ গোস্বামী এজন শক্তিশালী গল্প লেখক আছিল। সমাজত নাৰীৰ প্ৰতি কৰা অবিচাৰ বিধবাৰ প্ৰতি অন্যায় আদি গল্পৰ বিষয়বস্তু। -- হাস্য আৰু ব্যঙ্গ তেওঁৰ লেখনীত অতি প্ৰকট আছিল। গোস্বামীৰ সাদৰী, পতিত আৰু পতিতা, গৰমকোটা আদি গল্পত সমাজৰ স্খলন, দুৰ্নীতি আদি স্পষ্ট। তেওঁৰ কথন ভংগী সৰল আৰু অজটিল আছিল।

এওঁলোকৰ উপৰিও অসমীয়া চুটি গল্পৰ ভড়াল চহকী কৰি থৈ যোৱা আন কেবাগৰাকীও লেখকৰ আমি শ্ৰদ্ধাৰে নাম ল'ব লাগিব। তেওঁলোক ৰমা দাস, ডাঃ হেম বৰুৱা, উমাকান্ত শৰ্মা, ৰাধিকা মোহন গোস্বামী, মুনীন বৰকটকী, জমিৰুদ্দিন আহমেদ, সুপ্ৰভা গোস্বামী, প্ৰেমনাৰায়ণ দত্ত, হৰিপ্ৰসাদ গোৰ্খাৰায়, গোবিন্দ চন্দ্ৰ পৈৰা আদি।

কৃষ্ণ ভূঞা আৱাহন যুগৰ পৰা আজিৰ তাৰিখলৈ চুটিগল্প লেখি থকা প্ৰখ্যাত গল্পকাৰ। তেওঁৰ গল্পত ৰোমাণ্টিক ধাৰাটো প্ৰৱাহমান হ'লেও ব্যঙ্গও অতি সাৱলীল। অতি সাম্প্ৰতিক লেখা ভালেমান গল্পত এই দিশটো প্ৰকটমান। বিশিষ্ট ৰচনা-ৰীতিৰ কাৰণে ভূঞাৰ গল্পবোৰৰ ৰসাস্বাদন শেষ বাক্যটোলৈ থাকে।

**অসমীয়া চুটি গল্পৰ বৰ্তমান ধাৰা**

ৰামধেনু আলোচনী প্ৰকাশৰ সময়ৰ পৰা অসমৰ কেবাজনো লেখকে আত্মপ্ৰকাশ কৰি মৃত্যুৰ সময়লৈকে অবিৰাম ভাবে গল্প লিখি থকা লেখকসকলৰ ভিতৰত এজন শক্তিশালী লেখক চৈয়দ আব্দুল মালিক।

মালিকে অৱশ্যে আৱাহন যুগৰে পৰা গল্প লিখি ৰামধেনু যুগত প্ৰতিষ্ঠা লাভ কৰিছিল। তেওঁৰ গল্পৰ বৈশিষ্ট্য হ'ল সামাজিক সচেতনতা। তেওঁৰ গল্পবোৰৰ বিষয়বস্তু, ৰচনা শৈলী, চৰিত্ৰ সৃষ্টি আদি সকলোবোৰ আঙ্গিকতে চমৎকাৰিত্ব আছে। তেওঁ অসংখ্য ৰোমাণ্টিক গল্প লেখাৰ পাছত সামাজিক উত্তৰণৰ দিশলৈ গতি কৰিছিল। প্ৰকাৰান্তৰে মালিকে তেওঁৰ গল্পত সমাজৰ কোনো এটা দিশকে বাদ দিয়া নাই। সমাজৰ বাতাবৰণ যি দিশলৈ গতি কৰিছে— সেই দিশৰ ওপৰতে আলোকপাত কৰি গল্প লিখিছিল।

মালিকৰ পিছতে আন এগৰাকী চুটি গল্প লেখক বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য। ৰামধেনু যুগৰ গল্পকাৰ সকলৰ ভিতৰত ভট্টাচাৰ্যৰ গল্পৰ এক সুকীয়া মূল্য আছে। তেওঁৰ গল্প সামাজিক বাস্তৱবাদ আদিত স্পষ্ট হৈ উঠিছিল। ৰোমাণ্টিক গল্পও তেওঁৰ ভালেমান। কিন্তু এনে গল্পবোৰত তেওঁ মুক্ত নাছিল। নৰনাৰীৰ যৌন প্ৰেমৰ কথাৰে গল্প আৰম্ভ কৰি আধ্যাত্মিক চেতনালৈ নি গল্পবোৰ গভীৰ মানৱীয় কৰি তুলিছিল।

অসমীয়া চুটি গল্পকাৰসকলৰ ভিতৰত আন এজন প্ৰথিত যশা লেখক যোগেশ দাস। তেখেঁ আৱাহন যুগৰ পৰা গল্প লেখিছিল। দাসৰ গল্পৰ সহজ কথন ৰীতিয়ে পাঠকক মুগ্ধ কৰে। গল্পটো লাহে লাহে আগুৱাই নি শেষত পাঠকৰ মন কৰুণ কৰি তোলা আৰু চৰিত্ৰসমূহৰ প্ৰতি সহানুভূতিশীল কৰি তোলাই যোগেশ দাসৰ গল্পৰ বিশেষত্ব।

মহিম বৰাৰ গল্পত গাঁৱলীয়া জীৱনৰ ছবি প্ৰকট। তেওঁৰ গল্পত হাস্য ৰস-ঘাইকৈ দেখা গ'লেও গল্পবোৰ ছিৰিয়াছ। মহিম বৰাৰ প্ৰায়বোৰ গল্পতে জীৱনক গভীৰ ভাবে অনুবীক্ষণ কৰাৰ সোঁত এটা আছে।

সৌৰভ কুমাৰ চলিহা অসমীয়া গল্প সাহিত্যৰ এজন লব্ধ প্ৰতিষ্ঠ গল্পকাৰ। তেওঁৰ গল্পৰ বিষয়বস্তু বাছনিৰ চমৎকাৰিত্ব, কৌশল. চৰিত্ৰৰ বিশ্লেষণ আদিত এক অভিনৱত্ব প্ৰকটমান। এক অৰ্থত এইবোৰ অগতানুগতিক। তেওঁৰ অশান্ত ইলেকট্ৰন, গোলাম, বীণাকুটিৰ আদি গল্প পাঠক, সমালোচকৰ মাজত বহু চৰ্চ্চিত, পঠিত আৰু আলোচিত হৈছে।

ৰামধেনু যুগৰ বিশিষ্ট গল্পকাৰ সকলৰ ভিতৰত জ্ঞানানন্দ শৰ্মা পাঠক, ভবেন্দ্ৰ নাথ শইকীয়া অন্যতম। ড° শইকীয়াৰ মনত ৰাখিবলগীয়া অৰ্থাৎ পাঠকৰ মনত দোলাদি যাব পৰা অসংখ্য গল্প আছে। ইতিমধ্যে তেওঁৰ গল্পবোৰৰ নাট্যৰূপ, চিত্ৰৰূপ দি অধিক জনপ্ৰিয় কৰি তোলা হৈছে। শইকীয়াই সামান্য, ক্ষুদ্ৰ ঘটনা একোটাক টানি টানি নি শেষত এনেকুৱা ৰসাল, মনোমুগ্ধ কৰি তোলে যে পাঠকে গল্পৰ চৰিত্ৰবোৰৰ লগত মিলি যায়। বৃন্দাবন, সেন্দুৰ, বাৰান্দা, কক্ষভ্ৰান্তি আদি গল্পবোৰত বাস্তৱ চিত্ৰ অংকিত কৰি শইকীয়াই পাঠকক অনাবিল আনন্দ দিয়ে।

আন এগৰাকী শক্তিশালী চুটি গল্প লেখক হোমেন বৰগোহাঞি। তেওঁ অসমীয়া চুটি গল্পৰ ইতিহাসত এখন বিশিষ্ট আসন অধিকাৰ কৰিছে। তেওঁৰ ভাষা সাবলীল অথচ নিমজ। গল্পটো পঢ়িলে পাঠকে ভাষাৰ জটিলতা ক'তো অনুভৱ কৰিব নেলাগে। চৰিত্ৰৰ বিশ্লেষণত ক'তো খতি-খুন নোহোৱাকৈ আগবাঢ়ি যায়। তেওঁৰ গল্পত বিমল হাস্য ৰস নাই, কিন্তু অন্তৰ্নিহিত ব্যঙ্গ বিদ্যমান। 'হাতী' তেওঁৰ এটা অনুপম গল্প।

চন্দ্রপ্রসাদ শইকীয়া আন এগৰাকী স্বনামধন্য চুটি গল্পকাৰ। ৰামধেনু যুগৰ পৰা গল্প লেখা আৰম্ভ কৰি সাম্প্ৰতিক কাললৈ তেওঁ গল্প লেখি আছে। তেওঁৰ ভাষা অতি উচ্চ, বাক্য গাঁঠনি দীঘলীয়া, অলংকাৰ যুক্ত। ৰোমান্টিক গল্প লেখক হিচাপে খ্যাতি থাকিলেও ৰাজনৈতিক, সামাজিক বাতাবৰণৰ ওপৰতে তেওঁ ভালেমান গল্প লেখিছে। 'নাচপতি ফুল', 'দহন' আদি তেনে গল্প।

স্নেহ দেৱী ৰামধেনু যুগৰ লেখিকা। তেওঁৰ গল্পৰ প্রায়বোৰতে সংস্কাৰকামী মনোভাব আৰু সৰু সৰু মানুহৰ মনৰ উচ্চতা আৰু বিশালতাৰ চিত্র থাকিবলৈ যত্ন কৰে। ভাষা সহজ-সৰল। নাৰী হিচাপে নাৰীৰ প্রতি তেওঁ সহানুভূতিশীল। নির্ভেজাল, 'এটি বিশেষ ৰাতি' আদি তেওঁৰ আকর্ষণীয় গল্প।

ৰোহিনী কুমাৰ কাকতি ৰামধেনু যুগৰ এজন প্রখ্যাত গল্পকাৰ। তেওঁৰ গল্পত সমাজৰ মধ্যবিত্ত শ্রেণীৰ মানসিকতাক তেওঁ প্রাধান্য দিয়া দেখা যায়।

ৰামধেনু যুগৰ পৰা সাম্প্ৰতিক কাললৈ গল্প সৃষ্টিত অহৰহ লাগি থকা আন এজন বিশিষ্ট গল্পকাৰ লক্ষ্মীনন্দন বৰা। বিজ্ঞানৰ ছাত্র তথা অধ্যাপক হিচাপে বিজ্ঞান ভিত্তিক গল্পও তেওঁ বহুত লিখিছে যদিও— সামাজিক গল্পতো তেওঁ সিদ্ধহস্ত। ৰামধেনুত লেখা 'কাচিয়লীৰ কুঁৱলী' তেওঁৰ এটা অনুপম গল্প। তেওঁৰ গল্পত চৰিত্র সৃষ্টিৰ মহিমা আছে আৰু ইয়াৰ যথাযথ প্রয়োগত তেওঁৰ নিজস্ব কৌশল আছে।

নিৰুপমা বৰগোহাঞিৰ গল্পত সমকালীন সমাজ সমালোচনা আৰু মধ্যবিত্ত শ্রেণীৰ মানুহৰ জীৱন যন্ত্রণা অতি স্পষ্টভাৱে প্রকাশ পাইছে। ৰামধেনু যুগৰ পৰা আৰম্ভ কৰি সাম্প্ৰতিক কাললৈ তেওঁ গল্প লিখি আছে। তেওঁৰ গল্পত নাৰীমনৰ ক্রিয়া প্রতিক্রিয়াৰ কথাও মন কৰিবলগীয়া।

পদ্ম বৰকটকী আন এগৰাকী প্রতিষ্ঠিত গল্পকাৰ। বৰকটকী এগৰাকী ক্ষুৰধাৰ ব্যঙ্গ লেখক বুলি আমি ক'ব পাৰো। ৰাজনৈতিক ভণ্ড নেতাৰ চৰিত্রৰ ব্যঙ্গৰ উপৰিও বিভিন্ন প্রকাৰ অসাধু চৰিত্রৰ সমালোচনাও বৰকটকীৰ গল্পৰ প্রধান বক্তব্য।

কনকসেন ডেকা আন এজন শক্তিশালী গল্পকাৰ। তেওঁ ৰামধেনু যুগৰ পৰা নিৰবচ্ছিন্নভাৱে গল্প লিখি আছে। তেওঁৰ গল্পৰ বিষয়বস্তু বাচনিও অভিনৱ। 'শিলাবৃষ্টিৰ সুখ'কনকসেন ডেকাৰ এটা কালজয়ী গল্প। আব্দুল মালিক আৰু হোমেন বৰগোহাঞিয়েও দেহ বিক্রী কৰা ছোৱালীক লৈ স্মৰণীয় গল্প লিখিছিল। কিন্তু শ্রীডেকাই এই গল্পটো এনে মার্জিতভাৱে আগুৱাই নিছে যে ক'তো বেশ্যা শব্দটো প্রয়োগ কৰা নাই। সমাজৰ অবহেলিত শ্রেণীক তুলি লোৱা সাহসিকতা দেখুৱাইছে গল্পটোত। এজনী ভ্ৰষ্টা ছোৱালীক এজন সাহিত্যিকে বিয়া কৰালে। ইয়াত চৰিত্রৰ মহানুভৱতা কালজয়ীৰূপে প্রকাশ পাইছে। 'সন্দেহ' আন এটা মনোৰম গল্প। হাস্পাতালৰ বিচনাত পৰি থকা ৰোগী এজনক পৰস্ত্রী এজনী আলপৈচান ধৰি থকাটো কোনো পত্নীয়ে সহ্য কৰিব নোৱাৰে। কিন্তু এই পৰস্ত্রী গৰাকীৰ প্রতি ৰোগীৰ কোনো দুর্বলতা নাছিল। আছিল ভগ্নীবৎ চেনেহ। গল্পটোৰ পৰিসমাপ্তি অতি কৰুণ। 'কৃত্রিম' আন এটা হাস্যৰসৰ গল্প। নকল দাঁত লগাই বিয়া হোৱা ছোৱালী এজনী সময়ৰ সোঁতত যাবলগীয়া হোৱা কাহিনী। হাঁহি উঠে; কিন্তু কৰুণাৰেও মনটো ভৰি পৰে।

এই সকলৰ উপৰিও ৰামধেনু যুগৰ পৰা গল্প লেখা আৰম্ভ কৰি সাম্প্ৰতিক কাললৈ অসমীয়া চুটি গল্পৰ ভঁৰাললৈ অৱদান আগবঢ়োৱা ভালেকেইজন লব্ধ প্রতিষ্ঠ লেখক আমাৰ

মাজত আছে। তেওঁলোকৰ ভিতৰত ঘাইকৈ অৰুণ গোস্বামী, ভদ্ৰ বৰা, মেদিনী চৌধুৰী, বীৰেশ্বৰ বৰুৱা, অতুলানন্দ গোস্বামী, ইমৰান শ্বাহ, ছাইদুল ইছলাম, নিৰোদ চৌধুৰী, শীলভদ্ৰ, ৰিজু হাজৰিকা, মামণি ৰয়চম গোস্বামী, নগেন শইকীয়া, নীলিমা শৰ্মা, ভুবনমোহন মহন্ত, হৰেন্দ্ৰ কুমাৰ ভূঞা, অনিমা দত্ত, মহেন্দ্ৰ বৰঠাকুৰ, প্ৰবীনা শইকীয়া, আদি প্ৰধান। এই সকল লেখক-লেখিকাৰ গল্পতো সমাজখনৰ উত্থান-পতন, ৰাজনৈতিক বাতাবৰণ, সৰু-বৰ সকলো মানুহৰে দুখ-দুৰ্দশা, অভাব-অভিযোগ, মানসিক অন্তৰ্দ্বন্দৰ বৰ্ণনা আছে। প্ৰত্যেকে নিজস্ব ৰচানাশৈলীৰে গল্প লেখি গল্পকাৰ হিচাপে প্ৰতিষ্ঠা লাভ কৰিছে। সৰ্বসাধাৰণ পাঠকৰ মাজতো এওঁলোক পৰিচিত।

এওঁলোকৰ পিছত আন এচাম লেখক গল্পকাৰ হিচাপে আগবাঢ়ি আছে আৰু গল্পকাৰ হিচাপে প্ৰতিষ্ঠিত হৈছে। বিশেষকৈ কুমাৰ কিশোৰ, কেশৱ শইকীয়া, ৰুদ্ৰপ্ৰসাদ কাকতী, গোবিন্দ প্ৰসাদ শৰ্মা, কুমুদ গোস্বামী, ড° যতীন মিপুন, পৰমানন্দ ৰাজবংশী, পৰাগ কুমাৰ ভট্টাচাৰ্য, অপূৰ্ব শৰ্মা, প্ৰণবজ্যোতি ডেকা, সদা শইকীয়া, যদু বৰপূজাৰী, কামাখ্যা সভাপণ্ডিত, নলিনী শৰ্মা, ডলী তালুকদাৰ, ফুল বৰা, সাধনা লহকৰ, বীৰেণ লহকৰ, ভদ্ৰেশ্বৰ ৰাজখোৱা, পোলেন বৰকটকী, জিতেন শৰ্মা, দীলিপ চন্দন, ত্ৰৈলোক্য ভট্টাচাৰ্য্য, বিনোদ শৰ্মা, আৰতি বৈৰাগী, ঈশ্বৰ মহন্ত, দেবব্ৰত দাস, ৰবীন শৰ্মা, হেমন্ত বৰ্মন, যমুনা শৰ্মা চৌধুৰী, মিনতি চৌধুৰী, মানিক বৰা, মনোজ গোস্বামী, প্ৰহ্লাদ বৰুৱা, মদন শৰ্মা, ভূপেন ভট্টাচাৰ্য, ভৃংগেশ্বৰ শৰ্মা, ভূপেন শৰ্মা, দিনেশ শৰ্মা, বন্দিতা ফুকন, বসন্ত কুমাৰ ভট্টাচাৰ্য, বিৰিঞ্চি কুমাৰ মেধি, উদয়াদিত্য ভড়ালী, বিজয় শংকৰ শৰ্মা, বিপুল শইকীয়া, সত্যজিৎ ভূঞা, জ্যোতিদেৱ গোস্বামী, প্ৰণতি গোস্বামী, অৰূপ পটঙ্গীয়া, প্ৰশান্ত ৰাজগুৰু, কৈলাশ শৰ্মা, বকুলী বৈশ্য, হৰপ্ৰিয়া বৰগোহাঞি, মীৰা ঠাকুৰ, অনুৰাধা শৰ্মা পূজাৰী, ৰামচকল পাচোৱান, কৃষ্ণ ৰায় মেধি, মীনা কুমাৰী ৰায়মেধি, কমলা বৰা গোহাঁই, বিভা দাস, দাসো কলিতা, মনোজ ভট্টাচাৰ্য, সুৰেন্দ্ৰ কুমাৰ দাস, ফণি পাঠক, হেমন্ত ভড়ালী, ভৱেশ ভড়ালী, তৃপ্তি হাজৰিকা, কল্যাণী বৰুৱা, অনিতা গোস্বামী, প্ৰণৱ প্ৰাণ ভট্টাচাৰ্য, গুণমণি বৰা, প্ৰমোদ কাকতী, অৰ্পন শইকীয়া, লীলা গোহাঁই, ভূপেন্দ্ৰ কুমাৰ দাস, ৰবীন বৰুৱা, ৰবীন মজুমদাৰ, দুৰ্গেশ্বৰ শৰ্মা, কালীপ্ৰসাদ গোস্বামী, জোন হালৈ, মালবিকা দেবী, ড° নবীন শৰ্মা, দিলীপ বৰ্মন, ক্ষীৰোদা বুজৰবৰুৱা, অৰবিন্দ ৰাজখোৱা, কৈলাশ শৰ্মা, খবিৰ আহমেদ, জুৰি শইকীয়া, ৰবীন্দ্ৰ বৰা আদি ভালে সংখ্যক ন-পুৰণি লেখক-লেখিকাই গল্প সাহিত্যৰ চৰ্চা নিয়মিতভাৱে কৰি আছে। এইখিনিতে এটা উল্লেখযোগ্য কথা যে অসমৰ ভালেমান প্ৰখ্যাত কবি আৰু প্ৰবন্ধকাৰেও গল্প সাহিত্যলৈ প্ৰভুত অৰিহণা যোগাই আছে। এই ক্ষেত্ৰত অধ্যাপক ড° নবীন শৰ্মা, ৰবীন্দ্ৰ বৰা, মীৰা ঠাকুৰৰ নাম ল'ব পাৰি।

এই সকল লেখক-লেখিকাৰ গল্পতো সমাজখনৰ পৰিবৰ্তন, মানুহৰ মাজত প্ৰচলিত ৰীতি-নীতি, অন্যায়-অবিচাৰ, ঠগ, প্ৰবঞ্চনা, ভেম-ভণ্ডামি, ৰাজনৈতিক, বৈপ্লৱিক চেতনা, মানবীয় আবেদন, সহানুভূতি, নানা সমস্যাৰ চিত্ৰ পৰিস্ফুট হৈছে। প্ৰত্যেকজন লেখক লেখিকাৰ কিছু নহয় কিছু গল্পই সমাজত প্ৰাধান্য বিস্তাৰ কৰিছে। সমালোচকসকলে এওঁলোকৰ গল্পৰ স্থায়িত্ব, মাধুৰ্য, সামাজিক দায়বদ্ধতা, কলা-শিল্প, ৰচনা শৈলী, বিষয়-বস্তুৰ গাম্ভীৰ্যতা, সমাজক দিব পৰা মেছেজ, প্ৰেম-প্ৰীতি, বিৰহ-বেদনা, ভাঙি পৰা সমাজখনক, দিশহাৰা যুৱক-যুৱতীসকলক দিয়া পৰামৰ্শ, আদৰ্শ ইত্যাদি সকলো দিশকে সামৰি সমালোচনা আগবঢ়াইছে। আমাৰ লেখনীত দুই এক লেখকৰ নাম বাদ পৰি গ'লেও আমি

ক'ব পাৰো যে অসমীয়া গল্প লেখকসকলে এটা নহয় এটা ভাল গল্প লেখিছে আৰু ইয়ে অসমীয়া গল্প সাহিত্যলৈ মূল্যবান অৱিহণাৰূপে বিচাৰ্য হৈছে।

মই এই কথা সদায়েই কৈ আহিছো যে অসমীয়া চুটিগল্প ভাৰতীয় আন আন ভাষাৰ চুটি গল্পৰ তুলনাত কোনো গুণে পিছ পৰি থকা নহয়। আমি তামিল, কানাড়া, উৰিয়া, হিন্দী আদি ভাষাৰ অনুবাদ গল্পবোৰ অধ্যয়ন কৰি আৰু বঙালী ভাষাৰ গল্প পঢ়ি অনুভৱ কৰিছো যে অসমীয়া গল্পৰ মানদণ্ড তেওঁলোকৰে সমপৰ্যায়ৰ। কেৱল অসমীয়া চুটি গল্পৰ বাহিৰত প্ৰচাৰ কম। তথাপিতো যিখিনি গল্প ইংৰাজীলৈ অনুবাদ হৈছে আৰু প্ৰচাৰ অসমৰ বাহিৰত হৈছে— সেইখিনিৰ সমাদৰ বাঢ়িছে আৰু অনা অসমীয়া পাঠকে সেইবোৰ পঢ়ি অসমীয়া চুটি গল্পৰো যে মানদণ্ড আছে তাৰ প্ৰতি পতিয়ন গৈছে। অসম সাহিত্য সভাই, অসম প্ৰকাশন পৰিষদে, অসমৰ শিক্ষা বিভাগ বিশেষকৈ বিশ্ববিদ্যালয় আদিয়ে অসমীয়া চুটি গল্পৰ ইংৰাজীলৈ অনুবাদ কৰি সংকলন প্ৰকাশ কৰিছে— অসমীয়া চুটি গল্পৰ প্ৰচাৰ, বিকাশ আৰু উন্নতি হ'ব বুলি আশা কৰা যায়। এতিয়ালৈকে অসম Short Story writers Association-য়ে প্ৰকাশ কৰি উলিয়া ইংৰাজী চুটি গল্পখনে, ড° নিৰ্মল প্ৰভা বৰদলৈয়ে সম্পাদনা কৰা ইংৰাজী চুটি গল্পখনে বাহিৰত সমাদৰ লাভ কৰিছে। এই কাম প্ৰতি বছৰে হ'ব লাগে। অসমীয়া চুটি গল্প মানুহে পঢ়ে। কিন্তু চুটি গল্প এটা লেখি তাক প্ৰকাশ কৰিবলৈ নাপালে লেখকৰ মন বিষাদিত হৈ থাকে। আবাহন, ৰামধেনু, প্ৰকাশ আদি আলোচনী মৰিল। বৰ্তমানে অসমবাণী, দৈনিক অসম, সাদিন, অগ্ৰদূত, আদি সাপ্তাহিক কাকতবোৰে সপ্তাহত একোটাকৈ গল্প উলিয়াই নথকা হ'লে— লেখক সকলৰ চুটিগল্প ক'তো প্ৰকাশ নেপালেহেঁতেন। মাহেকীয়া আলোচনী গৰিয়সীয়েও মাহত এটাকৈ গল্প প্ৰকাশ কৰি আছে। তদুপৰি পূজা, বিহু সংখ্যা আলোচনীবোৰেও গল্পকাৰ সকলক প্ৰভূত উৎসাহ প্ৰদান কৰিছে।

সামৰণিত কওঁ যে অসমীয়া চুটি গল্পৰ ভড়াল চহকী। সমালোচক, প্ৰকাশকসকলে পক্ষপাতিত্ব নকৰিলে ইয়াৰ উন্নতি শিখৰত উঠিবগৈ। প্ৰকাশকসকলে গল্পৰ কিতাপৰ বিক্ৰী নাই বুলি কোৱা কথাটো মানি ল'বলৈ টান। কিয়নো সকলো শ্ৰেণীৰ পাঠকে গল্পহে প্ৰথমে পঢ়ে।○○

# মহাপুৰুষ শংকৰদেৱৰ 'আদি-দশম'ত দাৰ্শনিক দৃষ্টিভংগী

ড° বসন্ত কুমাৰ ভট্টাচাৰ্য

অসমৰ নৱবৈষ্ণৱ ধৰ্ম মুখ্যতঃ 'ভাগৱত পুৰাণ'ৰ দাৰ্শনিক তত্ত্বৰ ওপৰত নিৰ্ভৰশীল। 'ভাগৱত পুৰাণ' আকৌ 'বেদান্ত দৰ্শন'ৰ ওপৰত প্ৰতিষ্ঠিত। গতিকে বেদান্তৰ দাৰ্শনিক তত্ত্বই হ'ল 'ভাগৱত পুৰাণ'ৰো দাৰ্শনিক আদৰ্শ আৰু সিয়েই শংকৰদেৱৰ দ্বাৰা অনূদিত 'আদি দশম'ৰ মাজেদি প্ৰকাশ লাভ কৰিছে। কিন্তু যিহেতুকে মহাপুৰুষজনাই 'দশম' অনুবাদৰ ক্ষেত্ৰত বিশিষ্ট টীকাকাৰ-শ্ৰীধৰ স্বামীৰ 'ভাবাৰ্থ দীপিকা'ৰ ওপৰত প্ৰধানকৈ নিৰ্ভৰ কৰিছিল, সেই হেতুকে উক্ত টীকাকাৰ গৰাকীৰ দৃষ্টিভংগী তথা আদৰ্শৰ প্ৰভাৱো তাত লক্ষ্য কৰিব পাৰি।

'ভাগৱত পুৰাণ'ত বেদান্তৰ দৃষ্টিভংগীৰে বিশ্ব-ব্ৰহ্মাণ্ডৰ স্ৰষ্টা এগৰাকীৰ অস্তিত্ব প্ৰতিষ্ঠা কৰা হৈছে। এই স্ৰষ্টাগৰাকীয়েই হ'ল ঈশ্বৰ, ব্ৰহ্ম, পৰমাত্মা। শংকৰদেৱে 'একৰেসে তিনি নাম লক্ষণ ভেদ'ত বুলি এই স্ৰষ্টাগৰাকীৰ স্বৰূপ দাঙি ধৰিছে।

ঈশ্বৰ গুণবিশিষ্ট। এই গুণ প্ৰধানতঃ দুটাঃ সগুণ আৰু নিৰ্গুণ। মন কৰিবলগীয়া যে, ভাগৱতত ঈশ্বৰৰ এই দুয়োটা গুণৰেই উল্লিখন, বৰ্ণনা পৰিদৃষ্ট হয়। 'আদি দশম'ৰ 'কৃষ্ণৰ জন্ম'ৰ প্ৰসংগত শংকৰদেৱে বৰ্ণাইছেঃ

চন্দ্ৰ যেন প্ৰকাশন্ত পূৰ্বৰ দিশত।।
কমললোচন চাৰি ভুজে চাৰি অস্ত্ৰ।
কণ্ঠত কৌস্তভ শোভে গাৱে পীতবস্ত্ৰ।।
অমূল্য কিৰীটি ৰত্নগণে পাৰে জিকি।
তাৰে ৰশ্মি কেশচয় দেখি চিকিমিকি।।
মকৰ কুণ্ডল সুমণ্ডিত দুই কৰ্ণ।
সুন্দৰ শৰীৰ মেঘ সম শ্যাম বৰ্ণ।।
হিয়াত শ্ৰীবৎস পান্তি বনমালা।
কটিত প্ৰকাশ কৰে ৰত্নৰ মেখলা।।
কেয়ুৰ কংকনে কৰে কৰত দীপিতি।
পাদপদ্ম দুখানিক দেখন্তে তৃপিতি।।
ৰত্নময় নূপুৰে কৰন্তে আছে ঘোষ!
যাক মনে ধৰি পাৱে ভকতে সন্তোষ।।
শৰীৰ জ্যোতি সৃতি গৃহ প্ৰকাশন্ত।
অদ্ভুত বালক বসুদেৱে দেখিলন্ত।

ঈশ্বৰ ত্ৰিসত্য। তেওঁ জগতৰ মূল। তেওঁ সত্যব্ৰত। তেওঁ সৰ্বকালত বিৰাজিত।

তেওঁতে উপজে পঞ্চ মহাভূত। তেওঁ অন্তৰ্যামী। 'আদি দশম'ৰ অন্তৰ্ভুক্ত 'গোপী উদ্ধৱ সংবাদ' শীৰ্ষক পদাংশত শংকৰদেৱে লিখিছেঃ

যদি জন্ম কৰ্মহীন কৃষ্ণ কৃপাময়।
কিসক কৰন্ত সৃষ্টি পালন প্ৰলয়।।
হেনবা বুলিবা তাৰ শুনিয়ো উত্তৰ।
যদ্যাপি নিৰ্গুণ জন্ম ৰহিত ঈশ্বৰ।।
তথাপিতো প্ৰকৃতিক কৰাই সচেতন।
কৰান্ত গুণৰ হাতে স্ৰজন পালন।।
সাক্ষী হুয়া হৃদয়ত আপুনি ৰহিলা।
পৰম ঈশ্বৰ কৃষ্ণ তান এহি লীলা।।

মন কৰিবলগীয়া যে 'আদি দশম'ত 'কৃষ্ণ', 'ব্ৰহ্ম', 'নাৰায়ণ', 'হৰি', 'কেশৱ' আদিৰ মাজত কোনো পাৰ্থক্য ৰখা হোৱা নাই।

শংকৰদেৱৰ দাৰ্শনিক দৃষ্টিভংগী তথা 'আদি দশম'ৰ সংযোগত প্ৰকাশিত দাৰ্শনিক মতবাদ সম্পৰ্কে পণ্ডিত-সমালোচসকলৰ মাজত মত পাৰ্থক্য আছে। কোনো কোনোৱে 'আদি দশম'ৰ কোনো কোনো পদাংশৰ আধাৰত শংকৰদেৱক অদ্বৈতবাদী বুলি প্ৰতিপন্ন কৰিব বিচাৰে আৰু সেইদৰে আন এচামে তেওঁক বিশিষ্টাদ্বৈতবাদী ৰূপেও প্ৰতিষ্ঠা কৰিব বিচাৰে। 'আদি দশম'ৰ 'বসুদেৱ আৰু দৈৱকীৰ কৃষ্ণস্তুতি'ৰ প্ৰসংগত দিয়া বৰ্ণনাৰ পটভূমিত বিচাৰ কৰিলে, শংকৰদেৱক অদ্বৈতবাদী ভক্তিমাৰ্গী আৰু 'আদি দশম'ক অদ্বৈতবাদী ভক্তিমূলক গ্ৰন্থ বুলি কোৱাত আপত্তিৰ থল থাকিব নোৱাৰে। ইয়াৰ বিপৰীতে 'ইন্দ্ৰৰ কৃষ্ণস্তুতি'কে ধৰি আন কেতবোৰ ঘটনা তথা অণুকথাৰ প্ৰসংগত দাঙি ধৰা বিৱৰণে কৃষ্ণক সাকাৰ-নিৰাকাৰ ৰূপত প্ৰতিষ্ঠা কৰালৈ চাই তেওঁক বিশিষ্টাদ্বৈতবাদী বুলিহে একাংশ সমালোচকে প্ৰতিপন্ন কৰিছে।

বিচাৰত দেখা যায় যে 'আদি দশম'ত 'অদ্বৈতবাদ' আৰু 'বিশিষ্টাদ্বৈতবাদ' -- এই দুয়োটা দাৰ্শনিক দৃষ্টিভংগী তথা মতবাদ প্ৰকাশিত হৈছে। এনে দুই মতবাদ প্ৰকাশ পোৱাৰ মূলতেই যে আধাৰ গ্ৰন্থ আৰু টীকাকাৰৰ মতবাদৰ প্ৰভাৱ, তাক অস্বীকাৰ কৰিব নোৱাৰি। শংকৰদেৱে 'আদি দশম'ৰ অনুবাদৰ ক্ষেত্ৰত প্ৰধানকৈ সহায় লৈছিল অদ্বৈতবাদী শ্ৰীধৰ স্বামীৰ টীকা ভাষ্যৰ। সেয়েহে, তাত অদ্বৈতবাদী দৃষ্টিভংগীৰ প্ৰভাৱ স্পষ্টভাৱে প্ৰতিভাত হৈছে। অৱশ্যে শংকৰদেৱ 'একশৰণীয়া নামধৰ্ম'ৰ একান্ত অনুগামী হোৱা হেতুকে, তেনে আদৰ্শক ম্লান কৰিব পৰা শ্ৰীধৰ স্বামীৰ টীকাত পৰিবেশিত দাৰ্শনিক তত্ত্ব তেওঁ সম্পূৰ্ণৰূপে পৰিহাৰ কৰিছে। 'আদি দশম'ত 'বিশিষ্টাদ্বৈতবাদ'ৰ প্ৰাধান্য বিশেষভাৱে লক্ষ্য কৰিবলগীয়া। গ্ৰন্থখনত 'ব্ৰহ্ম'ক সাকাৰ-সগুণ ৰূপত 'নাৰায়ণ', 'হৰি', 'যাদৱ', 'বিষ্ণু', 'গোপাল' আদি নামেৰে প্ৰতিষ্ঠা কৰি সেইবোৰৰ ভিতৰত 'বিষ্ণুকেই শ্ৰেষ্ঠ স্থানত বহুৱাই ভক্তিধৰ্মৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰিবলৈ বিচৰা হৈছে।

শেষ বিচাৰত ক'ব পাৰি যে 'আদি দশম'ত 'অদ্বৈতবাদ' আৰু 'বিশিষ্টাদ্বৈতবাদ'ৰ দাৰ্শনিক তত্ত্ব পৰিবেশিত হ'লেও, 'অদ্বৈতবাদ'তকৈ 'বিশিষ্টাদ্বৈতবাদ'ৰ ব্যাপ্তি আৰু গতিবেগ অধিক গভীৰ আৰু সুদূৰ প্ৰসাৰী। ভক্তিমাৰ্গৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদনৰ বাবেই যে শংকৰদেৱেও 'বিশিষ্টাদ্বৈতবাদী' দৃষ্টিভংগীৰ প্ৰতি আনুগত্য দেখুৱাইছিল, সেই কথা 'আদি দশম'ৰ পৰা সহজে অনুভৱ কৰিব পাৰি।○○

# পথৰুঘাটৰ প্ৰথম প্ৰজা প্ৰতিৰোধ

## কনক চন্দ্ৰ শৰ্মা

১। অবিভক্ত দৰং জিলাৰ এটি বিস্তীৰ্ণ অঞ্চল ঐতিহাসিক ভাবে প্ৰসিদ্ধ, নাম তাৰ সঘন উদ্ধৃত পথৰুঘাট। উনবিংশ শতিকাৰ শেষভাগ আৰু কুৰি শতিকাৰ আগডোখৰত ই এটি তুলনামূলকভাৱে স্থায়ী খেতি-বাতিৰ প্ৰধান অঞ্চল আছিল। বৃটিছৰ শাসনকালত উনবিংশ শতাব্দীত ইয়াত খাজানা আদায়ৰ বাবে এটি তহচিল গঠন হৈছিল আৰু এটি ৰাজহ চক্ৰ বা ৰাজহ গ্ৰুপো প্ৰতিষ্ঠা হৈছিল। এই তহচিলতে তেজপুৰৰ বিখ্যাত ভৱানীচৰণ ভট্টাচাৰ্যই ১৮৯২ চন মানত আৰু তাৰ পাছত সু-সাহিত্যিক বেণুধৰ ৰাজখোৱাই চৰকাৰৰ তহচিলদাৰ ৰূপে কাম কৰিছিল বুলি জনা যায়। তেতিয়াৰ দেশ দৰঙৰ পশ্চিমত আৰু চিনাকোনা মৌজাৰ তলেদি দক্ষিণলৈ বাসগৰাৰ উত্তৰলৈকে আৰু পূবে পথৰুঘাট গাঁৱৰ পূবলৈকে এই গ্ৰুপটো বিয়পি আছিল। ইয়াৰ ভিতৰত তেতিয়াৰ মৌজা অন্তৰ্ভুক্ত আছিল ৬খন– দিপিলা, লোৰাকুছি, ৰাইনাকুছি, লোকৰাই, সোণাপুৰ আৰু হিন্দুঘোপা। ৰাজহ গাওঁ অন্তৰ্ভুক্ত আছিল ৯৪ খন আৰু মাটিকালি আছিল প্ৰায় ৯১ বৰ্গ মাইল এলেকা। কেইখনমান গাওঁৰ বাহিৰে প্ৰায় গাওঁ তেতিয়া জৰীপভুক্ত স্থায়ী গাওঁ হৈ আছিল। এফালে নোনাই নদী আৰু আনফালে পশ্চিমলৈ বৰনদীৰ বানপানী আৰু খহনিয়াই উপদ্ৰৱ কৰি থাকিলেও স্থায়ী খেতিৰে অঞ্চলটো তেতিয়া উন্নত আৰু চহকী আছিল বুলিয়েই জনা যায়। ১৮৯৪ চন মানৰ পৰা প্ৰলয়ংকাৰী কলাজ্বৰ আৰু ১৮৯৭ চনৰ বৰভূঁইকঁপে অৱশ্যে অঞ্চলটোক সেই কালত যথেষ্ট পীড়া দিছিল।

এই অঞ্চলটো বৃটিছ প্ৰশাসনৰ কালত অতিকৈ বিখ্যাত হৈ উঠিছিল ১৮৯৪ চনৰ প্ৰজা-বিদ্ৰোহৰ বাবে যাক বৃটিছৰ বিৰুদ্ধে 'পথৰুঘাটৰ ৰণ' বুলি ঐতিহাসিকভাৱে গণ্য কৰা হৈছে। বৃটিছ চৰকাৰৰ বৰ্দ্ধিত খাজানাৰ বিৰোধ কৰি ইয়াৰ থলুৱা অসমীয়া হিন্দু আৰু মুছলমান কৃষকসকলে খাজানা নিদিওঁ বুলি প্ৰতিবাদ কৰি পথৰুঘাটত মিলিত হৈছিল আৰু হিংসাত্মক কাৰ্যৰে উপায়ুক্ত আৰু আৰক্ষী অধীক্ষক আদি বিষয়াক ঘেৰাও কৰিছিল। প্ৰশাসনে গুলী চালনাৰে প্ৰত্যুত্তৰ দি বহুলোকক হত্যা কৰি আৰু ঘাইল কৰি ১৮৯৪ চনৰ এই প্ৰজা বিদ্ৰোহ দমন কৰাৰ কথা সকলোৱে জানে। আধুনিক সাহিত্য, নাটক আৰু লোক কাব্যত এই বিদ্ৰোহৰ প্ৰকাশ ঘটিছে।

কিন্তু, এটা কথা এতিয়াও সম্পূৰ্ণকৈ প্ৰকাশ হোৱা নাই। সেইটো হৈছে যে ১৮৯৪ চনৰ এই বিদ্ৰোহৰ ২৫ বছৰ আগতে ১৮৬৮-৬৯ চনত সম্পূৰ্ণ একে বিষয় আৰু একে ঘটনাৰে এই পথৰুঘাটতে এটি প্ৰজা-বিদ্ৰোহ হৈছিল। প্ৰকৃততে ১৮৯৪ চনৰ ঘটনা ১৮৬৮-৬৯ চনৰ বিদ্ৰোহৰহে তীব্ৰ ৰূপান্তৰ।

২। ইয়াণ্ডাবু সন্ধিৰ পাছত অসমৰ অধিকৃত অঞ্চলসমূহক প্ৰশাসনীয় কাৰ্যৰ বাবে আৰম্ভণিতে উত্তৰ পূব ৰংপুৰ আৰু গোৱালপাৰাকে ধৰি ৫টা মণ্ডলত (Division) বিভক্ত কৰি বৃটিছ চৰকাৰে গৱৰ্ণৰ জেনেৰেলৰ এজেন্ট আৰু আয়ুক্তৰূপে এগৰাকী শাসনকৰ্ত্তাৰ অধীনত ৰাখিছিল। কিন্তু কেইবছৰমানৰ ভিতৰতে অৰ্থাৎ ১৮৩৩-৩৪ চনৰ ভিতৰত পূৰণি মণ্ডলসমূহৰ পুনৰ বিভাজন কৰি অসমৰ বৃটিছাধীন এলেকাসমূহক চাৰিখন জিলাত গঠিত

কৰে। গোৱালপাৰা, কামৰূপ, দৰং আৰু নগাওঁ জিলা। ১৮৩৯ চনৰ ভিতৰত আৰু দুখন জিলা শিৱসাগৰ আৰু লক্ষীমপুৰ গঠন হৈ বৃটিছাধীন হয়।

১৮৩৩ চনত মঙ্গলদা নদীৰ পাৰত দৰং জিলাৰ প্ৰথম সদৰ ঠাই পতা হয়। দুবছৰ পাছত ১৮৩৫ চনত মঙ্গলদৈ ঠাইখন চাহাবসকলৰ বাবে স্বাস্থ্যোপযোগী নোহোৱা বুলি আৰু অঞ্চলতো সততে কলাজ্বৰৰ দ্বাৰা আক্ৰান্ত বুলি ভাবি তেজপুৰলৈ সদৰস্থান তুলি নিয়া হয়। কিন্তু মহকুমাৰূপে মঙ্গলদৈক ৰাখি মহকুমাৰ সদৰ হিচাপে এই মঙ্গলদৈক ৰখা হয়। সদৰ স্থানৰ পৰিবৰ্ত্তন সম্পৰ্কে পৰশুৰাম দ্বিজৰ ভাঙনি গ্ৰন্থ ধৰ্মপুৰাণত এনেদৰে আছেঃ

দৰঙৰ একদেশ লোহিত কাখৰ।।
মঙ্গলদা নামে নদী তাহাৰ পূৰ্বত।
সিটো স্থান ৰাজধানী হৈল কালমত।।
বেদ বাণ মুণি ইন্দু শকাব্দে অৱৰ।
কাৰ্ত্তিক মাসত ইটো দেশ খণ্ডকৰ।।
প্ৰাগজ্যোতিষপুৰৰ সম্পৰ্ক চাৰি এথা।
সবে ৰাজকাৰ্য ভিন্ন ভৈলা প্ৰজা ঘৰ।।

—ইত্যাদি।

('তেজপুৰ নাম ইটো নগৰ বিশেষ' গ্ৰন্থৰ পৰা উদ্ধৃত)
'বেদ বাণ মুণি ইন্দু' শক মানে ১৭৫৪ শক অৰ্থাৎ ১৮৩২ চন।

আৰম্ভণিতে মঙ্গলদৈ মহকুমাৰ সীমা তিনিটা প্ৰাকৃতিক বিভাজনৰ দ্বাৰা চিহ্নিত হৈছিল। দক্ষিণ পশ্চিমত দেশ দৰং, তাৰ উত্তৰত দেশ চাটগিৰি আৰু পাহাৰৰ নামনিত কছাৰী দুৱাৰ কেইখন, পূবেঃ পাচনৈ।

কালৰ বিস্ময়কৰ সংযোগ এই যে ১৮৩৩ চনৰ সম্পূৰ্ণ ১৫০ বছৰ পাছত ১৯৮৩ চনৰ জুন-আগষ্টৰ ভিতৰত মঙ্গলদৈ মহকুমাক বিভক্ত দৰং জিলা বুলি ৰাজ্য চৰকাৰে চৰকাৰী বিজ্ঞপ্তি প্ৰকাশ কৰি মঙ্গলদৈ নগৰকে পুনৰ এই জিলাৰ সদৰ ঠাই ৰূপে ঘোষণা কৰে।

৩। বৃটিছ প্ৰশাসনে অসম অধিকাৰ কৰি আহোম ৰজাৰ প্ৰশাসনত চলি অহা পাইক, গোট, খেল আদিৰে সৃষ্টি কৰা প্ৰজাৰ ব্যক্তিগত সেৱাৰ আৰু ঘৰ-বস্তীৰ বাবে প্ৰদত্ত কৰৰ ব্যৱস্থাৰ বিলোপ সাধন কৰি ভূমিৰ কৰ বা মাটিৰ খাজানা দিবলগীয়া অৱস্থা ১৮৩৩ চনত প্ৰবৰ্ত্তন কৰে। কিন্তু অঞ্চলে অঞ্চলে তেতিয়া 'ভূমি কৰ' পৃথক হৈ আছিল। প্ৰথমে পাইকসকলৰ বাবে সৰ্বমুঠ ৩,০০০ টকা কৰ ধাৰ্য কৰা হৈছিল। ১৮৪৫ চন মানলৈ এনে ব্যৱস্থা চলিছিল। কিন্তু তাৰ পাছত লাহে লাহে মাটিৰ শ্ৰেণী বিভাগ কৰি— বস্তি, ৰূপিত আৰু ফৰিঙতি — এই তিনিটা শ্ৰেণীৰ বাবে প্ৰজাৰ পৰা খাজানা লোৱা ব্যৱস্থা প্ৰচলন কৰা হ'ল। ১৮৬৫ চনত খাজানাৰ নিৰিখ এনে আছিলঃ

ৰূপিত মাটিঃ বিঘাত ৬ অনা।
বস্তি আৰু ফৰিঙতিঃ বিঘাত চাৰে চাৰি অনা।
সমগ্ৰ ৰাজ্যতে এনে নিৰিখেই চালু আছিল।

ইতিমধ্যে মাটিৰ প্ৰকৃত আৰু যুক্তিপূৰ্ণভাৱে শ্ৰেণী নিৰ্দ্ধাৰণ কৰি এটি যুক্তিমূলক ব্যৱস্থা প্ৰবৰ্ত্তনৰ বাবে ৰাজ্য চৰকাৰৰ আয়ুক্তই উৰ্দ্ধতন কৰ্তৃপক্ষৰ সৈতে বিভিন্ন প্ৰস্তাৱ-

পৰামৰ্শ আদিৰে যোগাযোগ চলাই থকা সংবাদ ইতিহাসৰ পাতত আছে।

৪। ১৮৬১ চনত জেনেৰেল জেন্‌কিন্‌ছৰ পাছত কৰ্ণেল হেনৰি হপকিন্‌ছন্ অসমৰ বাবে আয়ুক্ত নিযুক্ত হৈছিল। ১৮৭৪ চনলৈ তেওঁ এই পদত অধিষ্ঠিত থাকি অসমৰ মাটি পত্তনৰ ক্ষেত্ৰত আৰু খাজানা নিৰ্দ্ধাৰণ ক্ষেত্ৰত বিশেষভাৱে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। তেওঁৰ মতে এই খাজানা মাটিৰ দাবী আৰু গুৰুত্ব অনুযায়ী যথেষ্ট কম আছিল আৰু শ্ৰেণী বিভাজন সমন্বিত ৰূপত বিবেচনা নোহোৱাত সঠিক বা শুদ্ধ নাছিল। সেয়ে তেওঁ অসমৰ ৫খন জিলাত মাটিৰ খাজানা এক সু-সংগত শ্ৰেণী নিৰ্দ্ধাৰণৰ আধাৰত নিৰ্ণয় কৰি খাজানাৰ নিৰিখ ঠিক কৰিবলৈ মাটি বন্দৱস্তীৰ প্ৰক্ৰিয়া আৰম্ভ কৰে। উল্লেখনীয় যে তেতিয়ালৈ অৱশ্যে মাটি বন্দৱস্তীৰ বাবে ১৮৭০ চনৰ বন্দৱস্তী নিয়ম (Settlement Rules of 1870)ৰ দৰে কোনো চৰকাৰী নীতি বা বিধি (Policy) সৃষ্টি হৈ উঠা নাছিল। হপকিন্সন চাহাবে প্ৰতি জিলাতে মাটিৰ শ্ৰেণী অনুসৰি একেটা খাজানাৰ নিৰিখতে পূৰ্বতকৈ দুগুণ হিচাপে ধাৰ্য কৰাটো বিচাৰিছিল আৰু পূৰ্বৰ দুটা নিৰিখতকৈ তিনিটা শ্ৰেণীৰ বাবেই তিনিটা নিৰিখ বিচাৰিছিল আৰু সেই মৰ্মে তেতিয়াৰ বঙ্গৰ লেফটিনাণ্ট গৱৰ্ণৰ চাৰ চিচিল বিডনলৈ প্ৰস্তাৱ প্ৰেৰণ কৰিছিল। হপকিন্‌চনৰ বন্দৱস্তী প্ৰক্ৰিয়ামতে বস্তি শ্ৰেণীৰ মাটিত বিঘা প্ৰতি ১.০০ টকা, ৰূপিত শ্ৰেণীৰ মাটিত বিঘা প্ৰতি দহ অনা আৰু ফৰিঙতি শ্ৰেণীৰ বাবে বিঘা প্ৰতি আঠ অনা ধাৰ্য কৰা হয়। লেফটিনাণ্ট্ গৱৰ্ণৰে ৰাজহ বোৰ্ডৰ সৈতে আলোচনা কৰি আয়ুক্তৰ এই খাজানা বৃদ্ধিৰ প্ৰস্তাৱত অনুমোদন জনায়।

তেজপুৰ সদৰৰ বাবে এই ব্যৱস্থাত বস্তি, বেপেৰুৱা আৰু ৰূপিত মাটিত বিঘাত দুটকা খাজানা ধাৰ্য কৰা হৈছিল।

৫। ১৮৬৫ চনত দৰং জিলাৰ সৰ্বমুঠ খাজানা আছিল ১,৯৪,৮৪৬.০০ টকা। হপকিন্‌চন চাহাবৰ বন্দৱস্তীৰ কাম শেষ হোৱাত ১৮৬৮-৬৯ চনত দৰং জিলাত খাজানা হয় সৰ্বমুঠ ৩,৫৭,৭৬৮.০০ টকা। বৃদ্ধি হয় ৮৩,৬২ শতাংশ।

উল্লেখ কৰিবলগীয়া যে ১৮৬৫ চনত পূৰ্বে উল্লেখ কৰি অহা নিৰিখ মতে খাজানা নিৰ্ণয় হোৱাৰ পাছতেই আকৌ ৩ বছৰৰ পাছত খাজানাৰ এনে বৃদ্ধি সকলো ৰাইজৰ বাবেই অসন্তোষৰ কাৰণ হৈছিল।

তেতিয়াৰ দৰং জিলাৰ খাজানা বৃদ্ধিৰ উল্লেখিত এই পৰিসংখ্যা প্ৰাপ্ত হ'লেও পথৰুঘাট গ্ৰুপৰ খাজানা ১৮৬৮-৬৯ চনত প্ৰকৃততে কিমান বৃদ্ধি হৈছিল সেই তথ্য এই লেখকে পাব পৰা নাই। কিন্তু ইয়াৰ পাছত ১৮৯৩-৯৪ চনত পুনৰ যি বন্দৱস্তীৰ আগত পথৰুঘাটৰ চক্ৰত কিমান ৰাজহৰ পৰিমাণ আছিল, তাৰ এটা পৰিসংখ্যা ১৯০৬-০৯ চনৰ পুনৰ বন্দৱস্তী গ্ৰুপ প্ৰতিবেদনত উল্লেখ আছে। ১৮৯৪ চনৰ নতুন খাজানা নিৰ্দ্ধাৰণ হোৱাৰ আগতে ১৮৯৩ চনত পথৰুঘাট চক্ৰৰ খাজানা আছিল এনে ধৰণৰঃ

**খাজানাঃ পথৰুঘাট চক্ৰ**

| মৌজা | ১৮৯৩ | ১৮৯৪ (বন্দৱস্তী কালত ধাৰ্য) |
|---|---|---|
| সোণাপুৰ | ১১৮৭২.০০ টকা | ১৫৮৪৪.০০ টকা |
| হিন্দুঘোপা | ১১৯৪৩.০০ টকা | ১৮৯১০.০০ টকা |
| ৰাইনাকুছি | ৬৩০০.০০ টকা | ৯৯৮৬.০০ টকা |
| লোকৰাই | ৭০১৫.০০ টকা | ১১০৮১.০০ টকা |

| | | |
|---|---|---|
| দিপিলা | ১২৬৮৮.০০ টকা | ১৮৩০৫.০০ টকা |
| লোৰাকুছি | ৬৮৬১.০০ টকা | ৯৯০৬ ০০ টকা |
| মুঠ | ৫৬৬৭৯.০০ টকা | মুঠ ৮৪০৩২.০০ টকা |

খাজানা বৃদ্ধিৰ শতাংশ হৈছিল ৪৮।

১৮৯৩ চনত দেখুৱা এই পৰিসংখ্যাই কম-বেছি পৰিমাণে পথৰুঘাট চক্ৰৰ ১৮৬৮-৬৯ চনৰ বৰ্দ্ধিত খাজানা হ'ব পাৰে। কাৰণ ইয়াৰ মাজত খাজানাৰ নিৰিখ আৰু মাটিৰ শ্ৰেণীৰ কোনো নতুন পৰিৱৰ্তন বা বিভাজন হোৱা নাছিল। কিন্তু ১৮৮৩ চনত চৰকাৰে নতুন দহচনীয়া বন্দৱস্তী নিয়ম (Decennial Settlement Rules) প্ৰৱৰ্তন কৰি সাময়িক দীৰ্ঘদিনীয়া পট্টা দিয়াৰ নিয়ম প্ৰৱৰ্তন কৰিছিল। ইতিমধ্যে এই সময়তে মাটিসমূহৰ জৰীপ কৰাৰ বাবে ব্যৱসায়িক দলো সৃষ্টি কৰিছিল। তাৰ ফলত মেপ আৰু ভূমিলেখ্য শুদ্ধ ৰূপত প্ৰস্তুত হৈছিল। মাটিৰ দখলীকৃত এলেকা, শ্ৰেণী আদিৰ জোখ শুদ্ধভাৱে তাত প্ৰতিফলিত হৈছিল। মাটিৰ পট্টাৰ ম্যাদ ২০ বছৰৰ বাবে কৰা হৈছিল। ইয়াৰ ফলত খাজানাৰ নিৰিখৰ পৰিৱৰ্তন নহ'লেও শুদ্ধ শ্ৰেণীকৰণ গৈ মাটিৰ জৰীপ হোৱাত ১৮৮৩ চনৰ পাছত খাজানা পুনৰ সাধাৰণ ভাবে কিছু পৰিমাণে বৰ্দ্ধিত হৈছিল। ইয়াৰ পাছতে ১৮৮৬ চনত অসম ভূমি আৰু ৰাজহ বিধি প্ৰণয়ন হৈছিল আৰু তাত মাটি বন্দৱস্তী প্ৰদান আৰু খাজানা ধাৰ্যকৰণৰো এক সুনিৰ্দিষ্ট নিয়ম প্ৰণালী অন্তৰ্ভুক্ত হৈছিল। মঙ্গলদৈ মহকুমাত দহচনীয়া বন্দৱস্তী নিয়মমতে কাম আৰম্ভ কৰাত বিলম্ব হৈছিল আৰু সেয়ে ১৮৯৩ চনলৈ ১৮৬৮-৬৯ চনৰ নিৰ্দ্ধাৰিত খাজানাই চলি থাকিব পাৰে। ইতিমধ্যে জৰীপ কৰা গাওঁসমূহৰ ওপৰত ভিত্তি কৰি ১৮৯৩ চনত পুনৰ খাজানাৰ নিৰিখ পৰিৱৰ্তন কৰি আৰু নিৰ্দ্ধাৰিত মাটিৰ শ্ৰেণীৰ ৪টা উপভাগ কৰি পুনৰ খাজানা বৃদ্ধি কৰাৰ ব্যৱস্থা চৰকাৰে হাতত ল'লে। খাজানাৰ নিৰিখ বিঘা প্ৰতি এনে কৰা হ'লঃ

| | বস্তি | ৰূপিত |
|---|---|---|
| ফৰিঙতি | | |
| প্ৰথম শ্ৰেণী | ১ টকা ৬ অনা | ১ টকা বাৰ অনা |
| দ্বিতীয় শ্ৰেণী | ১ টকা ৪ অনা | চৈধ্য অনা দহ অনা |
| তৃতীয় শ্ৰেণী | ১ টকা ২ অনা | বাৰ অনা ন অনা |
| চতুৰ্থ শ্ৰেণী | ১ টকা | দহ অনা আঠ অনা |

এই মতেই ১৮৯৪ চনত ১৮৬৮-৬৯ চনৰ পাছত মাটিৰ শ্ৰেণী আৰু খাজানাৰ পৰিৱৰ্তন কৰি চৰকাৰী ৰাজহ বৃদ্ধিৰ প্ৰস্তাৱ লৈছিল। এই ৰাজহ বৃদ্ধিৰ চৰকাৰী ব্যৱস্থা আৰু তাৰ ফলত সম্ভাব্য প্ৰজা-নিৰ্যাতনৰ আশংকা কৰি সমগ্ৰ অসমতে প্ৰজাৰ অসন্তোষ হৈছিল। ১৮৯৪ চনৰ পথৰুঘাটত হোৱা বিখ্যাত প্ৰজা বিদ্ৰোহৰ উদ্ভৱ হৈছিল এইবাবেই। এই বিদ্ৰোহৰ প্ৰভাৱ, প্ৰতিক্ৰিয়া আৰু প্ৰচাৰ যথেষ্ট ভাবে বিয়পিছিল। বিতং ঐতিহাসিক বিৱৰণো বহু পৰিমাণে উদ্ধাৰ হৈছে।

৬। কিন্তু এই প্ৰবন্ধৰ প্ৰধান উল্লেখ্য বিষয় এইটোৱেই যে ১৮৯৪ চনৰ এই প্ৰজা বিদ্ৰোহৰ বীজ প্ৰকৃততে হৈছিল ১৮৬৯ চনতেই আৰু এই পথৰুঘাটতে। আমাৰ ধাৰণাত এয়েই বৃটিছ প্ৰশাসনৰ বিৰুদ্ধে প্ৰথম কৃষক বিদ্ৰোহ বা প্ৰজা বিদ্ৰোহ। ১৮৬৯ চনৰ এই

বিদ্ৰোহ সম্পৰ্কে আমাৰ ইতিহাসত বিতং তথ্য এই পৰ্যন্ত উল্লেখ হোৱা নাই। ড° হেৰম্বকান্ত বৰপূজাৰী সম্পাদিত Comprehensive History of Assam Vol. V গ্ৰন্থত এই বিষয়ে নামমাত্ৰ ইংগিতহে দিয়া হৈছে। কিন্তু ১৯০৫-০৯ চনৰ দৰং দিলাৰ বন্দৱস্তী প্ৰাধিকাৰী জে. মেকচুইনি আই. চি. এচ চাহাবে সেই সময়ৰ পথৰুঘাট গ্ৰুপৰ প্ৰতিবেদনত আৰু অসম চৰকাৰে ১৯৭৭ চনত প্ৰকাশ কৰা Political History of Assam Vol-Iত এই প্ৰসঙ্গৰ উল্লেখ হৈছে। উল্লেখিত এই বুৰঞ্জী গ্ৰন্থখনত উল্লেখ এনেঃ

"The ryots of Patharughat in the Mangaldoi sub-division were the first to react against the enhancement of revenues on land. The aggrieued, both Hindus and Mussalmans, met in their 'mels' and protested against the new measures. Anticipating troubles, colonel A.C. Comber, Deputy Commissioner of Darrang, accompanied by the Superintendent of police, arrived at Patharughat, and on that very night the party was besieged by a huge crowed but nothing untoward happened, since neither side took the offensive.

From early 1869, 'mels' were frequently held at Gobindapur, Hadira and Bajali in the north of the District of Kamrup." (পৃঃ ১৫)

লেফ্ এচি কম্ব ১৮৬৮ চনত দৰঙৰ উপায়ুক্ত আছিল।

১৮৬৫ চনত অসমত মাটিৰ খাজানাৰ নিৰিখ নতুনকৈ নিৰ্দ্ধাৰণ কৰাৰ পাছতেই ১৮৬৮-৬৯ চনত পুনৰ আয়ুক্ত হপ্কিন্চন চাহাবে খাজানাৰ নিৰিখ উৰ্দ্ধমুখী কৰাৰ কথা কৈ অহা হৈছে। ইয়াৰ ফলত সমগ্ৰ অসমতে বিশেষকৈ নামনি অসমত খেতিয়ক প্ৰজাৰ মাজত বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি হ'ল। বৃটিছ প্ৰশাসনৰ আৰম্ভণিৰ এই কালত সাধাৰণ প্ৰজাৰ কোনো বিশেষ উন্নতি হোৱা নাছিল। চাহ-বাগান আদিৰ সম্প্ৰসাৰণো নামনি অসমত নাছিল। অৰ্থনৈতিকভাৱে সবল হ'বলৈ কোনো বেহা-বেপাৰ নাছিল। আনকি বৃটিছ প্ৰশাসকসকলেও এই কথা স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল। আনন্দৰাম ঢেকিয়ালফুকন (১৮২৯-৫৯খ্ৰী)ৰ দৰে অসমীয়া বিষয়া আৰু স্বনামধন্য নেতাই তাৎকালিকভাৱে অসমৰ প্ৰজাৰ ওপৰত খাজানা বৃদ্ধিৰ প্ৰস্তাৱত বিৰোধিতা প্ৰকাশ কৰিছিল।

"The former government never exceede he standard of assessment laid own by the ancient. Hindu legislators, viz, the sixth of the produce of land. The present rate of taxation some of the poorest classes of rupit lands is nearly equal in value to one half of their produce........ that a poorah of high rupit land yeilding twenty or fifteen maunds Price values at Rs. 3 is loaded with a tax of one rupee and four annas.

("Observation on the administration of Province of Assam পৃঃ৭৩)

আনন্দৰাম ঢেকিয়াল ফুকন ডাঙৰীয়াই তেতিয়া অসমীয়া কৃষকে পুৰাত কুৰিমোণ বা পোন্ধৰমোণ অৰ্থাৎ বিঘাত ৪/৫ মোণ ধান উৎপাদন কৰা কৃষিৰ অৱস্থা দেখুৱাই তাৰ টকাৰ মূল্য প্ৰতি বিঘা মাটিৰ ধানৰ উৎপাদনত যে ১.০০ টকাও নহয়গৈ সেই কথাটো দেখুৱাই এই খাজানা যে কৃষকৰ বোজাস্বৰূপ হৈ উঠিব তেওঁ সেইবাবে তীব্ৰ প্ৰতিবাদ জনাইছিল।

কৃষকে এই খাজানাৰ পৰা হাত সাৰিবলৈ দখলৰ মাটি ইস্তফা (Relinquisment) দিবলগীয়া হৈছিল। এক সমীক্ষাৰ পৰা জনা যায় যে মঙ্গলদৈ মহকুমাৰ ৭০ হাজাৰ কৃষিভূমি গোটৰ (holdings) ভিতৰত ১৬ হাজাৰ গোট ইস্তফাত গৈছিল। কিন্তু কোনো ইস্তফাৰ মাটি যাতে অন্য সুবিধাবাদীৰ হাতলৈ নাযায় আৰু চৰকাৰে ৰাজহ সংশোধন কৰি ৰাইজৰ দাবী মানি ল'লে ইস্তফা দিয়া মাটি যাতে পুনৰ ঘূৰাই পায়, সেই বিষয়ত কৃষকসকল একাগাট হৈছিল। পথৰুঘাট গ্ৰুপতে প্ৰথমে হিন্দু-মুছলিম সকলো লোকে এই খাজানা নিদিবলৈ স্থিৰ কৰিছিল আৰু ৰাইজমেল আহ্বান কৰিছিল। ইয়াৰ পাছতহে ক্ৰমে ১৮৬৯ চনৰ ভিতৰতে কামৰূপৰ গোবিন্দপুৰ, হাদিৰা, বজালী আদি অঞ্চলত সদৃশ ৰাইজমেলৰ আৰম্ভ হৈছিল।

৭। পথৰুঘাটত বৰ্দ্ধিত খাজানাৰ বিৰুদ্ধে সেই অঞ্চলৰ সকলো লোক গোট খালে। হিন্দু মুছলিম উভয় গোষ্ঠীয়ে তাত খেতিয়ক আছিল। চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰি সশস্ত্ৰ সংঘৰ্ষৰ বাবে তাত তেওঁলোক প্ৰস্তুত হৈছিল। এই খবৰ পাই ততাতৈয়াকৈ জিলাৰ উপায়ুক্ত এ চি কুম্বাৰ আৰু আৰক্ষী অধীক্ষক লৰি আহিছিল। তেওঁলোকক প্ৰজাই ঘেৰাও কৰিছিল আৰু আক্ৰমণ কৰিছিল কিন্তু সৌভাগ্যবশতঃ পৰৱৰ্তী পৰ্যায়ৰ ১৮৯৪ চনৰ পথৰুঘাট ৰণত হোৱাৰ দৰে গুলী চালনাৰ দ্বাৰা কোনো মানুহ নিহত হোৱা নাছিল।

এয়ে আছিল পথৰুঘাটৰ প্ৰথম প্ৰজা-বিদ্ৰোহ বা কৃষক-বিদ্ৰোহ। ১৮৯৪ চনৰ ঘটনাৰ আগতেই ঠিক সদৃশভাৱে এই বিদ্ৰোহৰ সূচনা হৈছিল। ১৯০৫-১৯০৯ চনৰ দৰং জিলাৰ পুনৰ বন্দৱস্তী কালত সেই সময়ৰ বৃটিছ প্ৰশাসনীয় বিষয়া বন্দৱস্তী প্ৰাধিকাৰী জে. মেক্‌চুইনি (J.McSwincy, Esq.) আই, চি, এছ ডাঙৰীয়াই সেই বন্দৱস্তীৰ পথৰুঘাট গ্ৰুপ প্ৰতিবেদনত পূৰ্বৰ ৰাজহ ইতিহাসক উল্লেখ কৰোতে এই বিদ্ৰোহৰ কথা কেইশাৰীমান বাক্যতে লিখি থৈ যোৱা সংবাদখিনি ঐতিহাসিকভাৱে অত্যন্ত গুৰুত্বপূৰ্ণ আৰু এই বিষয়ৰ গৱেষণাৰ বাবে মূল্যবান সম্পদ।

"There were riots at Patharughat in this group at the introduction of this settlement, and the Deputy Commissioner and District Superintendent of Police were attacked by indignant villagers A repetition of this tendency to violence occured at the same place in 1893, when the district, with very disastrous results to the people, a number of whom were shot down by police; in both the cases local Mahammadans were the leaders and principal participants." (Assessment Report of the Patharughat Group (Darrang District) by J. Meswincy, Esq, I.C.S.Settlement Officer, 1907; পৃঃ৩)

বৃটিছ প্ৰশাসনৰ বিৰুদ্ধে ১৮৬৯ চনৰ এই প্ৰথম প্ৰজা-বিদ্ৰোহৰ বিষয়ে বিতং তথ্য পোহৰলৈ আহিবলৈ লাগে।

**বিশেষ টোকাঃ**

**'পথৰুঘাট', নে 'পাথৰিঘাট' (পথৰিঘাট)ঃ**

১৯০৩-১৯০৭ চনলৈকে চৰকাৰৰ ৰাজহ নথি, গ্ৰুপ প্ৰতিবেদন, মেপ আদি সকলোতে এই গ্ৰুপ বা তহচিলৰ নাম 'পথৰুঘাট' বুলি উল্লেখ আছে। ১৯২৭-৩৩ চনৰ ৰাজহ নথি, প্ৰতিবেদন আদিতো এই নাম আছে। কিন্তু তাৰ পাছৰ পৰা পাথৰিঘাট

(পথৰিঘাট) বুলিহে ব্যৱহাৰ হৈছে। বৰ্ত্তমানৰ ৰাজহচক্ৰৰ নাম, চৰকাৰী নথি আদিতো এই পাথৰিঘাট (পথৰিঘাট) নামটোহে লিখা হৈ আছে। কিন্তু অসমৰ Political History of Assam, Comprehensive History of Assam আৰু Landmarks of the Freedom Struggle in Assam আদি ইতিহাস-গ্ৰন্থত আৰু সাহিত্যত 'পথৰুঘাট' নামটোহে প্ৰচলিত আৰু ব্যৱহৃত। অঞ্চলটোৰ ঐতিহাসিক পৰিচয়ৰ পটভূমিত পূৰ্বৰ 'পথৰুঘাট' নামটোহে চৰকাৰী নথিত পুনৰ ব্যৱহাৰ হ'ব লাগে। — লেখক।

**প্ৰসঙ্গ গ্ৰন্থঃ**


১। The Assam Land Revenue Manual, 8th Edition Edited by J.N. Das, 1967, Govt of Assam.

২। Revenue Administration in Assam, Ed by D.K. Gangopadhyay, I.A.S., Govt. of Assam, 1990

৩। Assessment Report of the Patharughat Group of Darrang District by J.McSwincy, I C.S. Settlement Officer, Shillong, Eastern Bengal and Assam Secretariet Press, 1907.

৪। Final Report on the Land Revenue Settlement of Darrang District during 1927-1933 by Raibahadur Debendra Kumar Mukherjee, Shillong, Assam Government, 1933.

৫। The Comprehensive History of Assam, Vol. V.ed. H.K. Barpujari, Publicahing Board, 1993.

৬। Political History of Assam, Vol-I, ed by H.K. Barpujari, Govt, of Assam, Dispur 1977.

৭। 'তেজপুৰ নাম ইটো নগৰ বিশেষ' ঐতিহাসিক গ্ৰন্থঃ কনকচন্দ্ৰ শৰ্মা, গুৱাহাটী, ২০০১।

৮। Ananda Ram Dhekial Phukan: Plea for Assam and Assamese, ed. Dr. M Neog, Assam Sahitya Sabha, 1977.○○

# মুল্কৰাজ আনন্দৰ গল্প-সাহিত্য

তোযেশ্বৰ চেতিয়া

১৯০৫ চনৰ ১২ ডিচেম্বৰত বিখ্যাত ঔপন্যাসিক, গল্পকাৰ আৰু পণ্ডিত বুদ্ধিজীৱি মুল্কৰাজ আনন্দৰ পেছোৱাৰত জন্ম হয়। অমৃতসৰৰ খালছা কলেজৰ পৰা স্নাতক হৈ তেওঁ ১৯২৮ চনত লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰে। মাতৃ ঈশ্বৰ কৌৰে আনন্দক গভীৰভাৱে প্ৰভাৱিত কৰিছিল। মাতৃৰ স্নেহ, সাধুতা, পবিত্ৰতা আৰু দৈনন্দিন বিধিপালনৰ প্ৰাৰ্থনা আৰু গীতে পুত্ৰ আনন্দক অতিশয় আকৰ্ষণ কৰিছিল। অৱশ্যে মাতৃয়েও তেওঁক ধৰ্মৰ কোনো প্ৰভাৱ দিব পৰা নাছিল।দেউতাকৰ লগত মুল্কৰাজৰ বিচ্ছিন্নতা সৰুকালৰ পৰাই আছিল। দেউতাকৰ ব্ৰিটিছ আনুগত্যই তেওঁৰ বুকুত কেলাৰৰ দৰে বেদনা দিছিল। দেউতাকে তেওঁক বৃটিছ চৰকাৰৰ চাকৰি লৈ ভদ্ৰলোক হোৱাতো বিচাৰিছিল আৰু তাৰ বাবে জোৰো দিছিল। দেউতাকৰ তেনে কুঅভিপ্ৰায়ৰ পৰা ৰক্ষা পাবলৈ আনন্দে পোনতে বোম্বাইলৈ আৰু পিছত সুযোগ পাই উচ্চ শিক্ষাৰ বাবে বিদেশলৈকে গুছি গৈছিল।

কুৰিখনমান বিখ্যাত মানৱতাবাদী আৰু বিপ্লৱী উপন্যাস লেখি মুল্কৰাজ আনন্দে পাঁচখন অতি জনপ্ৰিয় গল্প সংকলন প্ৰণয়ন কৰে। সাহিত্য-শিক্ষা আৰু বৌদ্ধিক চিন্তাত আন্তৰ্জাতিক খ্যাতি আৰ্জন কৰি আন্তৰ্জাতিক শান্তি বঁটা, পদ্মবিভূষণ আৰু সাহিত্য একাডেমীৰ বঁটা লাভ কৰে।

ডঃ মুল্কৰাজ আনন্দৰ চুটি গল্পবোৰ জীৱনৰ গভীৰ অন্বেষণৰ প্ৰতিচ্ছবি। তেওঁৰ পাঁচোটা গল্প সংকলনত বহুতো আটকধুনীয়া গল্প অন্তৰ্ভুক্ত হৈছে। তেওঁৰ আগবয়সৰ গল্পবোৰত নিষ্ঠুৰ বাস্তৱতাৰ নগ্ন ছবি অঙ্কন কৰা হৈছে আৰু পৰৱৰ্তী গল্পবোৰত ব্যঙ্গ, ৰূপকথা আৰু প্ৰতীকৰ প্ৰয়োগ কৰা হৈছে। তেওঁৰ গীতিধৰ্মী গল্পবোৰত সমাজৰ তীক্ষ্ণ সমালোচনা প্ৰকাশ পাইছে। আনন্দৰ গল্পৰ ৰূপসজ্জাও কোনো অলঙ্কাৰৰ মাজৰ সোণতখজা বাখৰৰ দৰে আছিল আৰু আকৰ্ষণীয়। বিভিন্ন পৰিৱেশৰ মাজত তেওঁৰ গল্পৰ চৰিত্ৰবোৰে বিভিন্ন অভিজ্ঞতাৰে জলমলাই উঠিছে। আনন্দৰ কিছু বাচকবনিয়া গল্পৰ সমালোচনাত্মক বিশ্লেষণ কৰিলেই তেওঁৰ গল্পৰ শক্তি, সৌন্দৰ্য আৰু সমৃদ্ধি উন্মোচিত হৈ পৰে।

## (১) হাজামৰ ট্ৰেড ইউনিয়ন আৰু অন্যান্য গল্প

এই সংকলনখনৰ বিখ্যাত গল্প হ'ল 'হেৰোৱা শিশু' (The Lost child) সহজ-সৰল আৰু অনুভূতিপ্ৰৱণ। গল্পৰ পটভূমি হ'ল স্বৰ্গ। বসন্তকাল। এটি কণমানি শিশুৱে মাক-দেউতাকৰ লগত এখন বজাৰ দৰ্শন কৰিছে। বজাৰৰ দৃশ্যত সি মন্ত্ৰমুগ্ধ হ'ল। সি পুতলা, মালা, মিঠাই কিনিব বিচাৰিলে আৰু শিশুমন আকুল কৰা আনন্দ দোলনাত উঠিব বিচাৰিলে। সি বাগিচাত দৌৰি ফুৰিলে আৰু ফুল বুটলিলে আৰু উৰি ফুৰা জোনাকী পৰুৱাৰ পিছত চাপৰি মেলিলে। হঠাৎ এৰি অহা মাক-দেউতাকলৈ মনত পৰি ভয়ানকভাৱে কান্দি-কাটি ইফালে-সিফালে বাউলৰ দৰে দৌৰিবলৈ ধৰিলে। এজন মানুহে আহি শিশুটোক পুতলা-মালা-মিঠাই কিনি দিব বুলি কৈ তাক শান্ত কৰিবলৈ চেষ্টা কৰিলে। পিছে শিশুটিয়ে একো নেমানি মাথোন বাৰে বাৰে আৰ্তনাদ কৰিলে-- 'মোক দেউতাক লাগে/মোক মাক লাগে'।

গল্পটোৱে লোভৰ বাবে আদাম-ইভ স্বৰ্গচ্যুত হোৱাৰ দৰে লোভৰ ফলত এটি পবিত্ৰ শিশুও ইডেনৰ পৰা স্খলিত হোৱা মনস্তত্ব প্ৰকাশ পাইছে। ই এটা যেন সুন্দৰ কথা কবিতাহে।

'জয়লাভ' (Conquest) সংকলনখনৰ অন্য এটা শিশু মনস্তত্বৰ সুন্দৰ গল্প। পাঁচবছৰীয়া শিশু এটাই তাতকৈ বয়সত ডাঙৰ খেলৰ লগৰীয়াইতক তাকো খেলাৰ লগৰীয়া কৰিবলৈ ধৰিলে। ডাঙৰবোৰে তাক যুক্তিসঙ্গত ভাৱে এৰি পাহাৰলৈ উঠি গ'ল। ল'ৰাটোৱে 'ময়ো যাম' বুলি পাহাৰলৈ উঠি যাওঁতে এটা শিলত খুন্দা খাই বাগৰি পৰিল। চকুত নিয়ৰাশ্ৰুৰে সুখ যন্ত্ৰণাত ল'ৰাটোৰ ডিঙিৰ পৰা এটা চিৎকাৰ ওলাই আহিল। গল্পটোৰ মাজেদি শিশুটোৰ যোগেদি এটা সৰল-নিৰ্দোষ, সাহসী শিশুৱে অগ্ৰজল গৰীয়াবোৰৰ পৰা তাৰ ইচ্ছাত পৰান্মুখ হৈও এক সবল আৰু নতুন সংকল্প লৈ বিজয় লাভ কৰাৰ শিশু মনস্তত্ব প্ৰকাশ পাইছে।

'মুচি আৰু যন্ত্ৰ' (The Cobbler and the Machine) গল্পত সৌদাগৰ নামৰ এজন বৃদ্ধ মুচিয়ে এটা জোতা তৈয়াৰী যন্ত্ৰ কিনি ঋণ পৰিশোধৰ বাবে দিনে-ৰাতিয়ে কাম কৰি তেওঁৰ দেহা ভাঙি পেলোৱাৰ কাহিনী বৰ্ণনা কৰা হৈছে। ঋণ পৰিশোধ কৰাৰ আশা আৰু হতাশাত আৰু শিশু এটিক এযোৰ ইংলিচ জোতা বনোৱাৰ প্ৰতিশ্ৰুতিৰ সংগ্ৰামত অৱশেষত বৃদ্ধ মুচি সৌদাগৰ মৃত্যুৰ মুখত পৰে। এনেদৰেই জীৱনৰ বিসঙ্গতি, কৰুণ পৰিণতি, মৃত্যুৰ পদধ্বনি আৰু শিশুৰ প্ৰতি থকা উমাল অনুকম্পাৰ আৱেগিক সকাহ গল্পটোৰ মাজেদি প্ৰকাশ পাইছে।

'এক কাশ্মীৰ কাব্য' (A kashmir Idyll) হ'ল এক নিৰ্মোহ ব্যঙ্গৰ প্ৰকাশ। এজন নৱাবে তেওঁৰ সঙ্গীৰ সৈতে চফৰলৈ গৈ এটা কুলিক উজনি সোঁতৰ ফালে নাওখন বাবলৈ হুকুম দিলে। কুলিটোৱে অৱশ্যে কাবৌ-কোকালি কৰিলে তাৰ মৃত মাকৰ শ সৎকাৰৰ বাবে তাক কামৰ পৰা সকাহ দিবলৈ। পিছে তাৰ আবেদনে প্ৰভুক টলাব নোৱাৰিলে। ফলত সি মাটিত ঢলি পৰি উচুপি উচুপি বিনাবলৈ ধৰিলে। তাৰ অঙ্গীভঙ্গী আৰু চকুলোৱে হ'লে কাঠবুকুৱা নৱাবক আমোদহে দিলে। তেওঁ কোনো প্ৰকাৰে আগবাঢ়িবলৈ দৃঢ়প্ৰতিজ্ঞ। এনেতে হঠাৎ এটা দুৰ্ঘটনা ঘটিল। প্ৰচণ্ড হাঁহিত ফাটি পৰা কণ্ঠৰোধ হৈ নৱাব ঢলিপৰি মৃত্যু হ'ল। ইফালে ঘোৰ আন্ধাৰৰ মাজেদি ওপঙি যোৱা নাৱত কুলি বেগাৰীয়ে চিৎকাৰ কৰিলে, 'ঔ মোৰ আই! ঔ মোৰ আই!!' গল্পটোৰ যোগেদি নিয়তিৰ বিচাৰ আৰু নৈতিক ন্যায্যতা প্ৰচন্ন কাৰুণ্যৰে প্ৰকাশ কৰা হৈছে।

সংকলনখনৰ শিৰোনামৰ গল্প 'নাপিতৰ ট্ৰেড ইউনিয়ন'ত নাপিত ল'ৰা চান্দুৰ তাৰ ব্যৱসায়টোৰ প্ৰতি এক নতুন চখ জন্ম হোৱাত এক মুক্ত মনেৰে সি ওচৰৰ নগৰখনলৈ যাবলৈ ল'লে সি মূৰত এখন বগা মাৰফলাৰ বান্ধি, আঁঠুলৈকে পৰা আটিল জেকেট পিন্ধি, ভৰিত পাম্পচ' পিন্ধি আৰু হাতত বগা বেগ লৈ নগৰীয়া ডাক্তৰৰ দৰে ডাঢ়ি খুড়াই ঘূৰি ফুৰিবলৈ ল'লে। তাৰ তেনে হাঁহি উঠা আৰু আধুনিক পোছাক দেখি জমিদাৰ আৰু সুতখোৰ মহাজনে তাক ইতিকিং কৰিলে। প্ৰতিবাদত চান্দুৱে সিহঁতৰ দাঢ়ি ভৱিষ্যতে নুখুৰাবলৈ জেদ কৰিলে। সি চাইকেল এখন লৈ নগৰত খৌৰ কাম কৰিবলৈ ধৰিলে। ফলত গাঁৱৰ মুখিয়ালসকলৰ দাঢ়ি-গোফ দীঘল হৈ জথলা হৈ পৰাত গাঁৱৰ মানুহক হাঁহিৰ খোৰাক যোগালে। চান্দুৱেও অৱস্থাটো উপভোগ কৰি শেষবাৰলৈ হাঁহিলে। অৱশ্যে সি নাপিতসকলৰ ইউনিয়ন গঠন কৰি ঠাইখনৰ প্ৰথম নাপিতৰ দোকানখন আৰম্ভ কৰিলে।

চান্দু হ'ল এটা অতি সাহসী, বুদ্ধিমান, সৃষ্টিশীল চৰিত্ৰ। সি হ'ল নতুন পদ্ধতিৰ

প্ৰবক্তা। সমাজৰ সকলো বৰ্ণভেদ, বদ অভ্যাস আৰু অন্ধ পৰম্পৰাৰ বিৰুদ্ধে, গ্ৰামাঞ্চলৰ মাতব্বৰহঁতৰ বিৰুদ্ধে আৰু সংঘবদ্ধ সংগ্ৰামেৰে প্ৰাচীন ৰক্ষণশীলতাৰ বিৰুদ্ধে হাজাম চান্দু হ'ল নতুনৰ প্ৰগতিশীল বিপ্লৱী কাৰিকৰ প্ৰতিভা।

## (২) সোণালী শেতেলিৰ ওপৰত চিন্তা-ভাৱনা আৰু অন্যান্য গল্প

'এটা আন্ধাৰ নিশা' (A Dark Night) হ'ল এজনী গাভৰুৰ করুণ কাহিনী। তাইৰ স্বামী সাম্প্ৰদায়িক সংঘৰ্ষৰে জৰ্জৰিত মহানগৰীত। তাই ভয় আৰু উত্তেজনাত অপেক্ষাৰত আৰু কাষৰ দোলনাত শান্তিৰে নিদ্ৰাৰত তাইৰ কেঁচুৱা সন্তান। অপেক্ষাৰ সময় বাঢ়ি যোৱাৰ লগে লগে তাই আশা আৰু নিৰাশাত ব্যাকুল হৈ পৰে। গিৰীয়েকৰ প্ৰত্যাবৰ্তনৰ কোনো আশা নেদেখি তাইৰ অনুভূতি জঠৰ হৈ পৰে। সেই সময়তে তাই দুৱাৰত টোকৰ মৰা শুনি কোন বুলি সোধাত তাই উত্তৰ পালে যে তাইৰ স্বামীক লৈ যোৱা হৈছে। হঠাৎ গাভৰু মাতৃ যন্ত্ৰণাত চিৎকাৰ কৰি উঠিল আৰু তাই কণ্ঠৰোধ হৈ পৰিল। তথাপি কি ঘটি গ'ল তাইৰ উপলব্ধি হ'ল? গল্পটো হ'ল গভীৰ হতাশাৰ প্ৰকাশ। অপেক্ষাৰ যন্ত্ৰণা, ৰাতিৰ অন্ধকাৰ, নিদ্ৰিত শিশু আৰু মনৰ ধুমুহা হ'ল অন্তহীন কাৰুণ্যৰেই প্ৰকাশ।

সংকলনখনৰ শিৰোণামৰ গল্প 'সোণৰ শেতেলীত চিন্তা-ভাৱনা' লালা ৰামনাৰায়ণৰ সম্পদ আহৰণাধীন অথচ বিস্তাৰিত অন্বেষণৰ কাহিনী। সামান্য অৱস্থাৰ পৰা সি উচ্চ শিখৰলৈ উন্নীত হয় কাপোৰ বেপাৰী, বেংকাৰ, আৰু ঠিকাদাৰ ৰূপত। বহুবাৰ দেউলীয়া হ'লেও সি ছাঁইৰ পৰা উঠা ফিনিক্স পখিৰ দৰে সি পুনৰ সফলতাৰ শিখৰত উঠে। অৱশেষে এটা সময়ত তাৰ বিবেকৰ দংশন হয় আৰু তাৰ পৰা উদ্ধাৰ পাবৰ বাবে এজন জ্যোতিষীৰ কাষ চাপে। জ্যোতিষীয়ে কয় যে সোণৰ লোভেই আচল অভিশাপ। গতিকে তাৰ সকলো সম্পদেৰে এখন সোণৰ পালেং বনাব লাগে মণি-মুক্তাৰ অলঙ্কাৰ খটুৱাই। তাৰ পিছত মণিমুক্তা খচিত সোণৰ পালেং নিৰ্মাণতেই লালাৰামৰ সমস্ত মনোযোগ নিবিষ্ট হ'ল। মণি-মুক্তা হীৰাৰ উজ্জ্বলতাই তাৰ বুকু ভৰি পৰিল আৰু তেজ উথলি উঠিল। পিছে চোৰবিলাকে তাৰ মুক্তাবোৰ চুৰি কৰিবলৈ ধৰিলে। গতিকে তাৰ সম্পদবোৰ পহৰা দিবলৈ গৈ লালাৰাম জীৱনৰ মূলসুঁতিৰ পৰা বিচ্ছিন্ন হৈ পৰিল। তাৰ মহা দুশ্চিন্তা হ'ল। তাৰ সম্পদবোৰ বেঙ্কত থ'লে বেঙ্ক দেউলীয়া হ'ব পাৰে। বীমা কোম্পানীত সেইবোৰ ৰখা আৰু প্ৰিমিয়াম দিয়াও মহা আপদজনক। গতিকে সোণৰ পালেঙত ৰখাই নিৰাপদ। এনেবোৰ যুক্তিৰ বাবেই সি বিছনাতেই আবদ্ধ হৈ পৰিল। ঘটনাক্ৰমে বিছনাতেই তাৰ দুখজনক মৃত্যু হ'ল। তাৰ জীৱনৰ অভিশাপ আঁতৰিল। ধন হেৰোৱা ভয় আৰু তাৰ নোহোৱা হ'ল। এনেদৰে বৃদ্ধ কৃপণৰ লালসা, ভয়, যন্ত্ৰণা আৰু লজ্জাজনক মৃত্যুৱে লালাৰামৰ চৰিত্ৰক হাস্য-করুণ কৰি তুলিছে। সি হ'ল মিডাছৰ আধুনিক সংস্কৰণ আধুনিক জগতৰ উৎকট বাস্তৱবাদী লালসাৰ প্ৰতীক।

## (৩) আত্মাৰৰ ক্ষমতা

'এগৰাকী ভদ্ৰ মহিলা' (Death of a Lady) গল্পই লালসাক অধিক দূৰলৈ আগুৱাই নিছে। মহিলা ভাণ্ডাৰী মৃত্যুৰ মুখত পতিত। অথচ তেওঁৰ একমাত্ৰ চিন্তা হ'ল পুতি থোৱা সম্পদৰ বাবে। তেওঁ অসংলগ্ন প্ৰলাপত জীৱন মৃত্যুৰ ছবি ভাঁহি উঠে। তেওঁৰ প্ৰিয় কুকুৰ দুটো তেওঁৰ দৃষ্টিত দুটা ৰূপত আলোকীত হয়— তাই প্ৰিয় সন্তান আৰু মৃত্যুৰ আন্ধাৰ ৰাজ্যৰ দূতৰূপে। মৃত্যুৰ সমুখতো লেডী ভাণ্ডাৰীয়ে জীৱনক খামুচি ধৰিব খোজে বৃথাভাৱে।

তেওঁৰ একমাত্ৰ দুখ হ'ল যে ইচ্ছাপত্ৰখন সংশোধন কৰা নহ'ল। মৃত্যু তেওঁৰ সন্নিকট। কিন্তু তেওঁ পাপৰ পৰা পৰিত্ৰাণ পাব নোৱাৰে। কাৰণ তেওঁ বৰঞ্চ জীৱন দিব কিন্তু সম্পদ এৰিব নোৱাৰে। গতিকে মৃত্যু ওচৰ চাপি আহিল, তেওঁ পাপমোচনৰ চেষ্টা কৰিও নোৱাৰিলে। তেওঁ পূৰ্বাৱস্থালৈকেই ঘূৰি গ'ল। এতেকে লেডী ভাণ্ডাৰী হ'ল সাতোটা মহাপাপৰ এটা, লালসাৰ প্ৰতীক। মাৰ্লোৰ ডঃ ফষ্টাছৰ বিপৰীতে লেডী ভাণ্ডাৰীৰ আত্মা অনাস্পৰ্শীত হৈয়ে ৰ'ল। গতিকে 'এগৰাকী ভদ্ৰ মহিলা'ৰ মৃত্যু এটা শ্ৰেষ্ঠ ব্যঙ্গাত্মক গল্প।

'সোণৰ ঘড়ী' গল্পত হেনৰিকিং কোম্পানীৰ মেনেজাৰে কোম্পানীৰ কেৰাণী সুদৰ্শন শৰ্মাক এটা উপহাৰ দিব বিচাৰিলে। মিঃ শৰ্মাই চিন্তা কৰিলে যে উপহাৰ নিৰ্দোষ অৱদান নহয়। তথাপি পিছৰ দিনা তেওঁ এটা সোণৰ ঘড়ী পালে। পিছে ঘড়ীটোত লেখা চৰ্ত পঢ়িহে তেওঁ হতাশ হ'ল সেই উপহাৰটো তেওঁৰ কোম্পানীৰ প্ৰতি আগবঢ়োৱা অনুগত সেৱাৰ বাবে তেওঁৰ অৱসৰ কালত দিয়া হৈছে। মিঃ শৰ্মা পৰিয়াল চলাব নোৱাৰা হ'ল। তেওঁৰ ল'ৰাটোও স্কুলতহে পঢ়ি আছে। অসহায় হৈ তেওঁ ঘৰলৈ ঘূৰি গ'ল। ঘড়ীটো চাই দেখিলে যে ঘড়ীটোৰ যন্ত্ৰপাতিও গোলমলীয়া জোকাৰি দিলেহে চলে। গল্পটোৰ আৰম্ভণীৰ ঘড়ীটো উপহাৰৰ ঘটনাটো আনন্দকৰ হ'লেও উপহাৰ প্ৰাপ্তিৰ সময়ৰ পৰাই ই ক্ৰমে হতাশা-অসহায়তা আৰু কৰুণতা নমাই আনিছে। অৰ্থাৎ এক ব্যঙ্গাত্মক কাৰুণ্য গল্পটোৱে কঢ়িয়াই আনিছে।

'কলৰ মূল্য' (The Price of Bananas) নীচ মনৰ বেপাৰীৰ বাবে বান্দৰ এটাই দিব পৰা আনন্দৰ কাহিনী ৰেলৱে' টাৰ্মিনেল এটাত খেলা দেখুৱা হৈছিল। বান্দৰটোৱে গাড়ী এখনৰ ওপৰৰ বেপাৰী এটাৰ এম্ব্ৰইডাৰী কৰা টুপীটো থপিয়াই নি হাঁহিৰ খোৰাক যোগায়। যাত্ৰী আৰু বিভিন্ন লোক প্লেটফৰ্মত গোটখাই আপাততঃ বান্দৰটোক সহানুভূতি দেখুৱালেও ভিতৰি স্ফূৰ্তি অনুভৱ কৰে। অৱশেষত এটা কলবেপাৰীয়ে বান্দৰটোক কল এটা উপহাৰ দি টুপীটো তাৰ পৰা উদ্ধাৰ কৰে। সি বেপাৰীটোৰ পৰা তাৰ কলটোৰ বাবে দুঅনা দাবী কৰে। অৱশ্যে বেপাৰীটোৱে এক অনাহে দিয়ে। ইতিমধ্যেই ৰেলখন অহাত আটায়ে আনন্দ উপভোগ কৰে। এনেদৰে গল্পটোৰ আৰম্ভণীৰ পৰা শেষলৈকে অফুৰন্ত আনন্দ যোগায়।

'এটা সত্য কাহিনী' (A True Story) গল্পত গ্ৰাম্য জীৱনৰ বাস্তৱতাৰ লগত সংযুক্তি ঘটোৱাৰ চেষ্টা কৰা হৈছে। উধুৱে প্ৰেমৰ বাবে চৰম ত্যাগ কৰিছে। সদায় গৰু ৰখি থাকোতে সি মনে মনে বিচৰা ৰূপাক জোকায়। কাষতে এখন বজাৰ চলি আছিল; কিন্তু বাপেকে তাক যাবলৈ নিদিয়ে। গতিকে শিৱ-পাৰ্বতীৰ শিলৰ গুহাত সি ফুৰিবলৈ যায়। সি তাত বহি বাঁহী বজায়। তাক গুৰুত্ব নিদিয়া ৰূপা কাযেদি পাৰ হৈ যাওঁতে সি তাইক বৰ ভাল পায় বুলি কয়। ৰূপাই শিলৰ পৰা জঁপিয়াই তাৰ প্ৰেমৰ প্ৰমাণ দেখুৱাবলৈ কয়। প্ৰেম পাগল উধুৱে লগে লগেই শিলৰ ওপৰৰ পৰা ৰূপাৰ ফালে জঁপিয়াই দিয়ে। ৰূপায়ো উধুৰ প্ৰেমৰ প্ৰতিদান দিবলৈ বল্ডাৰৰ ওপৰলৈ গৈ বাগৰি পৰে। মাথোন বল্ডাৰটোহে সিহঁতৰ কৰুণ ঘটনাৰ নীৰৱ সাক্ষী হৈ বৈ ভাবীকালৰ প্ৰেমিক-প্ৰেমিকাৰ পূজাৰ থলী হৈ ৰ'ল। গল্পটোৱে ধৰ্মীয় প্ৰতীক আৰু লোক কাহিনীৰ কল্পনাকে এক অৰ্থপূৰ্ণ ঐক্য সাধন কৰিছে। শিৱ-পাৰ্বতীৰ স্থানত মৃত্যুৱে প্ৰেমক বৰণ কৰি প্ৰেমিকা যুগলে গভীৰ সন্তুষ্টি লাভ কৰিছে। এনেদৰে এটা সৰল আৰু ভাৱপ্ৰৱণ সাধুক এক ধ্ৰূপদী প্ৰেমৰ স্তৰলৈ উন্নীত কৰিছে।

সংকলনখনৰ শিৰোনামৰ গল্প 'আন্ধাৰৰ শক্তি' (The Power of Darkness) বলী নামৰ এজন কবিৰ মুখেদি কোওৱা হৈছে। লেখকৰ মতে 'গল্পটোৱে আধুনিক গল্পৰ বাবে

প্ৰয়োজন নাটকীয় উত্তেজনা লাভ কৰিছে।' কমলী গাঁৱৰ মানুহে যথেষ্ট টকা আৰু নতুন মাটি দিয়া সত্ত্বেও এটা ডাম নির্মাণৰ নামত সিহঁতৰ পিতৃ-পুৰুষ আৰু কমলী দেৱীৰ জন্ম গাঁওখন এৰি দিবলৈ প্ৰস্তুত নহয়। সিহঁতে যুক্তি নেমানে আৰু গাঁৱৰ পাঁচজন মুখিয়াল লোকেও সিহঁতৰ প্ৰতিবাদত সহায় কৰিলে। জমিদাৰ বীৰু, সোণাৰী ৰাম জোৱানৈ, বেপাৰী তাৰাচান্দ আৰু কৃষক ভাতৃ জর্ণাল আৰু কর্ণাল সিং আদিয়ে সৈন্যবাহিনীৰ পৰা আহি গাঁওবাসীৰ লগত যোগ দিলে। কিন্তু মেকানিক ভৰতৰাম আৰু কবি বলী ডামটো নির্মাণৰ সম্পূর্ণ পক্ষত। চৰকাৰে গাঁওবাসীক উচ্ছেদ কৰাৰ সিদ্ধান্ত ল'লে আৰু স্থিতাবস্থা বাহাল থাকিল। এনে এক সংকটজনক অৱস্থাত কবি বলীয়ে এটা কবিতা লেখি সঙ্গীত আৰু ঢোলোকেৰে ৰাইজৰ সমুখত আবৃত্তি কৰি শুনালে যে দেৱী কমলীয়ে দামৰ ভেশত আৱির্ভাৱ হৈছে আৰু দামৰ বিনিময়ত নতুন জীৱন, খাদ্য ফুল, পখি আৰু সুগন্ধৰ প্ৰতিশ্ৰুতি দিছে। কবিৰ গীতে গাঁওবাসীৰ মনত ধ্বনিত হৈ হৃদয়ত প্ৰৱেশ কৰিলে। সিহঁতেও সমস্বৰে উক্ত সঙ্গীত গাবলৈ ধৰিলে। সিহঁতৰ গল্পটোত গাঁওবাসীৰ পুৰণি ৰক্ষণশীল মনৰ বিৰুদ্ধে মেকানিক আৰু কবিৰ যোগেদি আধুনিক যন্ত্ৰযুগৰ নতুনত্বক আদৰণি জনোৱা হৈছে।

(৫) এজন কলাগুৰুৰ মৃত্যুত অনুশোচনা

'ট্ৰেক্টৰ আৰু শস্য দেৱী' নামৰ গল্পত 'আন্ধাৰৰ শক্তি' গল্পটোতকৈও প্ৰাচীনৰ অন্ধতাৰ পৰা নতুনৰ প্ৰগতিৰ পক্ষে অধিক প্ৰগতিশীল ধাৰা প্ৰবর্তন কৰা হৈছে। ভাগীৰাৰ ডেকা নবাবে ইউৰোপৰ পৰা ঘূৰি আহি ৰাজ্যৰ ক্ষমতা লৈ ক্ষীপ্ৰ সংস্কাৰৰ ব্যৱস্থা হাতত লৈ গাঁৱলৈ ট্ৰেক্টৰ এখন আনিলে। তেওঁৰ এনে কামত কেৱল ব্ৰিটিছ চৰকাৰেই নহয় আওপুৰণি কৃষিত অভ্যস্ত প্ৰজাসকলেও সন্দেহ প্ৰকাশ কৰিলে। ফলত অভূতপূর্ব প্ৰতিক্ৰিয়াৰ উত্তাল ঢৌ বলৈ ধৰিলে। অজ্ঞ কৃষকসকলে খোলা-খুলিকৈয়ে ভয়, অসন্তুষ্টি আৰু শঙ্কা প্ৰকাশ কৰিলে। মুছলমান জমিদাৰে শস্যৰাণীক ধর্ষণ কৰা আৰু কুমাৰী পৃথিৱীক অপমান কৰা বুলি ধর্মীয় ভাবুকীও দিলে। নবাবে দীর্ঘদিনৰ নীৰৱতা ভঙ্গ কৰি ৰাইজক বুজালে যে ট্ৰেক্টৰ হ'ল লো-তীখাৰে নির্মিত এটা উন্নত নাঙলহে। ইয়াক সন্দেহ কৰিবলৈ একো নাই। ইয়াক ব্যৱহাৰ কৰি ৰাইজে টান কাম নকৰাকৈয়ে শস্য উৎপাদন কৰি আবেলি বানিয়ান গছৰ তলত সুখেৰে শুব পাৰিব। নবাবৰ শান্ত আহ্বানেও ৰক্ষণশীল কৃষকসকলক টলাব নোৱাৰিলে। সিহঁতে ট্ৰেক্টৰখন ঘেৰি ধৰি প্ৰতিটো অংশ আৰু নট-বল্টু-স্ক্ৰু তন্ন-তন্নকৈ চাই অধিক কৌতুহল নকৰি ট্ৰেক্টৰখন গ্ৰহণ কৰিলে। এনেদৰে গল্পটোত বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ দ্বাৰা আহৃত নতুন শক্তিৰে গাঁওবাসীৰ প্ৰাচীন অভ্যাস আৰু বিশ্বাসৰ বিৰুদ্ধে কৰা বিজয়ৰ নাটকীয় সম্ভাৱনা উন্মোচন কৰা হৈছে।

'জন্ম' (Birth) গল্পত দিল্লীৰ এখন দলগুত এগৰাকী মাতৃয়ে শিলভঙা কামলৈ যাওঁতে এটা শিশু জন্ম দিয়া আৰু প্ৰসৱ যন্ত্ৰণাই কাবু কৰিলেও সন্তানৰ লগত সংযোগী নাড়ী কাটি সন্তানটো এটা পাচিত লৈ গিৰীয়েক আৰু শহুৰেকে শিল ভাঙি থকা ঠাই লৈ পোৱাত লগৰবোৰে, আনকি গিৰীয়েকেও আশ্চর্য সকাহ ভাব প্ৰকাশ কৰা দুখজনক কাহিনী বর্ণনা কৰা হৈছে। অৱশ্যে শিশুৰ ককাকে আনন্দৰে ক'লে 'আহ, আহ, মোৰ সিংহ পোৱালি, মোৰ বীৰ সন্তান, নেকান্দিবি। মই তোৰ শত্ৰুতা নকৰো। আহ মোৰ বোপাই, কিজানি তোৰ লগত আমাৰ ভাগ্যই ঘূৰি আহে।' 'জন্ম'ত মাতৃৰ জন্ম প্ৰক্ৰিয়াৰ সহজ অভিজ্ঞতা, সাহস আৰু সবল আশাবাদ প্ৰকাশ পাইছে। মাতৃয়ে তাইৰ শ্ৰমৰ ফচল সন্তানটোক স্বামী, শহুৰ

আৰু সঙ্গী শিল ভঙা শ্ৰমিকসকলৰ ওচৰলৈ সহজ গৌৰৱেৰে কঢ়িয়াই নিছে। আৰু ককাকে নাতিক সহজাত প্ৰবৃত্তিৰে আদৰি লৈ নাতিৰ জন্মৰেই ভৱিষ্যতৰ সৌভাগ্য উদয় প্ৰত্যাশা প্ৰকাশ কৰিছে।

'দৰা' (Bridegroom) গল্পৰ যোগেদি এখন হাস্যস্পদ বিয়াৰ চিত্ৰ অঁকা হৈছে। ৰেলত যোৱা বৰযাত্ৰী দল এটাৰ অপদাৰ্থ দৰা মেলাৰামে ৰেলৰ দবাত মদখাই প্ৰেমৰ কবিতা আবৃত্তি কৰি ফচহু গল্প ক'বলৈ ধৰিলে। বৰযাত্ৰীসকলৰ লগত কিছুসময় ব্ৰিজ খেলি দৰাজন লেভেটৰীত সোমাল। বৰযাত্ৰীসকলো ব্ৰিজখেলাত মত্ত হৈ গৈ বৰৰ অনুপস্থিতিৰ কথা পাহৰি গ'ল। তেওঁলোকে পিছে কইনা ঘৰৰ ষ্টেচনত নামিবলৈ লৈ দৰাক নেদেখি গোটেই ৰেলত বিচাৰিও নেপাই আৰু কইনাঘৰীয়াই দৰাক আদৰিবলৈ আহিও হতাশ হৈ দৰাই ৰেলৰ পৰা জঁপিয়াই দিয়া বুলি ভয় খালে। মেলাৰামৰ সঙ্গী বৰযাত্ৰীসকল ম্ৰিয়মান হ'ল। কইনাঘৰীয়াই শোক প্ৰকাশ কৰিলে আৰু মহিলাসকলে হুকহুকাই কান্দি ঘৰৰ ফালে উভতি গ'ল। পিছে সকলোকে অবাক কৰি আৰু সকাহ দি মেলাৰাম বাছৰ পৰা নামি আহিল আৰু মিন্‌নো চলাহী ব্যাখ্যা দিলে। গল্পটো দেখদেখকৈ গাঁৱত ঘটিব পৰা এক হাস্যকৰ বিবাহ কাহিনী। গল্পটোৰ খোলা ভলভলীয়া দৰাৰ ব্যৱহাৰ, দৰা-কইনা ঘৰৰ বিৰক্তি তথা মানসিক অশান্তি আৰু এক অন্ধকাৰাচ্ছন্ন কাহিনী পুনৰ আনন্দপূৰ্ণ হোৱা ঘটনাই বেছ স্ফূৰ্তি-তামাচাৰ যোগান ধৰে।

'চোৰ' (The Thief) এটা অতি বৈচিত্ৰ্যপূৰ্ণ জটিল গল্প। গণেশ এজনী ভিক্ষাৰী দেখি আকৰ্ষিত হ'ল। অৱশ্যে তাইৰ গা-নোধোৱা লেতেৰা দেহৰ কথা ভাবি গণেশৰ বিতৃষ্ণা ভাব জাগিল। তথাপি তাইৰ চিন্তাই গণেশৰ মনত এক দাৰ্শনিক ভাবো জগালে। ভাবোতে ভাবোতে ভিক্ষাৰী ছোৱালীজনীয়ে তাৰ দেহতো ক্ষুধাৰ ভাব জগালে। গতিকে ভিক্ষাৰিণীক সহায় কৰিবলৈ চাকৰ ল'ৰা গণেশে গিৰীহঁতৰ ঘৰৰ পৰা এবেগ ধান চুৰ কৰি দিবলৈ বুলি লৈ যাওঁতে সঙ্গী চাকৰ ল'ৰা বিজুৱে দেখাত তাক বেগটো ঘূৰাই দিবলৈ দিলে আৰু কথাটো কাকো নক'বলৈ মানা কৰিলে। পিছে ধৰা পৰি বেচেৰা বিজুৱে বেছ পিটন খালে। এনেতে গিৰীহঁতৰ ঘৰৰ পৰা খেদাখাই নিৰুপায় হৈ বিজুৱেও ভিক্ষাৰী হৈ ভিক্ষাৰিণীজনীৰ কাষতে বহা দেখি গণেশ যন্ত্ৰণাত ছটফটাবলৈ ধৰিলে। তাৰ দুচকুত কোনোবাই বেজীৰে খুচা যেন লাগিল। বিশেষকৈ বিজুৱে তাইৰ কাষত বহি তাইৰ দায়িত্ব স্থায়ীভাবে লোৱা যেন দেখি তাৰ অসহ্য লাগিল। গণেশ নামৰ চাকৰ ল'ৰাটো সঁচাই কেইবাটাও কাৰণত চোৰ। সি ভিক্ষাৰীণিৰ সৌন্দৰ্যক চোৰৰ দৰে উপভোগ কৰিছিল, গিৰীহঁতৰ ভঁৰালৰ পৰা ধানৰ বেগ চুৰ কৰিছিল আৰু চৌৰ্য কাৰ্যৰ পৰা বাচিবলৈ বহুতো মিছা কথা কৈছিল। তাৰোপৰি বিজুক অনাহক শাস্তি দি গিৰীহঁতৰ ঘৰৰ পৰা খেদোৱা কাৰ্যত গণেশৰ বিবেকৰ দংশনো হোৱা নাই।

'প্ৰডিগাল চন' (The Prodigal Son) নামৰ গল্পৰ শিৰোনামাই নষ্ট সন্তানৰ প্ৰত্যাবৰ্তনৰ বাইবেলীয়া সাধুৰ নব্যকাৰুণ্যৰ কথাকে সূচায়। বৃদ্ধ অনাথৰী গোবিন্দীয়ে পুত্ৰ ছেৰ সিঙৰ পৰা দুখন চিঠি পাই কাৰোবাৰ দ্বাৰা পঢ়োৱাব বিচাৰিলে। সুতখোৰ মহাজনে অৱশ্যে পঢ়িবলৈ অনিচ্ছা প্ৰকাশ কৰিলে যেহেতু তেওঁৰ ল'ৰা ত্ৰিলোক চন্দক নষ্ট কৰা বুলি ছেৰ সিঙৰ প্ৰতি তাৰ আখেজ আছিল। অৱশেষত বুঢ়ীৰ বাৰম্বাৰ অনুৰোধত তেওঁ হিন্দীত লেখা চিঠিখন পঢ়ি জনালে যে বুঢ়ীৰ ল'ৰাই নিৰাপদে থাকি আৰ্মিৰ হাবিলদাৰলৈ প্ৰমোচন পাইছে। দ্বিতীয়খন চিঠি ইংৰাজীত লেখাত তেওঁ পঢ়িব নোৱাৰাত ত্ৰিলোক চন্দক পঢ়িবলৈ দিলে। চিঠি পঢ়ি সি ক'লে যে ছেৰ সিং আগতে দেৱদূত নহ'লেও এতিয়া তেওঁ দেৱদূত

হৈ গ'ল। কথা শুনি বুঢ়ী কান্দি-কান্দি ভাগি পৰি মূৰ্চ্ছা গৈ প্ৰলাপ বকিবলৈ ধৰিলে। গল্পটোৰ করুণ পৰিণতিটোৱে এটা গভীৰ নাটকীয় পৰিণতিৰ সৃষ্টি কৰিছে। বুঢ়ীয়ে মাতৃগৰাকীক প্ৰথমে আশাৰে উদগাই আৰু পিছত হতাশাৰে ভাঙি পেলোৱা হৈছে। এনেদৰে গোনতে আনন্দৰ উচ্চতাত আৰোহণ কৰা বুঢ়ীক পিছত নিৰাশাত পতিত কৰা হৈছে। বুঢ়ীৰ কারুণ্য আনকি গাঁওবাসীৰ বাবেও ইমান গভীৰ আছিল যে সিহঁতক অশ্ৰুরুদ্ধ কৰি পেলাইছিল গৃহত্যাগীপুত্ৰ প্ৰতীকিৰূপতহে ঘূৰি আহিছিল পাৰ্থিৱ ৰূপত নহয়।

ডঃ মুল্কৰাজ আনন্দৰ গল্পত মানবীয় অভিজ্ঞতাৰ গভীৰ অন্তৰ্দৃষ্টি এক গীতিধৰ্মী অনুভূতিৰে প্ৰকাশ পাইছে। তেওঁৰ গল্পত মহাকাব্যিক ষ্টাইলো প্ৰয়োগ কৰা হৈছে। বিশ্বজনীন ভাবৰ গাম্ভীৰ্যও আনন্দৰ গল্পত প্ৰকাশ পাইছে। সমাজৰ অন্যায় অবিচাৰৰ ছবি আঁকি আনন্দে মানুহৰ বিবেক জগাবলৈ প্ৰয়াস কৰিছে। সমাজ সংস্কাৰৰ মহৎ লক্ষ্যৰেও তেওঁ গল্প ৰচনা কৰিছে। আনন্দৰ গল্পত কল্পনা আৰু বাস্তৱ, কল্পকাহিনী আৰু সাধুকথা, গল্প আৰু কবিতাৰ সুসমন্বয় ঘটিছে। ব্যঙ্গ, হাস্যৰস, পৰিহাস আৰু বিদ্ৰূপৰ সমাবেশ ঘটিছে মুল্কৰাজ আনন্দৰ সত্বাত। অন্ধবিশ্বাস কুসংস্কাৰ, ধৰ্মীয় গোড়ামী আৰু পুঁজিবাদী ভণ্ডামিৰ বিরুদ্ধে যুক্তি বিজ্ঞান আৰু আধুনিকতাৰ ভাৱধাৰা প্ৰতিষ্ঠা কৰিবলৈ আনন্দে গল্প সাহিত্যৰ যোগেদি প্ৰয়াস কৰিছে। সমাজৰ তলশ্ৰেণীৰ, বিশেষকৈ শোষিত, বঞ্চিত, লাঞ্ছিত আৰু পদদলিত মানুহৰ জীৱনৰ বেদনা, কারুণ্য আৰু যন্ত্ৰণা গল্পবোৰৰ যোগেদি মুল্কৰাজ আনন্দই ফুটাই তুলিছে আৰু সেইবোৰৰ পৰা পৰিত্ৰাণ পোৱাৰ ইঙ্গিতো ঠায়ে ঠায়ে দিছে। তেওঁ অৱশ্যে ক'তো প্ৰচাৰ ধৰ্মীতাৰ আশ্ৰয় লোৱা নাই। কলাসুলভ নৈপুণ্যৰেই আনন্দে গল্পবোৰ সুন্দৰ, আটিল, আকৰ্ষণীয় আৰু বিশ্বাসযোগ্য কৰি তুলিছে। মুল্কৰাজ আনন্দৰ ভাষা অনুপম। কাব্যময়ীতা আৰু জীৱন্ত মুল্কৰাজ আনন্দৰ ভাষা। ভাৰতীয়ৰ হাতত ইংৰাজী ভাষা ইমান মোহময় আৰু সজীৱ হৈ উঠা অতি কম লেখকৰ সাহিত্যতহে দেখা যায়। মুঠতে মুল্কৰাজ আনন্দৰ সমাজ সচেতন, বিৱৰ্তনকামী, মানৱতাবাদী আৰু বাস্তৱবাদী গল্পৰাজী অতি প্ৰভাৱশালী আৰু হৃদয়স্পৰ্শী।OO

## সহায়ক গ্ৰন্থপঞ্জী


(1) M.C. Pant --Mulk Raj Anand. the Man.
(2) K.R.S. Iyenger -- Indian Writing in English
(3) V.S. Pritches -- Mulk Raj Anand.
(4) James Henley-- Mulk Raj Anand.
(5) Edwin Mouir -- Mulk Raj Anand.
(6) Elezabeth Bowen-- Mulk Raj Anand.
(7) Daminigue Aury -- Litrary Land talk
(8) E.M. Forster -- Aspects of Indian writers in English.
(9) V.K. Gokak-- English in India
(10) Raja Rao -- Kanthapurn
(11) P.K. Dutta-- Mulk Raj Anand
(12) Jank Jandary-- Mulk Raj Ananad-- A Study.

# অসমীয়া ভাষাৰ স্বত্বাধিকাৰ প্ৰাপ্তিৰ ইতিহাস

ড° শিৱনাথ বৰ্মন

অসমৰ স্কুল-কাছাৰীত বঙলা ভাষা চলোৱাৰ নিয়ম জাৰি কৰা হয় ১৮৩১ চনত যদিও ই চালু হয় ১৮৩৬ চন মানত আৰু ১৮৭২ চনলৈকে অসমত এই নিয়ম চলি থাকে। অসমত অসমীয়াৰ সলনি বঙলা ভাষা চলাবলৈ ইংৰাজসকলে যেতিয়া সিদ্ধান্ত লয়, তেতিয়া আচৰিত যেন লাগিলেও সঁচা,--- কোনো অসমীয়াই ইয়াৰ বিৰোধিতা কৰা নাছিল। এনেকুৱাই আছিল সেই কালৰ অসমৰ ভাষিক দুৰৱস্থা! মণিৰাম দেৱান, হলিৰাম ঢেকীয়াল ফুকন, যজ্ঞৰাম খাৰঘৰীয়া ফুকন, কাশীনাথ তামুলী ফুকন, হৰকান্ত সদৰামীন প্ৰমুখ্যে সেই কালত অসমৰ যিসকল সমাজপতি আছিল, তেওঁলোক অসমীয়া ভাষাৰ স্বকীয় মৰ্যাদা সম্পৰ্কে সচেতনতো নাছিলেই, বৰং তেওঁলোকৰ কোনো কোনো আছিল বঙলা ভাষাৰ প্ৰতিহে অধিক অনুৰাগী।

অসমত অসমীয়াৰ সলনি বঙলা ভাষা প্ৰচলনৰ মূলতঃ বাঙালী আমোলা নাছিল, আছিল ইংৰাজ শাসকহে। এটা সত্য ইতিমধ্যেই প্ৰতিষ্ঠিত হৈছে। এই প্ৰবন্ধত আমি দেখুৱাব খুজিছোঁ যে আনন্দৰাম ঢেকিয়াল ফুকন আৰু ব্ৰাউন, ব্ৰনচন প্ৰমুখ্যে মিছনেৰীসকলে অসমত অসমীয়া ভাষা পুনৰ প্ৰৱৰ্তন কৰিবলৈ যেতিয়া চেষ্টা চলাইছিল, তেতিয়াও সেই চেষ্টাৰ বাটত হেঙাৰ ধৰিছিল কেইজনমান ইংৰাজ বিষয়াইহে, বাঙালী আমোলাৰ তাত বিশেষ ভূমিকা নাছিল।

অসমীয়া ভাষাৰ স্বত্বাধিকাৰ প্ৰাপ্তিৰ ইতিমধ্যে আলোচনা কৰাৰ আৰম্ভণিতেই মনত ৰাখিব লাগিব যে অসমীয়া ভাষাৰ সপক্ষে প্ৰথম মাত মাতিছিল অসমীয়াই নহয়, খ্ৰিষ্টান ধৰ্ম প্ৰচাৰাৰ্থে অসমলৈ অহা আমেৰিকাৰ ব্যাপ্তিষ্ট মিছনৰ সদস্যসকলেহে। অৱশ্যে মিছনেৰীসকলৰ এনে কাৰ্য তেওঁলোকৰ বিশুদ্ধ অসম-প্ৰীতিৰ ফল বুলি ভাবিলে ভুল হ'ব। তেওঁলোকৰ এনে কাৰ্যত অসমত খ্ৰিষ্টান ধৰ্ম প্ৰচাৰৰ আকাংক্ষাৰ যথেষ্ট অৰিহণা আছিল। (Their chief aim was the spread of Christianity & education along with it') -- বিৰিঞ্চি কুমাৰ বৰুৱা, 'আছামিজ লিটাৰেচাৰ', পৃঃ৪) ঔপনিবেশিক ৰাজনীতিত যে ধৰ্ম প্ৰচাৰকৰ বিশেষ ভূমিকা আছে, এই কথা বুজি পোৱা মেজৰ জেনকিন্‌চ প্ৰমুখ্যে টেঙৰ ইংৰাজী শাসকসকলে তেওঁলোকক অসমলৈ মাতি আনিছিল। মিছনেৰীসকলে বুজিছিল যে থলুৱা ভাষা ব্যৱহাৰৰ অবিহনে তেওঁলোকৰ উদ্দেশ্য পূৰণ হোৱাৰ আশা ক্ষীণ। অসমত অসমীয়া ভাষা ব্যৱহাৰ আৰু প্ৰচাৰৰ চেষ্টাত তেওঁলোকৰ এই উপলব্ধিয়ে তেনেই কম ক্ৰিয়া কৰা নাছিল। ১৮২৮ চনতে নাথান ব্ৰাউনে স্পষ্টকৈ কৈছিল, 'That in preaching we must make use of the vulgar tongue, as a present spoken for at least several generation is quite clear. a Bengali preacher would be perfectly unintelligible to the common People.' (উদ্ধৃত, এফ, এছ ডাউন্‌ছ, 'মিছনেৰিছ এণ্ড দি লেংগুৱেজ কনট্ৰিভাৰ্চি ইন আছাম', জাৰ্ণাল অব দি গৌহাটী ইউনিভাৰ্চিটি, ১৯৭৭-৭৮ পৃঃ ১২৫)। আন এগৰাকী মিছনেৰী এ এইচ ডেনফৰ্থে ১৮৫৮ চনত লিখিছিল, 'If Missonaries should adopt Bengali as a means of communicating religous

truth, every one would doubt them.' (পূৰ্বোক্ত প্ৰবন্ধ, পৃঃ ১৪৮)

উদ্দেশ্য যিয়েই নহওক কিয়, আধুনিক অসমীয়া ভাষাৰ গঠন আৰু বিকাশত মিছনেৰীসকলৰ যি অৱদান, তাক প্ৰতিজন অসমীয়াই নিশ্চয় শ্ৰদ্ধাৰে সৈতে সুঁৱৰিব লাগিব, কাৰণ 'এওঁলোকেই অসমীয়া ব্যাকৰণ অভিধান, পঢ়াশলীয়া পুথি, জ্ঞান-বিজ্ঞানৰ পুথি লিখি আৰু প্ৰকাশ কৰি আলোচনী তথা খবৰ-কাগজৰ উৎকৃষ্ট নিদৰ্শন 'অৰুণোদই' সাতত্ৰিশ বছৰ কাল চলাই, পঢ়াশালি-আদালতত অসমীয়া ভাষাৰ হেৰোৱা ঠাইৰ পুনৰুদ্ধাৰৰ যুদ্ধত প্ৰথম আৰু শক্তিশালী যুঁজাৰু হৈ, অসমীয়া লোকক নতুন অসমীয়া ভাষাত কলম ধৰাই, অসমীয়া শব্দাবলীত ইংৰাজী সম্ভাৰ আৰু বাক্যৰীতিত ইয়াৰ প্ৰভাৱ সুমুৱাই অসমীয়া ভাষাক মৃত সঞ্জীৱনীৰে নতুন পথাৰত প্ৰথম নাঙল চোঁচোৱালে আৰু আটাইতকৈ ডাঙৰ, অসমীয়া মানুহক আত্ম-প্ৰত্যয় শিকালে।' (মহেশ্বৰ নেওগ, 'অসমীয়া সাহিত্যৰ ৰূপৰেখা', পৃঃ২৪)

আমাৰ আলোচনাৰ বাবে যিটো গুৰুত্বপূৰ্ণ সি হ'ল-- মিছনেৰীসকল আছিল 'অসমীয়া ভাষাৰ হেৰোৱা ঠাইৰ পুনৰুদ্ধাৰৰ যুদ্ধত প্ৰথম আৰু শক্তিশালী যুঁজাৰু।' সেইবুলি অসমত বঙলা ভাষা প্ৰচলন হোৱাৰ লগে লগে তেওঁলোকে ইয়াৰ বিৰুদ্ধে এটা সংগঠিত আন্দোলন গঢ়ি তুলিছিল বুলি ভাবিলে ভুল কৰা হ'ব। নিঃসন্দেহে, অসমত বঙলা ভাষাৰ প্ৰচলন তেওঁলোকে ভাল পোৱা নাছিল, চৰকাৰৰ এনে সৰ্বনশীয়া নীতিয়ে অসমীয়া ভাষাটো একালত পৃথিবীৰ পৰা নিঃচিহ্ন কৰি পেলাব বুলি তেওঁলোকে বৰং সন্দেহ প্ৰকাশ কৰিছিল; কিন্তু আৰম্ভণি অৱস্থাত তেওঁলোকে চৰকাৰী নীতিৰ বিৰুদ্ধে যুঁজ কৰাৰ কথা চিন্তা কৰা নাছিল। তেওঁলোকৰ চিন্তা হৈছিল-- এনে নীতি প্ৰৱৰ্তনৰ পিছত অসমীয়া ভাষা চৰ্চা কৰাটো বা তেওঁলোকে পতা স্কুলবিলাকত এই ভাষা শিকোৱাটো যুক্তিযুক্ত হ'ব নে নহয়, তাক ঠিৰাং কৰা। চৰকাৰী নীতি প্ৰৱৰ্তিত হোৱাৰ দুবছৰৰ পিছত নাথান ব্ৰাউনে তেওঁৰ ব্যক্তিগত জাৰ্ণালত লিখিছিল-- 'This (the introduction of Bengali on the Schools) makes it pretty certain that the Assamese. As a distinct language will in the course of a few genarations, become extinct, and Bengali supply its place. This project has been for sometime in contemplation, and now that the Government have set about the work thus vigorously, there can be little doubt that they will ultimately succeed in effecting the change. This renders a serious question with us.... whether we ought to cultivate the Assamese, or teach it in the schools.'

(উদ্ধৃত ডাউনছ, পূৰ্বোক্ত প্ৰবন্ধ, পৃঃ ১২৫)

এই কথা নিশ্চিত যে খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ এটা পূৰ্ব পৰিকল্পিত উদ্দেশ্য থাকিলেও ব্ৰাউন প্ৰমুখ্যে সেই কালৰ অসম প্ৰবাসী মিছনাৰীসকলৰ অসমীয়া ভাষাৰ প্ৰতি প্ৰেম আছিল আন্তৰিক। ঊনৈশ শতিকাৰ চতুৰ্থ দশকত মিছনাৰীসকলৰ প্ৰেছটো উজনি অসমৰ শিৱসাগৰৰ পৰা বঙালী প্ৰভাৱ থকা নামনি অসমৰ গুৱাহাটীলৈ নিবলৈ যেতিয়া এবাৰ সিদ্ধান্ত লোৱা হয়, তেতিয়া ব্ৰাউনে দুখেৰে লিখিছিল--

'The removal of the press from Assam proper, should it be carried into execution would naturally be followed by the conversion of our Assamese mission into a Bengali one, -- in as much as the Bengali language has already obtained ascendency in lower Assam and, begin the

only one encouraged or cultivated by the Government, is sure prevail ....... I cannot think it is our duty to relinquish the Assamese as a distinct mission, while there is at our doors so large a population speaking one uniform, copious and beautiful language.' (উদ্ধৃত, পূৰ্বোক্ত প্ৰবন্ধ, পৃঃ১২৬)

১৮৪৮ চনত প্ৰকাশিত 'গ্ৰামাটিকেল ন'টছ্ অন দি আছামিজ লেংগুৱেজ' নামৰ কিতাপখনতো 'সৌন্দৰ্য আৰু কোমলতাৰ গুণত অসমীয়া বঙলাৰ বহু ওপৰত' বুলি মন্তব্য কৰি ব্ৰাউনে তেওঁৰ অসমীয়া প্ৰীতিৰ স্পষ্ট প্ৰমাণ দি থৈ গৈছে।

তৎস্বত্বেও ১৮৫৪ চনৰ আগলৈকে অসমৰ খ্ৰীষ্টান মিছনেৰীসকলে অসমীয়া ভাষাৰ সপক্ষে চৰকাৰৰ লগত যুঁজত অৱতীৰ্ণ হোৱা নাছিল, কাৰণ তেনে পৰিস্থিতি তেতিয়াও অহা নাছিল। সেই কালত মিছনেৰীসকলৰ কামৰ থলী আছিল উজনি অসম। তাত তেওঁলোকে পতা স্কুলবিলাকত অসমীয়া শিক্ষকৰ অভাৱত মাজে মাজে বঙালী শিক্ষক তেওঁলোকে নিয়োগ কৰিছিল যদিও তেওঁলোকৰ স্কুলবিলাকৰ শিক্ষাৰ মাধ্যম আছিল অসমীয়া। আনহাতে চৰকাৰে পতা স্কুলসমূহ আছিল নামনি অসমত আৰু অসমৰ তদানীন্তন স্কুল পৰিদৰ্শক উইলিয়াম ৰবিনছৰ নিৰ্দেশনাত সিবিলাকত বঙলা ভাষাৰে শিক্ষা হৈছিল। মিছনেৰী স্কুলবিলাকৰ কাৰ্যকলাপত চৰকাৰে হস্তক্ষেপ কৰা নাছিল। দুয়ো পক্ষই নিজ নিজ মতানুসৰি চলিছিল। গতিকে দুয়ো পক্ষৰ মাজত অৰিয়া-অৰিও তেনেকৈ হোৱা নাছিল।

কিন্তু মিছনাৰীসকলে তেওঁলোকৰ নিজৰববীয়াকৈ অসমত অসমীয়া ভাষা প্ৰতিষ্ঠাৰ হকে নিৰৱচ্ছিন্ন প্ৰচেষ্টা চলাই গৈছিল। ১৮৪৬ চনত তেওঁলোকে শিৱসাগৰৰ পৰা প্ৰকাশ কৰে অসমীয়া ভাষাৰ প্ৰথম মাহেকীয়া আলোচনী 'অৰুণোদই' আৰু এইখন তেওঁলোকে প্ৰায় একেলেথাৰিয়ে সাতত্ৰিশ বছৰ ধৰি চলায়। এই আলোচনীখনে অসমীয়ালোকৰ মাজত কেৱল জ্ঞান-বিজ্ঞানৰ বাতৰি বিলোৱাই নাছিল, অসমীয়া ভাষাটো চৰ্চা কৰিবলৈ ই অনেক শিক্ষিত অসমীয়া লোকক উৎসাহ যোগাইছিল। তাৰে ভিতৰত দুগৰাকী স্বনামধন্য ব্যক্তি হ'ল আনন্দৰাম ঢেকিয়াল ফুকন অৰু হেমচন্দ্ৰ বৰুৱা। অসমীয়া সাহিত্যলৈ এওঁলোকৰ অৱদানৰ আলোচনা বৰ্তমান প্ৰসঙ্গত অবান্তৰ। কেৱল মন কৰিবলগীয়া কথা এইটোহে যে অসমীয়া ভাষা প্ৰতিষ্ঠাৰ হকে মিছনেৰীসকলৰ সৈতে লগলাগি আনন্দৰামে যি যুঁজ দিছিল, সেই যুঁজত 'হেমৰ কোষেৰে ওখ দৌল বন্ধা' হেমচন্দ্ৰ আছিল আশ্চৰ্যজনকভাৱে নীৰৱ। ইয়াৰ সম্ভাব্য কাৰণ হ'ল— আনন্দৰামৰ চাকৰিৰ তুলনাত হেমচন্দ্ৰৰ চাকৰিটো আছিল সৰু; গতিকে চৰকাৰী নীতিৰ বিৰুদ্ধে মাত মাতিলে চাকৰিত গোলমাল লগাৰ ভয় তেওঁৰ আছিল। নহ'লে 'এ ফিউ ৰিমাৰ্কছ অন দি আছামিজ লেংগুৱেজ' নামৰ পুস্তিকাখন তেওঁ ছদ্মনামত প্ৰকাশ কৰাৰ আন কোনো হেতু দেখা নাযায়।

সি যিয়েই কি নহওক, অসমৰ পৰিস্থিতিৰ ভু-ল'বলৈ বঙ্গদেশৰ দুৱলীয়া লাটৰ নিৰ্দেশত ১৮৫৩ চনত কলিকতাৰ সদৰ দেৱানী আদালতৰ বিচাৰক এ.জে.মোফাট মিল্‌চ অসমলৈ আহে। অন্যান্য অনুসন্ধানৰ উপৰিও তেওঁ শিৱসাগৰ চহৰলৈ আহি আনন্দৰাম আৰু ব্ৰাউন প্ৰমুখ্যে মিছনেৰীসকলৰ লগত অসমৰ ভাষা নীতি সম্পৰ্কে আলোচনা কৰে। অসমৰ বিভিন্ন সমস্যাৱলীলৈ আঙুলিয়াই আনন্দৰামে মিল্‌চৰ ওচৰত এখন প্ৰতিবেদন দাখিল কৰিছিল। ('Observation the Administration of the Province of Assam')। অসমৰ ভাষা নীতি সম্পৰ্কে তাত তেওঁ লিখিছিল, —'We (therefore) think that little argument is necessary to prove that popular education will never advance

in the country unless the system at present pursued in the vernacular schools be remodelled. In our humble opinion, the following arrangements appear to be best calculated to prote the cause of education.....viz, the substitution in the schools, of the vernacular language in lieu of the Bengallee...'

(উদ্ধৃতি, মহেশ্বৰ নেওগ, 'আনন্দৰাম ঢেকিয়াল ফুকনঃ প্লি ফৰ আছাম এণ্ড আছামিজ' পৃঃ ৭৯)।

অসমৰ ব্যাপ্টিষ্ট মিছনৰ হৈ মিছনৰ কনিষ্ঠ সদস্য এ.এইচ, ডেনফৰ্থেও মিল্‌চক এখন প্রদিবেদন দিছিল। অসমীয়া ভাষাৰ সপক্ষে যুক্তি দেখুৱাই তেওঁ তাত লিখিছিল, 'অসমীয়া ল'ৰাক অসমীয়া শিকোৱাৰ আগতে বঙলা শিকোৱাটো বুৰ্বক ইংৰাজ ছাত্ৰ এজনক ইংৰাজী নিশিকোৱাকৈয়ে ফৰাচী ভাষা শিকোৱাৰ নিচিনা কথা।' (মিলচ্, 'ৰিপোর্ট অন আছাম', এপেণ্ডিক্স, ই এ পৃঃXXIX)

আনন্দৰাম আৰু মিছনেৰীসকলে অসমীয়া ভাষাৰ সপক্ষে দিয়া যুক্তি তর্কবিলাকত মিল্‌চো পতিয়ন গৈছিল আৰু চৰকাৰলৈ দিয়া ৰিপোর্টত তেওঁ এই বুলি মন্তব্য কৰিছিল, 'The people complain and in my opinoin with much reason, of the substitution of Bengallee for the vernacular Assamese. Bengallee is the language of the courts, not of the popular books and shasters, and there is a strong prejudice to its general use..... I think we made a, great mistake in directing that all business should be transacted in Bengallee and that the Assamese must acquire it. It is too late now to retrace our steps, but I would sharply recomend Anandaram Phukan's proposition to the favourable consideration of council of education viz. the substitution of the vernacular language in lieu of Bengallee' (পূর্বোক্ত গ্রন্থ, পৃঃ২৭)।

তেওঁ স্থানান্তৰত পুনৰ কৈছিল যে 'ইংৰাজী ভাষা ভালকৈ নিশিকোৱা পর্যন্ত এজন ইংৰাজ ল'ৰাক যেনেকৈ লাটিন শিকোৱা নহয়, তেনেকৈ নিজৰ ভাষাটো জানি নোলোৱাকৈ এজন অসমীয়াকো বিদেশী (বঙলা) ভাষা শিকাব নালাগে।' (পূর্বোক্ত গ্রন্থ, পৃঃ ২৮)।

১৮৫৪ চনত ইংৰাজ চৰকাৰৰ 'হ'ম বোর্ড'ৰ বৈদেশিক সচিব চলোমন পেক নগাঁবলৈ আহে আৰু তাৰ মিছনাৰীসকলৰ লগত অসমৰ ভাষা নীতি সম্পর্কে আলোচনা কৰে। অসমীয়া ভাষাৰ সপক্ষে মিছনাৰীসকলে দেখুওৱা যুক্তিসমূহত সন্তুষ্ট হৈ পেকেও তেওঁৰ ৰিপোর্টত লিখে; 'With respect to Assam, the demand for common schools will be met at no distant date..... And there is also encouragement to hope that the language in those government schools will be vernacular, so soon as suitable text-books can be obtained' (ডাউনছ, পূর্বোক্ত প্রবন্ধ, পৃঃ ১৩২)

অসমত অসমীয়া ভাষা প্রতিষ্ঠা হোৱাৰ প্রক্রিয়াটো এই পর্যন্ত সুকলমেই চলি আছিল; কিন্তু ইয়াত বিধি-পথালি দিলে অসমৰ স্কুল পৰিদর্শক ৰবিনছনে। আদিতে ৰবিনছন আছিল বঙ্গদেশৰ শ্ৰীৰামপুৰ মিছনৰ এজন সদস্য। ১৮৩৬ চনত মিছনেৰী হিচাপেই তেওঁ অসমলৈ আহে; কিন্তু দুবছৰৰ পিছত তেওঁ মিছনেৰী পদ ত্যাগ কৰে আৰু মাহে তিনিশ টকা

দৰমহাত 'গুৱাহাটী চেমিনাৰী' (বৰ্তমানৰ কটন কলেজিয়েট স্কুলৰ আদি ৰূপ)ৰ প্ৰধান শিক্ষক নিযুক্ত হয়। ইয়াৰ কিছু বছৰৰ পিছতে তেওঁ অসমৰ শিক্ষা বিভাগৰ গুৰিয়াল (স্কুল পৰিদৰ্শক) পদলৈ উন্নীত হয়। অসমত বঙলা ভাষাৰ যেতিয়া সূচনা হয়, তেতিয়া তেওঁ তেতিয়াৰ অসমৰ শাসনকৰ্তা জেনকিন্‌চৰ সোঁহাতেই নাছিল, অসমীয়া ভাষাই পুনৰ নিজ অধিকাৰ পোৱাৰ পথতো তেওঁ আছিল প্ৰধান অন্তৰায়। ৰবিনছন চিৰদিন বঙলা ভাষাৰ পক্ষপাতী আছিল। তেওঁ অসমলৈ অহাৰ প্ৰায় তিনিবছৰ পিছতেই, অসমীয়া ভাষা সম্পৰ্কে তেওঁৰ জ্ঞান যেতিয়া ভালদৰে হোৱাই নাছিল, তেতিয়াই 'গ্ৰামাৰ অৱ আছামিজ লেংগুৱেজ' নামেৰেই অসমীয়া ব্যাকৰণ এখন তেওঁ ৰচনা কৰিছিল য'ত তেওঁ লিখিছিল, 'অসমৰ কথিত ভাষা বঙলাৰে সৈতে মূলতে একেই। ....অসমীয়া ভাষাটো বিশুদ্ধ বঙলাৰে বিকৃত ৰূপৰ উচ্চাৰণ মাথোন আৰু ইয়াৰ বৰ্ণ বিন্যাসৰো একো ঠিক নাই। ......পঢ়াশালিবোৰত বঙলাৰে শিক্ষা দিলেই ল'ৰাই সহজে অমিল উচ্চাৰণ মিলাই উন্নত ভাষা শিকিব পাৰিব আৰু ক্ৰমান্বয়ে নানা জ্ঞান আহৰণ কৰিব পাৰিব।' (উদ্ধৃত, বেণুধৰ শৰ্মা, 'অসমীয়া বেপটিষ্ট মিছনৰ ঐতিহাসিক অৱদান')।

মিল্‌চে তেওঁৰ ৰিপোৰ্ট চৰকাৰক দিয়াৰ কিছুদিনৰ পিছতেই অসমৰ ভাষা নীতি সম্পৰ্কে আলোচনা কৰিবলৈ বঙ্গদেশৰ লেফটেনাণ্ট গৰ্ভণৰ এফ. জে. হেলিডেই ৰবিনছনক কলিকতালৈ মাতি পঠিয়ায়। তাৰ ফলস্বৰূপে তেওঁ হেলিডেক এটা টোকা দিয়ে। টোকাটোৰ নাম আছিল 'Some Remarks on the Use of Bengali in the Government Schools of Assam.' এই টোকাটোত তেওঁ 'প্ৰমাণ' কৰি দেখুৱাইছিল যে অসমীয়া ভাষা মূলতে বঙলা ভাষাৰ সৈতে একেই।

মিছনেৰীসকলে ৰবিনছনৰ এনে কাৰ্যৰ ততাতৈয়াকে বিৰোধিতা কৰে। আই. জে. ষ্টাডাৰ্ড নামৰ মিছনেৰী এগৰাকীয়ে ব্ৰনচনলৈ চিঠিত লিখে, 'He (Robinson is evidently in the worng in advocating a scheme which, if carried out, must prove to the best interest of the people of the Province.' (ডাউন্‌চ, পূৰ্বোক্ত প্ৰবন্ধ, পৃঃ ১৫৩)

ব্ৰাউনেও অতিশয় বিৰক্তিৰে ব্ৰনচনক জনাইছিল যে "It easy to caricature a language that one knows little of, to call it 'slovenly', 'crude', and 'Valgar'." (পূৰ্বোক্ত প্ৰবন্ধ, পৃঃ ১৫২)

মাইলচ্ ব্ৰনচনে মিলচ্‌ৰ মাৰফতত বঙ্গদেশৰ শাসনকৰ্তা হেলিডেলৈ এই সন্দৰ্ভত এখন দীঘলীয়া চিঠি দিয়ে য'ত ৰবিনছনৰ নীতি বিৰোধিতা কৰি তেওঁ লিখিছিল, "Your Honor will naturally inquire why we also have not adopted the Bangali and thus acted in concert with the views of the Government? Our answer is at hand. We donot deem it possible to root out the mother tongue and substitute the Bengali, which is not the vernacular but a foreign dialect. We have ample proofs of this in the course of the past 20 years. We have tried well-educated Bengali teachers..... but their instruction were not inteiligible to the common people and they were obliged to learn and use the Assamese language. We have for the same reason found the circulation of the Bengali books among the Assamese useless.... Bengali is not ver-

nacular of Assam. The common people donot understand that language written or spoken ...... In our Humble opinion, the only way to render any plan of education popular in this province is to give it to them in their own mother tongue." (পূৰ্বোক্ত প্ৰবন্ধ, পৃঃ১৪৩)

মিছনেৰীসকল কেৱল এনে আবেদন-নিবেদনতে ক্ষান্ত নাথাকিল। অসমীয়া ভাষাৰ হকে 'অৰুণোদই'ৰ পৃষ্ঠাত তেওঁলোকে এই সম্পৰ্কে এটা বিতৰ্কৰ সূচনা কৰিলে। ১৮৫৫ চনত আনন্দৰামে তেওঁৰ 'এ ফিউ ৰিমাৰ্কচ', নামৰ পুস্তিকাখন মিছনেৰী প্ৰেছত ছপা কৰি উলিয়ায়। বঙলা ভাষাৰ লগত অসমীয়া ভাষাৰ পাৰ্থক্য সুন্দৰকৈ ফঁহিয়াই দেখুৱাই তেওঁ ইয়াত কৈছিল, – 'অসমৰ শিক্ষাৰ প্ৰথম প্ৰচেষ্টা হিচাপে চৰকাৰে আমাক এটা ইংৰাজী কলেজ আৰু যথেষ্ট সংখ্যক গাঁৱলীয়া পঢ়াশালি দিয়ক আৰু নিজৰ আই-বোপাইৰ ভাষা চলাওক। আজিৰ অসমীয়া এইবিলাক লৈ নিজকে চহকী কৰিবলৈ সাজু। গাঁৱলীয়া পঢ়াশালিবিলাকত অসমীয়া পাঠ অনতি বিলম্বে চৰকাৰে দিব পাৰে।' ('অসমীয়া ভাষা', মহেশ্বৰ নেওগ অনূদিত পৃঃ৩৬)

একে বছৰৰে ২৫ মে' সংখ্যাৰ 'ফ্ৰেণ্ড অৱ ইণ্ডিয়া' (পৰৱৰ্তী কালৰ 'ষ্টেটছমেন') কাকতলৈ অসমৰ ভাষানীতি প্ৰসঙ্গত ব্ৰনচনে এখন চিঠি দিয়ে। তাত তেওঁ লিখিছিল, "The two language in their inflections, modes, affixes, prefixes,spelling and above all the in pronouncition are so different, that Bengali is an Assamese what Latin and French are to an English School boy Doesnot our experience show that in order to popularise education among any people, it must be given to them in their own medium of thought and conversation?" (ডাউনছ, পূৰ্বোক্ত প্ৰবন্ধ, পৃঃ)

ব্ৰনচনৰ মত সমৰ্থন কৰি কাকতখনেও সম্পাদকীয় লিখিলে এই বুলি,

"The Assamese is not a mere provincial speech like the Yorkshire or Wiltshire patois in England or the Gascon or Brilton patois in France, or the Chittagong and Sylhet patois in Bengal; it a written and printed language. It is the language through which the people receive their impressions, whether for good or for evil....... and it must be the language through which the elements of knowledge are to be communicated, if ever, to the great body of the people." (পূৰ্বোক্ত প্ৰবন্ধ, পৃঃ ১৫৭)

এইদৰে উনৈশ শতিকাৰ পঞ্চম দশকতে অসমীয়া ভাষাৰ পক্ষে মিছনেৰীসকলে এটা জনমত গঠন কৰিবলৈ কিছু পৰিমাণে হ'লেও সক্ষম হৈছিল। তথাপি স্কুল-আদালতত অসমীয়া ভাষা প্ৰচলনৰ বাবে অসমে অপেক্ষা কৰিবলগীয়া হ'ল আৰু প্ৰায় একুৰি বছৰ। ইয়াৰ কাৰণো অৱশ্যে নথকা নহয়। পঞ্চম দশকৰ পৰৱৰ্তী কালছোৱা আছিল অসম তথা ভাৰতৰ ৰাজনৈতিক পট পৰিৱৰ্তনৰ যুগ। ১৮৫৭ চনত ভাৰতৰ প্ৰথম স্বাধীনতা যুদ্ধৰ সূত্ৰপাত হয় আৰু ইংৰাজ আৰু ৰাইজ দুয়োৰে মনোযোগ অইন ফালে ঢাল খুৱায়। অসমৰ ব্যাপ্তিষ্ট মিছনৰো এই কালছোৱাত কিছু দুৰ্যোগ উপস্থিত হয়। ভাৰত চৰকাৰৰ 'হ'ম বোৰ্ড'ৰ লগত কিবা মতান্তৰ হোৱাত ব্ৰাউন ১৮৫৬ চনত চিৰদিনৰ বাবে আমেৰিকালৈ যায়গৈ। ইয়াৰ এবছৰ পিছতে ব্ৰনচন প্ৰমুখ্যে আন কেইবাগৰাকীও মিছনেৰীয়ে আমেৰিকা অভিমুখে অসম

ত্যাগ কৰে। ১৮৬৯ চনৰ জুন মাহত আনন্দৰামৰো মৃত্যু হয়। এইদৰে দেশৰ পৰিস্থিতি সলনি হোৱাত, তদুপৰি ভাষা আন্দোলনৰ ৰথীসকলো প্ৰায় নাইকিয়া হোৱাত, আন্দোলন বেছ কিছুদিন তল পৰি থাকে।

যি কি নহওক, ১৮৬১ চনত ব্ৰনচন পুনৰ অসমলৈ উভতি আহে আৰু অসমীয়া ভাষাৰ আত্মপ্ৰতিষ্ঠাৰ কাম পুনৰ হাতত লয়। ১৮৬৭ চনত যদুৰাম ডেকা বৰুৱাৰ অভিধানৰ ওপৰত ভিত্তি কৰি তেওঁ লিখি উলিয়াই চৈধ্য হেজাৰ শব্দৰ তেওঁৰ বিখ্যাত 'অসমীয়া-ইংৰাজী অভিধান'। অসমীয়া ভাষাৰ স্বকীয়তা প্ৰতিষ্ঠাৰ ক্ষেত্ৰত এই অভিধান আছিল এক বিশিষ্ট মাইলৰ খুটি। এই অভিধানৰ পাতনিত ব্ৰনচনে লিখিছিল, 'পূৰ্বে আহোম ৰজাসকলে এই দেশ জয় কৰি শ শ বছৰ ভোগ কৰিলে। তেওঁবিলাকৰ ভাষা খামতি জাতিৰ সম্বন্ধীয়া এক ভাষা আছিল; কিন্তু এনে অতি আচৰিত যে ৰজাসকলৰ ভাষাই অচমিয়া ভাষাৰ একো হানি নকৰি এতিয়া প্ৰায় সেই ভাষা আপোনা আপুনি লোপ হ'ল। এইদৰে মান আৰু মুছলমানৰ সৈন্যই বাৰে বাৰে এই দেশত ৰন কৰি দেশৰ বহু উৎপাত কৰিলে। তথাপি ভাষাৰ একো লৰচৰ নহ'ল আৰু বৰ্তমান কালত এই দেশ ইংলণ্ডিয়াসকলৰ অধিক হোৱাত তেওঁবিলাকে অচমিয়া ভাষাৰ প্ৰতি বিশেষ সহায় নহয় বঙ্গালি ভাষাক নিজ মাতৃভাষা বুলি গৰ্ভণমেন্টৰ সকলো কৰম আৰু স্কুল আদিতে ব্যৱহাৰ কৰে।' (উদ্ধৃত, নন্দ তালুকদাৰ, 'সংবাদ পত্ৰৰ ৰ'দ কাঁচলিত অসমীয়া সাহিত্য', পৃঃ ৪৩-৪৪)

১৮৭২ চনৰ তিনি এপ্ৰিল তাৰিখে নাজিৰাত থকা অসম চাহ কোম্পানীৰ কৰ্মচাৰীসকলে অসমৰ স্কুল-আদালতত অসমীয়া ভাষা চলোৱাৰ সপক্ষে দিয়া এখন গোহাৰি মিছনেৰীসকলে 'অৰুণোদই'ত প্ৰকাশ কৰে। (এইখিনিতে উল্লেখ কৰিব পাৰি যে স্বাক্ষৰকাৰী দলটোৰ ভিতৰত স্বৰূপচন্দ্ৰ আৰু মদনমোহন ঘোষ দাওয়ান– এই দুজন বাঙালী লোকো আছিল।) একে বছৰৰে ৯ মাৰ্চৰ দিনা নগাঁৱত থকা অসমীয়া ৰাইজৰ হৈ ব্ৰনচনে ২১৫ জন স্বাক্ষৰকাৰী সম্বলিত এখন আৰ্জি অসম ভেলিৰ কমিছনাৰ কৰ্ণেল হেনৰি হপকিনছনৰ হাতত দিয়ে। (ইয়াতো চহী দিওঁতালোকৰ ভিতৰত ৰামলোচন সেন আৰু জানকীনাথ সেন– নামে দুজন বাঙালী লোকো আছিল।) আৰ্জিখনৰ লগতে আনন্দৰামৰ 'এ ফিউ ৰিমাৰ্কছ'খনো গাঁঠি দিয়া হৈছিল আৰু অসমৰ স্কুল-আদালতত অসমীয়া ভাষা চলাব লাগে বুলি তাত টানি অনুৰোধ কৰা হৈছিল।

অসমীয়া ভাষাৰ সপক্ষে কৰা এনে আন্দোলনৰ ওচৰত চৰকাৰী পক্ষ কিছু হ'লেও সৈমান হ'বলৈ বাধ্য হৈছিল, কাৰণ অসমত কাম কৰা চৰকাৰী বিষয়াসকলে অসমীয়া ভাষা শিকিব লাগিব বুলি চৰকাৰে ইতিমধ্যে এখন নটিচ জাৰি কৰিছিল (ডিম্বেশ্বৰ নেওগ, পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৩৫১-৩৫৪)। চৰকাৰৰ ফালৰ পৰা অসমৰ আদালতত অসমীয়া ভাষা চলাবলৈ পোন প্ৰথমে চেষ্টা কৰিছিল অসমৰ কাৰ্যবাহী কমিছনাৰ কৰ্ণেল হটনে; কিন্তু তেওঁৰ এই নিৰ্দেশ হপকিনছনে নাকচ কৰে। (পূৰ্বোক্ত গ্ৰন্থ)

* * *

এইদৰে উনৈশ শতিকাৰ প্ৰথমাৰ্ধত সমস্ত ভাৰততে হোৱা ইংৰাজী-সংস্কৃত বিতৰ্কৰ নিচিনাকৈ উনৈশ শতিকাৰ দ্বিতীয়াৰ্ধৰ অসমতো অসমীয়া ভাষা চলাব লাগে নে বঙলা ভাষা– এই বিষয়ে যথেষ্ট বাক্ বিতণ্ডাৰ সৃষ্টি হৈছিল। আনন্দৰাম ঢেকিয়াল ফুকন, ব্ৰাউন,

ব্ৰনচন, প্ৰমুখ্যে মিছনেৰীসকল, তদুপৰি মোফাট মিল্‌চ, কৰ্ণেল হটন প্ৰমুখো ৰাজবিষয়াসকল আছিল অসমীয়া ভাষাৰ পক্ষপাতী। আনহাতে বিৰোধী দলৰ নেতা আছিল ৰবিনছন আৰু হপকিনছন। ৰবিনছনৰ বিৰোধিতাৰ কথা ইতিপূৰ্বেই আমি আলোচনা কৰিছোঁ। অসম ভেলিৰ কমিছনাৰ হকিনছন অসমীয়া ভাষাৰ ইমান বিৰোধী আছিল যে অসমত এই ভাষা চৰকাৰীভাৱে স্বীকৃত হোৱাৰ পিছতো ১৮৭৩ চনৰ এঘাৰ ডিচেম্বৰ দিনা বঙ্গদেশৰ শিক্ষা বিভাগৰ গুৰিয়াললৈ তেওঁ এটা টোকা পঠিয়াইছিল য'ত কৈছিল এইবুলি,

"....... I have become convinced that this seeking after of an 'Assamese language' either in education or any other department is the pursuit of an illusion, but I joint with Dr. Martin in thanking that it will be a priceless loon to the cause of education in Assam if you could prevail upon the Government to reinstate Bengali as the proper medium of instruction for our Assam schools."(ডিম্বেশ্বৰ নেওগ, পূৰ্বোক্ত গ্ৰন্থ, পৃঃ৩৫৭)

এই টোকাৰ লগতে হপকিনছনে আকৌ সংযোগ কৰিছিল অসমীয়া পাঠ্যপুথি সম্পৰ্কে তিনিজন বাঙালী লোকৰ অভিমত। তাৰে গোলাপচন্দ্ৰ বেনাৰ্জী বুলি এজনে কৈছিল যে অসমীয়া ভাষা বঙলাৰ পৰা পৃথক বুলি ভবাটো 'এক দুৰ্ঘোৰ ভ্ৰান্তি'(a monstrous illusion)।

যি কি নহওক, ভাষা সম্পৰ্কীয় তৰ্ক-বিতৰ্কবোৰৰ ওৰ পেলালে বেংগল প্ৰেচিডেন্সীৰ দুৰলীয়া লাট চাৰ জৰ্জ কেম্পবেলে। অসমৰ ভাষা-নীতি সম্পৰ্কে এটা পুংখানুপুংখ অনুসন্ধান কৰা উচিত বুলি তেওঁ সিদ্ধান্ত কৰিলে আৰু হপকিনছনৰ হতুৱাই পাহাৰীয়া জিলাকেইখনৰ বাহিৰে অসমৰ অন্যান্য জিলাসমূহৰ চৰকাৰী ইংৰাজী বিষয়াসকলৰ পৰা অসমৰ ভাষা-নীতি সম্পৰ্কে তেওঁ বিভিন্ন মত সংগ্ৰহ কৰিলে। তেওঁ দেখিলে যে কৰ্ণেল হপকিনছন, কেম্পবেল প্ৰমুখ্যে দুই এগৰাকী বিষয়াৰ বাহিৰে প্ৰায় সকলোবোৰ চৰকাৰী বিষয়াই অসমীয়া ভাষাৰ পক্ষপাতী। অসমীয়া এটা সুকীয়া ভাষা হয় নে নহয়, তাক পৰীক্ষা কৰিবৰ বাবে ব্ৰনচনৰ অসমীয়া-ইংৰাজী অভিধানখনো সেই কালৰ প্ৰসিদ্ধ বঙালী পণ্ডিত আৰু উচ্চ পদস্থ চৰকাৰী বিষয়া ৰমেশচন্দ্ৰ দত্তলৈ পঠিয়াই দিয়া হ'ল। দুয়োটা ভাষাৰে যথেষ্ট মিল থকা সত্ত্বেও অসমীয়া ভাষাৰ যে স্বকীয়তা আছে তাৰ স্বীকাৰ কৰি তেওঁ লিখিলে, "It will just be well to mention that not with standing repeated endeavaurs. I have hardly been able to make out even the purport of the Assamese preface to this Dictionary. I have known an educated young Assamese for many years And I could never understand him when he spoke Assamese or quoted from Assamese poetry." (ডিম্বেশ্বৰ নেওগ, পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৩৪৮)

বিভিন্ন ব্যক্তিৰ পৰা এনে ধৰণে সমৰ্থন পাই জৰ্জ কেম্পবেলে অৱশেষত ঘোষণা কৰিলে যে 'এটা সংখ্যাগুৰু, অধিক শিক্ষিত চুবুৰীয়া জাতিৰ ভাষাৰ অনুকূলত আন এটা জাতিৰ মাতৃভাষাক কিলাকুটিৰে খুন্দিয়াই পঠিওৱা উচিত নহয়।' (এম. কৰ, 'আছামিছ লেংগুয়েজ কুৱেশ্চন ইন ৰিট্ৰস্পেক্ট, ছচিয়েল ছায়েন্টিষ্ট, পৃঃ ২৩)। ১৮৭৩ চনৰ ১৯ এপ্ৰিলৰ দিনা এই বুলি সিদ্ধান্ত কৰা হ'ল যে 'সকলোবোৰ প্ৰাথমিক বিদ্যালয়ত, মাধ্যমিক বিদ্যালয়ত আৰু উচ্চ বিদ্যালয়ৰ তলৰ আৰু মাজৰ শ্ৰেণীবোৰতো বঙলাৰ সলনি অসমীয়া

শিকোৱা হ'ব; শ্ৰেণীটোৰ বাৰজন বা ততোধিক ল'ৰাই যদি বঙলা বিচাৰে, তেন্তে তেওঁলোকক সুকীয়াকৈ সেই ভাষা শিকোৱা হ'ব। উচ্চ বিদ্যালয়ৰ ওপৰ শ্ৰেণীবিলাকত অসমীয়া পাঠ্যপুথি থাকিলে অসমীয়াতে শিকোৱা হ'ব। যিবিলাক বিষয়ত অসমীয়া পাঠ্যপুথি নাথাকে, সেইবিলাক বিষয় বঙলা বা ইংৰাজী শিকোৱা হ'ব।' (ডিম্বেশ্বৰ নেওগ, পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৩৫৩-৫৪) আদালতসমূহলৈ চাৰ্কুলাৰ জাৰি কৰা হ'ল এই বুলি, 'ইয়াৰদ্বাৰা জনোৱা হ'ল যে বিচাৰ বিভাগ আৰু ৰাজহ বিভাগৰ কাম-কাজবিলাকত এতিয়াৰ পৰা ব্যৱহাৰ কৰিব লগা ভাষা হ'ব অসমীয়া ভাষা; ই কামৰূপ, দৰং, নগাওঁ, শিৱসাগৰ আৰু লক্ষীমপুৰ — এই পাঁচখনত, উপত্যকা জিলাৰ সাধাৰণ ভাষাও।' (নেওগ, পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৩৫৩-৫৪)

এইদৰে অসমৰ পাঁচখন জিলাৰ স্কুল কাছাৰীত অসমীয়া ভাষাৰ প্ৰচলন আৰম্ভ হয়। এইখিনিতে অৱশ্যে মনত ৰখা ভাল যে ইংৰাজে অসমত অসমীয়া ভাষা প্ৰবৰ্তন কৰাৰ কাৰণ তেওঁলোকৰ বিশুদ্ধ অসম-প্ৰীতি নহয়। সুচতুৰ ইংৰাজ শাসকে লক্ষ্য কৰিছিল যে বঙলা ভাষা আৰু বঙালী আমোলাৰ বিৰুদ্ধে অসমীয়াৰ জনমত ক্ৰমাৎ দৃঢ় হৈ আহিছে আৰু এই নৱোদিত অসমীয়া মধ্যবিত্তক সন্তুষ্ট নকৰিলে ৰাজ্য শাসনত অসুবিধা হোৱাৰ আশংকা। অৱশ্যে ইয়াৰ লগতে যোগ হৈছিল অসমীয়া ভাষাৰ স্বকীয়তা সম্পৰ্কে তেওঁলোকৰ মনত ইতিমধ্যে জন্মা প্ৰত্যয়।

অসমীয়া অসমৰ ৰাজ্যভাষা এইদৰে হ'ল যদিও ভাষা-সমস্যাৰ কিন্তু ইমানতে অন্ত নপৰিল। প্ৰাইমাৰি স্কুলবিলাকত অসমীয়া ভাষা চলিছিল সঁচা; কিন্তু উপযুক্ত পাঠ্যপুথিৰ অভাৱত মাধ্যমিক আৰু উচ্চ মাধ্যমিক স্কুলসমূহত এই ভাষা চলাব পৰা হোৱা নাছিল। মিছনেৰীবিলাকে লিখা এই চাৰিখন পুথি, তদুপৰি আনন্দৰাম ঢেকিয়াল ফুকনৰ 'অসমীয়া ল'ৰাৰ মিত্ৰ'ৰ খণ্ড তিনিটা (১৮৪৯), হেমচন্দ্ৰ বৰুৱাৰ 'অসমীয়া ব্যাকৰণ' (১৮৫৩), 'পাঠমালা' (১৮৭৪), গুণাভিৰাম বৰুৱাৰ 'ল'ৰাপুথি' (১৮৭৪), 'অসমীয়া ল'ৰাৰ ভূগোল' (১৮৭৯) প্ৰভৃতি দুই-চাৰিখন পুথিত বাদে উনৈশ শতিকাত অসমীয়া পাঠ্যপুথি নাছিল বুলিলেও হয়। এই অভাৱ ইমানেই বেছি আছিল যে পাঠ্যপুথি লিখাত উৎসাহ যোগোৱাৰ উদ্দেশ্যে চৰকাৰে এটা পাঁচশ টকীয়া পুৰস্কাৰৰ ব্যৱস্থা পৰ্যন্ত কৰিবলগীয়া হৈছিল। (এই পুৰস্কাৰ পাওঁতা প্ৰথম ব্যক্তি আছিল হেমচন্দ্ৰ বৰুৱা)।

পাঠ্যপুথিৰ এনে অভাৱলৈ চাই ১৮৭৭ চনত নগাঁৱত বহা 'এংলৌ' ভাৰ্নিকুলাৰ টেক্সটবুক কমিটি'য়ে এইবুলি সিদ্ধান্ত লৈছিল যে অসমীয়া পাঠ্যপুথি যথেষ্ট নোহোৱা পৰ্যন্ত মাধ্যমিক স্কুলবিলাকত বঙলা ভাষাই চলি থাকিব। এই সিদ্ধান্তত মত দিছিল তেতিয়াৰ শিক্ষাবিভাগৰ ডাইৰেক্টৰ জে. উইলচনে। উনৈশ শতিকাৰ শেষৰ দশকত উপত্যকা জিলাসমূহৰ চৰকাৰী সাহায্যপ্ৰাপ্ত তেৰখন মাধ্যমিক স্কুলৰ ভিতৰত নখনে অসমীয়া ভাষাক আৰু তিনিখনে বঙলা ভাষাক শিক্ষাৰ মাধ্যমৰূপে আৰু এখনে কোনো সিদ্ধান্ত নোলোৱাকৈ আছিল। আনহাতে চৰকাৰী এঘাৰখন স্কুলত বঙলাই আছিল শিক্ষাৰ মাধ্যম (কৰ, পূৰ্বোক্ত প্ৰবন্ধ, পৃঃ ২৫)

১৮৯৬ চনৰ দহ নৱেম্বৰ তাৰিখে অসমৰ চীফ কমিচনাৰ ছাৰ উইলিয়াম ৱাৰ্ডে এখন চাৰ্কুলাৰ জাৰি কৰিলে এইবুলি যে জিলাৰ প্ৰতিখন সদৰ স্কুলত পিছৰ বছৰৰ ফেব্ৰুৱাৰী মাহৰ পৰা অসমীয়া ভাষা চলিব, অৱশ্যে 'যদিহে অভিভাৱক আৰু ছাত্ৰসকলে সেইটো বিচাৰে।' বাঙালী লোকৰ সংখ্যা জিলাৰ সদৰসমূহত বেছি হোৱা বাবে চাৰ্কুলাৰখনে তেতিয়াৰ বাঙালী সম্প্ৰদায়ৰ মাজত তীব্ৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল আৰু ইয়াৰ প্ৰতিবাদত,

৩৩-৬৬ জন লোকৰ চহী সম্বলিত এখন স্মাৰকপত্ৰ তেওঁলোকে ৱাৰ্ডক দিছিল (পূৰ্বোক্ত প্ৰবন্ধ, পৃঃ ২৬)। অসমীয়াসকলৰ মাতৃভাষা প্ৰচলনৰ দাবী ন্যায্য বুলি মানি লৈ তেওঁলোকে চৰকাৰক এইবুলি অনুৰোধ কৰিছিল যাতে বাঙালী ছাত্ৰসকলে বঙলা ভাষাত পঢ়াৰ সুবিধাও চৰকাৰে তেওঁলোকক দিয়ে; কিন্তু এই অনুৰোধ নাকচ কৰা হয়। ৱাৰ্ডৰ চাৰ্কুলাৰখন পোৱাৰ আগতেই কামৰূপ জিলাৰ অধিপতি কেপ্টেইন গৰ্ডনে জিলাখনত অসমীয়া ভাষা চৰ্চা বন্ধ কৰি লৈছিল। আনহাতে শিক্ষাবিভাগৰ অধিকৰ্তা বুথ-এ আকৌ চাৰ্কুলাৰ ভুলকৈ বুজি, অভিভাৱক আৰু ছাত্ৰৰ সম্মতি নোলোৱাকৈয়ে, — নিজ ইচ্ছাৰে —ডিব্ৰুগড়, শিৱসাগৰ, যোৰহাট, নগাওঁ আৰু তেজপুৰৰ সদৰ স্কুলবিলাকত অসমীয়া ভাষাক শিক্ষাৰ মাধ্যম কৰি পেলালে। এইদৰে ৱাৰ্ডৰ চাৰ্কুলাৰখন অসমীয়াৰ বাবে বৰ হোৱাদি হ'ল।

ৱাৰ্ডৰ পিছত অসম চীফ কমিচনাৰ হৈ আহে ছাৰ হেনৰী কটন (১৮৯৬-১৯০৩)। অসমীয়া ভাষা সম্পৰ্কে কটনৰ মনোভাৱ উচ্চ নাছিল। অসমীয়াসকলে তেওঁলোকৰ নিজৰ ভাষাটো প্ৰতিষ্ঠা কৰাৰ প্ৰচেষ্টাক 'নিৰাশজনক' (hopeless) বুলি তেওঁ আখ্যা দিছিল। তেওঁ কৈছিল-- 'অসমীয়া মানুহৰ নিজৰ সুবিধাৰ বাবেই বঙলা ভাষা শিকা উচিত; আনন্দৰাম বৰুৱাৰ দৰে পণ্ডিত অসমে উলিয়াব পাৰিব অসমীয়াই বঙলা ভাষাৰ যোগেদি শিক্ষা গ্ৰহণ কৰিলেহে।' অসমীয়া ভাষা বিশ্ববিদ্যালয়ৰ দ্বিতীয় ভাষা কৰাৰ প্ৰচেষ্টাৰো তেওঁ মূধা মাৰিছিল অসমীয়া পাঠ্যপুথিৰ অভাৱৰ অজুহাত দেখুৱাই। অসমীয়া ভাষাৰ পুনৰ প্ৰতিষ্ঠা সম্পৰ্কে তেওঁৰ মত আছিল এনে ধৰণৰঃ Every educated Assamese is bound to know Bengali, just as every educated Welshman is bound to English and the cry for the restoration of Assamese as the language of culture in this province is as hopeless as the agitation..... for the official recognition of the Welsh language in Scotland ....... All efforts of boost up Assamese as a separate language are, I am convinced, doomnd to 'failure'. (উদ্ধৃত, কৰ, পূৰ্বোক্ত প্ৰবন্ধ পৃঃ ২৫)

তথাপি প্ৰায় ৱাৰ্ডৰ আদেশকেই কটনে বাহাল ৰাখিলে আৰু এইবুলি মত দিলে যে প্ৰাইমাৰী আৰু পাৰিলে মাধ্যমিক স্কুলবিলাকতো, অসমীয়া ভাষা শিক্ষাৰ মাধ্যম হ'ব লাগে; কিন্তু উচ্চ মাধ্যমিক স্কুলবিলাকত হয় ইংৰাজী, নহয় বঙলাই চলি থাকিব লাগে। শিক্ষাধিকাৰ বুথৰ ভুলটোও তেওঁ সংশোধন নকৰিলে (যদিও তাৰ বাবে বুথক জগৰীয়া কৰা হৈছিল।)

কটনৰ পিছত লেফটেনান্ট গৰ্ভণৰৰূপে অসমলৈ আহিছিল জে. বি. ফুলাৰ। তেওঁ অসমীয়াৰ পক্ষপাতী আছিল। ১৯০৩ চনৰ চৈধ্য আগষ্ট তাৰিখে তেওঁ নিৰ্দেশ জাৰি কৰিলে এই বুলি যে 'গোৱালপাৰা জিলাৰ বাহিৰে অসম উপত্যকাৰ আন কোনো চৰকাৰী স্কুলতে বিশ্ববিদ্যালয়ৰ প্ৰবেশিকা পৰীক্ষাৰ দ্বিতীয় ভাষাৰূপে বঙলা শিকোৱা নহ'ব; সম্ভৱ হ'লে গুৱাহাটীৰ বাহিৰে উপত্যকাৰ আন কোনো ঠাইতে চতুৰ্থৰ তলৰ শ্ৰেণীবিলাকতো ইয়াৰ শিক্ষাৰ মাধ্যম কৰা নহ'ব। সকলো সাহায্যপ্ৰাপ্ত চৰকাৰী স্কুলবিলাকত এই আদেশ প্ৰযোজ্য হ'ব। (পূৰ্বোক্ত প্ৰবন্ধ, পৃঃ২৭)

ফুলাৰৰ চেষ্টাত ১৯০৩ চনত কলিকতা বিশ্ববিদ্যালয়ে অসমীয়া ভাষাক প্ৰবেশিকা পৰীক্ষাৰ দ্বিতীয় ভাষাৰূপে স্বীকৃতি দিয়ে; পিছলৈ বি-এ মহলালৈকে এই ভাষাই স্বীকৃতি পায়। ১৯১৯ চনত 'মহান ভাৰতীয় ভাষাসমূহৰ সমালোচনামূলক আৰু বৈজ্ঞানিক ঐতিহাসিক বিজনিমূলক অধ্যয়নৰ প্ৰয়োজনীয়তা' অনুভৱ কৰি কলিকতা বিশ্ববিদ্যালয়ৰ

খ্যাতিমান উপাচাৰ্য আশুতোষ মুখাৰ্জী গুৱাহাটীলৈ আহে আৰু পণ্ডিত হেমচন্দ্ৰ গোস্বামীক 'অসমীয়া সাহিত্যৰ চানেকি' লিখিবলৈ উদগণি যোগায়। মুখাৰ্জীৰ চেষ্টাতেই ১৯১৯ চনৰ বঙলা সাহিত্যৰ এম-এ শ্ৰেণীৰ পঞ্চম আৰু অষ্টম কাকতত অসমীয়া ভাষা অন্তৰ্ভুক্ত হয়। ১৯৩৮ চনত অসমীয়া ভাষাৰ স্নাতকোত্তৰ মহলায়ো কলিকতা বিশ্ববিদ্যালয়ৰ পূৰ্ণ স্বীকৃতি পায়।

ব্ৰহ্মপুত্ৰ উপত্যকাৰ অন্যান্য জিলাসমূহত ভাষা সমস্যাৰ এক প্ৰকাৰ সমাধান হ'লেও গোৱালপাৰা জিলাত এই সমস্যা বহু দিনধৰি আছিল। বাঙালী লোকৰ সংখ্যাধিক্যৰ বাবে কুৰি শতিকাৰ প্ৰথম দশক কেইটালৈকে এই জিলাৰ স্কুল-আদালতৰ ভাষাৰূপে বঙলা ভাষাই প্ৰাধান্য বিস্তাৰ কৰি প্ৰচলনৰ পক্ষপাতী আছিল। আন নালাগে, একালত 'আছাম এছ'চিয়েচন'ৰ সভাপতি হৈ অসমীয়াৰ স্বাৰ্থৰ হকে যুঁজ কৰা গৌৰীপুৰৰ জমিদাৰ প্ৰভাত চন্দ্ৰ বৰুৱা আৰু মুকুন্দ নাৰায়ণ বৰুৱা প্ৰমুখ্যে গোৱালপাৰাৰ বহুতো জমিদাৰেই ১৯১৯ চনত মন্টেগু চেম্‌ছফোৰ্ড সংস্কাৰে দিব খোজা জমিদাৰী সা-সুবিধাবোৰ হাত কাৰৰ আশাত পিছলৈ 'জমিদাৰী এছ'ছিয়েছন' আদি খুলি এই জিলাখন বঙ্গদেশৰ লগত চামিল হ'ব লাগে বুলিও ওকালিত কৰিছিল (এই সন্দৰ্ভত দ্ৰষ্টব্য— প্ৰভাত চন্দ্ৰ বৰুৱা, 'নিখিল গোৱালপাৰা সমিতি'ৰ অভ্যৰ্থনা সমিতিৰ অভিভাষণ, গৌৰীপুৰ ১৩৩৪ শক)। কেৱল মেচপাৰৰ জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰী আছিল ইয়াৰ ব্যতিক্ৰম। ছাদুল্লা আৰু পৰৱৰ্তী গোপীনাথ বৰদলৈ মন্ত্ৰীসভায়ো গোৱালপাৰাক এখন দ্বিভাষী জিলা বুলিয়েই মত প্ৰকাশ কৰিছিল; ফকৰুদ্দিন আলী আহমদেও গোৱালপাৰাৰ ভাষা বঙলা হ'ব লাগে বুলি চৰকাৰলৈ এক আবেদন কৰিছিল ('পলিটিকেল হিষ্ট্ৰী অব আছাম', ২য়খণ্ড, পৃঃ২৯২) ১৯২৬ চনত ধুবুৰীত বহা সাহিত্য সভাৰ অধিবেশনলৈ লক্ষীনাথ বেজবৰুৱাক নিমন্ত্ৰণ কৰি সভাৰ সম্পাদক শৰৎচন্দ্ৰ গোস্বামীয়ে চিঠিত লিখিছিল যে, 'ধুবুৰীত অসমীয়া ভালপোৱা লোকৰ সংখ্যা বৰ কম।' (বেজবৰুৱা, 'দিনলেখা')। ১৯৩৩ চনত উত্তৰ লক্ষ্মীমপুৰত বহা সাহিত্য সভাৰ চতুৰ্দশ অধিবেশনত জ্ঞানদাভিৰাম বৰুৱাই সভাপতিৰ আসনৰ পৰা কৈছিল, 'গোৱালপাৰা আমাৰ নিজা জিলা; কিন্তু কোনো কোনো মানুহে অসমীয়া ভাষা নকয়, বঙলাহে কয়। ই বৰ দুখৰ কথা।' (ভাষণাৱলী, ২য় ভাগ, পৃঃ ২৫) গোৱালপাৰা জিলাত অসমীয়া ভাষাৰ দুৰৱস্থা দেখি আন নালাগে, অসমৰ জাতীয়তাবাদী আন্দোলনৰ নেতা স্বয়ং অম্বিকাগিৰি ৰায়চৌধুৰীয়ে ১৯৪৭ চনৰ ২৩ জুন তাৰিখে 'আছাম ট্ৰিবিউন' কাকতত এটা বিবৃতি দিছিল যাৰ 'থূলমূল বক্তব্য এইটোৱে আছিল যে ধুবুৰী মহকুমাৰ চাৰিটি থানা আৰু কাছাৰৰ হাইলাকান্দি মহকুমা পাকিস্তানৰ অন্তৰ্ভুক্ত হোৱাটোৱে যুক্তিযুক্ত।' (অমলেন্দু গুহ, 'অসম আন্দোলন এটি দৃষ্টিপাত, সাম্প্ৰতিক সাময়িকী, অক্টোবৰ ১৯৮০)

যি কি নহওক, অসমীয়া লোকৰ অশেষ চেষ্টাত গোৱালপাৰা জিলাতো লাহে লাহে অসমীয়া ভাষী মানুহৰ সংখ্যা বাঢ়ি আহে আৰু ১৯৬০ চনৰ আন্দোলনৰ পিছত এই জিলাতো অসমীয়া ভাষাৰূপে স্বীকৃতি পায়। ১৯৭২ চনত হোৱা আন্দোলনৰ পিছত কাছাৰ জিলাক বাদ দি অসমৰ আন সকলো জিলাতে অসমীয়া ভাষাই ৰাজ্য ভাষাৰূপে স্বীকৃতি লাভ কৰে।

# অসমীয়া জাতি ধ্বংস হোৱাৰ পথত

ডাঃ ক্ষীৰেণ ৰায়

স্বাধীনতাৰ সোণালী বৰ্ষত অসমৰ জনসাধাৰণে তেনেদৰে কিবা বিশেষ আনন্দ উপলব্ধি কৰিছে বুলি মনে নধৰে। ইয়াৰ কাৰণ এয়া নহয় যে সামগ্ৰীক ভাবে অসমৰ ৰাইজে ভাৰতীয় বুলি পৰিচয় দিবলৈ অনিচ্ছুক। সুদূৰ প্ৰাচ্য অতীজৰে পৰা ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ সৈতে এৰাব নোৱাৰাকৈ জড়িত। অসমক অধিক শতিকা ধৰি শাসন কৰি থকা আহোমসকল যদিও প্ৰাচ্যৰ পৰা অহা জাতি, তথাপি তেওঁলোকে অতীতক পাহৰি অসমৰ সভ্যতা আৰু সংস্কৃতিকে গ্ৰহণ কৰি এক মহান অসমীয়া জাতি গঢ় দিয়াৰ প্ৰয়াস কৰিছিল।

স্বীকাৰ কৰিব লাগিব যে স্বাধীনতাৰ যোৱা পাঁচটা দশকৰ সময়ছোৱাত কেন্দ্ৰীয় চৰকাৰে অসমক অহৰহ মাহীমাকৰ চকুৰে চাই আহিছে। তাৰ প্ৰমাণ- অসমৰ খাৰুৱা তেল সুদীৰ্ঘ পাইপেৰে নি বিহাৰত শোধানাগাৰ স্থাপন, অসমৰ চাহ উদ্যোগৰ প্ৰধান কাৰ্যালয় পশ্চিম বঙ্গত স্থাপন, অসমলৈ এতিয়ালৈ ব্ৰডগজ ৰেলৰ প্ৰকৃত সম্প্ৰসাৰণ নোহোৱাকে ধৰি আৰু বহু উদাহৰণ দাঙি ধৰিব পাৰি।

অসমত যথেষ্ট পৰিমাণে কেঁচামাল উৎপাদিত হোৱাৰ পিচতো ৰাজ্যখনত কোনো উল্লেখযোগ্য উদ্যোগ গঢ়ি নুঠিল। অসমৰ খেতিয়ক ৰাইজে আজিও নাঙল আৰু গৰু হালেৰে পুৰণি প্ৰথামতে বছৰত মাত্ৰ এবাৰ খেতি কৰি আছে। ৰাজ্যখনৰ বানপানীৰ সমস্যা আজিও একেদৰে আছে— যদিও চৰকাৰী ভাবে বানপানীৰ সমস্যা সমাধানৰ নামত বছৰি বহু কোটি টকা খৰচ কৰাৰ হিচাব দিয়া হৈছে। অসমৰ উন্নয়নৰ কাৰণে কেন্দ্ৰই দিয়া ধনৰ অধিকাংশই স্বাৰ্থজড়িত মহলে নিজ নিজ পকেটত সোমাই থয়। আজি ৰাজ্যখনৰ বেছিভাগ স্কুলৰে ঘৰ নাই, শিক্ষক নাই, শিক্ষক থাকিলে দৰমহা নাই, কিতাপ নাই, ব্ৰেকবৰ্ড নাই। আজি ৰাজ্যৰ অধিকাংশ গ্ৰামাঞ্চলতে চিকিৎসালয় নাই, থাকিলেও ডাক্তৰ আৰু দৰব নাই। অসমৰ অধিকাংশ মানুহে নিশা এন্ধাৰত থাকে; কিয়নো চৰকাৰে বিজুলীৰ যোগান ধৰিব নোৱাৰে।

ইমানবোৰ সমস্যাৰ মাজতে অসমত যোৱা প্ৰায় চাৰিটা দশক ধৰি এটাৰ পিচত এটাকৈ অহেতুক আন্দোলন চলি আহিছে। প্ৰথমতে ভাষাৰ নামত, তাৰ পিচত বিদেশী খেদা আন্দোলনৰ চলেৰে আৰু সম্প্ৰতি স্বাধীন অসমৰ বাবে চলোৱা সশস্ত্ৰ সংগ্ৰামৰ ফোপোলা হুংকাৰেৰে এচাম স্বাৰ্থপৰ ব্যক্তিয়ে জনসাধাৰণক বাৰে বাৰে ঠগাই আহিছে। ভাষা আন্দোলন ভুল আছিল বুলি উপলব্ধি কৰাৰ পিচতে আন্দোলনকাৰীসকলে বিদেশী খেদা সংগ্ৰামত নামি পৰিল। এসময়ত সেই আন্দোলনৰ সমাপ্তি ঘটিল আৰু তাৰ পৰিণতি স্বৰূপে আন্দোলনৰ মুখ্য পৰিচালক সদৌ অসম ছাত্ৰ সন্থাৰ নেতাসকলে নতুন ৰাজনৈতিক দল অসম গণ পৰিষদ গঠন কৰি শাসনৰ সুযোগ পালে।

কিন্তু অসমৰ ৰাইজৰ কিবা লাভ হ'ল নে? অসমৰ পৰা সেই আন্দোলনকাৰী নেতাসকলে শাসনত থাকিও বিদেশীক খেদিব পাৰিলে নে? ছাত্ৰ নেতাই মন্ত্ৰী হোৱাৰ সুযোগ পোৱাত পিচৰ চামৰ ছাত্ৰ অথবা যুৱ নেতাসকলেও একেদৰে আন্দোলন কৰি ৰাজনৈতিক ক্ষমতা লাভৰ সুযোগ বিচৰাত ব্যস্ত হৈ পৰিল। অতি মন কৰিবলগীয়া কথা যে

১৯৯১ চনৰ বিধান সভাৰ নিৰ্বাচনত সদৌ অসম ছাত্ৰসন্থাই প্ৰত্যক্ষভাৱে আঞ্চলিক ৰাজনৈতিক দল অগপক সমৰ্থন জনাই বিভিন্ন বাতৰি কাকতৰ যোগেদি বিজ্ঞাপন দি অসমৰ ৰাইজকো তাকে কৰিবলৈ নিৰ্দেশ দিছিল। অৱশ্যে ৰাইজে পুনৰ ভবাৰ দৰে আছুৰ নিৰ্দেশ মানি নল'লে। আচলতে বহু ছাত্ৰ অথবা যুৱ নেতাই অসমৰ মানুহখিনিক বুৰ্বক বুলি ভাবি যি মন যায় তাকে কৰে। ফলত ৰাজ্যখনত সমস্যা তথা সংঘৰ্ষৰ সৃষ্টি হয়। এনেদৰে বিগত সময়খিনিত বিভিন্ন অবাস্তৱ কামত লাগি থাকোতে অসমৰ সমস্যাই বৰ্তমানৰ বিস্ফোৰিত পৰ্যায় পাইছেহি।

সম্প্ৰতি আলফাৰ সমস্যাই অসমক পুনৰ অন্ধকাৰলৈ টানি নিয়াৰ প্ৰয়াস কৰা পৰিলক্ষিত হৈছে। বিদেশী শত্ৰুৰ প্ৰৰোচনাত কেইজনমান শীৰ্ষস্থানীয় আলফা নেতাই সঁচাকৈয়ে তাহানিৰ বদন বৰফুকনৰ চৰিত্ৰ ৰূপায়নত ব্যস্ত হৈ পৰিছে। অসমখন যেন তেওঁলোকৰ বাপেক-মাকৰ গেলামালৰ দোকান-যেতিয়াই যি ইচ্ছা তাকেই কৰিব। আলফাই অন্ততঃ অসমৰ ৰাইজৰ মতামত লৈহে সংগ্ৰাম কৰা উচিত আছিল। অসমৰ ৰাইজে শান্তি আৰু প্ৰগতি বিচাৰে, সংগ্ৰামৰ নামত অশান্তি আৰু প্ৰগতিত বাধাৰ সৃষ্টি নিবিচাৰে। সশস্ত্ৰ সংগ্ৰাম পৃথিৱীৰ কোনো ঠাইত জয়ী হোৱা নাই। বৰং এনেধৰণৰ সংগ্ৰামে বিশ্বৰ বিভিন্ন অঞ্চলত অভাৱনীয় সমস্যাৰহে সৃষ্টি কৰিছে।

অতি পৰিতাপৰ কথা যে অসমত বৰ্তমান সুচিন্তিত আৰ্হি দেখুৱাব পৰা নিঃস্বাৰ্থ নেতাৰ বাৰুকৈয়ে অভাৱ। বেছিভাগ নেতাই ধান্দাবাজ, স্বাৰ্থপৰ। বহুতে ৰাইজৰ সেৱাৰ নামত ৰাজ্যখনকে লুটি খোৱাৰ আশাত জোপ লৈ সুযোগ আপেক্ষিক আছে। অসমৰ ৰাইজে এই সকল বান্দৰক চম্ভালিব নোৱাৰিলে এদিন অসম আৰু অসমীয়া জাতি শেষ হৈ যাব। ৰাজ্যখনৰ বৰ্তমানৰ পৰিস্থিতিয়ে ইয়াৰ স্পষ্ট ইংগিত দিছে। অসমত আজি ভুৱা আলফা, ভুৱা জনজাতীয় নেতাৰ সৃষ্টি হৈছে। সেইসকলে কম কষ্টৰ বিনিময়তে অধিক ধন আহৰণৰ আমেজত ব্যস্ত। এইদৰে বলপূৰ্বক ভাৱে লোকৰ ধন কাঢ়ি নি নিজে আৰামত থকাৰ হাবিয়াসৰ ফলত আজি অসমত এক অৰাজকতাৰ পৰিবেশ চলি আছে। ইয়াৰ শেষ কি হ'ব কোৱা টান। কিন্তু অসমৰ ৰাইজে হাত সাৱতি বহি থাকিলে জাতিটোৰ ধ্বংস অনিবাৰ্য।OO

# টাই-আহোমৰ মৈদাম আৰু মৈদাম প্ৰথা

ড° নিশিপদ দেব চৌধুৰী

ভাৰতীয় সংস্কৃতিৰ বৈশিষ্ট্য হৈছে ভাৰতলৈ অহা গ্ৰীক, চিথয়ান, শক, উয়ুচি, কুশান, যৱন, বাহলীক আদি পৰাক্ৰমী জাতিৰ মানুহে ভাৰতীয় সংস্কৃতি গ্ৰহণ কৰা আৰু মহান ভাৰতীয় সংস্কৃতিত তেওঁলোকৰ অৱদানেৰে পৰিপুষ্ট কৰি তুলিছিল। ভাৰতীয় সংস্কৃতিৰ বৈশিষ্ট্য আছিল– সকলোকে নিজৰ ভিতৰত সামৰি লৈ এক কৰিব পৰাটো। সেইবাবেই সময়ে সময়ে অহা এই পৰাক্ৰমী জাতিবোৰ বিজয় বেশেৰে ভাৰত সোমালেও নিজেই বিজিতৰ ওচৰত আত্মসমৰ্পন কৰিব লগা হৈছিল। সেয়ে সময়ে সময়ে দেখা দিয়া এনেবোৰ নতুন ভাব আৰু আদৰ্শই ভাৰতীয় সংস্কৃতিৰ মূলোচ্ছেদ কৰিব পৰা নাছিল, বৰং তাক পৰিপুষ্টহে কৰিছিল। ভাৰতীয় সংস্কৃতি শিথিল নকৰি তাৰ দৃঢ়তাহে সম্পাদন কৰিছিল আৰু বিভিন্নতাৰ মাজত পৰম ঐক্যৰ সাধন। ইয়াৰ মূলতে আছিল ভৌগোলিক অৱস্থান আৰু ধৰ্ম; হিন্দু ধৰ্মই উদাৰ দৃষ্টিৰে সকলোকে নিজৰ ভিতৰত স্থান দিছিল। আকৌ ভাৰতীয় সংস্কৃতিৰ মূলত আছিল আধ্যাত্মিক চিন্তাৰ প্ৰভাৱ। ভাৰতীয় সংস্কৃতিৰ আন এটা বৈশিষ্ট্য হ'ল অহিংসা, দয়া কৰুণা আৰু সহিষ্ণুতাৰ প্ৰভাৱ।

ভাৰতীয় সংস্কৃতিৰ নিচিনাকৈ বিভিন্ন জাতি-উপজাতিৰ অৱদানেৰে পুষ্ট অসমীয়া সংস্কৃতিত টাই-আহোমৰ অৱদান বৈশিষ্ট্যপূৰ্ণ। তেওঁলোকৰ আগমনত আচাৰ, ৰীতি-নীতি, চিন্তা-আদৰ্শ, সাহিত্য-সংগীত, আদি সকলো বিষয়ত অসমীয়া সংস্কৃতিত সংযোজনা হ'ল। স্থাপত্য-ভাস্কৰ্য, চিত্ৰবিদ্যা, বুৰঞ্জী, সাহিত্য আদিত উকৰ্ষ লাভ কৰিলে। আহোম স্বৰ্গদেওসকলৰ পৃষ্ঠপোষকতাত অসমত স্থাপত্য-ভাস্কৰ্য, চিত্ৰকলাত এটি নতুন শৈলীৰ উদ্ভৱ হয়।

টাই-আহোম সংস্কৃতিৰ মৈদাম আৰু মৈদাম দিয়া প্ৰথা বৈশিষ্ট্যপূৰ্ণ। তেওঁলোকৰ মৃতকৰ শ' মৈদাম দিয়া হৈছিল। এই মৈদাম ইজিপ্তৰ ফেৰৰ (শাসনকৰ্তা) সকলৰ পিৰামিড লেখীয়া। আকাৰত পিৰামিডসমূহ ডাঙৰ আৰু ওপৰলৈ জোঙা। অসমৰ মৈদাম পিৰামিডৰ তুলনাত ক্ষুদ্ৰ আৰু ওপৰলৈ ঘূৰণীয়া (টৌমূৰীয়া)।

১২২৮ খ্ৰীঃ চাও চুকাফাৰ নেতৃত্বত অসমত ৰাজত্ব স্থাপন কৰে। আহোমসকলে অসমৰ অধিবাসীসকলৰ লগত মিলি অসমীয়া সংস্কৃতি সুদৃঢ় কৰি তোলে। অসমীয়া সংস্কৃতিত আহোমসকলৰ অৱদান অতি গুৰুত্বপূৰ্ণ আৰু উল্লেখনীয়। তেওঁলোকৰ নিজৰ ভাষা-ধৰ্ম, আচাৰ-ব্যৱহাৰ এৰি অসমীয়া ভাষাক ৰাজ্য ভাষা আৰু হিন্দু ধৰ্মক ৰাজ্য ধৰ্ম হিচাপে স্বীকৃতি দিয়ে। অৱশ্যে তেওঁলোকৰ মাজত সামাজিক নিয়ম-কানুন স্বৰ্গদেওসকলৰ শেষ ৰাজত্বকাললৈ চলি আছিল।

টাই-আহোমসকলৰ পৰম্পৰাত নিয়ম-কানুনৰ ভিতৰত মৃতকৰ শ'ত মৈদাম বন্ধা প্ৰথা স্বৰ্গদেওসকলৰ আৰু সম্ভ্ৰান্ত আহোম পৰিয়ালসকলৰ মাজত প্ৰচলিত আছিল। স্বৰ্গদেও চুকাফাৰ পৰা শেষ ৰজা পুৰন্দৰ সিংহৰ সময়লৈকে ৰজা, ৰাণী, কোঁৱৰ, কুঁৱৰী, ডা-ডাঙৰীয়া বৰুৱা, ফুকনকে ধৰি সকলোৰে শ' মৈদাম দিয়া হৈছিল। শেহৰ ফালে, স্বৰ্গদেওসকলে হিন্দু ধৰ্ম গ্ৰহণ কৰাৰ পিছত কেৱাজনো স্বৰ্গদেওক হিন্দু প্ৰথা অনুসৰি দাহ কাৰ্যৰ দ্বাৰা সংকাৰ

কৰা হৈছিল। অৱশ্যে অস্থি আৰু চিতাভস্মখিনি আনি তাৰ ওপৰত বন্ধা হৈছিল।

স্বৰ্গদেও ৰাজেশ্বৰ সিংহৰ ডেৰগাঁৱত মৃত্যু হয়। তেওঁক হিন্দু প্ৰথাৰে সৎকাৰ কৰাত পুৰোহিত শ্ৰেণীৰ মাজত আলোড়ন সৃষ্টি হোৱাত মৃত স্বৰ্গদেৱৰ চিতাভস্ম আৰু অস্থি আনি চৰাইদেউত মৈদাম বান্ধি থোৱা হয়। স্বৰ্গদেওৰ এটি সোণৰ মূৰ্তি তৈয়াৰ কৰি অস্থি আৰু চিতাভস্মৰ সৈতে মৈদামত ৰখা হয়। যুৱৰাজ কামেশ্বৰ সিংহ, ঘনকান্ত সিংহ, কন্দৰ্পেশ্বৰ সিংহ আদিৰ শ' দাহন কৰি তাৰ ওপৰত মৈদাম বন্ধা হৈছিল। শিৱসাগৰ জিলাৰ আহোম পুৰোহিত শ্ৰেণীৰ শ' বৰ্তমানলৈও দাহন নকৰি মাটিৰ চিপ কৰি পোতা হয়।

স্বৰ্গদেও, কুঁৱৰী, কোঁৱৰসকলৰ মৈদাম চৰাইদেউত বন্ধা হৈছিল। কেইগৰাকীমান স্বৰ্গদেৱৰ বাহিৰে আটাইবোৰৰ মৈদাম চৰাইদেউত বন্ধা হৈছিল। আনকি দূৰ-দূৰণিত মৃত্যু হ'লেও তাৰ পৰা শ' আনি চৰাইদেউতহে মৈদাম দিয়া হৈছিল। আহোমৰ শেষ ৰজা চন্দ্ৰকান্ত সিংহলৈকে সকলোৰে মৈদাম চৰাইদেউত বন্ধা হৈছিল। চামগুৰীয়া চুহুং ৰজাৰ মৈদাম চামগুৰিৰ ধোদৰ আলিৰ কাষত, পুৰন্দৰ সিংহৰ মৈদাম যোৰহাটত আছে। চুলিক্‌ফা বা ল'ৰা ৰজাৰ মৈদাম আৰু মানে পতা ৰজা যোগেশ্বৰ সিংহৰ মৈদাম জনা নাযায়।

বুঢ়াগোহাঁইসকলৰ মৈদাম দিখৌ নৈৰ উত্তৰ পাৰে আৰু বৰগোহাঁইসকলৰ মৈদাম দিচাঙৰ পাৰত দিয়া প্ৰথা আছিল। অৱশ্যে ৰাজমন্ত্ৰী পুৰন্দৰ বুঢ়াগোহাঁইৰ মৈদাম ভোগদৈ নৈৰ পাৰত মাছৰ হাটত (যোৰহাট) দিয়া হৈছিল।

স্বৰ্গদেওসকলৰ মৃতদেহ চৰাইদেউলৈ নিয়া পথটোক শ' নিয়া আলি বা গোমোঠা নগৰ আলি বোলা হৈছিল। ৰজাৰ মৃতদেহ ৰাজ নগৰৰ পৰা ৰজাৰ নিৰ্দিষ্ট খেলৰ ৰাইজে কান্ধেৰে কঢ়িয়াই নি গোমোঠা নগৰত ৰখা হৈছিল। ৰজাৰ মৃতদেহ ডা-ডাঙৰীয়া, বিষয়া-কৰ্মচাৰী আৰু পাইকসকলৰ সৈতে বিভিন্ন বাদ্য-যন্ত্ৰ বজাই শোভাযাত্ৰা কৰি নিয়া হৈছিল। ৰজাৰ মৃতদেহৰ প্ৰতি ৰাজকীয় সন্মান দিয়া হৈছিল। মৈদাম বন্ধা সম্পূৰ্ণ নোহোৱালৈকে মৃতদেহ পালি-পহৰীয়াই ৰখি থাকে। ৰজাৰ শ' মৈদাম দিবলৈ বহু দিন বা কেবা মাহো সময় লাগিছিল। মৃতদেহ যাতে বেয়া নহয় তাৰ প্ৰতিশোধক ব্যৱস্থা লোৱা হৈছিল।

স্বৰ্গদেওৰ অন্তিম সময় অৰ্থাৎ মৃত্যুৰ সময়ছোৱা অতি গোপনীয়ভাৱে ৰখা হৈছিল। ৰজাৰ নৰীয়া কোঠাত অকল মাথোন চিকিৎসক (বেজবৰুৱা) আৰু নিৰ্দিষ্ট ডা-ডাঙৰীয়া আৰু গাৰক্ষীহে থাকিব পাৰিছিল। মৃত্যুৰ লগে লগে তেওঁৰ উত্তৰাধিকাৰী কোঁৱৰজনক আনি ডা-ডাঙৰীয়া, বৰবৰুৱা, আদি বিষয়াসকলে ৰাজ আজ্ঞাৰে আসনত কোঁৱৰজনক বহুৱাই তাত সেৱা কৰি স্বৰ্গদেও পাতে। কোঁৱৰজনে স্বৰ্গদেওৰ আসন গ্ৰহণ কৰিহে মৃত্যু বাতৰি ঘোষণা কৰে আৰু তেওঁক মৈদাম দিয়াৰ আজ্ঞা দিয়ে। ৰজা ঘৰত হিন্দু ধৰ্মৰ প্ৰচলন হোৱাৰ পিছত মৃতকৰ অন্তিম কাৰ্য আহোমীয়া আৰু হিন্দু ধৰ্মৰে সম্পন্ন কৰা হৈছিল।

চৰাইদেউত থকা শ' ধোৱা পুখুৰী, কোৰ ধোৱা পুখুৰী, মৈদাম বন্ধাত ব্যৱহাৰ কৰা সঁজুলি আৰু শান্তি পুখুৰী আছে। এইবোৰ পুখুৰীৰ পানী মানুহে ব্যৱহাৰ নকৰে।

শ' থোৱা কফিন (Coffin) উৰি নামৰ ছয়খন তক্তাৰ বাকচ, যিটোক ৰাংদাং বোলা হয়। স্বৰ্গদেও আৰু কুঁৱৰীসকলৰ মৈদামসমূহ একোটা সৰু পাহাৰৰ টিলাৰ দৰে। প্ৰথম কাঠ, শিল আদিৰে পিছলৈ ইটাৰে মৈদাম বন্ধা হৈছিল। ডাঙৰ মৈদাম বিলাকত কেবাটাও কোঠা আৰু মহলা থাকে। মৈদামৰ ওপৰত এটি মন্দিৰ থাকে। মৈদাম মেৰাই শিল-ইটাৰে গড়, তাত সোমোৱা তোৰণ থাকে। কোনো মৈদামৰ তলফালে মেৰাই আৰু ওপৰফালে মেৰাই গড় আৰু তোৰণ কৰা আছে। মৈদাম নিৰ্মাণ সম্পূৰ্ণ হ'লে ৰাজ আজ্ঞাৰে স্বৰ্গদেৱৰ শ' পকী

বা কাঠৰ ঘৰত ৰখা হয়। ইয়াৰ পিছতে দুৱাৰ বন্ধ কৰি মাটি জাপি, ওপৰত মন্দিৰটো বান্ধি চাৰিওফালে ঢাকি দিয়া হয়।

মন্দিৰটোৰ ভিতৰৰ প্ৰৱেশ দ্বাৰ লঠিয়া শিলেৰে বন্ধ কৰি বিভিন্ন জীৱ-জন্তু, কীট-পতঙ্গ বলি-বিধান দি পূজা দিয়া হয়। সেইবোৰৰ ভিতৰত গৰু, ছাগলী, ম'হ, ঘোঁৰা, মেঠন, হাঁহ, কুকুৰা, পাৰকে ধৰি বিভিন্ন কীট-পতঙ্গ, জীৱ-জন্তুৰ তালিকা আছে।

স্বৰ্গদেও, কোঁৱৰ, কুঁৱৰীকে ধৰি ৰাজ পৰিয়ালৰ মৃতকৰ সৈতে মৈদামত দিয়া সা-সম্পত্তিৰ উল্লেখ আছে। ৰজাই শোৱা কোঠালিৰ ওপৰত গাত খলপীয়া সোণৰ বৰে দিয়া চন্দ্ৰতাপ, মাটিত সোণৰ দাপোণ মৰা চালপীৰা, পীৰাৰ চাৰিওচুকে সোণেৰে বন্ধোৱা চাৰি খুঁটি, তাতে আঁঠুৱা দিয়ে। পীৰাৰ ওপৰত ৰূপৰ পাটা, সোণ আৰু বাখৰেৰে ধনকৰা গাৰু, তাতে ৰাজ অলংকাৰেৰে সৈতে ৰজাক শুৱাই থয়। পীৰাৰ কাষতে সোণৰ হীৰা-বাখৰ খটোৱা ফাঁকেৰে হেংদান, কঁকালৰ ওপৰত মাটিত চাৰি-পাঁচখন শৰাই, তাৰে এখন ৰূপৰ শৰাইত সোণৰ বটা, তাৰ ভিতৰত সোণৰ হীৰা-বাখৰ পতা চূণ থোৱা টেমি আৰু সোণৰ ধপাত থোৱা টেমা, সোণৰ ডাবেৰে কটাৰী আৰু ৰূপৰ তামোল। এখন শৰাইত সোণৰ ভোগজৰা এখনত অলংকাৰ ৰখা হয়.....। (দেউধাই অসম বুৰঞ্জী পৃঃ ১৪৫)। মৈদামত জীয়া মানুহ দিয়া হৈছিল বুলিও শুনা যায়।

স্বৰ্গদেওসকলৰ দিনত এই মৈদামবিলাকৰ তত্বাৱধান লোৱা বিষয়া আৰু মৈদামীয়া পাইক আছিল। মৈদাম ফুকন নামৰ এজন বিষয়াৰ তত্বাৱধানত মৈদামসমূহ ৰক্ষা কৰা, পৰিষ্কাৰ কৰা আৰু পূজা-সেৱা চলোৱা হৈছিল। মেচাই ফুকন বিষয়াৰ দায়িত্বত মৈদাম মচা, বন্তি জ্বলোৱা, ফুলৰ বাগান কৰা কাম হৈছিল।

প্ৰতিটো মৈদামৰ সন্মুখৰ ফালে (পূবলৈ মূৰ কৰি) তোৰণলৈকে একোটা আলি বন্ধোৱা হৈছিল। ঘাই মৈদামৰ চাৰিওফালে খাৱৈ খনা হৈছিল।

স্বৰ্গদেওসকলৰ মৈদামৰ উপৰিও ডা-ডাঙৰীয়া, বৰফুকন, বৰবৰুৱা আৰু অন্যান্য বিষয়াসকলৰ মৈদাম আছে। বৰ্তমান বহু মৈদামৰ চিন-চাব নোহোৱা হৈছে। শিৱসাগৰ নগৰৰ ওচৰত দিখৌ নদীৰ দক্ষিণ পাৰে মেটেকাৰ মৈদাম (কাঠৰ মৈদাম)ৰ বিষয়ে শ্ৰীভুবন চন্দ্ৰ সন্দিকৈদেৱে উল্লেখ কৰিছে (আবাহন)। জয়সাগৰ পুখুৰীৰ পশ্চিম চুকত পানীৰ মুৰলিত থকা ত্ৰিভূজাকৃতিৰ কাঠৰ মৈদাম এটিতো উল্লেখ তেনেকৈ কৰিছে। শ্ৰীসন্দিকৈ দেৱে বৰ্ণনা কৰা কাঠ বা ইটাৰে নিৰ্মিত কৰা মৈদামসমূহ-- (১) মঠিয়া চিগাত দ'ল বন্ধা বৰগোহাঁইৰ পকী মৈদাম, (২) মাদুৰীত লাইথেপেনা বৰগোহাঁইৰ মৈদামৰ উপৰিও আন ৭টা মৈদাম আছে। মাদুৰী অঞ্চলত সৰবৰ বহুসংখ্যক মৈদাম আছে। (৩) ৰাজমন্ত্ৰী আতন বুঢ়াগোহাঁইৰ মৈদাম চেৰেকাপাৰত, সেই অঞ্চলত দিখৌ নৈৰ উত্তৰ পাৰে বহু মৈদাম আছে। (৪) কলীয়াভোমোৰা বৰফুকনৰ চিতাভস্ম আৰু অস্থি দুই ঠাইত টকৌবাৰী খাট আৰু চিনাতলি মৌজাৰ বৰফুকনৰ খাটত মৈদাম দিয়া হৈছিল। (৫) ভদৰা বৰবৰুৱাৰ মৈদাম গোলাঘাটৰ বেতিয়নীত; (৬) হেকেৰা বৰবৰুৱাৰ মৈদাম হেকেৰাবাৰী আদাবাৰীৰ নাজিৰাত; (৭) দিহিংগীয়া বৰুৱাৰ ৫টা মৈদাম ডিব্ৰুগড়ৰ বৰবৰুৱা অঞ্চলত; (৮) কোনোবা এজন বৰফুকনৰ মৈদাম খোৱাং চাহ বাগিছাত; (৯) বৰপাত্ৰ গোহাঁইসকলৰ বহুকেইটা মৈদাম দিচাং নৈৰ দক্ষিণ পাৰে আছে। (১০) শিৱসাগৰৰ মৈৰাবাজাৰৰ দেওৰজাৰ মৈদাম; (১১) দিহিঙৰ পাৰত খোৱাং অঞ্চলত বৰ মিচাও আৰু সৰু মিচাওৰ মৈদাম আছে। এইবোৰৰ উপৰিও নাজিৰাৰ গেলেকীত ৮টা, চণ্ডক, বিহুৰৰ দ'ল বাগান, বহদৈ, হাঁহচৰা, ৰুকতা, খালৈ, ঘুমুৰা,

লাকুৱা, জাঁজি, চাৰিং আৰু আমগুৰিত বহু মৈদাম আছে।

মৈদাম পদ্ধতি উত্তৰ-পশ্চিম দিশত ৬ হাত দীঘল আৰু ৪হাত বহলকৈ এবুকু দ'গাঁত খান্দি মৰা শ'টো টুংথুঙত ভৰাই ওপৰত কাঠ দি ঢাকি ৰখা হয়। এই কাঠ তিনি/পাঁচ/সাত/ন থাক কৈ দিয়া হয়। ৰজা বা ডা-ডাঙৰীয়াৰ মৈদামত কাঠ চাৰিসীমাৰ ব্যাসৰ ৮টা কোণ পৰিধিৰে ঘূৰণীয়াকে ওপৰত এটা ঘৰ তৈয়াৰ কৰা হয়। মৈদামটো ওপৰলৈ জোঙা অৰ্থাৎ চৌৰ দৰে ঘূৰণীয়া আকাৰত মাটিৰে পূৰ্ণ কৰা হয়। মৈদাম দিয়া সম্পূৰ্ণ হোৱাৰ পাছত শ' থ'বলৈ যোৱা লোকে মৈদামত সেৱা জনায় আৰু তাত তেল চোৱাৰ বাবে পুৰোহিতে মন্ত্ৰপাঠ কৰি তেওঁলোকক তেল দিয়ে। তেওঁলোকে গা-পা ধুই তেল চুইহে উভতি যায়। ইয়াৰ তিনি দিন পিছত তেলনি গাবে ২১ৰ পৰা ৩১ দিনৰ ভিতৰত মৃতকৰ কাজ-কৰ্ম কৰি ভোজ দিয়া হয় আৰু প্ৰেত গুচাবৰ বাবে খিনক দিয়া হয়।

চৰাইদেউৰ মৈদামসমূহ পাহাৰৰ সৰু টিলা যেন দেখা যায়। ইয়াৰ ভিতৰত শিল আৰু ইটাৰে নিৰ্মিত কাৰেং ৰুং ডাং দেখা নাযায়। ওপৰত থকা চৌ-চালি বা দ'ল, মৈদামৰ চাৰিওফালে পথ আৰু গড় থাকে। গড়, নখ, গা-মৈদাম, চৌ-চালি, গহ্বৰ এইকেইটা মন্দিৰৰ অঙ্গ।

চাংৰুং ফুকনৰ বুৰঞ্জীক অৱলম্বন কৰি স্বৰ্গদেও শিৱসিংহৰ মৈদামৰ এখন আৰ্হি প্ৰস্তুত কৰিছে প্ৰত্নতাত্ত্বিক অভিযন্তা শ্ৰীৰবীন বৰঠাকুৰে। বৃহৎ আকাৰৰ কাৰেং ৰুং ডাং থকা মৈদামটো (বৰ্তমান কেন্দ্ৰীয় প্ৰত্নতত্ব বিভাগৰ তত্ত্বাবধানত আছে) গদাধৰ সিংহৰ বুলি শ্ৰীবৰঠাকুৰে যুক্তি সহকাৰে মন্তব্য দাঙি ধৰিছে।

চাং-ৰুং ফুকনৰ বুৰঞ্জীত বৰ্ণনা কৰা স্বৰ্গদেও শিৱসিংহৰ মৈদামৰ জোখ এনে ধৰণৰ-

**প্ৰথম মহলা (গহ্বৰ)**

দীঘে ১২ হাত = ৫.৪০ মিঃ, বহলে ১০ হাত =৪ ৫০ মিঃ, ওখ (ভিতৰফালে) ১৪ হাত = ৬.৩০ মিঃ, ওখ (ওপৰফালে) ১৯ হাত = ৮.৫৫ মিঃ, বেৰ ডাঠ ৯ হাত = ৪.০৫ মিঃ।

**দ্বিতীয় মহলা**

দীঘে ১৩ হাত = ৫.০৫ মিঃ, বহলে ১০ হাত =৪.৫০ মিঃ, ওখ ১৩ হাত = ৫.০৫ মিঃ।

**মৈদাম**

তলি ১৩ বেও = ৯৭.২০ মিঃ, থেকে ৮১ বেও =২৯১.৬০ মিঃ।

**গড় (ইটা আৰু শিলৰ)**

দ ২ হাত = ০.৯০ মিঃ, বহলে ৩ হাত =১.৩৫ মিঃ, পটি ১১ দা; বেও = ৪১.৬৫ মিঃ, পটিত ৯৩ দ; বেও = ৩৩৬.৮৫ মিঃ।

**মৈদামৰ বিৱৰণ**

শ্ৰীকৃষ্ণায় নমো নমঃ। ১৬৬৬ শক শিৱ সিংহদেৱৰ মৈদামৰ জোখ। গহ্বৰ দীঘে ১২ হাত, বহলে ১০ হাত আৰু বেৰ ৯ হাত। ভিতৰফালে ওখ ১৪ হাত, বাহিৰে ১৯ হাত।

তাতে লাগিছে লঠিয়া শিল ২৬,০০০ টা, ইটা ৫৭,০০০ টা শিল ৯০০ পাট, গুড় ৩২২০ টা (কলহ), মাটিমাহ ৩২২ ঢোল (১ ঢোল = ১ মোন), শন ৩২২, ঢোল, শামুকৰ চূণ ৪৬০০ ঢোল, শিল চূণ ৫,৫০০ ঢোল, টাকৰ ওপৰৰ পৰা ঘৰলৈ মাজত এডোখৰ বোকাৰে আৰু আন এডোখৰ কৰালেৰে বন্ধা হৈছে। ই দীঘে ১৩ হাত, বহলে ১০ হাত, ওখ ১৩ হাত ইয়াত ইটা ৮৭,৩৬০খন, গুড় ৩১০ টা, মাহ ৩১০ ঢোল, শন ৩১ ভাৰ, শামুকৰ চূণ ৫৫০ ঢোল, শিলচূণ ১০৬০ ঢোল।

ওপৰৰ ঘৰটোৰ জোখ (৩য় মহলা) ভিতৰে শূন্য, দীঘে ৬ হাত, বহলে ৪ হাত, ওখলৈ ৭ হাত, বাৰ ডাঠ মুঠে ২// হাত, পাচে, ২ হাত, মাঝে দীঘ ১১ হাত, বহলে ৮ হাত, তাত ইটা, ১,৭১,০০০ টা, গুড় ১৮০ টা, শন ১৮ ঢোল, মাহ ১৮ ঢোল, শামুকৰ চূণ ২৮০ ঢোল, শিলচূণ ৩২০ ঢোল, চকা চূণ ১০০ ঢোল।

গা মৈদামৰ জোখ তলি ২৭ বেও (১ বেও =৮ হাত বা ১ নল) বেৰে ৮১ বেও, ওখ ৩৩ হাত, আৰু ইটা ৩,৬০,০০০ টা, গুড় ২৬০০টা, মাহ ২৬০ ঢোল, শন ২৬০, ওখ ৩৩ হাত, শামুকৰ চূণ ২৬০০ ঢোল, শিলচূণ ৭৮০০।

গড়ৰ জোখ গাত দ ১ হাত, বহল ৩ হাত, পাটি ১১ দ // বেও, ৮ গাঠিত ১৩ দ // বেও লঠিয়া শিল ৪৬,৭৭৪ টা, ইটা ১৯১,০০০ টা, গুড় ২২০ টা, মাহ ২২ ঢোল, শন ২২ ঢোল, শামুকৰ চূণ ২২০ ঢোল শিলচূণ ৬৫০ ঢোল।

মৈদামটোত লগা সৰ্বমুঠ গুড় ৬৫০০, মাহ ৬৫৩, শন ৬৫৩, শামুকৰ চূণ ৮০৪০, শিলচূণ ১৫,৩৪০, লঠিয়া শিল ৭২,৭৭৪, ডাঠ শিল ৯০০, ইটা ১২,২৫,৪৬০। এই মৈদামটো তিনি মহলীয়া।

মৈদাম বন্ধাৰ দিনৰ লেখঃ শিবসিংহদেৱৰ ১৬৬৬ শকৰ আঘোণৰ ৮ দিন থকাত দেওবাৰে ৰাতি ৩ দণ্ড থাকোতে মৃত্যু হয়। আঘোণৰ ৮ দিন থকাত দেওবাৰে ৰাতি ২ দণ্ড যোৱাত মৈদামত কোৰৰ চাব ধৰে। সেই মাহৰ ৪ দিন থকাত গাঁতত লঠিয়া শিল পৰে। পুহৰ ৪ দিন বুধবাৰে লঠিয়া শিল পৰা, গঠা শেষ হয়। পুহৰ ৫ তাৰিখ বৃহস্পতিবাৰে পাটশিল পাৰে আৰু গাঠে। ৩ তাৰিখে পাট শিলৰ কাম শেষ হয়। ৭ তাৰিখ শনিবাৰে গহুৰত ইটা পৰিছে। ১০ তাৰিখ মঙ্গলবাৰে মাটিত হজো (মটি জপা) মাহৰ ২১ দিন থকাত দেওবাৰে গোৰ কৰিলে। ফাগুনৰ সংক্ৰোন্তিৰ দিনা গহুৰৰ সৈতে ওপৰৰ ঘৰটিত মাটি সজা সাং হ'ল। ফাগুনৰ ২৫ দিন যাওঁতে মৈদামত ইটা পৰা আৰু গড়ৰ কাম শেষ হয়।

১৬৬৬ শকৰ আঘোণৰ ৮ দিন যোৱাৰ পৰা ফাগুনৰ ২৫ দিনলৈকে মৈদামৰ কাম চলি আছিল। শ'ও সিমান দিনলৈকে আছিল। মুঠতে শ' ৩ মাহ ৭ দিনতহে মৈদামত থোৱা হৈছিল। গদাধৰ সিংহৰ শ' প্ৰায় বছৰ দিন আছিল।

গদাধৰ সিংহৰ মৈদামটো সকলো মৈদামতকৈ ডাঙৰ আৰু ওখ আছিল। গদাধৰ সিংহৰ অন্তিম কালত তেওঁৰ মৈদাম সৰ্ববৃহতকৈ কৰিবলৈ আদেশ দি গৈছিল। গদাধৰ সিংহৰ মৈদামৰ সম্পৰ্কে এনেদৰে আছে মলঙে আচাও ৩০০ মলঙৰ চাৰিওকাষতে ওপৰে ইটাৰে বান্ধিলে। ....ওখটো আঠ কুৰি হাত।○○

# জ্যোতিপ্ৰসাদৰ চিন্তা

ড° আনন্দ বৰমুদৈ

জ্যোতিপ্ৰসাদ ৰূপকোঁৱৰ, শিল্পী। তেওঁৰ সাহিত্য শিল্প সম্পৰ্কীয় তাত্ত্বিক চিন্তা ৰচনাৱলীৰ মাজত সিঁচৰতি হৈ আছে। তেওঁৰ তাত্ত্বিক চিন্তাৰ শ্ৰেষ্ঠ ৰচনা 'শিল্পীৰ পৃথিৱী'। শিল্পী সাহিত্যিকৰ বাবে সুকীয়া পৃথিৱী এখনৰ কথা তেওঁ কোৱা নাই। সকলো মানুহকে শিল্পী কৰাৰ কথা কৈছেঃ ৰজা-প্ৰজা সকলো তাত শিল্পী হ'ব। মানুহৰ শ্ৰেষ্ঠ শাৰীৰিক আৰু মানসিক উৎকৰ্ষই আমাৰ চিনাকি পৃথিৱীখনক শিল্পীৰ পৃথিৱী কৰিব। জ্যোতিপ্ৰসাদৰ সকলো কবিতা, গীত-মাত, নাটক আৰু কৰ্মৰাজিৰ মূল কথা এই শিল্পীৰ পৃথিৱী। এই মূল কথা কোনবোৰ?

এটা মূলকথা জ্যোতিপ্ৰসাদৰ সংস্কৃতিৰ সংজ্ঞা। সংস্কৃতি শব্দটোৱে মানুহৰ সকলো চিন্তা আৰু কামকাজক সামৰি লয়। জ্যোতিপ্ৰসাদৰ বাবেও সিয়েই সংস্কৃতি। ৰাজনীতি, ৰাষ্ট্ৰনীতি, অৰ্থনীতি, সমাজনীতি, ধৰ্ম, জীৱননীতি— এই সকলো নীতিক সংস্কৃতিয়ে সামৰি লয়। ৰাজনীতিকো সংস্কৃতিয়ে নিৰ্দেশ দিব। বুলি কোৱাৰ কাৰণ হ'ল তেওঁ দেখিছে যে প্ৰাচীন ভাৰতত একালত সংস্কৃতিৰ গুৰু ঋষিসকলে ৰজা-মহাৰজাক 'চৰণৰ ধূলা' দি ধন্য কৰিছিল। ৰজাই সকলো দিশতে সভ্যতা-সংস্কৃতিৰ গুৰুৰ নিৰ্দেশ মানিছিল। সংস্কৃতিৰ গুৰুসকল তেওঁৰ মতে 'সমাজদ্ৰষ্টা, বিশ্বৰ অভ্যন্তৰ দ্ৰষ্টা।' সমাজক আমিও দেখা পাওঁ, সকলোৱে দেখা পাওঁ, কিন্তু শিল্পীয়ে আমাতকৈ বেচি দূৰলৈ দেখা পায়। শিল্পী আমাতকৈ বেচি সূক্ষ্মভাৱে সচেতন। তেওঁ চেতনাত ধাৰণ কৰে এটা যুগৰ সূক্ষ্মতম চিন্তা। তেওঁৰ চেতনাক আমি এখন পাতল মকৰাজালৰ লগত ৰিজাব পাৰো য'ত সামান্য ধূলিকণা এটা পৰিলেও ঢৌ উঠে। সেইটোকে শিল্পীয়ে সৃষ্টিশীল কল্পনাৰে জীৱনৰ আমাৰ বাবে আচহুৱা আৰু অনিয়মীয়া যেন লাগিব পৰা ছন্দলৈ ৰূপান্তৰ কৰিব পাৰে।

আলোক/পোহৰ/বস্তি/তেলশলিতা/চাকি/আদি শব্দ জ্যোতিপ্ৰসাদে সংস্কৃতি প্ৰসংগত বাৰে বাৰে উচ্চাৰণ কৰা শব্দঃ 'গাঁৱৰ ল'ৰা গাঁৱে গাঁৱে বন্তি জ্বলাই যাওঁ আমি', 'তোৰে মোৰে আলোকৰে যাত্ৰা', 'অব্যৰ্থ অব্যৰ্থ, আমি পালো জীৱনৰ অৰ্থ অভিনৱ' ইত্যাদি। এই পোহৰৰ লগত আন্ধাৰৰ, মংগলৰ লগত অমংগলৰ চিৰন্তন দ্বন্দ্ব-বিৰোধ চলি থাকে। দ্বন্দ্ব-বিৰোধৰ অবিৰাম গতিশীলতা, টনা-আঁজোৰাৰ অন্য নাম সংস্কৃতি। সংস্কৃতি এটা অবিৰাম পৰিবৰ্তনীয় প্ৰক্ৰিয়া। সংস্কৃতিত পাই গ'লো বুলি কোনেও ঘোষণা কৰি জিৰণী ল'ব নোৱাৰে। সংস্কৃতি স্বেচ্ছাসেৱকে বুকুত মাৰি লোৱা বেজ নহয়। সংস্কৃতিয়ে মানুহৰ পৰা মানুহক পৃথক নকৰে। মানুহ হিচাবে এজনক আনজনৰ কাষ চপাইহে আনে, মানুহক উমৈহতীয়া উত্তৰাধিকাৰৰ কথা কয়।

এই সংস্কৃতি জ্যোতিৰ চিন্তাৰ মূলতে এক আভ্যন্তৰিণ প্ৰক্ৰিয়া। জীৱন আৰু বস্তু চৰাচৰ জগতৰ জ্ঞানে ভিতৰৰ মানুহটোক সলনি কৰে। বাহিৰৰ জ্ঞান মানুহে নিজৰ আচৰণ আৰু চিন্তাক সলনি কৰিবলৈ নিজলৈ সম্প্ৰসাৰণ কৰে।

জ্যোতিপ্ৰসাদৰ বাবে সংস্কৃতিৰ ৰূপক বা প্ৰতীক কৃষ্ণ হ'ল পুৰণি ভাৰতীয় সংস্কৃতিৰ নাম। কৃষ্ণ। কৃষ্ণ হ'ল বিশ্বজগতৰ মানুহৰ জীৱনৰ সনাতন সত্য। এই কৃষ্ণই অহিংসাৰ বাণী

প্ৰচাৰ কৰিছে। যুদ্ধত নিজে অস্ত্ৰ ধৰা নাই, কিন্তু 'সহিংস সংঘাত' মানি লৈছে। জ্যোতিপ্ৰসাদৰ মতে দ্বাপৰৰ কৃষ্ণৰূপী সংস্কৃতি আজিও সত্য। যুগে যুগে আন্ধাৰ আৰু অমংগলৰ বিৰুদ্ধে যুঁজ কৰি ৰূপান্তৰৰ মাজেদি যি মংগলে আমাৰ বাট আলোকময় কৰিছে সিয়ে সংস্কৃতি/কৃষ্ণ। 'সংস্কৃতি পোহৰ। সংস্কৃতি সুন্দৰ'।

এই প্ৰসংগতে ৰূপান্তৰৰ ধাৰণাটো সোমাই আহিছে। ৰূপান্তৰ হ'বলৈও সংস্কৃতি দুষ্কৃতিৰ দ্বন্দ্ব অপৰিহাৰ্যঃ 'হে মোৰ সকলো শত্ৰু। তোক নমস্কাৰ। তোক বন্ধু ৰূপেহে চাওঁ। একে মণ্ডহত একে বণ্ডহতেই দুষ্কৃতিৰ মাজতেই সংস্কৃতিয়ে জন্ম লয়। হিৰণ্য কশিপুৰ পুত্ৰ প্ৰহ্লাদ, চেক্সপীয়েৰৰ কিং লেয়েৰৰ জীয়েক গণৰিল, ৰিগাল আৰু কৰ্ডেলিয়া। একে মণ্ডহত সংস্কৃতি দুষ্কৃতি। ৰূপান্তৰৰ ধাৰণাটো মূৰ্ত কৰিবলৈ জ্যোতিপ্ৰসাদে কুঁজী বুঢ়ীৰ পুৰাকথাটো উল্লেখ কৰিছে! কৃষ্ণৰ স্পৰ্শত কুঁজীয়ে নতুন জীৱন আৰু যৌৱন লাভ কৰিছে। 'অসমৰ যি সংস্কৃতি সম্পদ' কুঁজী বুঢ়ীৰ দৰে বয়সৰ ভৰত 'জীৱনৰ বাবে সংস্কৃতি হৈছে' তাক নবীকৰণ কৰিব লাগিব। নতুন দিনৰ নতুন সংস্কৃতিৰ খাপ খাব পৰাকৈ তাৰ ৰূপান্তৰ ঘটাব লাগিব। পুৰণি সংস্কৃতিৰ বাটতে পেলাই থৈ আহিলেও নহ'ব। নতুন পুৰণিৰ সংমিশ্ৰণত সময়ৰ উপযোগীকৈ সংস্কৃতি ৰূপান্তৰিত হ'ব লাগিব। অতীত সংস্কৃতিৰ যিখিনি অতীত তাক নিশ্চয় এৰিব লাগিব, অতীতৰ মাজত যিখিনি এতিয়াও জীৱন্ত তাক নতুন ৰূপত সজাব লাগিব। নতুনৰ স্পৰ্শৰে তাক কুঁজী বুঢ়ীক নতুন যৌৱন দান দিয়াদি নতুন জীৱন দান কৰিব লাগিব। শিল্পীয়ে এই ৰূপান্তৰ ঘটাব পাৰে। জ্যোতিপ্ৰসাদে নিজেও পাৰিছিল। বিয়ানামৰ সুৰৰ পৰা আনি ৰচিব পাৰিছিল 'গছে গছে পাতি দিলে ফুলৰ শৰাই।' মানুহৰ প্ৰাণৰ বা আত্মাৰ পৰম আকাংক্ষা হ'ল কৃষ্ণ— মানুহৰ শিল্পী ৰূপ।

'বাস্তৱৰ মীমাংসাৰ বাবে' মানুহে হাতত গাণ্ডীৱো তুলি ল'বলগীয়া হয়, কিন্তু 'মানৱজীৱনৰ চৰা আদৰ্শ' অহিংসা। ১৯৪৮ চনৰ ১০ অক্টোবৰত তামোলবাৰীত লিখা কবিতাটোত তেওঁ লিখিলেঃ 'কৌপিনধাৰী মহাফকিৰৰ/ সঞ্জীৱনৰ/উদ্বোধনৰ/বোধন মন্ত্ৰ/নাই যোৱা অ'/নাই যোৱা অ'/এনেয়ে বিফল/ ঘৃণিত তোৰ অহংকাৰৰ নেতৃত্বাভিমান/জনতাই তোৰ স্বৰূপ চিনিছে/সাৱধান, সাৱধান' স্বাধীনোত্তৰ ভাৰতৰ নতুন নেতৃত্বই কৌপিনধাৰী মহাফকিৰজনৰ আদৰ্শক অৱমাননা কৰাৰ বাবেহে জ্যোতিপ্ৰসাদ ক্ৰোধান্বিত।

শিল্পীৰ পৃথিৱীত জ্যোতিপ্ৰসাদে কৃষ্ণ ৰূপকটোৰ সম্প্ৰসাৰণ ঘটাইছে। কৃষ্ণ ৰূপকটোৰ তেওঁ এটা নতুন ব্যাখ্যা দিছে। কৃষ্ণই কিয় ব্যাধৰ শৰত দেহত্যাগ কৰিলে। কৃষ্ণৰ নিজৰেই যদুবংশ কিয় ধ্বংস হৈ গ'ল? সংস্কৃতিক সংস্কৃতিৰ উপায়েৰেই ৰক্ষা কৰিব লাগিব। 'দুষ্কৃতিক ধ্বংস কৰিবলৈ যাওঁতে সংস্কৃতিয়ে যদি দুষ্কৃতিৰ উপায় হিংসা, কূটনীতি, চল-চাতুৰী, ব্যৱহাৰ কৰে, সংস্কৃতিও এইবোৰ সংক্ৰামক ব্যাধিৰে দুষ্ট হয় আৰু মৰণশীল হয়। কৃষ্ণৰ জীৱনেও তাকেই কয়।'

জ্যোতিপ্ৰসাদৰ সংস্কৃতিৰ সংজ্ঞাই শৰীৰ চৰ্চাকো সামৰি লৈছে। সংস্কৃতিয়ে যি বিকাশৰ কথা কয় সেই বিকাশ দৈহিক, শাৰীৰিক, মানসিক আৰু সৌন্দৰ্যৰ লগত জড়িত। সংস্কৃতি সেইফালৰ পৰা দেহৰ, মনৰ, হৃদয়ৰ সকলো গুণাগুণৰ ওপৰত নিয়ন্ত্ৰণ।

শিল্পীৰ পৃথিৱীৰ এটা বিষয় সমন্বয়। জ্যোতিপ্ৰসাদে নিজৰ ঐতিহাসিক চেতনাৰে কৈছেঃ মহাত্মা গান্ধীৰ অভিযান অসমত শংকৰদেৱে কোন কাহানিবাই আৰম্ভ কৰিছিল। ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল/দাতাত চোৰত যেন দৃষ্টি সমতুল, শংকৰদেৱে ব্ৰজাবলী ভাষাত সমন্বয় সাধন কৰিছিল। অসমৰ থলুৱা সম্পদেৰে সৈতে আন প্ৰদেশৰ সুকুমাৰ

সম্পদৰ সমন্বয় ঘটাইছিল। শংকৰদেৱেও ব্ৰাহ্মণ্য সংস্কৃতিৰ কৃষ্ণকে জনগণক দিলে, কিন্তু যুগৰ উপযোগীকৈ নামধৰ্ম কৰি দিলে।

জ্যোতিপ্ৰসাদে ক'লে, 'আজি আমি কৃষ্ণৰ নামো লৈছো, গুণো গাইছো, কিন্তু তাৰ অৰ্থ হেৰুৱাইছো। আজিও আমি কৃষ্ণকেই ল'ব লাগিব। কিন্তু বৃন্দাবনৰ বংশীবাদকৰ মূৰ্তিৰে, আনকি কৃষ্ণৰ নামটোৰেও কৃষ্ণক ল'ব নোৱাৰো। এই দুয়োটা নাম হিন্দু ধৰ্মৰ বাহ্যিকৰূপৰ সৈতে সোমাই আছে। ভাৰতত হিন্দু, মুছলমান, জৈন, শিখ, খৃষ্টান আদি বিভিন্ন ধৰ্মৰ মানুহ আছে। প্ৰতীক হিচাপে কৃষ্ণৰ যি অৰ্থ তাৰ লগতে সকলো ধৰ্মৰ অৰ্থৰ মিল থাকিব। সকলো ধৰ্মৰ সাৰকথা বিশ্বজনীন। 'কৃষ্ণ' আৰু বাঁহীবাদক বাহিৰৰ ৰূপ। ভিতৰৰ অৰ্থটোহে আচল। ধৰ্মৰ ক্ষেত্ৰত সমন্বয় বাহিৰৰ ৰূপৰ আধাৰত নহয়, ভিতৰৰ অৰ্থৰ আধাৰত গঢ়ি উঠেঃ প্ৰতীকৰ ৰূপ মিলাব নোৱাৰো, তাৰ অৰ্থৰ মিল অৱশ্যে আছেই। ......সাংস্কৃতিক সমন্বয়ৰ এইটোৱেই অৰ্থ। সংস্কৃতি মানে আজিৰ যুগত সকলো ধৰ্মৰ মিলি যোৱা অৰ্থ। আমি তাকেই নাম দিছো সংস্কৃতি। সংস্কৃতি 'পোহৰ, সৌন্দৰ্য, আনন্দ'।

সংস্কৃতিৰ বিকাশৰ ক্ষেত্ৰত জ্যোতিপ্ৰসাদে দুটা দিশৰ কথা কৈছেঃ উলম্ব আৰু ভূমি সমান্তৰালৰ ওপৰলৈ ই যিমানে উঠিব, সেই অনুপাতে তাৰ গুৰিটো বহলাব লাগিব। জনগণই সংস্কৃতিৰ ধাৰক বাহক। জনগণৰ মাজতে সংস্কৃতিয়ে বিশালতা আৰু ব্যাপকতা লাভ কৰে। প্ৰতিটো, কল্পনা, মেধা, ধীশক্তিৰ বিকাশ উলম্ব দিশত আৰু বিশালতা আৰু ব্যাপকতা জনগণৰ মাজত। জনতাৰ মন আৰু হৃদয়ত সংস্কৃতিয়ে বিশালতা লাভ কৰে।

বাইবেলৰ উদ্ধৃতি দি জ্যোতিপ্ৰসাদে কৈছেঃ নিৰীহজনেই পৃথিৱীৰ উত্তৰাধিকাৰী। এই নিৰীহজনেই শিল্পী। উলম্ব দিশত বিকাশৰ শৃংগ আৰোহণ কৰা শিল্পীয়ে যদি জনতাকো বাইবেলৰ নিৰীহ মানুহলৈ ৰূপান্তৰ কৰিব পাৰে, পৃথিৱীখন শিল্পীৰ পৃথিৱী হ'ব। জনতাৰ মাজত সেই সম্ভাবনা আছে। প্ৰতিজন মানুহৰ মাজতে শিল্পী লুকাই আছে, টোপনি গৈ আছে। জগাই দিয়াটো শিল্পীৰ কৰ্তব্য আৰু দায়িত্ব। জনতা তোৰ প্ৰাণৰো প্ৰাণত/মনৰো মনত/শিল্পী যে মই লুকাই লুকাই আছো। এই জনতাই দুষ্কৃতিৰ আক্ৰমণৰ পৰা সংস্কৃতিক বচাই ৰাখে, সংস্কৃতি পৰাজিত হ'লে অত্যাচাৰ মূৰ পাতি লয়, চকুৰ পানীৰে দুষ্কৃতিয়ে সানি দিয়া মলি মামৰ ধুই নিকা কৰি লয়। যুগে যুগে বুকুৰ তেজ দি সংস্কৃতিক বচাই ৰখা জনতাই দুখ কষ্টক আওকান কৰি ৰৈ আছে কোনোবাই তেওঁলোকৰ মুখত হাঁহি ফুল ফুলাব বুলি। আজিৰ শিল্পী সাহিত্যিক তেওঁলোকৰ কাষত গৈ ঠিয় হ'বগৈ লাগিব যিদৰে মোহমুক্ত অৰ্জুন হাতত গাণ্ডীৱ লৈ ঠিয় হৈছিল সংগ্ৰামৰ কাৰণে।

জ্যোতিপ্ৰসাদৰ সংস্কৃতি মানে আলোক, পোহৰ, বন্দি জ্যোতিস্বৰূপ, বিশ্বৰূপ। শিল্পীৰ পৃথিৱীৰ শেষত সংস্কৃতিক শিল্পী জ্যোতিপ্ৰসাদ অৰ্থাৎ মানুহ জ্যোতিপ্ৰসাদে সকলো দিশৰ পৰা নমস্কাৰ জনাইছে। অকলে নমস্কাৰ জনাইছে, লগেৰে নমস্কাৰ জনাইছে। জ্যোতিপ্ৰসাদে কৃষ্ণ, যীশু, মহম্মদ, মাৰ্ক্স, লেনিন, অৰবিন্দ ৰবীন্দ্ৰনাথ, গান্ধী, শংকৰদেৱ এই সকলোকে সংস্কৃতিৰ স্ৰষ্টা হিচাপে একে ঠাইতে থৈছে। তেওঁৰ মতে এইসকল মহামানৱে সংস্কৃতিক মূলতে আভ্যন্তৰিণ প্ৰক্ৰিয়া কৰি লৈছিল, আৰু সকলোৰে চূড়ান্ত লক্ষ্য আছিল মানুহৰ কল্যাণ। সংস্কৃতিৰ চূড়ান্ত লক্ষ্য মানুহৰ কল্যাণ। সেই সংস্কৃতিক তেওঁ বাৰে বাৰে নমস্কাৰ কৰিছে।

জ্যোতিপ্ৰসাদৰ সংস্কৃতিক যুদ্ধৰ দৰে আকাশলংঘা দুৰ্যোগ আৰু ধ্বংসয়ো অপ্ৰাংসগিক কৰিব নোৱাৰেঃ যুদ্ধ আৰু বিপ্লৱ উকলি যোৱাৰ পিচত,.... সংগ্ৰাম আৰু বিপ্লৱৰ

সময়তো দেশৰ কিছু সংখ্যকেই কৃষ্টি আৰু সভ্যতাৰ চাকিবোৰ নুনুমুৱাকৈ জ্বলাই ৰাখিব লাগে।' (নতুন দিনৰ কৃষ্টি) জ্যোতিপ্ৰসাদৰ সংস্কৃতি বিষয়ক এই ধাৰণাটোৱে য়েটচৰ এটা বিখ্যাত কবিতাৰ কথা মনত পেলায়ঃ

I have heard that hysterical women say/they are sick of palette and fiddle bow/of poets that are always gay/For every body knows or alse should know/That if nothing drastic is not done/ Aeroplane and Zeppelin will come out/Pitch like King Billy bomb balls in/ Until the town lie beaten flat.' (Lapis Lazuli).

'নতুনৰ পূজা'ত জ্যোতিপ্ৰসাদে শিল্পীক সমাজৰ সৰ্বোচ্চ স্থান দিছে। আমাক লগা হ'ল নতুনৰ কল্পনা কৰিবলৈ কবি, শিল্পী আৰু তাক বাস্তৱত পৰিণত কৰিবলৈ বৈজ্ঞানিক। ৰাষ্ট্ৰৰ কাৰ্যকাৰসকলে মাত্ৰ কবি, শিল্পী, সাহিত্যিক, বৈজ্ঞানিকৰ ইংগিতমতে ৰাষ্ট্ৰ পৰিচালনা কৰি যাব লাগিব।' আজিলৈকে অসমীয়াক অসমীয়া কৰি ৰাখি থৈছে শিল্পীৰো শিল্পী মহাপুৰুষ শংকৰদেৱে।

শংকৰদেৱে যেতিয়া শৰৎ ঋতুৰ বৰ্ণনা কৰিছিল তেতিয়া সমস্ত প্ৰাণীকুলৰ সুখ-দুখ সামৰি লৈছিল আৰু বৰগীততো গাইছিলঃ যত জীৱ জংগম কীট-পতংগম আগনগ জগ তেৰি কায়া। আধুনিকৰ দৃষ্টিভংগীৰে ব্যাখ্যা কৰিলে জীৱ বৈচিত্ৰ আৰু পৰিবেশ সচেতনতাৰ অৰ্থত তাৰ পৰা উদ্ধাৰ কৰিব পাৰি। জ্যোতিপ্ৰসাদেও আদি কালৰ কবিতাত তেনে এক সচেতনা প্ৰকাশ কৰিছিলঃ "ৰূপ অপৰূপ আজি হৈ যাওক সংগম/ভূৱন মুগ্ধ হওক মুগ্ধ হওক য'ত জীৱ জংগম।" (সুন্দৰৰ জয় যাত্ৰা)

সাহিত্য আৰু জীৱনৰ সূক্ষ্ম সম্পৰ্ক বিচাৰ কৰি জ্যোতিপ্ৰসাদে কবিতাৰ মাজতো তাত্ত্বিক নান্দনিক চিন্তা কৰিছিলঃ "ফুলৰাণী কবিতাই/ফুলমালা ছিঙি ভাঙি/সোণ-হীৰা কেৰুমণি দলিয়াই/হ'লগৈ আতুৰা সেবিকা।" (নৱবিপ্লৱী কবি জাগে)। সমাজ বাস্তৱৰ প্ৰয়োজনত কবিতা/সাহিত্য নিৰাভৰণ হৈ আৰ্তজনৰ সেৱাত নিয়োজিত হৈছে। সাহিত্য শিল্প তেতিয়া "ৰেলৰে ট্ৰেইনৰ/তৃতীয় শ্ৰেণীত উঠি/বনুৱা হজুৰাৰ গাঁৱলৈ যায়। শাক-ভাত খায়।" (আজিৰ কবিতা)।

তেওঁৰ ইতিহাস চেতনা সৰল ভাষাত কবিতাৰ মাজতো প্ৰকাশ পাইছেঃ 'অতীতৰো অতীতৰ/যি মহাঅতীতে/বৰ্ত্তমান ভেদি ভৱিষ্যতলৈ যায়।" (কাঞ্চনজংঘাৰ বুৰঞ্জী))। ইংৰাজ কবি সমালোচক টি.এচ. এলিয়েট কৈছিল-- । অতীতৰ বুকুত আজিও যি জীৱন্ত সিয়েই ৰূপান্তৰিত হৈ আজিৰ মানুহৰ জীৱনক অৰ্থদান কৰিবলৈ আহিব লাগিব, তেওঁৰ কল্পনাত দধীচিৰে অন্য এক অধ্যায় জেৰেঙাৰ জয়মতী।

বিজ্ঞানে মানুহৰ হাতত বিধ্বংসী মৰণাস্ত্ৰ তুলি দিছে। সংস্কৃতিৰ সুষম বিকাশ নোহোৱাৰ বাবে শাসক-শোষকৰ উন্মাদনাই গোটেই বিশ্ব জুৰি জনজীৱনলৈ কঢ়িয়াই আনিছে আকাশলংঘা দুৰ্যোগ আৰু কাৰুণ্যঃ "জড় বিজ্ঞানৰ সংহাৰ লীলাই বোৱালে তেজৰ ঢল।" (জয়মতীৰ আত্মাৰ উক্তি)।

দেশপ্ৰেম আৰু অতীত প্ৰীতি জ্যোতিপ্ৰসাদৰ কবিতাতো আছে, কিন্তু সি আবেগসৰ্বস্ব নহয়। সি সুচিন্তিতঃ "মানুহৰ মোল বেহানিত থাপি/তমসাত বুৰ গ'ল/......মহাসংস্কৃতি ভ্ৰষ্ট ভাৰত/হীনবীৰ্য হ'ল। (জয়মতীৰ আত্মাৰ উক্তি)।

"অসমীয়া ডেকাৰ উক্তি"ত জ্যোতিপ্ৰসাদে ক'লেঃ "ময়েই ৰূপকোঁৱৰ"। কোন এই

ৰূপকোঁৱৰ? জ্যোতিপ্ৰসাদ আগৰৱালা? পৰমানন্দ আগৰৱালাৰ পুতেক? এই 'মই'টো ব্যক্তিগত 'মই' নহয়। ই নৈব্যক্তিক। কবি-সাহিত্যিক কেৱল নিজৰ ভূমিকাতে নাথাকে। পৃথিৱীৰ মানুহৰ দুখক আপোন কৰি লোৱা শিল্পী-সাহিত্যিক সময়ত বিভিন্নজনৰ ভূমিকাত অৱতীৰ্ণ হয়। এই ৰূপকোঁৱৰ কবি কল্পনাৰ অসমীয়া ডেকা ল'ৰা যি নতুন গঢ়িব পাৰে, পুৰণি নতুনকৈ ভাঙি ছিঙি গলাই পগাই নতুন ৰূপত গঢ়িব পাৰে, যাৰ কল্পনা সৃজনীশীল।

জ্যোতিপ্ৰসাদ এইবাবে ৰূপৰ কোঁৱৰ যে প্ৰতিটো বস্তুৰ ৰূপৰ চিন্তা তেওঁ কৰিছিল। সাহিত্য শিল্পত ৰূপ বা গঢ় বা শিল্পৰূপ নিৰ্মাণ বৰ দৰ্কাৰী কথা। খোৱা বস্তুকো মানুহে সুন্দৰ ৰূপ বা গঢ় এটা দিয়ে। মানুহৰ ৰূপ দান কৰাৰ যিটো সহজাত প্ৰবৃত্তি সি স্থাপত্য কলাতেই সকলোৰে চকুত পৰে। জ্যোতিপ্ৰসাদে অসমীয়া স্থাপত্য কলাৰ বিষয়ে প্ৰবন্ধ লিখিছে। নামঘৰৰ স্থাপত্য কলাৰ মূল্য বিচাৰ কৰিছে। এই কলাত মুকলি ঠাইৰ যি সংগঠন সি সৰল আৰু আধুনিক।

ড° বাণীকান্ত কাকতিয়ে জ্যোতিপ্ৰসাদৰ প্ৰথম নাটক শোণিত কুঁৱৰীৰ কঠোৰ সমালেচনা কৰিছিল। উষা আৰু অনিৰুদ্ধৰ প্ৰেম কাহিনী পৰিকল্পনাতে তৰুণ নাট্যকাৰৰ কল্পনা ভাগৰি পৰিছিল বুলি কৈছিল। কাহিনী বিন্যাস ত্ৰুটিপূৰ্ণ বুলিছিল। কাহিনীত ঠায়ে ঠায়ে নাটকীয় কৈফিয়ৎ নাই বুলি কৈছিল। ড° কাকতি সূক্ষ্মদৰ্শী পণ্ডিত সমালোচক। তেওঁ প্ৰয়োগ কৰা মানদণ্ডেৰে বিচাৰ কৰিলে জ্যোতিপ্ৰসাদৰ পিছৰ নাটকতো তেনে ত্ৰুটি ধৰা পৰিব। কিন্তু জ্যোতিয়ে ধ্ৰুপদী মানদণ্ডেৰে উচিত বিচাৰ কৰিব পৰা নাটক লিখা নাই। সমাজৰ ৰূপান্তৰহে তেওঁৰ নাটকৰ মুখ্য কথা।○○

# 'নাজানো তুলিকাই কি আঁকে'

## সৌন্দর্য আৰু নিষ্ঠুৰতাৰ এক সুষম সমাহাৰ

**বিমল কুমাৰ হাজৰিকা**

"নাজানো তুলিকাই কি আঁকে" মধুছন্দা শইকীয়াৰ নৱতম কবিতা সংকলন। সুদৃশ্য বেটুপাত, উৎকৃষ্ট ছপাবন্ধাৰে কবিতা সংকলনটিয়ে পঢ়ুৱৈৰ দৃষ্টি সহজেই আকৰ্ষণ কৰে।

নবৈৰ দশকৰ পৰা নিয়মীয়াকৈ কবিতা লিখিবলৈ লোৱা মধুছন্দা শইকীয়া অসমৰ কাব্যমোদী ৰাইজৰ এটি চিনাকি নাম। যি কেইগৰাকী সম্ভাৱনাপূৰ্ণ কবিয়ে অসমৰ সাহিত্য জগতত নতুন সম্ভাৱনা কঢ়িয়াই লৈ আহিছে আৰু আধুনিক কবিতাৰ এক নতুন মাত্ৰা প্ৰদান কৰিছে সেইসকলৰ ভিতৰত কবি শ্ৰীমতী শইকীয়া অন্যতম।

তেওঁ প্ৰকৃতাৰ্থত কবি এই কাৰণেই যে কবিতাত 'ভাৱনা'ৰ যি প্ৰয়োজনীয়তা, গীতিময়তাৰ যি সুষমা এই আৱশ্যকীয় গুণ, চিত্ৰকলাৰ সুসমাহাৰ কবিতাত যি বৈশিষ্ট্য হোৱা উচিত এই সকলোবোৰ লক্ষণেই কবি মধুছন্দাৰ কবিতাত ফুটি উঠিছে বাঙ্ময় ৰূপত, প্ৰত্যয়জনকভাৱে।

"নাজানো তুলিকাই কি আঁকে" কবিৰ এক সহজাত প্ৰশ্ন। প্ৰকৃত কবিয়ে কবিতা নিৰ্মাণ নকৰে, সৃষ্টিহে কৰে। চিত্ৰ এখন আঁকিবলৈ তুলিকাৰ প্ৰয়োজন আছে, কিন্তু সেই তুলিকাক বাধ্যবাধকতাৰে নিয়ন্ত্ৰিত কৰিবলৈ গ'লে এখন ছবি হয়তো সৃষ্টি হ'ব কিন্তু তাত ভাৱনাৰ নিটোল প্ৰকাশ নঘটে। 'চিত্ৰ এখনৰ কাৰণে চিত্ৰকাৰৰ যি স্বতঃস্ফূৰ্ত কল্পনা-শক্তিৰ প্ৰয়োজন, কবিতা ৰচনাৰ ক্ষেত্ৰতো একেই মানসিক প্ৰস্তুতিৰ প্ৰয়োজন। কল্পনাই পাখি মেলি উঠিব ঠিকেই, কিন্তু নীড়মুখী বিহংগৰ জাকে যি দৰে ঘূৰি থাকে নিজৰ চিনাকি আৰু আলসুৱা নীড়লৈ কবিয়েও কল্পনাৰ সাগৰত উটি বুৰি ফুৰিলেও সেয়া অলীক, অবাস্তৱ আৰু তাগিদাত আশ্ৰয় লোৱা কল্পনা নহয়। ইংৰাজ কবি ৱৰ্ডছৱৰ্থে সেয়ে তাহানিতেই কৈছিল, Poetry is the spontaneous overflow of powerful feelings- এজন কবি অশীতিপৰ বৃদ্ধ হ'লেও তেওঁৰ কবি-প্ৰতিভা সমস্ত জীৱন জুৰি বিকশিত হৈ নাথাকে, সেই প্ৰতিভা থাকে খন্তেক সময়লৈহে– সেয়া বছৰৰ লেখেৰেও হ'ব পাৰে, মাহৰ লেখেৰেও হ'ব পাৰে। কবিতাৰ এই নিটোল ৰূপটো বৰ্তি থকা অৱস্থাৰ কবি মধুছন্দাৰ "নাজানো তুলিকাই কি আঁকে" ই আমাক দোলা দি যায় শব্দৰ সুষমাত, ধ্বনিৰ মাধুৰ্যত, ভাৱৰ বিশালতাত, ভাৱনাৰ সমৃদ্ধিত এই কবিতাসমূহ চহকী আৰু ৰসগ্ৰাহী পাঠকক সহজেই আকৰ্ষণ কৰে।

এইখিনিতেই প্ৰশ্ন উঠে আধুনিক কবিতাত দুৰ্বোধ্যতা সম্পৰ্কীয় বাদানুবাদলৈ। কবিতা হৃদয়ৰ উত্তাপেৰে জীপাল কৰা এক সৃষ্টি সেয়ে তাত শব্দৰ মোহনীয়তাৰ সৈতে ভাৱৰ সংগম থাকিবই। কিন্তু তাৰ যদি ভাৱনা নাথাকে, হৃদয় নাথাকে, শব্দৰ সুষমা কেৱল শব্দৰ কাৰচাজীহে থাকে, সেয়া কবিতা বুলি ছপাই দিলেও 'কবিতা' নাম লোৱাৰ যোগ্য নহয়। আজিকালি শত সহস্ৰ কবিৰ জন্ম হৈছে। এওঁলোকে শব্দলৈ খেলা কৰে, কৰ্ণকুহৰত শব্দৰ ধ্বনি অনুৰণিত হয় আৰু তাৰে মালা গাঁথি তেওঁলোকে 'কবিতা' নামৰ এক আজৱটীয়া

নিৰ্মাণ কৰে। সেয়া আন কিবা হ'লেও কবিতাযে নহয় সেয়া সময়ৰ ব্যৱধানে প্ৰমাণ কৰিবই। কাৰণ কবিতা এক কালোত্তীৰ্ণ ৰচনা। ইয়াৰ যি আবেদন সি সময়ৰ পৰিধি ভাঙি চিৰন্তন ভাৱনা-চিন্তা আৰু প্ৰবৃত্তিসমূহক আলোকিত কৰি দ্ৰষ্টাৰ ৰূপত কবিৰ ভূমিকা সমন্তৰে সমুখত তুলি ধৰে।

কাব্য-সমালোচক শ্ৰীঅৱনীচন্দ্ৰ বৰাৰ মতে 'নাজানো তুলিকাই কি আঁকে' কাব্য গ্ৰন্থখনৰ 'কবিতাবোৰ কষ্ট-কল্পনাৰ পৰা মুক্ত। স্বচ্ছন্দ প্ৰবাহ, সাংগিতীক লয় আৰু সংবেদনশীলতা কবিতাবোৰ লক্ষণীয় বৈশিষ্ট্য।'

কবিৰ এই স্বচ্ছ অভিব্যক্তি কাৰুণ্যৰ চেতনাৰে উদ্ভাসিত হোৱা বুলি ক'লে কবিৰ প্ৰতি অন্যায় কৰা হ'ব। কবিতাৰ যিদৰে অনুশীলন হ'ব নোৱাৰে ঠিক সেইদৰে কবিৰ বয়স জুখি কবিতাৰ পূৰ্ণতা সম্ভৱ বুলি ভবাটো এটা ভ্ৰমাত্মক ধাৰণাহে।

যদিও অসমীয়া সাহিত্যৰ জগতত নবীন-প্ৰবীন কবিৰ ঢল বৈছে আৰু ইতিমধ্যে বহুতেই এনে ধৰণৰ কবিতাৰ কছৰৎ কৰি কবিৰ আসন অলংকৃত কৰিবলৈ সমৰ্থ হৈছে। এই আসন কিমান দিন সুৰক্ষিত হৈ থাকে সেইটো সময়েহে নিৰূপণ কৰিব। প্ৰখ্যাত বঙালী কবি সুকান্ত ভট্টাচাৰ্যই অকালতে মৃত্যুক সাৱটি ল'লে। কিন্তু কিশোৰ কবি সুকান্তৰ গভীৰ জীৱনবোধ, দৰ্শন, অন্তৰ্দৃষ্টি আৰু প্ৰজ্ঞাৰ কথা গুণীজনে শ্ৰদ্ধাৰে সোঁৱৰে আৰু এই 'বিস্ময় কবি'জনৰ প্ৰভাৱ সমসাময়িক বাংলা সাহিত্যৰ মহা-মহীৰুহ ব্যক্তিসকলে উপলব্ধি কৰিছিল।

মধুছন্দা শইকীয়া তুলনামূলকভাৱে এগৰাকী নবীন কবি। কিন্তু মন কৰিব লাগিব যে কবিতাৰ যিদৰে আধুনিকতা, উত্তৰ আধুনিকতা আদি সংজ্ঞাৰে বান্ধি ৰাখিব নোৱাৰি ঠিক সেইদৰে এই নবীন কবিগৰাকীৰ কবিতাও "নতুন কবিতা" আখ্যা দি কবিতাৰ গুণগত বৈশিষ্ট্যক অৱজ্ঞা কৰিব নোৱাৰি।

কবি সমাজ-সচেতন আৰু সংবেদনশীল। 'নাজানো তুলিকাই কি আঁকে' কবিতাটিত কবিৰ গভীৰ মানৱীয়তা আৰু মমত্ববোধ প্ৰকাশ পাইছে যেতিয়া 'প্ৰেম', 'সপোন', 'প্ৰতিশ্ৰুতি', 'অনুভূতি' আদি মিঠা শব্দবোৰ 'ভেঁকুৰ উঠা' পিঠাৰ দৰে-- কাৰণ অসমৰ একেবাৰে অনুন্নত জিলা ধেমাজীৰ বানে নিঃশেষ কৰি দিয়া পৰিয়ালৰ ক্ৰন্দনৰ ধ্বনি তেওঁৰ হৃদয়ত অনুৰণিত হৈ উঠিল। প্ৰচণ্ড গতিৰে লকলকাই অহা বানৰ কবলত মুহূৰ্ততে থানবান হৈ গ'ল বহুতৰে সপোন। কবিয়ে এই দৃশ্য অংকন কৰিছে এইদৰে—

কঁপালৰ ঘামত ঠন ধৰি উঠা
মোমাইদেউৰ কলিজাৰ সেউজী পথাৰখনে
সোণোৱালী হাঁহিটো মাৰিবলৈ নাপালেই চাগৈ।

বানৰ এই নিকৰুণ দৃশ্যই কবিক যেন হতাশাগ্ৰস্ত কৰি তুলিছে, আৰু সেয়ে তেওঁ কৈ উঠিছে—

নাজানো তুলিকাই কি আঁকে।
ছন্দোময় বৰষাৰ নিটোল ছবি
নে মোৰ ওপজা গাঁৱক যাযাবৰী পোছাক পিন্ধোৱা
সেইখন ছন্দ-হীন ভগা-ছিগা ছবি।

যান্ত্ৰিক সভ্যতাই মানুহৰ মানসিকতাক এনেদৰে প্ৰচণ্ডভাৱে জোকাৰি দিছে যে

ভোগবাদী দৰ্শনে জীৱনৰ সমস্ত সুষমা নোহোৱা কৰি পেলাইছে আৰু এনে পৰিস্থিতিত নিজৰ সন্মুখত নিজেই থিয় হৈ জবাবদিহি হোৱাৰ নৈতিক সাহসকণো হেৰুৱাই পেলাইছে। 'আপোন-ঠিকনা'ত কবিয়ে সেয়ে কৈছেঃ

আন্ধাৰত আৰু কিমান খেপিয়াবা
ইজনে সিজনৰ
প্ৰাচীন সভ্যতাৰ মুখা?

ক'ত বাৰু হেৰাল আমি মুখামুখি হোৱা
চিনাকি পথৰ সুবাস?
আলসুৱা গোলাপৰ শুকুলা পাহিত
নিজস্ব নিশাৰ গহীন বাঁহীত
কপৌযুৰিৰ উমাল কুৰুলিত
দূৰৈৰ পাহাৰৰ প্ৰতিধ্বনিত
পামনে বিচাৰি আমাৰ শুৱলা অতীত?

কবিৰ কল্পনাই পাখি মেলি উৰা মাৰিছে সেই ধূসৰ অতীতলৈ যেতিয়া 'আঘোণৰ কুঁৱলী বুকুত আঁকি ৰোমন্থন কৰিছে সেই মায়াময় মুহূৰ্তক যেতিয়া সেমেকা বতাহত উটি আহে যুৰযুৰীয়া চিনাকি গোন্ধ, হেঙুলী বেলিয়ে আঁকে সপোনসুৰীয়া নিৰুপম ছবি। কবিয়ে যেন তেতিয়া উপলব্ধি কৰে সেই ৰহস্যময় নাৰী যাৰ কলাফুলত সেৰাপটা যন্ত্ৰণাৰ আনন্দ, দেহাত আঘোণৰ গোন্ধ। ৰহস্যময় এই মুহূৰ্ততো শৰীৰী আৰু অশৰীৰী সৌন্দৰ্যৰ অনুভূতিৰ সমুজ্জ্বল, যি এতিয়া কবিৰ বাবে 'এটি সোণবৰণীয়া স্মৃতি।'

সন্ত্ৰাসবাদে জুৰুলা কৰা ৰাজ্যখনৰ অধিবাসীসকলৰ দৰে কবিৰ মনো উদ্বিগ্নতাৰে ভৰা। কবিয়ে সেয়ে কবিতাৰ অঞ্জলিৰে বান্দৱ ল'ৰাইতক আকুল আহ্বান জনাইছে এইদৰে-

হেৰা বান্দৰ ল'ৰা
এবাৰ মাত্ৰ অনুভৱ কৰা
ধৰিত্ৰীৰ প্ৰসৱ বেদনা,
তোমালোকৰ বুকুবোৰত
তুলসী তলৰ চাকিগছি
জ্বলকচোন দিয়া,

পাহাৰখনে হাঁহিলে,
নদীখন গীত হ'লে,
তোমালোকৰো ভাল নালাগিবনে
হেৰা বান্দৰ ল'ৰা.....? (এবাৰ মাত্ৰ অনুভৱ কৰা)

বাস্তৱৰ জ্বালা-যন্ত্ৰণাময় সংসাৰখনত কবিয়ে এটা কথা অহৰহ অনুভৱ কৰিছে সেয়া হ'ল, যি দুখ আৰু যন্ত্ৰণাৰে লক্ষজনৰ হৃদয় ভাৰাক্ৰান্ত সেই দুখ আৰু যন্ত্ৰণাবোৰ সকলোৱে এদিন উপলব্ধি কৰক, যাতে সেই উপলব্ধিৰ অন্ততঃ ইজনে সিজনৰ দুখ আৰু বেদনাৰ সমভাগী হ'ব পাৰিব। বানপানীৰ এই দুখ আৰু যন্ত্ৰণাৰ প্ৰতীকৰূপে লৈ 'প্ৰতিবিম্ব'

কবিতাটিত কবিয়ে সেয়ে কৈছেঃ

ভাবিছো গোটেই পৃথিৱীজুৰি
একেলগে এবাৰ এটা
ডাঙৰ বানপানী হওক
প্ৰতিজন ব্যক্তিয়েই একোবাৰকৈ থাকি চাওক
আশ্ৰয় শিবিৰত
তেতিয়াহে হৃদয়ে হৃদয়ে বুটলিব পাৰিব
ইজনে-সিজনৰ দুখ।

কবিৰ পৃথিৱীৰ সৈতে যি প্ৰেম সেয়া শাশ্বত আৰু সনাতন। নৈসৰ্গিক সৌন্দৰ্যৰ স্বৰ্গভূমি অসমত গাঁৱৰ নিৰ্ভেজাল সৌন্দৰ্য এতিয়াও বৰ্তি আছে কবিৰ অনুভূতিপ্ৰৱণ আলসুৱা মনটোৱে কল্পনাৰ পাখি মেলি তালৈকে যেন ঘনে ঘনে উৰি যাব খোজে। 'তুলসীৰ তলে মৃগ পহু চৰে।' কবিতাটিয়ে কবিৰ সেই আকলুৱা মনটোৰ ছবি এখন দাঙি ধৰিছে। কবিতাটিৰ অসমৰ শুৱনী গাওঁ এখনত দৈনন্দিন জীৱন-যাত্ৰাৰ এক নিটোল ছবি ফুটি উঠিছে। 'ওঁঠত সেলেঙী বোৱাই তেজীমলাৰ সাধু কোৱা বুঢ়ী আইতাই এতিয়া ফুট গধূলিতে জলকা মাৰে।' দুঃসহ সময়ৰ কাৰচাজীত বন্দী গএগ ৰাইজৰ অকৃত্ৰিম নিভাঁজ মৰম। সেয়েহে কবিয়ে কৈছেঃ

উপজিয়েই বাৰুদৰ বেসুৰা গীত শুনা মইনাই
এতিয়া শিয়ালীলৈ ভয় নাখায়।

এনে এক পৰিস্থিতিত 'ভোগালী পথাৰৰ ইননি-বিননি' শুনি কবিয়ে গভীৰ দুখৰ জ্বালাত টিমিক-টামাক কৰি তুলসী তলত জ্বলি থকা মাটিৰ চাকিগছিয়ে বুঢ়ী আইতাক 'তুলসীৰ তলে মৃগ পহু চৰে' গাবলৈ উদ্বুদ্ধ কৰিবনে?

কবিৰ অন্তৰ্জগতত বহু প্ৰশ্নৰ হেন্দোলনী। শব্দময়, গন্ধময়, ৰূপময় এই পৃথিৱীখনত কোনোবাই কেতিয়াবা নীৰৱতাৰ সৈতে সন্ধি কৰি পাইছেনে? নীৰৱ মুহূৰ্ত্তই হৃদয়ৰ মণিকোঠা খুলি দিয়ে। মহত্ত্বক মথিমূৰ কৰি অন্তৰ্দৃষ্টিৰে নীৰৱতাৰ আমেজত যি নান্দনিক উপলব্ধি সেয়া কবিয়ে এনেদৰে বৰ্ণনা কৰিছেঃ

নীৰৱতাৰ স'তে কেতিয়াবা
কথা পাতি পাইছা জানো?
কেতিয়াবা অকণমান সময় উলিয়াই
বতাহৰ স'তে, নৈখনৰ স'তে, ফুলপাহিৰ স'তে,
পথাৰখনৰ স'তে, আকাশখনৰ স'তে,
অজান জীৱবোৰৰ স'তে কথাপাতি চাবাচোন
তেতিয়াহে বুজি পাবা মৌনতাৰ অৰ্থ
(কেৱল নিজৰ বাবে)

মধুছন্দা শইকীয়াৰ 'নাজানো তুলিকাই কি ছবি আঁকে' সমসাময়িক কালৰ অসমীয়া কাব্য সাহিত্যলৈ এক উল্লেখযোগ্য সংযোজন বুলি বিনা দ্বিধাই ক'ব পাৰি।

আৱৰ্ত্তণিতে কৈ অহাৰ দৰে কবিতা ৰসোত্তীৰ্ণ আৰু কালোত্তীৰ্ণ হয় যদিহে ভাবৰ সুষমা, গভীৰ জীৱনবোধ, প্ৰত্যয় আৰু অনুভৱ সেই কবিতাসমূহৰ মাজেৰে কবিৰ সত্তা প্ৰতিষ্ঠাৰ আকৃতিক স্বমহিমাৰে প্ৰকাশ কৰিবলৈ সমৰ্থ হয়।

'নাজানো তুলিকাই কি ছবি আঁকে' কাব্য গ্ৰন্থখনৰ আটাইকেইটা কবিতাই সেই পৰ্যায় নাপালেও আলোচনাৰ বাবে লোৱা কবিতা কেইটিৰ মাজেদি কবি প্ৰকাশমান হৈছে এগৰাকী সংবেদনশীল সমাজ সচেতন ব্যক্তিৰূপে। সৰ্বোপৰি কবিৰ কৃতিত্ব হ'ল এইখিনিতে যে তেওঁ বাৰুদৰ ধোঁৱাৰে ধূঁৱলি কুঁৱলি হৈ যোৱা ৰাজ্যৰ অসহ্যময় চিন্তাৰ পৰিমণ্ডলত এটি আশাৰ কিৰণ প্ৰতিভাত কৰিবলৈ সক্ষম হৈছে। আমি আশা কৰিছো মধুছন্দা শইকীয়াই তেওঁৰ তীক্ষ্ণ অন্তৰ্দৃষ্টি আৰু সংবেদনশীল মনেৰে কাব্য জগতত ন ন বৰঙণী আগবঢ়াই কাললৈ খ্যাতি ৰাখিব।OO

# অসমীয়া মানুহৰ গ্ৰন্থপ্ৰীতি

**ডঃ দয়ানন্দ পাঠক**

অসমীয়া মানুহৰ গ্ৰন্থপ্ৰীতি নাই বুলিলেও চলে। গ্ৰন্থপ্ৰীতি সুসভ্য আৰু সুশিক্ষিত জাতিৰ এক চাৰিত্ৰিক বৈশিষ্ট্য। যিটো জাতি যিমানেই সুসভ্য সেই জাতিৰ গ্ৰন্থপ্ৰীতিও সিমানেই গভীৰ। বিশ্বৰ ইতিহাস অধ্যয়ন কৰিলে দেখা যায় যে, সভ্যতা সংস্কৃতি এক তৰল অৱস্থাৰ পৰা সুস্থিৰ অৱস্থালৈ উন্নতি হোৱাৰ লগে লগে মানুহে কাকতৰ ব্যৱহাৰ আৰম্ভ কৰিলে। কাকতৰ ওপৰত চিয়াহীৰে লিখাৰ পৰম্পৰাও আৰম্ভ হ'ল সেই সময়ৰ পৰাই। মানৱ সভ্যতাৰ প্ৰাৰম্ভিক কালত মানুহে নিজৰ সুৰক্ষাৰ আৰু সমৃদ্ধিৰ বাবে বিভিন্ন প্ৰকাৰৰ অস্ত্ৰৰ ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিলে। সভ্যতা-সংস্কৃতিয়ে ইয়াৰ ক্ৰমবিকাশৰ এটা স্তৰত কাকতৰ ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিলে, তেনে লিখাৰ মাধ্যমেৰে সভ্যতা সংস্কৃতিক সৰহদিন জীয়াই ৰখাৰো পৰম্পৰা আৰম্ভ কৰিলে। যিকি নহওক, কাকতৰ ব্যাপক ব্যৱহাৰে আওপকীয়াকৈ সভ্যতা-সংস্কৃতিৰ ক্ৰমবিকাশকেই বুজালে আজি কাকতৰ ব্যৱহাৰ ইমান বিস্তৃত আৰু ব্যাপক হৈ পৰিছে যে আমাৰ শ্বাস প্ৰশ্বাসৰ দৰে ই এক স্বাভাৱিক আৰু স্বতঃস্ফূৰ্ত কথা হৈ পৰিছে। কাকতৰ ব্যৱহাৰৰ শত সহস্ৰ ৰূপ আছে। গ্ৰন্থৰ মুদ্ৰণ তাৰ এক শ্ৰেষ্ঠতম নিদৰ্শন। মুদ্ৰা ৰীতিৰো আজি আমুল পৰিবৰ্তন ঘটিছে। হাতে ছপোৱা মুদ্ৰা যন্ত্ৰৰ দখল কৰিছে দি-টি-পি, অফছেট আদিৰ দৰে অত্যাধুনিক মুদ্ৰা যন্ত্ৰই। আজি কিতাপ ছপা কাম এক শৃংখলাবদ্ধ তথা জনপ্ৰিয় শিল্পত পৰিণত হৈছে। বাতৰিকাকত, আলোচনী আৰু কিতাপৰ সংখ্যা ইমান বাঢ়িছে যে তাক ভাষাৰে লেখজোখ কৰিব নোৱাৰি।

মুদ্ৰা যন্ত্ৰ বা মুদ্ৰিত কিতাপৰ অগ্ৰগতিৰ লগে লগে ইলেকট্ৰনিক মাধ্যমৰো তদ্ৰূপ বিকাশ এক বিস্ময়কৰ ঘটনা। বহুতেই প্ৰশ্ন কৰে, আগত দিনবোৰত কিতাপৰ ঠাই দখল কৰিব ইলেকট্ৰনিক মাধ্যমে। এতেকে এনে পৰিস্থিতিত কিতাপৰ জনপ্ৰিয়তা কমিব, প্ৰাসংগিকতাও হ্ৰাস পাব। পিছে এনে চিন্তা কৰিছে আমাৰ দৰে তৃতীয় বিশ্বৰ অনুন্নত দেশৰ মানুহে। আমাৰ দেশত ইলেকট্ৰনিক কিয়, কিতাপৰ প্ৰকৃত অগ্ৰগতি থাকিলেও হোৱা বুলিব নোৱাৰি। এয়া বৈজ্ঞানিক অনগ্ৰসৰতা আৰু আধুনিকৰণ প্ৰযুক্তিৰ অভাৱৰ বাবেই হ'ব পাৰে। আমাৰ দেশৰ মানুহ অৰ্থনৈতিক সমস্যাৰে জৰ্জৰিত। মুঠ জনসংখ্যাৰ প্ৰায় ৪০% মানুহ আজিও দৰিদ্ৰ সীমাৰেখাৰ তলত জীৱন নিয়াইছে। অৱশিষ্ট ৬০%ৰো হয়তো ১%মান লোকেহে কিতাপৰ প্ৰতি সঁচাকৈয়ে আকৰ্ষিত। এইচাম লোকৰ বাবেই গ্ৰন্থমুদ্ৰনৰ সাৰ্থকতা বৰ্তিছে। পঢ়াশালীৰ ছাত্ৰ ছাত্ৰী বা কলেজীয়া বিদ্যাৰ্থীৰ প্ৰাথমিক প্ৰয়োজন হ'ল পাঠ্যপুথিৰ। পাঠ্যপুথি ক্ৰয় কৰি পঢ়াশুনা কৰাৰ লগত প্ৰকৃত গ্ৰন্থপ্ৰীতিৰ সম্পৰ্ক নাথাকিবও পাৰে। বাধ্যতামূলক পাঠ্যপুথিৰ পঠন-পাঠনে গ্ৰন্থপ্ৰীতিক নুবুজায়। মানসিক আনন্দৰ বাবে আৰু জ্ঞান গৰিমাৰ বৃদ্ধিৰ বাবে কৰা পঠন-পাঠনকহে প্ৰকৃত গ্ৰন্থপ্ৰীতি বুলিব পাৰি। এনে গ্ৰন্থ প্ৰীতি অসমীয়া মানুহৰ মাজত নেদেখো। এয়া জাতিটোৰ বাবে সন্তোষজনক কথা নহয়। বৰং এনে প্ৰবৃত্তিয়ে জাতিটোৰ অধঃপতন আৰু অৱক্ষয়ৰে সংকেত দিয়ে। আজিকালি গ্ৰন্থপ্ৰকাশক সকলে অভিযোগ কৰে, এক হাজাৰ কিতাপ বিক্ৰী হওঁতে তিনি চাৰি বছৰমান লাগে। আনকি ডঃ ভবেন্দ্ৰ নাথ শইকীয়াৰ নতুন কিতাপ এখনো এবছৰত পাঁচশতকৈ অধিক বিক্ৰী নহয় বুলি তেওঁলোকে অভিযোগ কৰে।

গল্প উপন্যাসৰ এখন স্থায়ী বজাৰ আছিল যদিও, সেইবজাৰ এতিয়া [illegible] নাই। আশী সত্তৰ দশক মানলৈ গল্প উপন্যাসবো এক চাহিদা আছিল। আজিকালি [illegible] গৰাকী লেখকে সাহিত্য অকাডেমিৰ বঁটা লাভ কৰে তেওঁৰ কিতাপখন কিছু পৰিমাণে বিক্ৰী হ'ব পাৰে। সিও মাত্ৰ এটা বছৰৰ বাবেহে। পৰবৰ্ত্তী বছৰত সেই কিতাপখনবো চাহিদা নোহোৱা হয়। মানুহে কয়, আজিকালি এনে জটিল তথা কৰ্মব্যস্ত জীৱনত গল্প-উপন্যাস পঢ়ি বহুমূলীয়া সময় খৰছ কৰিব পাৰেনে? টিভিত চোন অহৰহ সুন্দৰ সুন্দৰ চিৰিয়েলবোৰ চলিয়ে আছে। তেনে অৱস্থাত গল্প-উপন্যাসৰ কিতাপ কেলেই? তদুপৰি, কিতাপবো যি জুইচাই দাম। য'ত মানুহে ভাত-কাপোৰ চিন্তা কৰিয়েই উৱাদিহ পোৱা নাই, তাত ইমান দামেৰে কিতাপ কিনি পঢ়াৰ সাৰ্থকতা ক'ত? সাধাৰণ মানুহৰ প্ৰশ্নক অবান্তৰ বুলিব নোৱাৰি।

এচাম চিৰিয়াছ পাঠকে আকৌ কয়, ৰামো নাই অযোধ্যাও নাই। আগৰ লেখকসকলৰ লেখা আজি ক'ত? নতুন প্ৰজন্মৰ পৰা জানো উপযুক্ত আৰু প্ৰকৃত মানবিশিষ্ট লেখক-সাহিত্যিক ওলাইছে? বীণা বৰুৱাৰ 'জীৱনৰ বাটত', প্ৰফুল্লদত্ত গোস্বামীৰ কেঁচা পাতৰ কপনি', অৰ্থাৎ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'ইয়াৰুইংগম'-ৰ দৰে উপন্যাস নতুন প্ৰজন্মৰ কোনোবা লেখকে জানো লিখিব পাৰিছে? ভবেন্দ্ৰ নাথ শইকীয়া, সৌৰভ কুমাৰ চলিহা, মহিম বৰা, আব্দুল মালিক অথবা ত্ৰৈলোক্যনাথ গোস্বামীৰ দৰে মানবিশিষ্ট চুটিগল্প জানো আজিৰ কোনোবা গল্পকাৰে লিখিব পাৰিছে? গতিকে, কিতাপ নোহোৱা কথাটো যিমানখিনি সঁচা, লেখক নোহোৱা কথাটোবো সমানেই সঁচা। চিৰিয়াছ পাঠকৰ এনে বক্তব্যকো দলিয়াই পেলাব নোৱাৰি।

প্ৰকাশকসকলে আকৌ অন্য কথা কয়। তেওঁলোকৰ মতে অসমীয়া মানুহে কিতাপ নিকিনে। অৱশ্যে, যিসকল লোক আংশিকভাৱে স্বচ্ছল নহয় তেওঁলোকৰ কথা সুকীয়া। ইচ্ছা থাকিলেও তেওঁলোকে কিতাপ কিনি পঢ়িব নোৱাৰে। আৰু যিসকলে কিতাপ কিনিব পাৰে তেওঁলোকে অসমীয়া কিতাপ নিকিনে, কিনে ইংৰাজী কিতাপ বা অইন সঠন বিদেশী কিতাপ। অসমীয়া কিতাপতকৈ ইংৰাজী কিতাপৰ দাম বহু বেচি। উদাহৰণস্বৰূপে, এই বেলি বুকাৰ বঁটা লাভ কৰা, ঔপন্যাসিক অৰুন্ধতি ৰয়ৰ বহুচৰ্চিত 'God of small things' উপন্যাসখনৰ দাম তিনিশবো ওপৰ। অথচ, অসমীয়া উপন্যাস কোনোখনৰ দাম আজিও এশটকাৰ ওপৰলৈ যোৱা নাই। তথাপিও অসমীয়া কিতাপৰ বজাৰ মন্দা। যিসকল লোকে অসমীয়া ভাষা-সাহিত্য সংস্কৃতিৰ কথাকে অসমীয়া মানুহৰ আদৰ-গামোচা-শৰাই আদায় কৰি ফুৰিছে সেইসকল লোকে অসমীয়া কিতাপ ক্ৰয় কৰি নপঢ়ে। তেওঁলোকে তেওঁৰ সন্তানসকলকো অসমীয়া কিতাপ পঢ়িবলৈ প্ৰেৰণা নিদিয়ে।

আজিকালি অসমীয়া ভাষাত প্ৰকাশিত প্ৰসংগ পুথিবোবো ছাত্ৰ-ছাত্ৰীসকলে স্পৰ্শ নকৰা হ'ল। কাৰণ প্ৰসংগ পুথিত প্ৰতিটো বিষয়ৰ ওপৰত বিতং আলোচনা থাকে, কিন্তু পোনপটীয়া প্ৰশ্নৰ পোনপটীয়া উত্তৰ নাথাকে। ছাত্ৰ-ছাত্ৰীসকলেও পৰীক্ষাত উত্তীৰ্ণ হ'বলৈ পোনপটীয়া প্ৰশ্নৰ পোনপটীয়া উত্তৰ থকা Modal series, বিচাৰে। Modal seriesবোৰৰ আকৌ জুইচাই দাম। তথাপিও পৰীক্ষাৰ ঠিক আগমুহূৰ্তত ছাত্ৰ-ছাত্ৰীসকলে গৰম চিঙৰা কিনাৰ দৰে বজাৰৰ নোট কিনে আৰু তাৰ দ্বাৰা পৰীক্ষা অতিক্ৰম কৰিব বিচাৰে। তেনে ক্ষেত্ৰত পৰীক্ষকেও প্ৰতিখন বহীতে ছবহু একেটা নম্বৰকে দি যোৱাৰ সুবিধা পায়। কেবাখনো প্ৰসংগ পুথি পঢ়ি যদি ছাত্ৰ এগৰাকীয়ে নিজৰ উত্তৰৰ ভিতৰত বিভিন্ন প্ৰসংগে আনিবলৈ সক্ষম হয়, তেওঁ নম্বৰো আনতকৈ বেচি পালেহেঁতেন। এনে পৰিবেশত দেখা

যায়, শৈক্ষিক দিশৰ বাবে প্ৰয়োজনীয় প্ৰসংগ পুথিৰ বিক্ৰীও ক্ৰমাগতভাৱে হ্ৰাস পাইছে। ইয়াৰ বিপৰীতে বজাৰ নোটৰ চাহিদা আৰু বিক্ৰী বাঢ়িছে। এনে প্ৰৱণতা কাৰো বাবেই সন্তোষজনক নহয়।

বহুতেই ভাবিছিল, ইলেকট্ৰনিকচৰ অগ্ৰগতিৰ লগে লগে মুদ্ৰিত কিতাপৰ ব্যাকৰণ ভাঙি থানবান হৈ যাব। আমাৰ ইয়াত নালাগে, আমেৰিকা, ঠাইলেণ্ড, ফ্ৰান্সতো সচেতন সকলে ভয় কৰিছিল, ইলেকট্ৰনিক-এ মানুহৰ গ্ৰন্থপ্ৰীতি কমাব। সেইবোৰ উন্নত দেশত এনে শংকা বেবুনিয়াদ বুলি প্ৰমাণিত হৈছে। তেনেবোৰ দেশত মুদ্ৰিত কিতাপৰ চাহিদা আগতকৈ বাঢ়িছে। তেওঁলোকে বুজিবলৈ আৰম্ভ কৰিছে, মুদ্ৰিত কিতাপৰ কোনো বিকল্প নাই। ইলেকট্ৰনিক মুদ্ৰিত কিতাপৰ বিকল্প হ'ব নোৱাৰে। পিছে, আমাৰ দেশত এনে সচেতনতা অহা নাই। এনে সচেতনতাৰ অভাৱতেই অসমীয়া জাতিটো পিছপৰি আছে। অসমীয়া জাতিয়ে অগ্ৰগতিৰ জখলা বগাব পাৰিব যদি তেওঁলোকৰ গ্ৰন্থপ্ৰীতি বাঢ়ে। গ্ৰন্থপ্ৰীতিক যদি তেওঁলোকে স্থায়ীভাবে জগাই তুলিব পাৰে তেওঁলোকে বিশ্বৰ নানাৰঙী কথা জানিব। বিশ্ব দৰবাৰৰ সকলোবোৰ বন্ধ কপাট খোলখাই যাব। তেনে খোলা দুৱাৰ খিৰিকীৰে অহা আলোকেহে অসমীয়া মন মুকলি কৰিব।○○

# অসমীয়া চুটিগল্পৰ গতিধাৰা

## কুমুদ গোস্বামী

চুটিগল্প কি, ই কেনে হোৱা উচিত মুহূৰ্ত আৰু পৰিস্থিতিৰ গুৰুত্ব ইয়াত কিমান, ইয়াৰ বৈজ্ঞানিক বা মনোবৈজ্ঞানিক আধাৰ কি-- এইবোৰ কথা একেলগে চিন্তা কৰিলে অসমীয়া চুটিগল্পৰ উৎপত্তি আৰু বিকাশ সম্পূৰ্ণৰূপে পাশ্চাত্য জগতৰ প্ৰভাৱৰ ফলশ্ৰুতি বুলি নকৈ নোৱাৰি। মনোৰমা প্ৰকৃতিৰ শান্ত নিবিড় পৰিমণ্ডলত বহু বছৰ ধৰি নিৰ্জঞ্জাল নিৰুদ্বেগ জীৱন কটাই অহা সহজ-সৰল অসমীয়া জাতিৰ জীৱন আৰু বিশ্বাস-ভূমিত এই প্ৰভাৱৰ পদধ্বনি অনুভূত হৈছিল ইংৰাজী শিক্ষাৰ প্ৰসাৰ আৰু বিশ্বযুদ্ধৰ আৰম্ভণিৰ লগে লগে। অৱশ্যে, ইয়াৰ আগতে অসমীয়া জাতীয় জীৱন বিপৰ্যস্ত নোহোৱাকৈ থকা নাছিল; একাধিকবাৰ হৈছিল কিন্তু সেইবোৰ ঘটনাই-- মোগলৰ আক্ৰমণ, মোৱামৰীয়া বিদ্ৰোহ, মানৰ অত্যাচাৰ আদিয়ে অসমীয়া জাতিৰ মাজত অৰ্থনৈতিক চেতনাৰহে সঞ্চাৰ কৰিছিল, চিন্তা আৰু বুদ্ধিৰ ক্ষেত্ৰত বিশেষ কোনো সামগ্ৰিক ইম্পালছ দিব পৰা নাছিল। এই উদ্দীপনা আহিল প্ৰতীচ্যৰ পৰা আৰু ১৯১৮-১৯৪৫ চনে সামৰা যুগৰ অসমীয়া চুটিগল্পকাৰৰ বিচৰণ-ক্ষেত্ৰ বিচাৰি আমি উপযুক্ত ঘটনা চক্ৰৰ মাজলৈকে সোমাব লাগিব। বিশেষকৈ, দ্বিতীয় বিশ্বযুদ্ধৰ ঘটনাৱলীয়ে ভাৰতবৰ্ষৰ লগতে প্ৰান্ত প্ৰদেশ অসমতো সৃষ্টি কৰা সামাজিক-সাংস্কৃতিক বিপৰ্যয়ৰ কথা এইখিনিতে উল্লেখযোগ্য। যুদ্ধৰ প্ৰত্যক্ষ প্ৰভাৱ-দুৰ্ভিক্ষ, দুৰ্নীতি, মাৰি-মৰক, ভ্ৰষ্টাচাৰ, শঠতা-ভণ্ডামি আদি যেনেকৈ ভয়ংকৰ, তেনেকৈ ইয়াৰ পৰোক্ষ প্ৰভাৱে অসমীয়া মানুহৰ বৌদ্ধিক চেতনাৰ জগতত সৃষ্টি কৰা ফলো নৱদিগন্তসূচক হ'ল। ত্ৰিছৰ দশকলৈ সামাজিক প্ৰতিবাদৰ গল্প ৰচিত হ'ল-- জয়ন্তী, সুৰভি, আৱাহন আদি আলোচনীৰ পাতত এনে গল্পৰ পয়োভৰ হ'ল। এই প্ৰতিবাদৰ মূল আছিল পশ্চিমীয়া আৰু ভাৰতীয় মূল্যবোধৰ মাজত ঘটা প্ৰত্যক্ষ সংঘৰ্ষ। প্ৰতিবাদৰ ধ্বনি উঠিল জাতি-ধৰ্ম-বৰ্ণ বিভেদৰ বিৰুদ্ধে, অৰ্থনৈতিক শোষণ-নিষ্পেষণৰ বিৰুদ্ধে।

যুদ্ধকালীন অসমীয়া চুটিগল্পৰ দ্বিতীয় ধাৰা নিৰূপিত হৈছিল ৰাজনৈতিক চেতনাৰ দ্বাৰা। সাম্যবাদ তথা সমাজবাদী আৰ্হিৰ সমাজৰ ৰূপকল্পৰ আধাৰত ধীৰে ধীৰে অনুভূত হৈছিল সমাজবাদী বাস্তৱবাদৰ ধ্বনি, অচিৰে এই বাস্তৱবাদে দেশপ্ৰেম আৰু জাতীয় ভাৱনাৰ ৰূপ পৰিগ্ৰহণ কৰা দেখা গ'ল। এক গভীৰ ৰাষ্ট্ৰচেতনাই কম্যুনিজমৰ ভিত্তি শিথিল কৰি তুলিলে। এনে এক প্ৰখৰ আৰু সুদূৰপ্ৰসাৰী দ্বন্দ্ব ফুটি উঠিল এই সময়ৰ গল্পকাৰসকলৰ ৰচনাত। যুদ্ধৰ সময়তে এই ধাৰাৰ অন্তৰ্গত গল্পই উৎপত্তি বিকাশ আৰু পূৰ্ণতা লাভ কৰে। কিন্তু এই ধাৰা স্থায়ী নহ'ল; স্বাধীনতা লাভৰ লগে লগে ই প্ৰায় অন্তৰ্হিত হ'ল। অসমীয়া গল্প সাহিত্যত ইয়াৰ কোনো স্থায়ী চিহ্নও নাথাকিল। এইবোৰ গল্পই আজি আৰু আমাক অলপো উদ্বুদ্ধ নকৰে। একালে কম্যুনিজম, আনকালে নেশ্যনেলিজম গল্পকাৰসকলৰ এই না-জল না-থল অৱস্থাৰ বাবেই, জীৱনৰ বাস্তৱতাৰ চিত্ৰ বিকৃত আৰু আৱেগৰৰ্জিত হৈ পৰা কাৰণেই এনে হৈছে।

অতীত আৰু বৰ্তমানৰ মাজত এক স্পষ্ট সীমাৰেখা অংকন কৰিব পৰাকৈ পশ্চিমৰ জগতত যি আমূল পৰিবৰ্তনৰ সূচনা হৈছিল-- কুৰি শতিকাৰ প্ৰাৰম্ভণতে জ্ঞান-বিজ্ঞান, দৰ্শন-

প্ৰযুক্তিবিদ্যা, কলা-সংগীতৰ জৰিয়তে-- সি ইতিমধ্যে আমাৰ লেখকসকলৰ চেতনা স্পন্দিত কৰিবলৈ ধৰিছিল। প্লাংকৰ কোৱান্টাম তত্ত্ব (১৯০০), আইনষ্টাইনৰ আপেক্ষিকবাদৰ বিশেষ সূত্ৰ (১৯০৫), পিকাছ' আৰু জৰ্জ প্ৰেকৰ কিউবিজম (১৯০৮), ৰুছ বিপ্লৱৰ সূচনা (১৯০৫), ফ্ৰয়ডৰ স্বপ্ন তত্ব (১৯০০), আদি যুগান্তকাৰী চিন্তাধাৰৰ খবৰ ইংৰাজী-বঙলা কাকত-গ্ৰন্থৰ জৰিয়তে অসমৰ কাহিনীকাৰ সকলেও পালে, যুদ্ধই এই আমদানি কাৰ্য অধিক ত্বৰান্বিত কৰিলে। স্বাধীনতা লাভৰ লগে লগে আমাৰ জাতীয় জীৱনত প্ৰথমে যি এক আনন্দ উলাহৰ বতাহ্ বলিল, তাৰ ফলত আমাৰ লেখকসকল চুটিগল্পৰ ভাব-বস্তু আৰু অংগ-সুষমাৰ প্ৰতি সচেতন হ'ল। ভাব-বস্তুৰ সচেতনতাই জন্ম দিলে নব্য ৰোমান্টিক ভাবধাৰাৰ; আনহাতে, অংগ সুষমাৰ সচেতনাই তেওঁলোকক আকৰ্ষিত কৰিলে তদানীন্তন জগতৰ তিনিগৰাকী প্ৰথিতযশা গল্পকাৰ এডগাৰ এলেন পো, ম'পাছা আৰু চেকফৰ কলাকৃতিৰ প্ৰতি।

স্বাধীনোত্তৰ যুগৰ অসমীয়া গল্পৰ সামগ্ৰিক গতিধাৰা যদিও ৰিয়েলিজম আৰু পশ্চিমৰ নৱ-চেতনাৰ দ্বাৰা নিৰ্দিষ্ট, তথাপি তাত প্ৰাচীন-অৰ্বাচীন তথা আদৰ্শ-বাস্তৱৰ সংঘাতো সমুপস্থিত। এই সংঘাতে অসমীয়া গল্প-সাহিত্যত এক নতুন ৰোমান্টিক ধাৰণাহে পুনৰুজ্জীৱিত কৰিলে বুলি কোৱাৰো থল আছে। জীৱনৰ সৰ্বাধিক মৌলিক সমস্যা তথা সংগ্ৰামৰ প্ৰতিও তেওঁলোকে দৃষ্টিপাত নকৰাকৈ থকা নাই। অন্ততঃ এটা সাংঘাতিক পৰিৱৰ্তন সাধিত হ'ল প্ৰেমৰ উপলব্ধিৰ ক্ষেত্ৰত। ইমান দিনে অসমীয়া সাহিত্যত প্ৰেমৰ দিক-বিদিক নিৰূপিত কৰিছিল মধ্যযুগীয় ভক্তি-মাৰ্গেহি। এতিয়া এইখন ৰাজ্যত সংগোপনে সোমালেহি ফ্ৰয়ড, য়ুং, লৰেন্স, মোৰাভিয়া আদি। পশ্চিমৰ মাইক্ৰস্ক'পৰ সম্মুখত জীৱন-যৌৱনৰ নিৰ্মোহ বিশ্লেষণ আৰম্ভ হ'ল। সময়ৰো বিশ্লেষণ হ'ল মুহূৰ্তৰ হিচাপত। স্পেছ টাইমৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ অংশত নিৰৱচ্ছিন্ন জীৱন প্ৰবাহৰ জোখ-মাপ হ'বলৈ ধৰিলে। একপ্ৰকাৰৰ বৈজ্ঞানিক নিৰ্দিষ্টতাৰ সূচনা হ'ল গল্পৰ ভাব-বস্তু আৰু আংগিকত। কিন্তু অসমৰ জাতীয় ঐতিহ্যত এই নতুন ধ্যান-ধাৰণা জীন নিয়াব পৰাৰ কোনো সূচল নথকাত দ্বন্দ্বৰ উৎপত্তি হ'ল-- বাস্তৱ আৰু আদৰ্শৰ দ্বন্দ্ব। ফলত ৰোমান্টিক ৰিয়েলিজমৰ পছোৱাই আমাৰ গল্পকাৰসকলৰ মানসিক পৰিমণ্ডল ছানি পেলালে। সেই পছোৱাৰ বুলনি এতিয়াও আমাৰ গল্পৰ ডালে-পাতে লাগি আছে।

'আৱাহন' আলোচনীয়ে সামৰা যুগটো প্ৰধানতঃ অসমীয়া গল্প-সাহিত্যৰ বাবে যদি নান্দনিক অন্বেষণৰ যুগ, 'ৰামধেনু' আলোচনীৰ যুগটো হ'ব বাস্তৱতাৰ সন্ধানৰ যুগ। 'আৱাহন' যুগৰ গল্পত ম'পাছাঁৰ প্ৰভাৱ সৰ্বগ্ৰাসী। এই সময়তে ৰোমান্টিক প্ৰেমৰ গল্পৰ পূৰ্ণ পয়োভৰ হয়। ৰমা দাসৰ 'জাহ্নৱী' গল্পটোলৈ মনত পৰে। জটিল নাৰী চৰিত্ৰ চিত্ৰণৰ ই সুন্দৰ নমুনা। ৰমা দাসৰ আগতে বেজবৰুৱা আৰু শৰৎ চন্দ্ৰ গোস্বামীৰ গল্পত জীৱনৰ বাস্তৱতাক চিত্ৰিত কৰাৰ প্ৰয়াস লক্ষ্য কৰা যায়। এই সুঁতি আজিও নিছিগা ধাৰে বৈ আছে।

যুদ্ধোত্তৰ যুগৰ নেতৃস্থানীয় গল্পকাৰ চৈয়দ আব্দুল মালিকৰ গল্প-প্ৰতিভাৰ স্ফুৰণ ঘটিছিল যুদ্ধৰ আগতে। সাধাৰণ নৰ-নাৰীৰ জীৱনৰ সৰ্বাধিক আবেগ-অনুভূতি আৰু দ্বন্দ্ব-সমস্যাক কেন্দ্ৰ কৰি তেওঁ প্ৰচুৰ গল্প ৰচনা কৰিছে। তেওঁৰ গল্পৰ বিষয়-বস্তু ঘাইকৈ দুটা ভাগত ভগাব পাৰি-- প্ৰেম আৰু দাৰিদ্ৰ। প্ৰেমৰ ক্ষেত্ৰত তেওঁ ৰোমান্টিক, বাস্তৱতাৰ সমৰ্থক। অৱশ্যে যৌনজীৱনৰ চিত্ৰণৰ সময়ত তেওঁ দেশীয় আধ্যাত্মিক আৰু পৰম্পৰাগত সংস্কাৰৰ উপৰি মনোবৈজ্ঞানিক পৰিমণ্ডলতো প্ৰৱেশ কৰিছে। সাম্যবাদী ভাবাদৰ্শ আৰু ৰোমান্টিক বাস্তৱতাৰ যি অন্তৰ্নিহিত বিৰোধ, সি মালিকৰ দাৰিদ্ৰভিত্তিক গল্পবোৰত পৰিস্ফুত

হৈ উঠিছে। ম'পছাৰ দৰে মালিকেও এক impersonal objectivity আহৰণৰ বাবে প্ৰচেষ্টা কৰা যেন লাগে, কিন্তু সেয়া তেওঁৰ অস্থিৰতা আৰু ধৈৰ্যহীনতাৰ বাবে সম্পূৰ্ণ সম্ভৱ হোৱা নাই। সহজ-সৰল, লালিত্যপূৰ্ণ ভাষাৰে চহাজীৱনৰ দাৰিদ্ৰৰ ছবি ৰূপায়ণতে মালিকৰ মহত্ত্ব। ব্যক্তিজীৱনৰ মূল্য অসীম, ইয়াৰ ধ্বংস নাই-গভীৰ মানৱতাবাদী মালিকৰ এয়ে বিশ্বাস।

মহাসমৰৰ বিভীষিকাৰ চিত্ৰণ আৰু সংস্কাৰকামী চিন্তাধাৰাৰে গল্প ৰচনাত হাত দিয়া এগৰাকী অগ্ৰগণ্য গল্পকাৰ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই জীৱনৰ সত্য ৰূপায়িত কৰোঁতে ৰাজনৈতিক আৰু অৰ্থনৈতিক আদৰ্শৰ প্ৰেৰণাকে গ্ৰহণ কৰিছে। অৱশ্যে য'তেই তেওঁ এই প্ৰেৰণাৰে জীৱনক জুখিবলৈ অসুবিধা পাইছে ত'তেই তেওঁ আধুনিক মনোবিজ্ঞান, আধ্যাত্মিকতা আৰু নৈতিকতাৰ ধূসৰ প্ৰান্তলৈ প্ৰত্যাগমন কৰিছে। ফলত প্ৰাচ্য-জীৱনৰ যি অন্তৰ্নিহিত ধ্ৰুপদী দ্বন্দ্ব তাৰ আভাস তেওঁৰ ৰচনাত বিৰিঙি উঠিছে। জীৱনৰ সত্য আৰু অৰ্থ অন্বেষণৰ লগতে মহত্ত্বৰো সন্ধানত তেওঁৰ দৰে সাধ্য-সাধনা আজিলৈকে কোনো অসমীয়া লেখকে কৰা নাই। সহজ, সংযত আৰু আবেদনশূন্য ৰচনা-ৰীতিৰ প্ৰৱৰ্তক হিচাপেও তেওঁৰ অৱদান স্মৰণীয়। চেকফ বা ম'পাছাঁৰ দৰে তেওঁ জীৱনৰ প্ৰতি নিৰ্মোহ নহয়; এখেতৰ প্ৰতিটো গল্পৰ ভিতৰতে এটা উদ্দেশ্য বা বক্তব্য নিহিত থাকে। তেখেত বিজ্ঞান আৰু মনোবিজ্ঞানৰ পূৰ্ণ সমৰ্থক নহয়; সংশয়-অবিশ্বাস আছে। জীৱনৰ গভীৰতা আৰু ব্যাপকতাৰ মোহত পৰি তেখেতে গল্পৰ সলনি উপন্যাসকে সৃষ্টিৰ মুখ্য মাধ্যম কৰি লৈছে। অসমীয়া গল্প-সাহিত্যৰ যুদ্ধোত্তীৰ্ণ ধাৰাটোত বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ এটা স্বতন্ত্ৰ মৌলিক পৰিচয় আছে।

কৃষ্ণ ভূএগ্ৰা আৰু স্নেহ দেৱীৰ নাম একেলগে লোৱা যায়। দুয়োগৰাকীয়ে নগৰীয়া মধ্যবিত্ত জীৱনৰ স্বাভাৱিকতা আৰু অস্বাভাৱিকতাক লৈ গল্প লেখে। বৰ্ণনাভংগী সৰল। চৰিত্ৰও অজটিল। সিহঁতৰ কিবা মানসিক সংঘাত আছে যদিও নিতান্তই মনোবৈজ্ঞানিক ভিত্তিহীন আৰু সহজ। স্নেহ দেৱীয়ে পৰম্পৰাগত দৃষ্টিৰে নাৰী হৃদয়ৰ খবৰ আমাক দিছে। সমস্যাৰ সমাধানো দিছে নাৰী সুলভ বিচাৰ-বিবেচনাৰে।

সৰল, অলংকাৰশূন্য আৰু নিৰ্ভাজ অসমীয়া বাক্-ভংগীৰে গল্প ৰচনা কৰি যোগেশ দাসে আধুনিক চুটিগল্পৰ ধাৰা-প্ৰবাহত এক স্বকীয়তাৰ সংযোজন ঘটাইছে। সমাজৰ সকলো স্তৰৰ মানুহৰ জীৱনৰ ভিত্তিত তেওঁ গল্প লিখিছে। ম'পাছাঁৰ দৰেই তেওঁ detached: এই নতুন উপাদানটো আধুনিক অসমীয়া গল্পলৈ তেঁৱেই প্ৰথমে আনিলে। আনহাতে, চেকফৰ গল্পৰ চৰিত্ৰবোৰৰ দৰে তেওঁৰ গল্পৰ চৰিত্ৰবোৰেও কিবা এক কমপ্লেক্সত ভুগি থাকে। অৱশ্যে যোগেশ দাসৰ গল্পৰ চৰিত্ৰবোৰৰ এক মনোবৈজ্ঞানিক আধাৰো আছে।

অসমীয়া গল্প-সাহিত্য ফ্ৰয়ডীয় তত্ত্বৰ দ্বাৰা নিৰ্দিষ্ট জীৱন-বীক্ষাৰ সূচনা কৰা লেখকসকলৰ ভিতৰত পদ্ম বৰকটকী, হোমেন বৰগোহাঞি আৰু সদা শইকীয়াৰ নাম সৰ্বাগ্ৰে উল্লেখযোগ্য। অৱশ্যে আধুনিক যৌনজীৱনৰ বিশ্লেষণ কৰোঁতে বৰকটকী আৰু বৰগোহাঞিয়ে দুটা সুকীয়া পথ অনুসৰণ কৰা দেখা গ'ল। পদ্ম বৰকটকীয়ে ল'লে বালজাকৰ পথ-যৌন-জীৱনৰ আৰ্থিক ভিত্তি-চিত্ৰণৰ পথ, আনহাতে বৰগোহাঞিয়ে ল'লে লৰেন্স-ম'ৰাভিয়াৰ জটিল মনোবৈজ্ঞানিক বিশ্লেষণৰ পথ। আৰ্থিক দৈন্যক বৰগোহাঞিয়ে বৰকটকীৰ দৰে ব্যক্তিগত দুৰ্যোগ বুলি লোৱা নাই, ইয়াৰ গভীৰ সামাজিক কাৰ্য-কাৰণো অনুসন্ধান কৰিছে। জীৱনৰ গভীৰ, নগ্ন বাস্তৱতাক উদঙাই দেখুৱাৰ পদ্ধতিটো এই দুগৰাকী গল্পকাৰে প্ৰৱৰ্তন কৰিলে বুলিব পাৰি। আধুনিক জীৱনৰ যন্ত্ৰণা আৰু বিশৃংখলাৰ ছবি অংকনৰ

ৰীতিৰ প্ৰৱৰ্তক বৰগোহাঞিঃ— বিজ্ঞান আৰু মনোবিজ্ঞানৰ সত্যকে জীৱনৰ সত্য বুলি গ্ৰহণ কৰা প্ৰথমগৰাকী আধুনিক গল্পকাৰ। অৱশ্যে বিজ্ঞানৰ স্পেছ-টাইম অতিক্ৰমি জীৱনৰ সত্য অনুসন্ধানতো তেওঁৰ দক্ষতা অসামান্য। সৰহসংখ্যক ইউৰোপীয় গল্পকাৰৰ প্ৰভাৱৰ ফলত বৰগোহাঞিয়ে যি এক নৱতম ৰীতিৰ প্ৰৱৰ্তন কৰিছে সি অসমীয়া গল্পৰ যুদ্ধোত্তীৰ্ণ ধাৰাত এক মূল্যবান সংযোজন হিচাপে চিহ্নিত হ'বৰ যোগ্য।

সুন্দৰ কবিত্বময় ভাষাৰে আধুনিক মধ্যবিত্ত জীৱনৰ প্ৰেম-বিৰহ, আশা-নিৰাশাৰ ভিত্তিত গল্প ৰচনাৰ ধাৰা এটি আৱাহন যুগৰ পৰা আজি পৰ্যন্ত প্ৰবাহিত হৈ আছে। এই ধাৰাৰ প্ৰসিদ্ধ গল্পকাৰসকলৰ ভিতৰত চন্দ্ৰপ্ৰসাদ শইকীয়া, নিৰোদ চৌধুৰী, মামণি ৰয়ছম গোস্বামীৰ নাম বিশেষভাৱে উল্লেখযোগ্য। প্ৰেমচান্দ আৰু ৰবীন্দ্ৰ ঠাকুৰৰ দৰে জীৱনৰ বিশালতা তথা গভীৰতাৰ প্ৰতি আকৰ্ষিত শইকীয়াৰ গল্পত আবেগিক আৰু ভাৱময় বৰ্ণনা প্ৰধান। বীৰেন ভট্টাচাৰ্যৰ গল্পৰ দৰে শইকীয়াৰ গল্পতো এটা স্পষ্ট বক্তব্য থাকে। এই বক্তব্য গভীৰ জীৱনবোধ আৰু প্ৰখৰ সংস্কৃতি-চেতনাৰ দ্বাৰা নিয়ন্ত্ৰিত। মামণি ৰয়ছম গোস্বামীয়ে সম্প্ৰতি নগ্ন বাস্তৱতাৰ পথ অনুসৰণ কৰা দেখা গৈছে।

জীৱনৰ মাইক্ৰ'স্ক'পিক ডিটেইল আৰু মুহূৰ্তৰ চিত্ৰণেৰে আধুনিক অসমীয়া গল্প-সাহিত্যত ড° ভবেন্দ্ৰনাথ শইকীয়াই এটা সম্পূৰ্ণ অভিনৱ ৰীতিৰ প্ৰৱৰ্তন কৰিছে। সূক্ষ্ম পৰ্যবেক্ষণ আৰু সুন্দৰ চিত্ৰধৰ্মী ভাষা তেওঁৰ বৈশিষ্ট্য। এই বৈশিষ্ট্যই তেওঁক ৰামধেনু যুগৰ গল্পকাৰসকলৰ পৰা এক পৃথক আসনত অধিষ্ঠিত কৰাইছে। জীৱনৰ আকস্মিকতা আৰু নাটকীয়তাৰ প্ৰতি তেওঁ আকৰ্ষিত। চুটিগল্পৰ বিশালতা আৰু সীমাবদ্ধতা সম্পৰ্কেও তেওঁ সম্পূৰ্ণ অৱগত। বিশ্বৰ গল্প-সাহিত্যত চেকফ যেনেকৈ মুহূৰ্তৰ ধাৰণাক সুপ্ৰয়োগ কৰা সৰ্বশ্ৰেষ্ঠ লেখক তেনেকৈ অসমীয়া গল্প সাহিত্যতো ড° শইকীয়াই সকলোতকৈ অধিক সফলতাৰে মুহূৰ্তৰ ধাৰণাৰ প্ৰয়োগ ঘটাইছে। জীৱনৰ ঐশ্বৰ্য আৰু বহুমুখিতাৰ পয়োভৰ ঘটিছে তেওঁৰ গল্পত।

বেজবৰুৱা আৰু মহীচন্দ্ৰ বৰাই এৰি থৈ যোৱা পথেৰে আহি অসমীয়া চুটিগল্পত এক নিজস্ব ৰীতি প্ৰৱৰ্তন কৰিবলৈ সক্ষম হোৱা এগৰাকী অসামান্য মৌলিকতাসম্পন্ন গল্পকাৰ মহিম বৰা। হাস্যৰসৰ সুপ্ৰয়োগ, পৰিস্থিতি চিত্ৰণৰ দক্ষতা, আকস্মিকতা, নাটকীয়তা, কাব্যিক দৃষ্টি-ঘাইকৈ এয়ে তেওঁৰ গল্পৰ মৌলিক বৈশিষ্ট্য। তেওঁৰ গল্পত অসমৰ মাটি-পানীৰ গোন্ধ আছে। বিদেশী খবৰ তেওঁ ৰাখে; কিন্তু সিবোৰৰ পৰা তেওঁ কিবা আহৰণ কৰিছে বুলি চিনাক্ত কৰিবৰ উপায় নাই। সাৰ্থক কবিতাই দাবী কৰা মনোযোগ তেওঁৰ গল্পয়ো কৰে। যুদ্ধোত্তীৰ্ণ যুগৰ নৱতম ধাৰাটোৰ ধাৰক আৰু বাহক বৰাৰ গল্পই বৰ্তমান জেনেৰেশ্যনকো প্ৰভাৱিত কৰিছে। মহিম বৰাক অসমীয়া গল্প-সাহিত্যৰ শ্বাৰ্উড এণ্ডাৰ্ছন বুলিবও পাৰি।

চুটিগল্পৰ বিদ্যায়তনিক সংজ্ঞা আৰু লক্ষণৰ প্ৰতি বিশেষভাৱে সচেতন সৌৰভ কুমাৰ চলিহাই অসমীয়া গল্প-সাহিত্যৰ অন্য এক অভিনৱ ৰীতিৰ সূচনা কৰিছে। গভীৰ মননধৰ্মী লেখক শ্ৰীচলিহাৰ ভাষা আৰু বৰ্ণনা ভংগীও অভিনৱ। পশ্চিমৰ জ্ঞান-বিজ্ঞানৰ সাৰ্থক প্ৰয়োগ ঘটিছে তেওঁৰ গল্পত। বিজ্ঞানৰ প্ৰতি তেওঁ যেনেদৰে আকৰ্ষিত, সংগীতৰ প্ৰতিও সিমানে সংবেদনশীল। আধুনিক জীৱনৰ জটিলতা আৰু মনৰ বিশৃংখল ক্ৰিয়া-কাণ্ডই তেওঁৰ গল্পত মুখ্য স্থান পাইছে। ৰামধেনু যুগত প্ৰচলিত চেকফ-ম'পাছাঁৰ ৰীতিৰ পৰা সম্পূৰ্ণভাৱে আঁতৰি আহি জেমছ জইছ, কাফকা, এডগাৰ এলেন পো আৰু হেমিংৱেৰ সমন্বিত ব্যঞ্জনা চলিহাৰ গল্পত একত্ৰে ফুটাই তুলিছে। অসমীয়া গল্প-সাহিত্যলৈ একধৰণৰ 'ফেশ্যনেবল ছিনিছিজম্'

আৰু ছেডিষ্টিক সুৰো তেৱেঁই আমদানি কৰিলে। চলিহাৰ প্ৰভাৱ পিছৰ জেনেৰেশ্যনত নগেন শইকীয়াৰ গল্প প্ৰকাশ পাইছে। অৱশ্যে নগেন শইকীয়াই হোমেন বৰগোহাঞিৰ দৰে অস্তিত্ববাদকো অনুসৰণ কৰিছে। একে প্ৰসংগতে অপূৰ্ব শৰ্মাৰ নামো লোৱা যায়। তেওঁৰ গল্পত ইহুদী-মাৰ্কিন গল্পকাৰসকলৰ দৰে আত্মজৈৱনিক আৰু লিৰিকেল সুৰ শুনা যায়। এই সুৰ আমাৰ গল্পত নতুন। সৰ্বাধিক জৈৱিক ক্ষুধাৰ গুৰুত্ব শ্ৰীশৰ্মাৰ চিন্তাত প্ৰধান। ফেন্টাছিৰ প্ৰতিও তেওঁৰ প্ৰৱণতা লক্ষ্য কৰা যায়।

গ্ৰাম্য জীৱনৰ সমস্যা আৰু জৈৱিক কামনা-বাসনাৰ ভিত্তিত ডঃ লক্ষ্মীনন্দন বৰাই গল্প লিখি অসমীয়া গল্প-সাহিত্যত এখন সুকীয়া স্থান অধিকাৰ কৰিছে। মহাসমৰৰ পিছৰ অসমীয়া সমাজত বিয়পি পৰা নৈতিক বিশৃংখলা আৰু ব্যভিচাৰৰো তেওঁ সুদক্ষ ৰূপকাৰ। এই ৰীতিৰ গল্পৰ সংখ্যা ৰামধেনু যুগত সৰহ; কিন্তু বৰাৰ কৃতকাৰ্যতা অনন্য। নগৰীয়া জীৱনৰ পটভূমিতো তেওঁ বহুত গল্প লিখিছে। অসমৰ গ্ৰাম্য জীৱনৰ চিৰন্তন হাঁহি-কান্দোনৰ জৰিয়তে বিশ্বমানৱৰ হৃদয়লৈ জুমি চাবলৈ তেওঁ প্ৰচেষ্টা চলাইছে।

বুৰঞ্জী আৰু ফেন্টাছী এয়ে কাহিনী-কলাৰ দুই বিপৰীত শীৰ্ষ বিন্দু; ৰিয়েলিজম আৰু ৰোমাঞ্চৰ অৱস্থান মধ্যৱৰ্তী, বাস্তৱতাৰ প্ৰৱণতা বুৰঞ্জীৰ প্ৰতি; আনহাতে ৰোমাঞ্চৰ প্ৰৱণতা ফেন্টাছীৰ প্ৰতি। প্ৰকৃততে সকলো মহৎ সৃষ্টিয়েই ৰিয়েলিজম আৰু ৰোমাঞ্চৰ সুসমন্বিত প্ৰকাশ নহৈ নোৱাৰে। চুটিগল্পৰ ক্ষেত্ৰতো সেই কথা প্ৰযোজ্য। চুটি গল্পৰ 'আধুনিকতা'ও ইয়াৰেই ফলশ্ৰুতি, এই অৰ্থত চাবলৈ গ'লে, অসমীয়া চুটিগল্পত আধুনিকতাৰ প্ৰথম লহৰ উঠিছিল ৰামধেনু যুগত আৰু বিংশ শতকৰ সপ্তম দশকত। এই দুটা লহৰতে অসমীয়া গল্পৰ নতুনত্ব আৰু বৈশিষ্ট্য স্পষ্ট হৈ আছে। অসমীয়া গল্পৰ গতিধাৰাও এই দুটা পৰ্যায়ৰ দ্বাৰা নিৰ্দিষ্ট।OO

# চাহ-জনজাতিৰ অসমীয়া ভাষা-সাহিত্যলৈ অৱদান

ড° ভীমকান্ত বৰুৱা

অসম ভালেমান জনগোষ্ঠীৰ মিলনভূমি। কোনোবা অজ্ঞান দিনতেই এই জনগোষ্ঠীবোৰৰ কাৰোবাৰ পূৰ্বপুৰুষ হয়তো গিৰিপথেদি আৰু কাৰোবাৰ নদীপথেদি বৰ্তমানৰ অসম নামৰ ভূমিখণ্ডত প্ৰৱেশ কৰিছিলহি। কিয়নো সেইসময়তো অসমলৈ প্ৰব্ৰজনৰ পথ চাৰিওপিনৰ পৰা আছিল। পশ্চিমে ব্ৰহ্মপুত্ৰ আৰু গঙ্গা উপত্যকাৰ পথেদি ককেছীয়সকল বিভিন্ন সময়ত অসমলৈ প্ৰৱেশ কৰিছিল। অসমৰ উত্তৰ-পূব দিশত থকা পাটকাই পৰ্বতৰ মাজৰ গিৰিপথবোৰেদি মংগোলীয় লোকসকলৰ প্ৰব্ৰজন ঘটিছিল। তদুপৰি উত্তৰ দিশত পশ্চিম কোণেৰে তিব্বত, নেপাল আৰু ভূটানৰ পৰা তাত থকা গিৰিপথবোৰ মংগোলীয় লোকসকলে ব্যৱহাৰ কৰিছিল। আনপিনে দক্ষিণ-পূবৰ গিৰিপথবোৰে অসমক ম্যানমাৰ আৰু দক্ষিণ-পূব এছিয়াৰ লগত সংযোগ কৰিছে। সময়ে সময়ে বিভিন্ন ধৰণৰ জনগোষ্ঠী এইবোৰ পথেদি অসমলৈ প্ৰৱেশ কৰিছিল আৰু তাৰ সমাহাৰতেই এটা সময়ত বৃহৎ অসমীয়া জাতি আৰু অসমীয়া সংস্কৃতি গঢ় লৈ উঠে। সমগ্ৰ অসমত থকা নদীৰ নাম, ঠাইৰ নাম বা আন আন প্ৰাকৃতিক বস্তুৰ বা জীৱ আৰু জড় বস্তুৰ নামে আজিও তাহানিৰ জনস্ৰোতৰ ইতিহাস বহন কৰি আছে। উদাহৰণস্বৰূপে নামৰ আগত 'দি' থকা নদীৰ নামবোৰ বড়োমূলীয় বুলি পণ্ডিতসকলে থিৰাং কৰিছে। তেনে কিছুমান নদীৰ নাম যেনে— দিবং, দিহং, দিচাং, দিক্রং, দিখৌ, ডিগাৰু আদি। বড়োভাষাত পানীবাচক শব্দ হ'ল 'দি'। ঠিক তেনেকৈ 'নাম' শব্দৰে আৰম্ভ হোৱা নদীৰ নামবোৰে শ্যাম-চীনীয় আহোমসকলৰে ইতিহাস বহন কৰি আছে। আহোম ভাষাত 'নাম' পানীবাচক শব্দ। তেনে কেইখনমান নদীৰ নাম যেনে— নামডাং, নামচাং, নামৰূপ, নামচাই আদি। উল্লেখযোগ্য যে এই নদীৰ নামবোৰে আকৌ পিছলৈ সম্প্ৰসাৰিত হৈ ঠাইডোখৰকো বুজাবলৈ ল'লে। ইপিনে হাজো, হাকামা, বিহামপুৰ, দিছপুৰ আদি ঠাইৰ নামবিলাকে বড়োসকলৰ ইতিহাসকেই বহন কৰি থকাৰ কথা ভবাই তোলে। একেদৰেই কমতা, চামতা, বকতা, চাপতগ্ৰাম, তিপাম, টিয়ক, টিহু, টিৰাপ আদি ঠাইৰ নামবোৰ অষ্ট্ৰিকসকলৰ বুলি ভাবিবৰ থল যথেষ্ট আছে। শোণিতপুৰ, তেজপুৰ, নাৰায়ণপুৰ, গহপুৰ, ঢলপুৰ, কামপুৰ, লক্ষীমপুৰ, বিহপুৰীয়া আদি ঠাইৰ নামবোৰে আকৌ আৰ্য সংস্কৃতিৰ ঐতিহ্য বহন কৰিছে। উল্লেখিত কথাখিনিৰ পৰা এটা কথা স্পষ্ট হয় যে অষ্ট্ৰ'-এচিয়াটিক উপাদান আৰু এক বৈচিত্ৰময় সামাজিক-আধ্যাত্মিক মিশ্ৰণ গঢ়ি উঠাত সহায় কৰা আলপাইন আৰ্ট-তিব্বত-চীনীয় উপাদানৰ সমাহাৰে অসমীয়া সংস্কৃতিৰ বুনিয়াদ ৰচনা কৰিছে। এই বৃহৎ অসমীয়া সংস্কৃতিৰ শেহতীয়াভাৱে অংশীদাৰ হ'লহি আজিৰ পৰা প্ৰায় দুশ বছৰ পূৰ্বে অসমলৈ অহা চাহ-বাগিছাৰ জনজাতিসকল আৰু বাগিছাৰ আশে-পাশে 'বস্তী' পাতি বসবাস কৰা চাহবাগিছাৰ প্ৰাক্তন মজদুৰসকল। অষ্ট্ৰিক পৰিয়ালৰ বিভিন্ন ভাষা-ভাষী এই লোকসকলক সচৰাচৰ চাহ-মজদুৰ বা চাহ-শ্ৰমিক বুলি জনা যায়, যদিও আজিকালি চাহ

জনজাতি শব্দটো বহুলকৈ ব্যৱহৃত হ'বলৈ ধৰিছে।

উনৈশ শতিকাৰ আগভাগত অসমত চাহখেতি কৰিবৰ কাৰণে, যেতিয়া পৰিশ্ৰমী বনুৱা মানুহৰ দৰকাৰ হৈছিল তেতিয়া অসমৰ থলুৱা মানুহ সেই কামৰ বাবে উৎসাহিত হোৱা নাছিল। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ১৮৩৯ চনত চীনদেশৰ চাহৰ সঁচ ব্যৱহাৰ কৰি ডিব্ৰুগড় জিলাৰ চাবুৱাত প্ৰথম চাহখেতি আৰম্ভ কৰে। তাৰ পিছত ই জয়পুৰলৈ সম্প্ৰসাৰিত হয়। ১৮৩৯ চনৰ জুন মাহত Asiatic Society আলোচনীত প্ৰকাশ পোৱা মিঃ ছি. এ. ব্ৰুছৰ Jaipur in Assam প্ৰবন্ধত ইয়াৰ বহুল বিৱৰণ আছে। সেই সময়ত মিঃ ছি. এ ব্ৰুছ চাহাবে থলুৱা বনুৱা লোকৰ অভাৱত অসমৰ বাহিৰৰ পৰা বনুৱা অনাৰ মত পোষণ কৰে। তাৰপিছত ১৮৪১ খ্ৰীঃত 'আসাম টি কোম্পানী'য়ে ছোটনাগপুৰৰ পৰা বনুৱা অনাৰ চেষ্টা কৰিছিল যদিও কলেৰা মহামাৰীৰ বাবে সি সম্ভৱ নহ'ল। কিন্তু ১৮৪৯ খ্ৰীঃত ছোটনাগপুৰ, গাজীপুৰ, বাৰানসী আৰু বিহাৰৰ পৰা চাৰিশ বনুৱা কাছাৰলৈ অনা হয়। ইয়াৰ পৰৱৰ্ত্তী কালছোৱাত 'টি ডিষ্ট্ৰিক্ট লেবাৰ এচোচিয়েচন' বনুৱা আমদানি কৰা কামত নিয়োজিত হয়। এই সংস্থাটোৱে পৰ্যায়ক্ৰমে আৰকাঠিয়া আৰু গিৰ্‌মিটিয়া পদ্ধতিৰে বনুৱা আমদানি কৰে। অৱশ্যে ১৯৫৭ চনত বনুৱা চালানৰ কাম বন্ধ কৰি দিয়া হয়। চাহ-বাগিছাৰ সংৰক্ষিত হিচাপ অনুসৰি সম্প্ৰতি চাহ-মজদুৰৰ সংখ্যা বাঢ়ি গৈ ত্ৰিশলাখৰো অধিক হৈছেগৈ। প্ৰাক্তন চাহ-মজদুৰৰ হিচাপ ধৰিলে ইয়াৰ সংখ্যা অধিক বাঢ়িব। বিভিন্ন প্ৰলোভনেৰে অসমলৈ আমদানি কৰা চাহ-বাগিছাৰ মানুহখিনিৰ মাজত প্ৰায় এশৰ ওচৰা-ওচৰি জাতি-উপজাতি পোৱা যায়। তাৰে কিছুমান হ'ল কটোৱাল, কুৰ্মী, কোল, খাড়িয়া, খদাল, গঁড, গোৱালী, ঘাটোৱাৰ, ঘাঁছি, চাঁওৰা, চাওঁতাল, চমাৰ, শবৰ, তাছা, তাঁতী, তেলি, তেলেঙ্গা, নাপিত, ধানোৱাৰ, পৰ্‌জা, বৰাইক, বাউৰী, বাগ্‌তি, বাইগা, বনীয়া, ভূমিজ, ভুঁইয়া, মালা, মুণ্ডা, মিৰধা, মালী, মাহাস্তি, হাৰী, উৰাং ইত্যাদি। অসমৰ লক্ষীমপুৰ, ডিব্ৰুগড়, শিৱসাগৰ, শোণিতপুৰ, নগাওঁ, গোৱালপাৰা, কামৰূপ আৰু কাছাৰ জিলাৰ কমেও আঠশ আঠচল্লিশখন বাগিছাত বসবাস কৰা চাহ-জনজাতি লোকসকল শিক্ষা-দীক্ষা, অৰ্থনৈতিক আদি বিভিন্ন দিশত তেনেই পিছপৰা। তেওঁলোকে পৰম্পৰাগত টুচু, কৰম আদি পূজা পাতিলেও অসমীয়া সংস্কৃতিৰ বিহু উৎসৱৰ আনন্দ উপভোগ কৰি ইয়াৰ লগতে মিলি যোৱাৰ উপক্ৰম কৰিছে। বহাগ বিহুত গো-সেবা কৰা আৰু হুচৰি গোৱাৰ দৰেই চাহ-জনজাতি লোকসকলৰ সঁহৰাই পৰবত গো-সেবা কৰা আৰু হুচৰিৰ দৰে 'জাহলি' গোৱাটো নিয়ম।

চাহ-জনজাতি লোকসকল অসমলৈ আহোতে তেওঁলোকৰ লগত অষ্ট্ৰিক পৰিয়ালৰ চাদানী, খৰঠা, উড়ীয়া, চাওঁতাল, মুণ্ডা আদি ভাষাবোৰ মুখত লৈ আহে যদিও বিভিন্ন ভাষা সামাজিক কাৰণবশতঃ সময়ত সিবোৰৰ ৰূপ সলনি হ'ল আৰু অসমীয়া ভাষাৰ লগত মিলি গ'ল। তেওঁলোকৰ মূল ভাষাবোৰৰ কিয়দাংশ আৰু অসমীয়া ভাষাৰ শব্দ আৰু বাক্যগাঁথনি লৈ অসমীয়া ভাষাৰে এটি সৰল ৰূপ সৃষ্টি হ'ল যাক 'বাগানীয়া অসমীয়া' বা 'চাহ-অসমীয়া' ভাষা বুলি ক'ব পাৰি। তেওঁলোকে লগত লৈ অহা সেই মূল ভাষাবোৰ বয়সীয়াল লোকসকলৰ মুখত জীয়াই থাকিলেও নতুন চামটোৰ মাজত আজি হেৰাই গৈছে আৰু নতুন চামটোৱে অসমীয়া ভাষাৰে কথা-বতৰা কৈ অসমীয়া ভাষাৰে লিখা-পঢ়া শিকি অসমীয়া ভাষা সাহিত্যৰ জ্ঞান আহৰণ কৰি বৃহৎ অসমীয়া জাতিৰ অংশীদাৰ হৈছে। তেওঁলোকে কোৱা অসমীয়া ভাষাত যেনিবা 'এইপিনেই থাকিবি' (অৰ্থাৎ ইয়াতেই থাকিবি), 'পানী ডককাই খাবি' (অৰ্থাৎ পানী তপতাই খাবি)— এইবোৰৰ দৰে এটা ৰূপ আছে। অসমীয়া

ভাষাত শাক বুটলিছে, চাহপাত ছিঙিছে বাক্যবোৰ যথাক্ৰমে চাহ-জনজাতিসকলে শাক তুলিছে, পাত তুলিছে বুলি উল্লেখ কৰিব। ব্যাকৰণৰ ৰূপ আৰু বাক্যগঠনৰ দিশৰ পৰা চালে ই অসমীয়া ভাষাৰে এটি সৰল ৰূপ বুলি আখ্যা দিব পাৰি। এইখিনিতে এই কথাও উল্লেখযোগ্য যে চাহ-জনজাতিৰ পৰা অসমীয়া ভাষালৈও কিছুমান শব্দ নহা নহয়। উদাহৰণস্বৰূপে হায়ৰান, ঝাড়ু, মাথা, গিৰি যোৱা, দুবলা পৰা, ৰাস্তা আদি শব্দ বিলাক আঙুলিয়াব পাৰি।

চাহ-জনজাতিসকলে শ্ৰমৰ ভিতৰত চাহ-উদ্যোগৰ জৰিয়তে অসমৰ অৰ্থনৈতিক অৱস্থাই যে টনকিয়াল কৰিছে এনে নহয়। শিক্ষা-দীক্ষা লোৱা ভালেকেইজন চাহ-জনজাতি লোকে অসমীয়া ভাষা-সাহিত্য চৰ্চা কৰি অসমীয়া সাহিত্য জগতলৈও অৰিহণা আগবঢ়াইছে। তেওঁলোকে শুধ অসমীয়া ভাষাৰ জৰিয়তে গ্ৰন্থ ৰচনা কৰি সাহিত্য চৰ্চা কৰাটো উল্লেখযোগ্য কথা। অসমীয়া সাহিত্যৰ ভঁৰাললৈ অৰিহণা আগবঢ়োৱা তেনে কেইজনমান চাহ-জনজাতিৰ লেখক হ'ল– মেঘৰাজ কৰ্মকাৰ, নাৰায়ণ ঘাটোৱাৰ, দেউৰাম তাছা, সুশীল কুৰ্মী, গণেশ চন্দ্ৰ কুৰ্মী, প্ৰহ্লাদ চন্দ্ৰ তাছা, প্ৰাণেশ্বৰ লোমগা, ডিম্বেশ্বৰ তাছা; মাঞ্চাৰাম পাটোৱাৰী, সনন্ত তাঁতী, ধনীৰাম তাঁতী, সমীৰ তাঁতী, দিলেশ্বৰ তাঁতী, হৰিচৰণ কুৰ্মী, গইন্দা উৰাং, গৌৰ মাহাতো আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ডিব্ৰুগড় নগৰৰ সমীপতে থকা জামিৰা চহবাগিছাত বসবাস কৰা কৃৰ্তি শিক্ষক মেঘৰাজ কৰ্মকাৰৰ পিতৃপুৰুষো বিহাৰৰ পৰা আৰ্কাঠিয়া চালানত আহিছিল যদিও অসমৰ মাটি-পানী, জলবায়ু সেৱন কৰি কৰ্মকাৰ হৈ পৰিল তেনেই অসমীয়া। চাহবাগিছাৰ জনজাতিসকলৰ মাজত দেখা সামাজিক আৰু সাংস্কৃতিক জীৱন সম্পৰ্কে তেখেতে অসমীয়া ভাষাত কেইবাখনো মূল্যৱান গ্ৰন্থ ৰচনা কৰি থৈ গৈছে। কৰ্মকাৰৰ প্ৰকাশিত তেনে গ্ৰন্থ কেইখনমান হ'ল-- শালুক বচন, খেলি-মেলি, পান্কে ভাঁটি, দশভূজা দুৰ্গামাতা, কৰম একাদশী, সহঁৰাই পৰব। 'শালুক বচন' পুথিখন চাহ জনজাতি লোকসকলৰ মাজত প্ৰচলিত ফকৰা যোজনাৰ সংকলন। যুগ যুগ ধৰি চাহ জনজাতিসকলৰ মাজত প্ৰচলিত হৈ অহা প্ৰবাদ প্ৰবচনবোৰ 'শালুক বচন'ত সান্নিবিষ্ট হৈছে। তেনেকৈ নাৰায়ণ ঘাটোৱাৰৰ 'ঝুমুৰ গীতৰ মাজেদি বনুৱাৰ জীৱনত এভুমুকি', চাহ-বনুৱাৰ 'সাংস্কৃতিক জীৱনত এভুমুকি', আৰু দেউৰাম তাছাৰ 'চাহ বনুৱাৰ মাজত প্ৰচলিত সাধুকথা', 'চাহবাগিছৰ ভাঙনি কহনি', 'চাহ বাগিছাৰ পুৰাণ কাব্য', 'চাহ বাগিছাৰ লোকগীতত খাদ্য সম্ভাৰ', 'চাহ বাগিছাৰ কুইজ' উল্লেখযোগ্য গ্ৰন্থ। তেনেকৈ সুশীল কুৰ্মীৰ 'টুচু গীতৰ মাজে মাজে', 'চাহ মজদুৰ লোকগীত', 'কৰম পূজা আৰু ঝুমইৰ গীত' আৰু গণেশ চন্দ্ৰ কুৰ্মীৰ 'উড়ে গেল্লা ফুল', 'কুৰ্মী ক্ষত্ৰিয় জাতিৰ পৰিচয়', 'চাহ জনগোষ্ঠীৰ লোকসংস্কৃতিৰ এক ঝলক' উল্লেখযোগ্য প্ৰকাশিত পুথি। এইখিনিতে উল্লেখ কৰিব পাৰি যে চাহ বাগিছাৰ জাতি-জনজাতিসকলৰ সামাজিক সাংস্কৃতিক জীৱনটোৰ পৰিচয় দিব পৰা বিষয়হে তেওঁলোকৰ গ্ৰন্থবিলাকৰ মাজত প্ৰধানকৈ স্থান দিছে। এনে ধৰণৰ গ্ৰন্থ ৰচনা কৰা আৰু দুজনমান চাহ জনজাতিৰ লেখক হ'ল 'চাহ মজদুৰৰ মাজত প্ৰচলিত সাধুকথা'ৰ লেখক ডিম্বেশ্বৰ তাছা, 'ঝুমুইৰ গীতৰ মাজে মাজে'ৰ লেখক দিলেশ্বৰ তাঁতী। তদুপৰি 'প্ৰতিবন্ধক' উপন্যাসৰ লেখক প্ৰাণেশ্বৰ লোমগা', আৰু 'ডমকচ'ৰ গইন্দা উৰাঙেও অসমীয়া সাহিত্যলৈ বৰঙণি যোগাইছে।

সাম্প্ৰতিক কালত কবি হিচাপে খ্যাতি লাভ কৰা অসমীয়া কবিসকলৰ ভিতৰত সনন্ত তাঁতী আৰু হৰিচৰণ কুৰ্মীৰ নাম বিশেষভাৱে উল্লেখযোগ্য। অসমীয়া সাহিত্যৰ কবিতাৰ জগতখনলৈ চাহ জনজাতিৰ এই কবিকেইজনে কেইবাখনো কবিতা পুথিৰ উপহাৰ আগবঢ়াইছে। সনন্ত তাঁতীৰ 'উজ্বল নক্ষত্ৰৰ সন্ধানত', 'নিজৰ বিৰুদ্ধে শেষ প্ৰস্তাব', সমীৰ

তাঁতীৰ 'যুদ্ধভূমিৰ কবিতা', ধনীৰাম তাঁতীৰ 'এচাটি পোহৰ' আৰু হৰিচৰণ কুৰ্মীৰ 'মাদল'লৈ এই প্ৰসঙ্গতে আঙুলিয়াব পাৰি। তেনেকৈ প্ৰহ্লাদ চন্দ্ৰ তাছাৰ 'শতাব্দীৰ অৰ্ঘ' কবিতা পুথি অসমীয়া কবিতাৰ জগতলৈ এক অনবদ্য উপহাৰ। এইসকলৰ উপৰি সাম্প্ৰতিক কালত চাহবাগিছাৰ ভালেকেইগৰাকী নবীন লেখক-লেখিকাই আলোচনী, বাতৰি কাকতৰ পাতত অসমীয়া সাহিত্য চৰ্চাৰে আত্মপ্ৰকাশ কৰিছে। তেওঁলোকৰ মাজত প্ৰতিশ্ৰুতিসম্পন্ন লেখকো নথকা নহয়। তেওঁলোকৰ নিৰবিচ্ছিন্ন, আশাশুধীয়া এনে প্ৰচেষ্টাই সময়ত প্ৰতিষ্ঠিত লেখক কৰি তুলিব বুলি আমাৰ ধাৰণা। এইখিনি আলোচনাৰ পৰা দেখা গৈছে অসমীয়া সাহিত্য-সংস্কৃতিলৈ চাহ জনজাতিসকলৰ ভালেমান অৱদান আছে। যিবোৰৰ পূৰ্ণ মূল্যায়ন হোৱা দৰকাৰ।○○

# প্ৰাচীন কবিৰ বসন্ত-বন্দনা

## ড° মালিনী গোস্বামী

সভ্যতাৰ প্ৰস্তুতি পৰ্বত প্ৰকৃতি আছিল মানৱৰ জীৱন পথৰ উদ্যোক্তা। জীৱন ধাৰণৰ সকলো সম্বল মানুহে প্ৰকৃতিৰ পৰা আহৰণ কৰিছিল আৰু প্ৰকৃতিৰ বদান্যতাত তেওঁলোক কৃতজ্ঞ হৈ পৰিছিল। বজ্ৰপাত, ধুমুহা, গাজনিৰে নামি অহা মুষলধাৰ বৰষুণ, বানপানী, বনজুই আদিত প্ৰকৃতিৰ সংহাৰকাৰী ৰূপ দেখি কেতিয়াবা তেওঁলোক ভয়ত বিতত হৈছিল। ভয় আৰু ত্ৰাসত পৰি স্তৱ-স্তুতিৰে প্ৰকৃতিৰ উগ্ৰশক্তিক সন্তুষ্ট কৰিবলৈ চেষ্টা কৰিছিল। তদুপৰি তেওঁলোকে উষাৰ আকাশ দেখিছিল, সূৰ্যোদয় আৰু চন্দ্ৰোদয় দেখিছিল, মূৰৰ ওপৰত নিশাৰ তৰাভৰা আকাশ, বিভিন্ন ভংগীমাৰ সুউচ্চ পাহাৰ, বিভিন্ন গতিত চন্দায়িত নদী, জান-জুৰি, ৰঙীন ফুল দেখিছিল আৰু পশু-পক্ষীৰ আচৰণ আৰু মাত-কথা নিৰীক্ষণ কৰিছিল। বিভিন্ন সময়ত প্ৰকৃতিৰ বুকুত বিভিন্ন ৰূপৰ আড়ম্বৰ দেখি আশ্বৰ্যান্বিত হৈ পৰিছিল আৰু এনেকৈয়ে কৈতিয়াবা ভয়ত, ঔৎসুক্যত, আশ্চৰ্যত, কেতিয়াবা আনন্দত আৰু কৃতজ্ঞতাত আদি যুগৰ কবিসকলে বিভোৰ হৈ প্ৰকৃতিক উপভোগ কৰিছিল আৰু নিৰীক্ষণ কৰিছিল। প্ৰকৃতিৰ প্ৰেৰণাতে তেওঁলোকৰ উপলব্ধি কবিতাৰ মাজেৰে তুলি ধৰিছিল। সেয়েহে ভাৰতীয় কবিৰ আদিতম সৃষ্টি ঋগ্বেদত প্ৰকৃতিৰ বন্দনাই অগ্ৰণী স্থান লাভ কৰিছে।

প্ৰকৃতিৰ প্ৰধান আকৰ্ষণীয় বৈশিষ্ট্য হৈছে ইয়াৰ পৰিবৰ্ত্তনশীল ৰূপ। প্ৰকৃতি যদি সদায় একেৰূপতে থাকিলহেঁতেন মানুহে প্ৰকৃতিৰ বিষয়ে ইমান ঔৎসুক নহ'লহেঁতেন আৰু প্ৰকৃতিৰ বুকুত বৈচিত্ৰ্য বিচাৰি নাপালেহেঁতেন। ঋতুৱে ঋতুৱে প্ৰকৃতিৰ পৰিবৰ্ত্তনে সময়ৰ অগ্ৰগতিৰ কথা সূচাই যায় আৰু জীৱনৰ গতিশীলতাৰ কথা সকীয়াই যায়।

ঋতুৰ পৰিবৰ্ত্তন পৃথিৱীৰ সকলো ঠাইতে একে সময়তে নহয় আৰু পৰিবৰ্ত্তনৰ স্বৰূপো একে নহয়। ক'ৰবাত বসন্ত, গ্ৰীষ্ম, শৰৎ, শীত আৰু ক'ৰবাত কেৱল গ্ৰীষ্ম আৰু শীত। স্থান বিশেষত উচ্চতা, সাগৰৰ সমীপৱৰ্ত্তী অৱস্থান আৰু ভূগোলৰ ওপৰত স্থান বিশেষৰ অৱস্থিতি বিন্দুলৈয়ো ঋতু পৰিৱৰ্ত্তনৰ স্বৰূপ পৃথক পৃথক হ'ব পাৰে। ভাৰতবৰ্ষৰ বৃহৎ ভূখণ্ডত অত্যুচ্চ পৰ্বত, বিস্তীৰ্ণ সমভূমি, প্ৰশস্ত মৰুভূমি, নাতি গভীৰ জলাহভূমি, অতি গভীৰ হ্ৰদ-সৰোবৰ, ঘন অৰণ্যাদি, সুদীৰ্ঘ সমুদ্ৰ-উপকুল আদিৰ উপৰি সৰু-বৰ জান-জুৰি, নদ-নদী আৰু ওখ-চাপৰ, ভূ-গঠন আদি বিভিন্ন প্ৰকৃতিৰ বাবে এই দেশত ঋতু বৈচিত্ৰ্যও লক্ষণীয়। বিষুৱীয় আৰু ক্ৰান্তীয় এই দুয়োবিধ জলবায়ুৰ প্ৰভাৱত ভাৰতৰ উত্তৰাপথ আৰু দক্ষিণাবৰ্ত্তত ঋতু পৰিৱৰ্ত্তনৰ স্বৰূপো বৈচিত্ৰ্যপূৰ্ণ। ভাৰতত প্ৰাদুৰ্ভাৱ হোৱা ছয়টা ঋতুৰ সুকীয়া সুকীয়া স্বৰূপে প্ৰাচীন কালৰে পৰা কবি-শিল্পীৰ মনোযোগ আকৰ্ষণ কৰি আহিছে আৰু সেয়ে ইয়াৰ সাহিত্য-শিল্পত ঋতু বৈচিত্ৰ্যই বিভিন্ন ধৰণে প্ৰকাশ লাভ কৰিছে। গ্ৰীষ্ম, বৰ্ষা, শৰৎ, হেমন্ত, শীত আৰু বসন্ত— ভাৰতৰ জলবায়ুত প্ৰভাৱ পেলোৱা এই ছয়টা ঋতুৰ ভিতৰতে বসন্ত ঋতুক সৰ্বাগ্ৰ স্থান দিয়া হৈছে। ইয়াক ঋতুৰাজ বুলিও কোৱা হৈছে। প্ৰাচীন কালৰে পৰা শিল্প-সাহিত্যত বসন্ত ঋতুৱে বিভিন্ন ৰূপত প্ৰকাশ লাভ কৰিছে।

আনুমানিক খৃষ্টপূৰ্ব দুহেজাৰ অব্দত ৰচিত বাল্মীকিৰ ৰামায়ণৰ পৰা দ্বাদশ শতিকাৰ শ্ৰীহৰ্ষৰ নৈষধচৰিতলৈকে অনেক কাৰ্যত বসন্তৰ বৰ্ণনা পোৱা যায়। আঁক লক্ষ্য কৰা যায় এই

সকলোবোৰ বৰ্ণনাতে বসন্তসজ্জাৰ প্ৰধান উপাদানবোৰ হ'ল তামবৰণীয়া নতুন কুঁহিপাত, বনকুসুমৰ বৰ্ণাঢ্য সম্ভাৰ, আমগছ, আমৰ মল, কোকিল ৰব, ভ্ৰমৰ গুঞ্জন, গন্ধৰ্ব গীত, কিংশুক আৰু বাৰ্ণিকাৰ ফুলেৰে ভৰা আৰণ্যানি, চঞ্চলা যুৱতীৰ পদাঘাতত প্ৰস্ফুটিত অশোক উদ্যান, উত্তৰায়ণমুখী সূৰ্য, নতুন গৰমৰ অনুভৱ, ঘামৰ কণিকা ইত্যাদি। সকলোবোৰ প্ৰাচীন ভাৰতীয় কবিৰ বসন্ত বৰ্ণনাত পখিলা নাই, বৰদৈচিলা নাই, ধুমুহা-গাজনিৰে নামি অহা প্ৰাক্‌বৰ্ষাৰ প্ৰথমজাক বৰষুণৰ কথা নাই। বৰহমথুৰি আৰু জেতুকাৰ কথাটো নায়েই, নতুন বছৰৰ চেনেহ উপহাৰ বিহুৱানৰ কথাও নাই। তাৰ সলনি প্ৰাচীন ভাৰতীয় সাহিত্যৰ বসন্ত বৰ্ণনাত বহুলভাৱে চিত্ৰিত হৈছে নাৰী-পুৰুষৰ আসঙ্গ লিপ্সা। উৰ্বৰা পৃথিৱী আৰু সৃষ্টি-উন্মুখ জীৱ-জগতৰ ওপৰত বসন্ত ঋতুৰ প্ৰভাৱক ভাৰতীয় কবিসাহিত্যিকসকলে বৰ সূক্ষ্মভাৱে নিৰীক্ষণ কৰিছিল। বিভিন্ন ঋতুৰ প্ৰভাৱত প্ৰকৃতি জগতত ঘটা পৰিৱৰ্ত্তনসমূহ আৰু জীৱজগতত তাৰ প্ৰতিক্ৰিয়াসমূহ সাৰ্থকভাৱে কবিতাত উদঘাটন কৰি গৈছে। আৰু তেনে দৃষ্টিভংগীৰে বসন্ত ঋতুৰো পৰ্যবেক্ষণ কবিয়ে কাব্যিক ভাষাৰে আগবঢ়াই গৈছে।

প্ৰাচীন ভাৰতীয় সাহিত্যৰ লৌকিক স্তৰৰ পোন প্ৰথমবাৰৰ বাবে বাল্মীকিয়ে আদিকাব্য ৰামায়ণত বসন্তৰ প্ৰাচুৰ্য সাৱলীলভাৱে উপস্থাপন কৰিছে। ৰামায়ণৰ কিষ্কিন্ধা কাণ্ডৰ প্ৰথম সৰ্গৰ দশম শ্লোকৰ পৰা ধাৰাবাহিকভাৱে পৰৱৰ্ত্তী এশ বিশটা শ্লোকৰ কাব্যৰ নায়ক ৰামচন্দ্ৰই বিস্তৃতভাৱে বসন্ত ঋতুৰ বৰ্ণনা দিছে।

লংকাৰাজ ৰাৱণে পঞ্চৱটীৰ পৰা সীতাদেৱীক হৰণ কৰি নিয়াৰ পিছত ৰাম আৰু লক্ষ্মণে সমগ্ৰ দণ্ডকবনত সীতাৰ অন্বেষণ কৰিলে। বিভিন্ন ঠাইত ঘূৰি ঘূৰি দুই ভাতৃ আহি পম্পা সৰোবৰৰ পাৰত যেতিয়া উপস্থিত হ'লহি তেতিয়া বসন্তকাল সমাগত। ৰামচন্দ্ৰই ভাতৃক সম্বোধি কৈছে— সৌমিত্ৰি, এতিয়া বসন্তকাল উপস্থিত, এই সময়ৰ বায়ু মনোৰম আৰু কামোদ্দীপক, এই মধুমাসত গছবোৰ ফল আৰু ফুলেৰে পৰিপূৰ্ণ হোৱাত চাৰিওফালে সুগন্ধময় হৈছে। কুসুমিত বনৰাজিয়ে ৰাশি ৰাশি ফুল বিকিৰণ কৰি কি অপূৰ্ব শোভা ধাৰণ কৰিছে। পম্পাৰ চাৰিওফালে বিচিত্ৰ বনৰাজি, চক্ৰবাক পক্ষীকুল তাত নিত্যবৰ্ত্তমান, মত্তহস্তী আৰু মৃগকুলে তাৰ পানীকেই আকাংক্ষা কৰি তাত বিচৰণ কৰি থকাত ইয়াৰ শোভা আৰু চৰি উঠিছে। বিকশিত কৰ্ণিকাৰে বনভূমি হালধীয়া কৰি পেলাইছে। কিংশুকেৰে গিৰিপ্ৰস্থসমূহ ৰমণীয় হৈছে। মালতী, মল্লিকা, পদ্মকৰবীৰ, কেতেকী, সিন্ধুবাৰ, বসন্তী, মাতুলিংগ, পূৰ্ণা, কুন্দগুল্ম, শিৰীষ আদি ফুলৰ বৰ্ণাঢ্য কান্তিয়ে চৌদিশ বৰ্ণময় কৰি পৃথিৱীক এক অনন্য সৌন্দৰ্য প্ৰদান কৰিছে। কিন্তু নানা বিহগীৰ মুখৰিত এই বসন্তকালে সীতা বিৰহ বিধুৰ মোৰ শোক জগাইহে তুলিছে। বসন্তৰ প্ৰভাৱত ইতৰ প্ৰাণীৰ ভিতৰতো প্ৰিয়জনৰ প্ৰতি অনুৰাগ প্ৰবলভাৱে প্ৰকট হৈছে। কিন্তু মৃগশিশুনয়নী সীতাৰ আৰু চ'ত মাহৰ নিশাৰ বতাহ— উভয়ে মোৰ শোকানল বঢ়াই তুলি মোক ব্যাকুল কৰিব ধৰিছে।' আদি কবিৰ বসন্ত চিত্ৰনত মধুঋতুৰ প্ৰাচুৰ্য আৰু ঐশ্বৰ্য সাৰ্থকৰূপত বিচিত্ৰ হৈছে। কিন্তু এনে সৌন্দৰ্যই প্ৰিয়াবিৰহ বিধুৰ ৰামচন্দ্ৰক অতিকৈ পীড়া দিছে। কিয়নো বসন্ত ঋতু সম্ভোগ শৃংগাৰৰ উদ্দীপন বিভাৱ হোৱা বাবে সি বিপ্ৰলম্ভ শৃংগাৰৰ ক্ষেত্ৰত অধিক মৰ্মস্পৰ্শীৰূপে অনুভূত হৈছে।

কবি সম্ৰাট কালিদাসৰ নিসৰ্গ প্ৰীতি ইতিমধ্যে বহুচৰ্চিত বিষয়। দেশী-বিদেশী অনেক বিদ্বানে কালিদাসৰ কাব্যত প্ৰকৃতিৰ স্থান সম্পৰ্কে বিস্তৰ আলোচনা আগবঢ়াইছে। কিন্তু এই কথা লক্ষণীয় যে ঋতু বৈচিত্ৰ্যই কালিদাসক কাব্য ৰচনাৰ ক্ষেত্ৰত প্ৰথম প্ৰেৰণা যোগাইছে। কবিজনৰ প্ৰথমখন কাব্য ঋতু সংহাৰত ভাৰতত প্ৰাদুৰ্ভাৱ হোৱা ছয়টা ঋতুৰ সমাহাৰ পোৱা

যায়। এযুটি প্ৰেমিক-প্ৰেমিকাৰ বাৰ্তালাপৰ একাংশ ৰূপে প্ৰেমিকে প্ৰেমিকাৰ আগত বিভিন্ন ঋতুত প্ৰকৃতিৰ ৰূপ আগবঢ়াইছে। এই প্ৰসংগতে আঠত্ৰিছটা শ্লোকত বসন্তৰ সৌন্দৰ্য সম্ভাৰ আগবঢ়াই কবিয়ে কৈছে কামীজনৰ হৃদয় কামবাণেৰে থকা-সৰকা কৰা এক যোদ্ধাৰূপে বসন্ত আহি উপস্থিত হৈছেহি। এই ঋতুৱে নতুন পত্ৰ-পুষ্পৰে প্ৰকৃতি ৰমণীয় কৰাৰ লগতে গধূলিবোৰ সুখকৰ কৰি তোলে। গ্ৰীষ্মৰ প্ৰথম নিদাঘ আৰু শীতৰ জঠৰতাৰ মাজত বসন্তৰ মলয় সমীৰে শৰীৰ-মন উজ্জীৱিত কৰে। পাতলীয়া নিয়ৰে শৈল হৰ্ম্যবোৰ শীতল কৰি আৰামদায়ক কৰি তোলে। কাণত কৰ্ণিকাৰ, অলকাত অশোক আৰু বাহুবন্ধত নৱমল্লিকাৰে অলংকৃত যুৱতীবোৰৰ ৰূপ বসন্তকালত দুগুণে চৰে। মদন-সমাকুল যুৱতীৰ দেহ-মন শিথিল হয়। ঈষৎ উষ্ণ বতাহৰ বাবে বিলাসীনিসকলৰ মুখত ঘামৰ কণিকাই দেখা দিয়ে, ফলত তেওঁলোকৰ কঁপালৰ পত্ৰলেখা বিয়পি পৰে।"

কেৱল কামিনীসকলৰ ওপৰতে যে বসন্তই প্ৰভাৱ পেলায় তেনে নহয়, বসন্তৰ পোহাৰ দেখি পক্ষীকুল আৰু ভ্ৰমৰকুলো আনন্দত উতলা হয়। বহুবৰণীয়া ফুলৰ অলংকাৰ পিন্ধি আৰু পলাশ ফুলেৰে ৰাঙলী হোৱা বননিৰ ৰঙা চেলেংখন গাত লৈ যেন ভূমিদেৱীও নৱবধূৰ ৰূপত সাজি ওলায়।

কালিদাসৰ ৰচনাত প্ৰকৃতিৰ গতি-বিধি আৰু ৰং-ৰূপ বিস্তৃতৰূপত ধৰা পৰিছে। কবিজনাৰ সূক্ষ্ম পৰ্যবেক্ষণৰ পৰা প্ৰকৃতি বাদ পৰি নাযায়। কালিদাসে কবিতাত সদায় মানুহ আৰু প্ৰকৃতিৰ আনুভূমিক সমন্বয় সাধনৰ প্ৰচেষ্টা কৰে। ঋতুৰ প্ৰভাৱত পশু-পক্ষীৰ বিশেষ আচৰণসমূহ নিৰীক্ষণ কৰে। কিন্তু ঋতু সমাহাৰত আন আন ঋতুৰ লগতে বসন্তশ্ৰীৰ বৰ্ণনা তুলি ধৰিছে যদিও ইয়াত কবিৰ তেনে উপলব্ধিৰ গভীৰতা আৰু পৰ্যবেক্ষণৰ সূক্ষ্ম বিচাৰ দেখা নাযায়। ইয়াত প্ৰকৃতি-ৰূপায়ণ সাধ্যৰূপতহে আছে। কিন্তু কুমাৰ সম্ভৱত কবিৰ এই প্ৰচেষ্টা সিদ্ধ হৈছে। অথচ কাহিনীৰ প্ৰয়োজনতহে কবিয়ে তাত অকাল বসন্তৰ সৃষ্টি কৰি ল'বলগীয়া হৈছে।

প্ৰবল প্ৰতাপী তাৰকাসুৰৰ উৎপীড়নত অতিষ্ঠ হৈ দেৱগণে পৰিত্ৰাণৰ উপায় বিচাৰি ব্ৰহ্মাৰ ওচৰ চাপিলে। প্ৰজাপতিয়ে প্ৰবোধ দি ক'লে যে শিৱ আৰু পাৰ্বতীৰ মিলনৰ ফলত জন্ম হোৱা পুত্ৰৰ হাততহে তাৰকৰ মৃত্যু সম্ভৱ। কিন্তু বৰ্ত্তমান হিমালয়ত ধ্যানস্থ মহাদেৱক পাৰ্বতীৰ প্ৰতি আকৰ্ষিত কৰি তোলাটোৱেই দেৱতাসকলৰ বাবে প্ৰথম সমস্যা হ'ল। তাৰ সমাধানৰ বাবে দেৱগণে কামদেৱ আৰু ৰতিক দায়িত্ব দিলে। প্ৰেমাধিপতিৰ কামদেৱে সখি বসন্তৰ সহায় বিচাৰিলে আৰু মহাদেৱৰ আশ্ৰমত শৃংগাৰৰ অনুকূলে বসন্তকাল প্ৰৱৰ্ত্তন কৰিবলৈ অনুৰোধ কৰিলে। সেইমতে শীতঋতুৰ মাজভাগত হিমালয়ত উচ্চ মালভূমিত অকাল বসন্তৰ প্ৰাদুৰ্ভাৱ হ'ল। লগে লগে সূৰ্যই দক্ষিণায়ন পথ এৰি উত্তৰায়ণ পথ ল'লে আৰু ঈষদুষ্ণ দক্ষিণীবায়ু ব'বলৈ ধৰিলে। অশোক, কৰ্ণিকাৰ, আমগছ আদিত স্কন্দমূলৰ পৰা কুঁহিপাত ওলাবলৈ ধৰিলে আৰু ফুল ফুলিবলৈ আৰম্ভ কৰিলে। কুলি চৰাইবোৰে আমৰ মল খাই মতলীয়া হৈ গীত জুৰিলে। বসন্তকালীন সকলো লক্ষণ প্ৰকৃতিত প্ৰকাশ পালে। এই অকাল বসন্তৰ প্ৰভাৱত প্ৰাণীজগততো প্ৰতিক্ৰিয়া ঘটিল। মৌমাখিবোৰে নিজৰ প্ৰিয়াক অনুসৰণ কৰি একেটা ফুলৰ পাত্ৰতে মধু পান কৰিলে। মদমত্ত হস্তীয়ে পদ্মগন্ধী জল শুৰেৰে হস্তিনীৰ গালৈ ছটিয়াই দি আমোদ কৰিলে। কৃষ্ণসাৰ হৰিণটোৱে মৰমতে মৃগীজনীৰ গালখন শিঙেৰে খজুৱাই দিলে আৰু তায়ো স্পৰ্শসুখত চকু মুদি দিলে। চক্ৰবাক পক্ষীটোৱে নিজে আধাখোৱা মৃণাল ডালকে পত্নীক মৰমেৰে যাঁচিলে। ঘামৰ কণিকাই পত্ৰলেখা বিয়পাই

পেলোৱা প্ৰিয়াৰ মুখত আসক্ত কিন্নৰসকলে চুম্বন কৰিলে। পৰ্যাপ্ত পুষ্প স্তৱকৰূপ স্তনেৰে আৰু ৰঙচুৱা কুঁহিপাতৰূপ ওঁঠেৰে মনোহৰ হোৱা শতাবধূবোৰে বিশাল তৰুবোৰৰ সুঠাম শাখাবোৰ সাবটি ধৰিলে।' এনেদৰে অকালতে বসন্তৰ আগমনৰ লগে লগে উদ্ভিদ আৰু প্ৰাণী জগতত কাম-বিকাৰ দেখিবলৈ পোৱা গ'ল। চাৰিওপিনে কামোদ্দীপক এই পৰিবেশৰ মাজত প্ৰশান্ত আশ্ৰমত ধ্যানযোগী মহাদেৱ পৰ্যঙ্ক আসনত ধ্যানস্থ হৈ ৰ'ল। নিবাত নিষ্কম্প প্ৰদীপৰ দৰে তেওঁ নিৰ্বিকাৰ নিশ্চল হৈ ৰ'ল। কিন্তু যেতিয়া তেওঁৰ নিত্য পৰিচৰ্যাৰ বাবে পাৰ্বতী আহি আগত উপস্থিত হ'ল, কামদেৱে ছেগ বুজি তেওঁ পঞ্চশৰ এৰিলে। বসন্তৰ মধুৰ পৰিবেশত সদায় দেখি থকা পাৰ্বতীৰ অনিন্দ্যসুন্দৰ ৰূপ দেখি অচিন্ত্য পৰাক্ৰমী মহাদেৱৰো কিঞ্চিৎ ধৈৰ্য্যচ্যুতি ঘটিল। তেওঁ কোনো দিনে নকৰা কাম এটা কৰি পেলালে। তেওঁ উমাৰ মুখমণ্ডলত দৃষ্টি থ'লে আৰু উমাৰ বিম্বফল সদৃশ অধৰলৈ চকু দিলে।

ওপৰত চমুকৈ দাঙি ধৰা কুমাৰ সম্ভৱৰ বৰ্ণনাত কালিদাসে বসন্তক ৰূপ-ৰস, গন্ধ-স্পৰ্শৰে প্ৰাণৱন্ত কৰি তুলিছে। প্ৰকৃততে ইয়াত বসন্তৰ মূৰ্ত্তিমান ৰূপ কল্পনা কৰা হৈছে। কামদেৱৰ অভিমানৰ সহায়ক সখি এজন দিব্য পুৰুষৰূপে বসন্তৰ মানৱীকৰণ কৰা হৈছে। ইয়াত বসন্ত এক ঋতু নহয় এক যাদুকৰ, এক যোদ্ধা যি দুৰ্বলজনৰ হৃদয় কামবাণেৰে বিদ্ধ কৰিব পাৰে।

'বসন্তযোদ্ধা সমুপাগতঃ প্ৰিয়ে'।

কালিদাসৰ বসন্ত প্ৰীতি ইমানেই প্ৰবল যে প্ৰয়োজন নহ'লেও তেওঁ বসন্তৰ প্ৰসংগ টানিবলৈ ভাল পায়। ৰঘুবংশ মহাকাব্যৰ নৱম সৰ্গৰ বসন্ত বৰ্ণনা তেনে এক ৰচনা বুলিব পাৰি। ইক্ষাকু বংশৰ অপ্ৰতিহত যোদ্ধা আৰু অদম্য মৃগয়াভিলাসী দশৰথে ৰাজ্যভাৰ লৈ ৰাজশ্ৰীক সুস্থিৰ কৰি কিছুদিনৰ বাবে মৃগয়ালৈ যাবলৈ মন মেলিলে। সেই সময়ত বসন্তৰ শোভাই বনস্থলীত বিৰাজ কৰিছিল। কালিদাসে এই অৱসৰতে তেইশটা শ্লোকত বসন্তশ্ৰীৰ বৰ্ণনা আগবঢ়াইছে। এই বৰ্ণনা বসন্তৰ সকলো সম্ভাৰেৰে সমৃদ্ধ। সকলো পাৰম্পৰিক উপাদানেৰে কালিদাসে এই বৰ্ণনাও প্ৰয়োগ কৰিছে। কবিয়ে নিজস্ব ভংগীমাৰে প্ৰাণীজগতৰ কামদশাও বৰ্ণনা কৰিছে। কামিনী নাৰীৰ প্ৰিয় সমাগমৰ আকাংক্ষাৰ কথাও কৈছে। এনে সুন্দৰ বৰ্ণনা দিবলৈ গৈ কালিদাসে পাহৰি গৈছে যে বসন্তকাল প্ৰজননৰ সময়হে। ই আশ্ৰয়ৰ সময়। মৃগয়াৰ উৎসাহ শৰৎ ঋতুৰহে বৈশিষ্ট্য, বসন্তৰ নহয়। শাস্ত্ৰ বিদগ্ধ কবিজনৰ বসন্তৰ প্ৰতি থকা দুৰ্বলতাৰ বাবেই দশৰথৰ মৃগয়া প্ৰসংগত বসন্ত বৰ্ণনা আগবঢ়োৱা হ'ল। অস্থানত প্ৰয়োগ হ'লেও কিন্তু এই বৰ্ণনাত কবিৰ প্ৰকাশভংগীৰ গাম্ভীৰ্য আৰু ভাব কল্পনাৰ পৰিপক্কতা ধৰা পৰিছে। ফলত ৰঘুবংশৰ বসন্তবৰ্ণনা হৈ পৰিছে গম্ভীৰ আৰু অধিক মৰ্যাদাপূৰ্ণ।

ঠিক একেদৰেই একেবোৰ সম্ভাৰেৰে মাঘে শিশুপাল বধত, শ্ৰীহৰ্ষই নৈষধ চৰিতত, ভট্টিয়ে ৰাৱণবধত বসন্ত ঋতুৰ বৰ্ণনা আগবঢ়াইছে। কিন্তু কোনোজন কবি বাল্মীকি আৰু কালিদাসৰ প্ৰভাৱৰ পৰা আঁতৰি যাব পৰা যায়।।

লক্ষণীয় যে সংস্কৃত পদ্যকাৰসকলৰ বসন্তৰ প্ৰতি যি ৰুচি তাক গদ্যকাৰসকলৰ ৰচনাত পোৱা নাযায়। প্ৰাচীন ভাৰতীয় গদ্য সাহিত্যিকসকলৰ ভিতৰত অগ্ৰগণ্য সপ্তম শতিকাৰ বাণভট্টৰ ৰচনাৰ বৈশিষ্ট্য সম্পৰ্কে কোৱা হয় যে জগতৰ সকলোবোৰ বস্তু বাণভট্টৰ দ্বাৰা সৃষ্টি হৈছে— বাণোচ্ছিষ্টং জগৎসৰ্বম্। তেনে স্থলত বাণভট্টৰ ৰচনাত গ্ৰীষ্ম আৰু শৰৎ কালৰ মনোৰম বৰ্ণনা আছে যদিও ঋতুশ্ৰেষ্ঠ বসন্তক তেওঁ উপেক্ষা কৰি গৈছে।

মধ্যযুগৰ ভক্ত কবিসকলেও বসন্ত কালৰ প্ৰকৃত শোভাক কবিতাৰ বিষয়বস্তু কৰি

লৈছে যদিও প্ৰাচীন কবিতাত বসন্তৰ যি ঐশ্বৰ্যমণ্ডিত ৰূপ পোৱা যায় তাক মধ্যযুগৰ কবিতাত পাবলৈ নাই। বিদ্যাপতিৰ দৰে দুই-এজন কবিৰ ৰচনাতহে বসন্ত শোভাই ভূমুকি মাৰিছে। আনকি শৃংগাৰ সাৰস্বত জয়দেৱৰ মধুৰ ৰসাত্মক কাব্য গীত-গোবিন্দৰ পটভূমিও মেঘে ঢকা বৰ্ষা কালহে, বসন্তকাল নহয়। বোধকৰো মধ্যযুগৰ কবিতাত ভক্তিভাৱ আৰু আধ্যাত্মিকতাৰ প্ৰাধান্যই শৃংগাৰ আৰু তাৰ উদ্দীপক বসন্তকালক কাব্য-পৰিধিৰ পৰা দূৰলৈ আঁতৰাই পঠিয়ালে। কিন্তু সেই বুলি ভাৰতীয় লোক-সাহিত্যত বসন্তঋতু আৰু ইয়াৰ প্ৰকৃত শোভাই চিৰকালেই সমান প্ৰাধান্য লাভ কৰি আহিছে। বিশেষকৈ উত্তৰ আৰু উত্তৰ-পূব ভাৰতত মধু-ঋতুৰ মাধুৰ্য প্ৰকৃতি জগতত অধিক প্ৰকটৰূপত প্ৰকাশ পোৱা বাবে এই অঞ্চলৰ সাহিত্যতো বসন্তঋতুৱে বিশেষ গুৰুত্ব, মৰ্যাদা লাভ কৰিবলৈ সক্ষম হৈছে।○○

# কামৰূপী ভাষাঃ প্ৰসঙ্গ উচ্চাৰণত মহাপ্ৰাণতাৰ ব্যাপকতা

## ড° মুকুল চক্ৰৱৰ্তী

শ্বাসনলীৰ অন্তৰ্গত বাক্‌যন্ত্ৰৰ স্বৰতন্ত্ৰী দুখনৰ মাজৰ মুকলি পথটো অলপ ঠেক, স্বৰতন্ত্ৰী দুখন অলপ টান বা সুথিৰ হৈ থাকিলে বায়ুপ্ৰৱাহ স্বৰতন্ত্ৰীত ঘঁহনি খাই ওলাই আহে। এই ঘঁহনি বা ঘৰ্ষণৰ পৰিণতিয়েই শ্বাস (Aspiration)। শ্বাসযুক্ত বায়ুপ্ৰৱাহেৰে উচ্চাৰণ কৰা ধ্বনিক মহাপ্ৰাণধ্বনি বোলা হয়। অসমীয়া ভাষাৰ খ, থ, ফ, ঘ, ধ, ভ আদি মহাপ্ৰাণধ্বনি। ইয়াৰ বিপৰীতে শ্বাসহীন বায়ুপ্ৰৱাহেৰে উচ্চাৰণ কৰা ধ্বনিক অল্পপ্ৰাণধ্বনি বোলা হয়। অসমীয়া ভাষাৰ ক, ত, প, গ, দ, ব আদি অল্পপ্ৰাণধ্বনি। মূলৰ অল্পপ্ৰাণ ধ্বনি মহাপ্ৰাণধ্বনিলৈ পৰিৱৰ্তন হোৱাকেই মহাপ্ৰাণতা বোলা হয়।

কামৰূপী ভাষাৰ উচ্চাৰণত মহাপ্ৰাণতা প্ৰচুৰ পৰিমাণে ঘটা দেখা যায়। মান্য অসমীয়া ভাষাৰ তুলনাত কামৰূপী ভাষাৰ উচ্চাৰণত মহাপ্ৰাণতা ব্যাপক। প্ৰশ্ন হ'ল -- কামৰূপী ভাষাৰ উচ্চাৰণত ঘটা এনে মহাপ্ৰাণতাৰ উৎস ক'ত? এই প্ৰসংগত ড° বাণীকান্ত কাকতিৰ গৱেষণাগ্ৰন্থৰ ৩৭৫ ছেদৰ কথাখিনি উল্লেখ কৰা হ'ল-- 'কামৰূপী উপভাষাৰ মহাপ্ৰাণ প্ৰৱণতাৰ উৎস সঠিককৈ বিচাৰি উলিয়াব নোৱাৰি। একে প্ৰৱণতা বড়ো ভাষাতো পোৱা যায়। .....কিন্তু একে পৰিৱেশত মধ্যভাৰতীয় আৰ্যভাষাতো মধ্যৱৰ্তী মহাপ্ৰাণীভৱনৰ উদাহৰণ থকাৰ বিবেচনা কৰি এই প্ৰৱণতা উত্তৰাধিকাৰলব্ধ নে কিবা অনাৰ্য উৎসৰ পৰা ঋণকৃত এই কথা নিশ্চয়কৈ ক'ব নোৱাৰি।' (পৃষ্ঠা- ১৫৩)

ওপৰৰ দফাটো অনুসৰি নিশ্চয়কৈ নক'লেও ড° কাকতিদেৱে কামৰূপী ভাষাৰ মহাপ্ৰাণতাৰ দুটি উৎসৰ কথা অনুমান কৰিছে। সেয়া (১) উত্তৰাধিকাৰ লব্ধ আৰু (২) অনাৰ্য উৎসৰ পৰা ঋণকৃত। প্ৰথমটো মত অনুসৰি বহুতো তদ্ভৱ শব্দত মহাপ্ৰাণতা ঘটে— সেইটোত অনুমানৰ কথা নিঃসন্দেহে নাথাকে। দ্বিতীয় মতটোক অৰ্থাৎ বড়ো ভাষীৰ সংস্পৰ্শত কামৰূপী ভাষাত মহাপ্ৰাণধ্বনি উচ্চাৰণৰ প্ৰৱণতা দেখা দিয়া বুলি ড° নগেন ঠাকুৰদেৱেও অনুমান কৰে। তেখেতে 'পালি-প্ৰাকৃত-অপভ্ৰংশ ভাষা আৰু সাহিত্য' গ্ৰন্থত এনেদৰে উল্লেখ কৰিছে '.......মহাপ্ৰাণ ধ্বনিৰ প্ৰাচুৰ্য কামৰূপী উপভাষাত প্ৰচুৰ। ......কামৰূপী উপভাষাত এনে ব্যাপক মহাপ্ৰাণতাৰ মূলতে কি জনা নাযায় যদিও ওচৰা-ওচৰিকৈ বসবাস কৰি থকা বড়ো ভাষীৰ উচ্চাৰণৰ ফল হ'ব পাৰে।' (পৃষ্ঠা ৬৩) ড° কাকতিদেৱে অনুমান কৰা দ্বিতীয় মতটো আৰু ড° ঠাকুৰদেৱৰ অনুমেয় মতানুসৰি কামৰূপী ভাষাৰ উৎস যে অনাৰ্য বিশেষকৈ বড়ো ভাষা তাক সহজে অনুমান কৰিব পাৰি। এনে অনুমানৰ ভিত্তি সকলোৰে গ্ৰহণযোগ্য। বড়ো ভাষা চীন-তিব্বতীয় ভাষা-পৰিয়ালৰ তিব্বত-বৰ্মীয় ঠালৰ অসম বৰ্মা শাখাৰ বড়ো উপশাখাৰ অন্তৰ্গত ভাষা। এই ভাষাত মহাপ্ৰাণধ্বনি তিনিটা-- খ, থ, ফ আছে। অসমীয়া ভাষাতো মহাপ্ৰাণধ্বনি আছে, উচ্চাৰণ কৰা হয়। প্ৰশ্নটো হ'ল-- কামৰূপী ভাষাত মহাপ্ৰাণধ্বনিৰ উচ্চাৰণৰ প্ৰৱণতা অধিক। কাৰণ, অতি স্পষ্ট। দুয়োখন ভাষাক্ষেত্ৰ অৰ্থাৎ কামৰূপী ভাষাক্ষেত্ৰ আৰু বড়ো ভাষাক্ষেত্ৰ দুখনলৈ যদি মন কৰা হয় তেতিয়া দেখা যাব যে দুয়োখন ভাষাক্ষেত্ৰই প্ৰায় একেখন ভৌগোলিক

চাৰিসীমাৰ মাজতেই অৱস্থিত। অবিভক্ত কামৰূপ জিলাত কামৰূপী ভাষাৰ প্ৰচলন আছে, তেনেকৈ ঘাইকৈ অবিভক্ত কামৰূপ, গোৱালপাৰা জিলাৰ উত্তৰ অঞ্চলত বড়ো ভাষাৰ চলতি আছে। গতিকে পাৰস্পৰিক ভাব বিনিময়ৰ বেলিকা ইটো ভাষাৰ ওপৰত সিটো ভাষাৰ ধ্বনিগত প্ৰভাৱ পৰাতো নিতান্তই স্বাভাৱিক কথা। এনে সম্ভাৱনাকে লৈ ড° কাকতি, ড° ঠাকুৰদেৱে কামৰূপী ভাষাত মহাপ্ৰাণতাৰ ব্যাপকতাৰ কাৰণ হিচাপে বড়ো ভাষাৰ প্ৰভাৱক অনুমান কৰিছে।

প্ৰাসংগিক বিষয়টো এনেকৈও ভাবিব পাৰি-- কামৰূপী ভাষাৰ উচ্চাৰণত মহাপ্ৰাণতাৰ ব্যাপকতাৰ মূলতে হ'ল কামৰূপী ভাষীৰ উচ্চাৰণ ক্ষিপ্ৰতা। মান্য অসমীয়াৰ বিপৰীতে কামৰূপী ভাষাত তদ্ভৱ শব্দত দুটা মহাপ্ৰাণধ্বনি ওচৰা-ওচৰিকৈ উচ্চাৰিত হয়। ইও উচ্চাৰণ ক্ষিপ্ৰতাৰ কাৰণে সম্ভৱ। একে ধ্বনিগুণ যুক্ত দুটা ধ্বনি উচ্চাৰণ কৰিবলৈ যিমান সময় লাগিব-- ভিন্ন ধ্বনিগুণ যুক্ত দুটা ধ্বনি উচ্চাৰণ কৰিবলৈ নিশ্চয় তাতকৈ বেছি সময় লাগিব। তলত তেনে কিছুমান ৰূপৰ উল্লেখ কৰা হ'ল--

| মান্য অসমীয়া | কামৰূপী ভাষা |
|---|---|
| খক | খখ্ |
| খোকা | খখা |
| খাঁকৰু | খাখ্ৰি |
| খাকী | খাখি |
| খোকোৰা-দোদোৰা | খখ্ৰা-মখৰা |
| থোঁতা | থথা, থথ্লা |
| থুঁতৰি | ধুথ্ৰি |
| ভঁৰাল | ভাখ্ৰি |
| ভোক | ভখ, ভুখ |
| ফোপোলা | ফফ্লা |
| ফাপৰ | ফাফাৰ |

বিপৰীতে কথনভংগীৰ ক্ষিপ্ৰতাৰ কাৰণে উচ্চাৰিত মহাপ্ৰাণতা বুলিহে ক'ব পাৰি। বড়ো ভাষাতো ওচৰা-ওচৰিকৈ দুটা মহাপ্ৰাণধ্বনি উচ্চাৰিত হয়। যেনেঃ খফ্ৰা, থফি, (টুলী), ফুথ্ৰী, থিকথিখা (জেঠী), ফিথিগ্ৰি (পুঠি মাছ), ফখ্লা, ফুথি (বৰপুথি)। এইবোৰ ৰূপৰ কিন্তু কামৰূপী ভাষাত প্ৰয়োগ নাই, দুই-এটি থাকিলেও ধ্বনি সলনি হৈহে প্ৰয়োগ ঘটিছে।

আন এটি মন কৰিবলগীয়া কথা হ'ল যে — বড়ো ভাষাৰ প্ৰভাৱত যদি কামৰূপী ভাষাত মহাপ্ৰাণতাৰ প্ৰাচুৰ্য বঢ়া বুলি ভবা হয় তেনেহ'লে তাৰ বিপৰীতে কামৰূপী ভাষাত এনে কিছুমান ৰূপ ওলাব য'ত মহাপ্ৰাণধ্বনিৰ প্ৰাচুৰ্যতা হ্ৰাস পাইছে। তেনে কিছুমান ৰূপৰ এখন তালিকা তলত দিয়া হ'ল--

| বড়ো ভাষা | কামৰূপী ভাষা |
|---|---|
| আৰ্থিয়া (সৰু নৰ্দমা) | আইতা |
| উখ্ৰা (খেৰৰ সৰু জুমুথি) | উক্ৰা |
| খথিয়া (কঠীয়া) | কৈথা * |

| | |
|---|---|
| খলমৌ (কমলৌ শাক) | কলম |
| খাব (বিশ ডাল বেতৰ গোট | কাব |
| খুৰখুথা (কেৰ্কেটুৱা) | কৰকৌতা |
| খফ্ৰা (শোৱা কোঠালি) | খপ্ৰা |
| গাণ্ডথি (কাবলতি বা তেনেকুৱা ঠাইত উঠা বিহ ফোঁহা) | গাঁউতি |
| চোখা (ঘনচিৰিকা) | চকা |
| থিখা (চিটা) | তিকা |
| থিঙ্খ্লি (টেকেলি) | তেক্লি |
| থিখিনি (টিকনি) | তিক্নি |
| থেফ্লা (পাত্ৰ আদি ক'ৰবাত খুন্দা খাই কোনো অংশ বহি যোৱা কাৰ্য) | তেপ্লা |
| থুমফ্ৰা (ঘূৰণীয়া) | তুপ্ৰা |
| থোফা (টোম) | তপা |
| দুখ্লি (এবিধ পাচি) | দুক্লি |
| নাৰ্ফিনা (দুৰ্বল) | নাৰপেইনা |
| মুখা (ভেঁটফুল) | মৌকা |
| মেখা (বাহী হৈ টেঙা লগা) | মে'কা |
| হাংথা (হাৰ্কুটি) | হাউঙ্তা, হাণ্ডতা |

তেনেদৰে মান্য অসমীয়াৰ বিপৰীতে কামৰূপী ভাষাত এনে কিছুমান ৰূপ আছে যিবোৰত মহাপ্ৰাণধ্বনিৰ উচ্চাৰণ হয় অথচ বড়ো ভাষাত তেনে উচ্চাৰণ নাই। যেনে--

| **কামৰূপী ভাষা** | **বড়ো ভাষা** |
|---|---|
| কধ্ৰা (আধাৰি) | খোদৰা |
| ঘুগ্লা (ঘুগুলা) | গুগ্লা |
| ঘুমচা (ঘুনুচা-জৰী) | গুন্চা |
| দৰাখ (এৰাল) | দৰগ |
| ধোউক্না (পটুৱা) | দুখ্না |
| ধুমা (ডাঙৰ) | দুমা |
| ধে'ক (সৰু) | দেণ্ডক্ |

ওপৰৰ ৰূপসমূহৰ তালিকাৰ পৰা দেখা গ'ল যে -- কামৰূপী ভাষাত ওচৰা-ওচৰিকৈ বা একেলগে দুটা মহাপ্ৰাণ ধ্বনি উচ্চাৰিত হয়, মহাপ্ৰাণৰ ক্ষেত্ৰত প্ৰভাৱ ঘটোৱা বুলি ভবা বড়ো ভাষাৰ বিপৰীতে কামৰূপী ভাষাত অল্পপ্ৰাণ ধ্বনি, মহাপ্ৰাণধ্বনিৰ উচ্চাৰণ কৰা হয়। ইয়াৰ পৰাই এইটো অনুমান কৰিব পাৰি যে -- কামৰূপী ভাষাৰ উচ্চাৰণত মহাপ্ৰাণতাৰ প্ৰাচুৰ্যৰ মূলতে কামৰূপী ভাষাৰ উচ্চাৰণৰ ক্ষিপ্ৰতা। উচ্চাৰণৰ গতি খৰ হোৱা

হেতু — কেতিয়াবা দুই-তিনিটা মহাপ্রাণধ্বনি পৰিহাৰ কৰি, ভাব-বিনিময় কৰে। উচ্চাৰণ ক্ষিপ্রতা কামৰূপী ভাষাৰ এক বিশেষ বৈশিষ্ট্য। এই বৈশিষ্ট্যই কামৰূপী ভাষাক সমৃদ্ধ কৰিছে। কামৰূপী ভাষাৰ মহাপ্রাণীভৱন উচ্চাৰণ ক্ষিপ্রতাৰ গুণে সৃষ্টি হোৱা এক সুকীয়া বৈশিষ্ট্য বুলি ভাবিবৰ থল আছে। ড° উপেন্দ্র নাথ গোস্বামী দেৱেও কামৰূপী ভাষাৰ মহাপ্রাণতাৰ প্রসংগত তেখেতৰ বহুমূলীয়া গৱেষণা গ্রন্থত --- 'The phenomenon of aspiration is quite characteristic of the kamrupi Dialect' বুলি উল্লেখ কৰিছে। (A STUDY ON KAMRUPI: A DIALECT OF ASSAMESE, 1970, P-83)OO

**সহায়ক গ্রন্থপঞ্জীঃ**


| | | |
|---|---|---|
| কাকতি, ড° বাণীকান্ত | ঃ | Assamese, its formation and Development, 1987. |
| গোস্বামী, ড° উপেন্দ্র নাথ | ঃ | A STUDY ON KAMRUPI: A DIALECT OF ASSAMESE, 1970 অসমীয়া ভাষাৰ উদ্ভৱ সমৃদ্ধি আৰু বিকাশ, ১৯৯১ অসমীয়া ভাষা আৰু উপভাষা ১৯৮৬ |
| গোস্বামী, ড° গোলোকচন্দ্র | ঃ | ধ্বনি বিজ্ঞানৰ ভূমিকা, ১৯৬৬ |
| ঠাকুৰ, ড° বাণীকান্ত | ঃ | পালি-প্রাকৃত-অপভ্রংশ ভাষা আৰু সাহিত্য, ১৯৯৭ |
| নাৰ্জী, ভবেন | ঃ | বড়োৰাও, ১৯৯০ |
| ব্রহ্ম, চানক্য | ঃ | বড়োভাষা শিক্ষা, ১৯৭৬ |
| ভট্টাচার্য, ড° প্রমোদ চন্দ্র | ঃ | A DESCRIPTIVE ANALYSIS OF THE BORO LANGUAGE, 1977 |
| হাজৰিকা, বিশ্বেশ্বৰ | ঃ | (অনুবাদ গ্রন্থ) অসমীয়া ভাষাৰ গঠন আৰু বিকাশ ১৯৯৬)। |

# লক্ষ্মীধৰ শৰ্মাৰ 'চিৰাজ' আৰু ফণী শৰ্মাৰ 'চিৰাজ'

## ৰবেন্দ্ৰ কুমাৰ দাস

'চিৰাজ' অসমীয়া সাহিত্যৰ এটা বৰণীয় নাম। 'চিৰাজ' অসমীয়া সাহিত্যৰ এটা বহু আলোচিত, বহু কথিত চৰিত্ৰ। 'চিৰাজ' অসমীয়া গল্প, নাটক আৰু কথাছবিৰ এটা বহু চৰ্চিত অধ্যায়।

১৯০১ চনৰ ১০ অক্টোবৰ তাৰিখে লক্ষ্মীধৰ শৰ্মাৰ জন্ম হৈছিল। আৰু ১৯৩৪ চনৰ ৩ মে' তাৰিখে তেওঁৰ মৃত্যু হয়। ইয়াৰ মাজতেই তেওঁ তেওঁৰ সেই সুবিখ্যাত গল্পটো 'চিৰাজ' লিখি থৈ গৈছে। অনুমান কৰিবলৈ অসুবিধা নহয় যে ডেকা বয়সতেই লক্ষ্মীধৰ শৰ্মাই 'চিৰাজ' গল্পটো লিখিছিল।

১৯১০ চনত ফণী শৰ্মাৰ জন্ম। ১৯৭০ চনত তেওঁৰ মৃত্যু হয়। ১৯৬২ চনত ফণী শৰ্মাই 'চিৰাজ' নাটকখন লিখে। গতিকেই অনুমান কৰিবলৈ অসুবিধা নহয় যে নিজৰ জীৱনৰ পৰিপক্ক বয়সত ফণী শৰ্মাই 'চিৰাজ' নাটকখন লিখিছিল।

ধৰিব পাৰি যে গল্পটো ৰচনা হোৱাৰ ত্ৰিশ বছৰ মানৰ পাছত নাটকখনৰ ৰচনা হৈছিল। আৰু এই ত্ৰিশ বছৰৰ মাজত ১৯৪৮ চনত ঘটি গৈছে অন্য এক ঘটনা। সেই বছৰটোত 'চিৰাজ'ৰ চলচ্চিত্ৰ নিৰ্মাণ হৈ গৈছে। নিশ্চয় 'চিৰাজ'ৰ চলচ্চিত্ৰ ৰূপ গল্পটোৰ আধাৰত হৈছিল। আৰু ফণী শৰ্মাই নিজেই কৈছে 'চিৰাজ' নাটকখন আছিল 'চিৰাজ' কথাছবিখনৰ নাট্যৰূপ।

ত্ৰিশ বছৰৰ পাছত গল্পৰ 'চিৰাজ' আৰু নাটকৰ 'চিৰাজ'ৰ ৰচনা সম্পৰ্কত বিস্তৃত আলোচনা হ'ব পাৰে। তাতোকৈ উল্লেখযোগ্য কথা, ছবিখন নিৰ্মাণ হোৱাৰ চৌধ্য বছৰৰ পাছত কি প্ৰয়োজনত নাটকখনৰ ৰচনা হৈছিল? আৰু ফণী শৰ্মাই নাটকখন ৰচনা কৰোঁতে গল্পটোক নহয়, চিনেমাখনক ভেটি কৰিহে ৰচনা কৰিছিল। কিয়? নাটকখন যিহেতু সৰ্বসাধাৰণৰ বাবে মঞ্চস্থ কৰিবলৈ মেলি দিয়া হ'ব, গতিকে গল্পটোৰ নহয়, চিনেমাখনৰ আবেদনহে প্ৰাধান্য পাব, এনে এটা ভাব নিশ্চিত হৈছিল।

লক্ষ্মীধৰণ শৰ্মাৰ 'চিৰাজ' যেনেকৈ বহু পঠিত আছিল, ফণী শৰ্মাৰ 'চিৰাজ' ও তেনেকৈ বহু অভিনীত আছিল। ত্ৰিশৰ দশকৰ আৰু ষাঠিৰ দশকৰ পটভূমিত এই দুই সাহিত্যৰ আলোচনা কৰিব পাৰি।

চাহ-বাগিছাৰ মালিক বৰুৱাৰ ঊনৈশ বছৰীয়া ডেকা পুত্ৰ কন্দৰ্প কলিকতাত আই এ পৰীক্ষা দি ঘৰলৈ আহিছে। তেওঁলোকৰ বঙলাৰ এচুকত বাগিছাৰ মৃত মহৰীৰ পৰিবাৰ আৰু পোন্ধৰ বছৰীয়া গাভৰু সাবিত্ৰী থাকে। যৌৱনৰ উন্মাদনাত কন্দৰ্প আৰু সাবিত্ৰী দুয়ো দুয়োৰে বৰ কাষ চাপি আহিল। এদিন পৰীক্ষাত ফলাফল ওলোৱাৰ পাছত পুনৰ উচ্চ শিক্ষাৰ বাবে কলিকতালৈ গ'ল গৈ কন্দৰ্প। কন্দৰ্প কলিকতালৈ যোৱাৰ পাছত সাবিত্ৰীয়ে বুজিব পাৰিলে যে তাই অন্তঃসত্বা হৈছে। এই আতঙ্কত এদিন ৰাতি সাবিত্ৰী ঘৰৰ পৰা পলাই গ'ল। বি.এ. পৰীক্ষা দি ঘৰলৈ আহি কন্দৰ্পই শুনিলে যে সাবিত্ৰী ঘৰৰ পৰা পলাই মুছলমান এটালৈ গ'ল আৰু তাতে তেওঁ মৰিল। মানুহৰ মুখত তেওঁ আৰু জানিব পাৰিলে সাবিত্ৰীৰ শাৰীৰিক অৱস্থাৰ কথা। সাতবছৰ মানৰ পাছত ওকালতি পাছ কৰি কন্দৰ্প উকীল

হ'ল। এটা মোকদৰ্মাত তেওঁ এদিন বৰুবাবাৰী গাঁৱৰ মুখীয়াল মানুহ চিৰাজৰ ঘৰ পালেগৈ। চিৰাজৰ ঘৰত সাতবছৰীয়া ছোৱালী এজনী লগ পালে কন্দৰ্পই। চিৰাজে কৈ গ'ল যে কেনেকৈ সাবিত্ৰী এদিন গৰ্ভৱতী অৱস্থাত তেওঁৰ ঘৰৰ পদূলিত মূচকছ গৈ পৰি আছিল আৰু চিৰাজ আৰু তেওঁৰ পৰিবাৰে তাইক আথে-বেথে প্ৰতিপাল কৰিছিল। সেই সাবিত্ৰীৰেই সন্তান এই সাত বছৰীয়া সীতা বা নুৰ। সাবিত্ৰীৰ এদিন মৃত্যু হ'ল। নিজ সন্তানৰ পৰিচয় পাই কন্দৰ্পই সীতাক লৈ গৈ কলিকতাত ৰাখি পঢ়া-শুনা কৰোৱালে সুবিমল ৰায় নামৰ বন্ধু এজনৰ ঘৰত। সুবিমল ৰায়ৰ ভতিজা অনিল। ডেকা-গাভৰু অনিল আৰু সীতা প্ৰেমত পৰিল। নিজৰ জীৱনৰ এই ৰহস্যময় দিনবোৰৰ কথা কন্দৰ্প পৰিবাৰ সৰযুৰ পৰা গোপনে ৰাখিলে। এদিন এই সকলোবোৰ কথা ক'বলৈ তেওঁ অনিলহঁতক যোৰহাটলৈ লৈ আহিল। অনিল আৰু সীতাৰ বিয়াৰ বন্দৱস্ত কৰাৰ উদ্দেশ্যেৰে। অনিলৰ কথা— চাকৰণীৰ ঘৰত জন্ম আৰু মুছলমানৰ ঘৰত ডাঙৰ-দীঘল হোৱা সীতাক বিয়া কৰাবলৈ গৈ তেওঁ মাক-দেউতাকৰ অবাধ্য হ'ব নোৱাৰে। আনহাতে অনিলৰ সতে হোৱা সম্পৰ্কৰে সীতা অন্তঃসত্বা বুলি জানি কন্দৰ্প পত্নী সৰযুৱে তাইক ক'লে— "বেশ্যা, পতিতা মোৰ ঘৰৰ পৰা বাহিৰ হৈ যা।" আৰু এই পৰিৱেশত চিৰাজে "ঘৰলৈ ব'ল মোৰ আই" বুলি সীতাক লৈ গুচি গ'ল।

এয়া লক্ষ্মীধৰ শৰ্মাৰ 'চিৰাজ'। আৰু ফণী শৰ্মাৰ 'চিৰাজ'ত অনিল আৰু সীতাৰ বিবাহৰ বাবে সমবেত হোৱা চিৰাজ, সুবিমল, অনিল, সীতালৈকে একে ৰাখি নাট্যকাৰে নাটকখনক গল্পটোৰ পৰা শেষত পৃথক কৰি পেলালে। সুবিমল ফুকনৰ পৰা ভতিজাক অনিলৰ সীতাৰ সতে বিয়াখনত সন্মতি নাপায় চিৰাজে সীতাক লৈ কন্দৰ্পৰ ঘৰৰ পৰা ওলাই আহিবৰ সময়ত অনিলৰ এক অন্য ৰূপ দেখা পোৱা গ'ল। যাব ওলোৱা সীতাক অনিলৰ কথা— "আহিছিলোঁ, সমাজৰ চকুত তোমাক আপোন কৰি লৈ যাবলৈ। .... আমি নতুন সমাজ গঢ়িম।" আৰু, ভতিজাকৰ এই আধুনিক বিবেচনাৰ কথাবোৰ শুনি খণ্ডত সুবিমল ফুকন কলিকতালৈ গুচি যাবলৈ ওলাওঁতে সৰযুৰো এক অন্য ৰূপ দেখা পোৱা গ'ল। অনিলক তেওঁৰ প্ৰশ্ন— "সীতাই কৈছে, সমাজে তাইক তোমাৰ আপোন হ'বলৈ নিদিয়ে। সেই আপোন হ'বলৈ নিদিয়া সমাজক এৰি নতুন সমাজ গঢ়াৰ তোমাৰ শক্তি আছে জানো?" অনিলৰ পৰা এই ক্ষেত্ৰত স্পষ্ট আৰু সাহসিকতাপূৰ্ণ সঁহাৰি পাই সৰযুৰ আৰু এক ভাস্কৰ ৰূপ ওলাই পৰিল নাটকখনৰ একেবাৰে শেষৰ সংলাপখিনিত— "দেউতাৰৰ তেজেৰে তোৰ প্ৰতি থকা মোৰ হিংসা-দ্বেষ সকলো ধুই নিকা কৰি মই তোৰ প্ৰকৃত 'মা' হৈছোঁ সীতা। তইঁতে মোক এবাৰ 'মা' বুলি মাত অনিল।"

স্পষ্টভাবে, গল্প 'চিৰাজ' যিদৰে সম্পূৰ্ণ ভাবে বিয়োগাত্মক কাহিনী, নাটকৰ 'চিৰাজ' তাৰ বিপৰীতে সম্পূৰ্ণ ভাৱে যোগাত্মক কাহিনী। কিয় এনে হ'ল? এই প্ৰশ্নৰ দুই ধৰণৰ ব্যাখ্যা দিব পাৰি। প্ৰথম, ত্ৰিশৰ দশকত এখন অসমীয়া সমাজৰ ৰক্ষণশীল মনোভাবৰ প্ৰকাশ কৰিবলৈ গল্পকাৰে তেওঁৰ গল্পটো বিয়োগাত্মক কৰিবলৈ বাধ্য হ'ল। অনিল ত্ৰিশৰ দশকৰ কলিকতাত শিক্ষা-দীক্ষা পোৱা যুৱক হ'লেও সীতাৰ দৰে এক যুৱতীক বিবাহ কৰিবলৈ প্ৰচলিত সামাজিক ৰীতি আৰু মানসিকতাক তেওঁ প্ৰত্যাহ্বান জনাব নোৱাৰিলে। চাহ-বাগিচাৰ পৰিৱেশত থাকি এজন উকীলৰ পত্নী হৈও ত্ৰিশৰ দশকৰ নাৰী সৰযুৱেও এই সামাজিক পৰিবেশকে মানি সৈ সীতাক 'বেশ্যা' আৰু 'পতিতা' বুলি ক'বলৈ সাহস কৰিলে, তাৰ বিপৰীতে চিনেমাখনত আৰু নাটকখনত এই দুই নিগেটিভ চৰিত্ৰক পজিটিভ কৰি দেখুওৱা হ'ল। কিয়? ইয়াৰ উত্তৰটোতেই আছে দ্বিতীয়টো কাৰণ। চিনেমাৰ ক্ষেত্ৰত, নাটকৰ ক্ষেত্ৰত

আঢ়ৈ ঘণ্টীয়া দৰ্শকৰ হৃদয়ত স্থান পাবলৈ মিলনাত্মক কাহিনী বেছি গ্ৰহণযোগ্য। তীব্ৰ সংঘাতময় কাহিনী পৰিক্ৰমাৰ মাজেদি শেষত দৰ্শকে নায়ক-নায়িকাৰ মিলন বা যোগাত্মক সমাপ্তি এটা বিচাৰে। গল্প-উপন্যাস জাতীয় সাহিত্যত পঢ়ুৱৈৰ মানসিক গতি-বিধি আৰু নাটক সাহিত্যৰ পঢ়ুৱৈৰ মানসিক গতি-বিধি যেন এইখিনিতেই নিমিলে। সেয়েহে নিশ্চয় নাটকখনৰ সমাপ্তি আৰু গল্পটোৰ সমাপ্তিৰ এক বৈসাদৃশ্য চিহ্নিত কৰা হ'ল। আকৌ, এইবুলিও ভাবিবলৈ মন যায় বহু বছৰৰ মূৰত চিনেমা বা নাটকলৈ ৰূপান্তৰ হোৱা এই কাহিনীটোত পৰৱৰ্তীকালৰ সমসাময়িক অসমীয়া সমাজখনৰ মানসিক গাঁঠনি এটাও যে পৰিবৰ্তন হৈছিল ত্ৰিশৰ দশকৰ তুলনাত, তাৰ প্ৰমাণ ৰাখিবলৈকো হয়তো নাট্যকাৰে আধুনিক সমাজ এখনৰ মনৰ প্ৰতিফলন দেখুৱাবলৈ অনিল আৰু সৰযুক ঠেক গণ্ডীৰ পৰা উলিয়াই আনি বিশাল ক্ষেত্ৰত স্থাপন কৰিছে।

কাহিনীগত ভাবে দুই 'চিৰাজ'ৰ এই বৈসাদৃশ্য দেখা পালেও আৰু বহুতো পাৰ্থক্য নাটক 'চিৰাজ'ত দেখা পোৱা যায়।

চৰিত্ৰ সৃষ্টিৰ ক্ষেত্ৰত নাটকৰ বিশাল পৰিসৰলৈ লক্ষ্য ৰাখি ফণী শৰ্মাই নাটকখনত অভিনৱ সংযোজন ঘটাইছিল। তেওঁ 'আঘোণা' আৰু 'ফাতেমা' নামৰ দুটা চৰিত্ৰ সৃষ্টি কৰি অতি শক্তিশালীভাৱে উপস্থাপন কৰিছিল। মূল গল্পটোত নাম পৰ্যন্ত উল্লেখ নথকা 'আঘোণা' কন্দৰ্পহঁতৰ ঘৰত বহু বছৰ ধৰি লগুৱা হিচাপে থকা এটা প্ৰধান চৰিত্ৰ। তেনেদৰে 'ফাতেমা' নাটকখনত 'চিৰাজ'ৰ ভনীয়েক। নিজৰ দৰমহাৰ হিচাপ পৰ্যন্ত ভালদৰে কৰিব নজনা 'আঘোণা', 'চিৰাজ' নাটখনৰ কেবাটাও চৰিত্ৰ বিকশাই নিয়াত গুৰুত্বপূৰ্ণ ভূমিকা লোৱা এটা চৰিত্ৰ। তদুপৰি মূল কাহিনীভাগ আগুৱাই নিয়াতো 'আঘোণা'ই সমগ্ৰ নাটকখনতেই ব্যাপক স্থিতি লাভ কৰিছে। তেওঁৰ মুখত থকা সংলাপসমূহে নাটকখনৰ সুখ-দুখৰ সকলো কথা সামৰি লোৱাৰ উপৰিও তীব্ৰ হাস্যৰস আৰু কৰুণ ৰসৰ উপাদান যোগাইছে। এক অতি বুদ্ধিদীপ্ত এই পাৰ্শ্ব চৰিত্ৰটো বহু সময়ত নাটকখনৰ নায়ক-নায়িকাৰ ওপৰিও অন্য গুৰুত্বপূৰ্ণ চৰিত্ৰসমূহৰো অতি নিকটৱৰ্তী আছিল। নিঃসন্দেহে, 'চিৰাজ' নাটকখনত 'আঘোণা' ফণী শৰ্মাৰ অভাৱনীয় সাফল্যপূৰ্ণ এক চৰিত্ৰ সৃষ্টি।

আৰু ফাতেমা! চিৰাজৰ এই বিধৱা ভনীয়েকজনী যাইকে 'চিৰাজ' চৰিত্ৰটো উজ্জ্বলাই তুলিবলৈ নাটকখনত সংযোজিত হ'ল। ফাতেমাৰ কোলাতে ডাঙৰ-দীঘল হোৱা সীতাৰ জীৱনৰ প্ৰথমখিনি বহু পৰিমাণে ফাতেমাই নিৰ নিয়ন্ত্ৰণত ৰাখিলেও পিছৰ ফালে ফাতেমা নাটকৰ ঘটনাৱলীৰ পৰা আঁতৰত থাকিল। মুঠ আঠটা দৃশ্যৰ নাটকখনৰ মাথো দুটা দৃশ্যত ফাতেমাৰ উপস্থিতি থাকিলেও এই দীঘলীয়া দৃশ্য দুটাৰ ঘটনা বহুল পৰিক্ৰমাত ফাতেমা এক শক্তিশালী চৰিত্ৰ। কৰুণ ৰসেৰে পূৰ্ণ এই দুয়োটা দৃশ্যতে ফাতেমাই সনাতন নাৰীৰ সন্তানহাৰা মাতৃ হৃদয়ৰ কাৰুণ্যখিনি উজাৰি দি দৃশ্যৰাজিক নাটকীয় শীৰ্ষবিন্দুলৈ উঠাই নিবলৈ সক্ষম হৈছে।

প্ৰসঙ্গত উল্লেখযোগ্য যে 'চিৰাজ' নাটকখন যেতিয়াই য'তেই অভিনীত হৈছে, 'আঘোণা' আৰু 'ফাতেমা' চৰিত্ৰ দুটাৰ অভিনয় সম্পৰ্কতেই সৰ্বাধিক চৰ্চিত হোৱা লক্ষ্য কৰা যায়। এই দুই চৰিত্ৰৰ নাটকীয় উপজীব্য ইমান বেছি, যে তাৰ তুলনাত মুখ্য চৰিত্ৰ 'কন্দৰ্প' ও মাজে মাজে যেন ম্লান হৈ পৰে। গল্পটোত নথকা এই দুটা চৰিত্ৰ নাটকখনত সৃষ্টি কৰি ফণী শৰ্মাই নাটকখনক বহু ওপৰলৈ তুলি নিবলৈ সক্ষম হৈছে। এনে ভাব হয় নাটকৰ নৱৰসৰ সৃষ্টিৰ বাবে এই দুই চৰিত্ৰ যেন মঞ্চলৈ অহাটো অনিবাৰ্য আছিল।

গল্পটো লিখাৰ সময় আৰু নাটকখন লিখাৰ সময়ৰ পাৰ্থক্যকণ গল্পকাৰ আৰু নাট্যকাৰৰ চিন্তা-চৰ্চাত প্ৰতিফলিত হৈছে। "নুৰৰ কাৰণে আমি মূৰ্গী পোহা আৰু খোৱা পৰ্যন্ত বন্ধ কৰি দিছোঁ।" গল্পটোত চিৰাজৰ মুখৰ কথা এয়া। ('নুৰ' চিৰাজৰ ঘৰত সৰু সীতাৰ নাম।) এয়া ত্ৰিশৰ দশকৰ অসমৰ সামাজিক ৰূপ এটাৰ স্থিৰচিত্ৰ। নাটকখনৰ প্ৰথম অঙ্কৰ তৃতীয় দৃশ্যত চিৰাজৰ মুখৰ সংলাপ — "কুকুৰাবোৰ আঁতৰকৈ খেদাই দে। ভিতৰত সেই হিন্দুৰ ছোৱালীজনী আছে নহয়। দেখা পালে কিজানি বেয়াই পায়।" গল্পটো লিখাৰ ত্ৰিশ বছৰৰ পাছত অসমৰ সমাজ জীৱনৰ ছবি এখন এই সংলাপ শাৰীত প্ৰতিফলিত হৈছিল। গল্পৰ চিৰাজে ত্ৰিশৰ দশকত ঘৰত হিন্দু 'নুৰ' (সীতা) থকা বাবে মূৰ্গী পুহিব এৰিছিল।

গল্পৰ কন্দৰ্প আছিল এজন উকীল, নাটকৰ কন্দৰ্প দেউতাকৰ চাহ বাগিছাৰ উত্তৰাধিকাৰী। ওকালতিৰ কামতে এদিন চাইকেল চলাই চিৰাজৰ ঘৰ ওলাই কন্দৰ্পই আৱিষ্কাৰ কৰিলে তেওঁৰ ঔৰসত সাবিত্ৰীৰ গৰ্ভত জন্ম লাভ কৰা 'নুৰ' বা 'সীতা' চিৰাজৰ ঘৰত। আনহাতে কন্দৰ্পই গাড়ীৰে আঘোণাক লগত লৈ নিজৰ মুকুতাজান চাহবাগিছালৈ বুলি গৈ থকা অৱস্থাত চিৰাজৰ ঘৰৰ সন্মুখতে গাড়ী চকা ফুটাত আঠ বছৰীয়া নুৰে দেখা পাই কন্দৰ্পই আঘোণাক নুৰে চিৰাজৰ ঘৰৰ চোতাললৈ আদৰি আনিলে। দুটা ভিন্ন সময়ৰ ইঙ্গিত বহন কৰা এই দুই ঘটনা ক্ৰম নিতান্তই গল্পটো আৰু নাটকখনৰ বিকাশৰ বাবেই কৰা হৈছে যদিও সময়-কালৰ পাৰ্থক্যকণ উল্লেখনীয় আছিল।

হয়তো গল্পত চৰিত্ৰৰ আঙ্গিক প্ৰকাশৰ সুবিধা নাথাকে বাবেই গল্পকাৰে কন্দৰ্প সাবিত্ৰীৰ প্ৰেম আৰু অবৈধ মিলনৰ প্ৰকাশ কৰিবলৈ মুক্তভাৱে নিজৰ কলমক বিচৰণ কৰিবলৈ দিছে। নাট্যকাৰে সিমানখিনি কৰাৰ দৰকাৰ নাই। তেওঁৰ নাটকৰ চৰিত্ৰত অভিনয় কৰা শিল্পীসকলে নিজৰ শাৰীৰিক সঞ্চালনাৰে নাট্যকাৰৰ মনৰ বহু কথা প্ৰকাশ কৰিব। সেইবাবেই গল্পটোত আৰু নাটকখনত এই প্ৰেমিক-প্ৰেমিকাহালৰ মনৰ কথাবোৰ ব্যক্ত কৰাত পৰিমাণৰ তাৰতম্য ঘটিছে বহু পৰিমাণে। নাটকখনৰ কন্দৰ্প-সাবিত্ৰীতকৈ গল্পৰ কন্দৰ্প-সাবিত্ৰী কিছু বেছিকৈ চঞ্চল মতি হ'ল নেকি, এনে ভাব হয়। বৰঞ্চ, তেওঁলোকৰ প্ৰেমৰ সৌন্দৰ্যখিনি নাটকখনতকৈ গল্পতহে লালিত্যময় হৈ উঠিব পাৰিলেহেঁতেন। এই প্ৰেমৰ এই মাধুৰ্যকণ সুন্দৰ অভিনয়ৰ যোগেদি নাটকৰ দৰ্শক সকলে কিন্তু পুৰামাত্ৰাই উপভোগ কৰে।

লক্ষ্মীধৰ শৰ্মাৰ সম্পৰ্কত শ্ৰীহোমেন বৰগোহাঞিৰ মন্তব্য— লক্ষ্মীধৰ শৰ্মাই বোধহয় অসমীয়া সাহিত্যৰ প্ৰথম দায়বদ্ধ লেখক। এই মন্তব্যৰ আধাৰত তেওঁৰ গল্প 'চিৰাজ'ত দায়বদ্ধতাৰ পৰিচয় গল্পকাৰে কিমান দিব পাৰিছে? সেই তাহানিখন ত্ৰিশৰ দশকতেই বৃহৎ অসমীয়া সমাজৰ হিন্দু-মুছলমানৰ হৃদয়ৰ বান্ধোনটো কটকটীয়াকৈ লক্ষ্মীধৰ শৰ্মাই গল্পটোৰ নাম ভূমিকাত চৰিত্ৰ 'চিৰাজ'ৰ যোগেদি সফলভাৱে দেখুৱাবলৈ প্ৰয়াস কৰিছে। মুছলমান চিৰাজৰ ঘৰত আহি অচানক উপস্থিত হোৱা নিৰাশ্ৰয়া হিন্দু ছোৱালী সাবিত্ৰীক সেৱা শুশ্ৰূষা কৰা, তাইৰ সন্তানক তুলি-তালি ডাঙৰ-দীঘল কৰা চিৰাদৰ জৰিয়তে ত্ৰিশৰ দশকতেই অসমত বিৰাজমান হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ মূলভাৱটো শৰ্মাই গল্পটোত প্ৰকটভাৱে দাঙি ধৰিছে। চিৰাজৰ এই মহৎ হৃদয়ৰ বিপৰীতে হিন্দু-মানুহ কিছুমানৰ ঠেক গণ্ডীৰ মনৰ পৰিচয় নাট্যকাৰে দাঙি ধৰিছে সৰযূ-অনিল আদিৰ জৰিয়তে, যাৰ বাবে মুছলমানৰ ঘৰত ডাঙৰ-দীঘল হোৱা হিন্দু-ছোৱালী সীতাক আজিৰ ডেকা অনিলে বিবাহ কৰিবলৈ অমান্তি হ'ল। এই জলন্ত সমস্যাটোত দায়বদ্ধতা নিশ্চিত কৰিছে। আনহাতে ফণী শৰ্মা মূলতঃ মঞ্চৰ মানুহ। আনে লিখি দিয়া নাটকৰ চৰিত্ৰত তেওঁ অভিনয় কৰে। কিন্তু ষাঠিৰ দশকত 'চিৰাজ' গল্পটোৰ

নাট্যৰূপ দিবলৈ গৈ তেওঁ অন্য এক সত্তালৈ ৰূপান্তৰিত হ'ল। তেওঁ এক বেলেগ যুগত নাটকখন লিখিবলৈ আৰম্ভ কৰি গল্পটোত থকা সামাজিক সমস্যাটোকে দৰ্শকৰ সমুখত উদঙাই দেখুৱালে। কিন্তু তাতেই ক্ষান্ত নাথাকি গল্পকাৰতকৈও এখোপ আগুৱাই গৈ এইজন শৰ্মাই এই সমস্যাটোৰ এটা সুমীমাংসাও দেখুৱাব পাৰিলে। সেই সাবিত্ৰীৰ সন্তান সীতাক অনিলে বিয়া কৰিবলৈ মান্তি হৈ যি আদৰ্শ প্ৰকাশ কৰিলে, ষাঠিৰ দশকৰ নাট্যকাৰ ফণী শৰ্মাই তাৰ দ্বাৰা তেওঁৰ এক সুচিন্তিত দায়বদ্ধতাৰ ছবি পঢুৱৈৰ মনৰ মণিকোঠাত ওলোমাই ৰাখিবলৈ সমৰ্থ হ'ল। আৰু তাৰেই ফলশ্ৰুতিতেই দেখা গ'ল, পিছৰ দিনবিলাকত অসমীয়া নাট্যজগতত 'চিৰাজ' এনে এক নাটকলৈ উন্নীত হ'ল যিখন অসমৰ যেই কোনো এখন ঠাইত, যেই কোনো সময়ত মঞ্চস্থ কৰিব পাৰি। ই যেন সৰ্বকালৰ বাবে গ্ৰহণযোগ্য এক সৃষ্টি। ইয়াৰ নাই কোনো পৰিধি, নাই কোনো সীমা। ইয়াৰ সবাতোকৈ সাফল্য এইখিনিতেই যে এই নাটকখন ওচৰা-ওচৰিকৈ দুজন হিন্দু-মুছলমান দৰ্শকে একেলগে বহি চাই উঠি শেষত ক'ব-- 'চিৰাজ' চিৰাজেই। এই বৃদ্ধ মান্যৱন্ত মানুহগৰাকীৰ মহত্ত্বৰ ওচৰত আমি সদায়ে নত শিৰ হওঁ।

কোনো এক গভীৰ ক্ষণত 'চিৰাজ' নামৰ সেই সুবিখ্যাত গল্পটো একান্তভাৱে পঢ়ি থাকিবলৈ যিদৰে ভাল লাগে, কোনো এক গভীৰ নিশা কোনো এক মঞ্চত 'চিৰাজ' নাটখন চাই থাকিবলৈ সেইদৰেই ভাল লাগে। গল্পটো পঢ়িবলৈ যিদৰে কোনো স্থান-কালৰ প্ৰয়োজন নহয়, সেইদৰে নাটকখন চাবলৈকো স্থান-কালৰ বিচাৰ নাহে। গল্পটোত ৰচনাৰ যি মৌলিক প্ৰেৰণা গল্পকাৰে পাইছিল, সেয়াই যেন নাট্যকাৰেও অনুভৱ কৰিছিল নাটকখন লিখিবৰ সময়ত। 'চিৰাজ'ত আছে সৰ্বকালৰ মানৱ প্ৰাণৰ সেই অমৰত্বৰ আহ্বান-- মমত্ব আৰু ভাতৃত্ব। এই দুই মহান শক্তিৰ প্ৰেৰণাকে মূলধন কৰি সৃষ্টি কৰি যোৱা গল্পকাৰ গৰাকী আৰু নাট্যকাৰ গৰাকীৰ এই মহান সৃষ্টি অসমীয়া সাহিত্য-সংস্কৃতিত অতুলনীয় সম্পদ হিচাপে সন্মানিত হৈ থাকিব সদায়।OO

# অসমৰ জনজাতি আজি আন্দোলনমুখী কিয়? এটি চমু পৰ্যালোচনা

ড° যতীন মিপুন

সাম্প্ৰতিক অসম তথা সমগ্ৰ ভাৰতবৰ্ষতে নিজস্ব জাতিসত্বাৰ প্ৰতি সচেতন হৈ আত্ম-নিয়ন্ত্ৰণৰ অধিকাৰৰ বাবে আন্দোলনমুখী পন্থা প্ৰতিটো জনগোষ্ঠীয়ে অৱলম্বন কৰিবলৈ ধৰাত চাৰিওদিশে এক অগ্নিগৰ্ভা বাতাবৰণে দেশখনক জুৰুলা কৰি পেলাইছে। এনে এক বাতাবৰণত অসমৰ প্ৰতিটো জনজাতিয়েই আত্ম-নিয়ন্ত্ৰণৰ অধিকাৰৰ বাবে আন্দোলনমুখী হৈ পৰাটো বিশেষ তাৎপৰ্যপূৰ্ণ। আৰ্থসামাজিক, ৰাজনৈতিক, শিক্ষা আদি দিশত স্বাধীনতাৰ যোৱা চাৰিটা দশকত কিছুমান মুষ্টিমেয় জন-জাতি পৰিয়ালৰ বাদে কোনো দিশতেই অগ্ৰগতি লাভ কৰিব নোৱাৰা অসমৰ জনজাতিসকলৰ জাতিসত্বাৰ প্ৰতি সজাগতা আৰু আত্মনিয়ন্ত্ৰণৰ প্ৰতি ব্যাকুলতা অসমৰ যোৱা ছবছৰীয়া বিদেশী বহিষ্কাৰ আন্দোলনৰ পিছত ব্যাপক হোৱা যেন পৰিলক্ষিত হয় যদিও সত্তৰ দশকৰ উত্তৰ-পূব ভাৰত পূৰ্ণগঠনৰ ফলত সৃষ্টি হোৱা নাগালেণ্ড, মেঘালয় আদিৰ অনুপ্ৰেৰণাও নথকা নহয়। অভাৱত জৰ্জৰিত, অৰ্দ্ধহাৰ-অনাহাৰে দিন কটোৱা কৃষিজীৱি জনজাতি ৰাইজ, জনজাতি যুৱমানসৰ অন্যান্য জাতি-গোষ্ঠীৰ যুৱ মানসৰ দৰেই অস্থিৰতা তথা পুঞ্জীভূত ক্ষোভে সহজতে আবেগৰ দ্বাৰা আন্দোলনৰ বাবে উদ্বেলিত কৰিব পৰা বাতাবৰণ মজুত থকা বাবে আজি বাস্তৱতাতকৈ জাতিসত্বাৰ আত্মনিয়ন্ত্ৰণৰ প্ৰতি অসমৰ বিভিন্ন জনজাতি ৰাইজ আন্দোলনমুখী হ'ব লাগিছে।

সামগ্ৰিকভাৱে বৃহত্তৰ অসমীয়া জাতিয়ে যিবোৰ কাৰণত আন্দোলনমুখী পন্থা অৱলম্বন কৰি আহিছে অসমৰ জনজাতি সকলেও মূলতঃ সেইবোৰ কাৰণতেই আন্দোলমুখী হৈ পৰাটো পৰিলক্ষিত হৈছে যদিও পৃথক ৰাজ্যৰ দাবীও সমান্তৰালভাৱে কৰা হয়। বহুল ভাৱে চাবলৈ হ'লে আন্দোলনৰ এই কাৰণসমূহ তিনিটা মূল ভাগত ভগাব পাৰি। আৰ্থসামাজিক, ৰাজনৈতিক আৰু ভাষা-শিক্ষা। জনজাতিসকলৰ মাজত জাতিসত্বাৰ প্ৰতি সচেতনতা আৰু আত্ম-নিয়ন্ত্ৰণৰ প্ৰতি ব্যাকুলতাত এই দিশসমূহে প্ৰভাৱ পেলাইছে আৰু এই দিশসমূহৰ সৰ্বাঙ্গীণ উন্নতি কামনা কৰা বাবেই মূলতঃ আন্দোলনে গা কৰি উঠিছে।

অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ জনজাতীয় বসতিপূৰ্ণ এলেকাসমূহলৈ মন কৰিলে দেখা যাব যে বেছিভাগ জনজাতি, যেনে বড়ো, ৰাভা, মিচিং, ডিমাছা, কাৰ্বি আদিয়ে নদীৰ পাৰত, পাহাৰত নতুবা সংৰক্ষিত বনাঞ্চলত বেদখল কৰি সামান্য কৃষি উপাৰ্জনৰে জীৱন নিৰ্বাহ কৰি আছে। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে কোকৰাঝাৰ জিলাৰ গোসাঁইগাঁও মহকুমাৰ পৰা ধেমাজি জিলাৰ জোনাই মহকুমালৈ আৰু দক্ষিণ পাৰে গোৱালপাৰা জিলাৰ পৰা তিনিচুকীয়া জিলাৰ মাৰ্ঘেৰিটা আৰু শদিয়া মহকুমা পৰ্যন্ত, লগতে দুখন পাহাৰীয়া জনজাতি বসতিপূৰ্ণ জিলা উত্তৰ কাছাৰ পাহাৰ জিলা আৰু কাৰ্বি আংলং জিলাত সিঁচৰিত হৈ বসবাস কৰি থকা অসমৰ সমূহ কৃষিজীৱি জনজাতিৰ আৰ্থ-সামাজিক দিশত জুৰুলা হোৱাৰ প্ৰধান আৰু মূল

কাৰণ হ'ল কৃষিৰ উপযোগী মাটিৰ অভাৱ। জনজাতি অধ্যুষিত অসমৰ পাহাৰী জিলা দুখনত এতিয়াও ঝুম খেতিৰ প্ৰভাৱ দেখা যায় যদিও পানী খেতি, ৰবৰ খেতি বা কফি খেতি আদিৰ প্ৰচলনৰ চেষ্টা কৰা হৈছে। ডিব্ৰু চহৰত জিলা গৱেষণা বিষয়া হিচাপে কাৰ্যনিৰ্বাহ কৰা কালত ১৯৭৯ চনত উক্ত পাহাৰীয়া জিলা দুখনৰ গাওঁসমূহ গৱেষণা কাৰ্যত বিস্তৃত ভাৱে ভ্ৰমণ কৰাৰ সুযোগ পোৱাৰ সময়ত দেখিছিলো ঝুম খেতিৰ সামান্য কৃষি উৎপাদনেৰে বছৰটোৰ মাথো কেইমাহমানহে খাবলৈ জোৰা গাওঁবাসীয়ে পাহাৰীয়া বনৰীয়া আলু কচু খাই জীয়াই থকাৰ অৱস্থা। জীয়াই থকাৰ বাবে একমাত্ৰ এমুঠি ভাতৰ বাবে হাঁহাকাৰ কৰি থকা সেই পাহাৰীয়া জনজাতি বাইজৰ আৰ্থিক অৱস্থা যোৱা দশকটোত যে উন্নতি হৈছে সি নহয়। অসমৰ ভৈয়ামৰ বেছিভাগ জনজাতিৰ আৰ্থিক অৱস্থাও যে তথৈবচ তাক বিতংকৈ বৰ্ণনা কৰাৰ প্ৰয়োজন নাই। বেছিভাগ ভৈয়ামৰ জনজাতিয়েই নদীৰ পাৰৰ বানবিধ্বস্ত অঞ্চল বা সংৰক্ষিত বনাঞ্চলত বেদখল কৰি বসবাস কৰি থকা বাবে প্ৰতিবছৰে হোৱা প্ৰলয়ঙ্কৰী বানত জনজাতি গাওঁ সমূহ অৰ্দ্ধহাৰে-অনাহাৰে দিন কটোৱা অৱস্থা নিজ চকুৰে নেদেখিলে সহজে বোধগম্য নহ'ব। সংৰক্ষিত বনাঞ্চলত বেদখল কৰি থকা জনজাতিসকল বনাঞ্চলৰ পশু-পক্ষীৰ পৰা সামান্য খেতি ডৰা ৰক্ষা কৰিব নোৱাৰা অৱস্থা, মাজে-সময়ে উচ্ছেদৰ ফলত আলাই-আথানি হোৱা, সৰ্বশেষত উপযুক্ত কৃষি মাটিৰ অভাৱত জনজাতি কৃষিজীৱিৰ মাজত ব্যাপক ৰূপে দেখা দিয়া নিবনুৱা কৃষি শ্ৰমিকৰ অৰ্দ্ধহাৰে-অনাহাৰে দিন কটোৱা প্ৰতিচ্ছবিয়েই হ'ল অসমৰ সমগ্ৰ কৃষিজীৱি জনজাতিৰ প্ৰকৃত প্ৰতিচ্ছবি।

এনে এক পৰিবেশত জীৱন-যাপন কৰা কৃষিজীৱি জনজাতিসকলৰ মাজত আছে আওপুৰণি নানাধৰণৰ আচাৰ-ব্যৱহাৰ। নিৰক্ষৰ তথা অন্ধবিশ্বাসৰ বলি হৈ বছৰটোত পতা নানা ধৰণৰ পূজা-পাতল, ঘৰুৱা মদৰ প্ৰচলন, সহজাত সৰলতাৰে অতিথি পৰায়ণ হৈ আলহী অতিথিৰ শুশ্ৰূষৰ আদিত একোটা পৰিয়ালে বছৰটোৰ সমগ্ৰ উৎপাদন ব্যয় কৰা দেখা যায়। অধিক কৃষি উৎপাদনৰ বাবে চেষ্টা কৰা, কৃষি উৎপাদন ৰাহি কৰিবলৈ যত্ন কৰা বা কৃষি উৎপাদন বিক্ৰী কৰি আৰ্থিক অৱস্থা টনকিয়াল কৰাৰ চিন্তা জনজাতি সকলৰ মাজত খুউব কমেইহে দেখা যায়। নিৰক্ষৰ জনজাতিসকল অন্ধবিশ্বাসৰ বলি হৈ কৃষি উৎপাদন অপপ্ৰয়োগ কৰাৰ পৰা বিৰত ৰখাৰ বাস্তৱধৰ্মী কাৰ্যপন্থা লোৱা এতিয়াও পৰিলক্ষিত হোৱা নাই, যদিও জনজাতিৰ আৰ্থসামাজিক উন্নতিৰ বাবে বহু কৰ্মশালা তথা বিভাগৰ জন্ম হৈছে। তাৰোপৰি কৃষিজীৱি জনজাতি অধ্যুষিত অঞ্চল সমূহত কৃষিৰ উপযোগী যিকন মাটি আছে যোৱা চাৰিটা দশকত মাটি জৰীপৰ দ্বাৰা স্থায়ী বন্দোবস্তীৰ ব্যৱস্থা কৃতকাৰ্য ভাবে হাতত লোৱা দৃষ্টিগোচৰ নোহোৱাটো পৰিতাপৰ কথা কিছুদিন আগতে জনজাতি এলেকাত অৱশ্যে ম্যাদি পট্টা বিতৰণৰ খবৰ কাগজে পত্ৰই দৃষ্টিগোচৰ হৈছে, ই কৃষিজীৱি জনজাতিৰ বাবে আনন্দৰ কথা তথাপিও বানপীড়িত জনজাতিৰ পুনঃ সংস্থাপন হোৱা অঞ্চলত আৰু সামগ্ৰিক ভাৱে জনজাতি অধ্যুষিত অঞ্চলসমূহত স্থায়ী মাটি বন্দোবস্তীৰ অভাৱ পৰিলক্ষিত হয়। কৃষিজীৱি জনজাতিৰ বাবে দিয়া চৰকাৰী ঋণ আদিৰো সঠিক ভাগ বিতৰণ আৰু প্ৰয়োগ নোহোৱাত জনজাতিসকলৰ আৰ্থ-সামাজিক অতি শোচনীয় অৱস্থা এতিয়াও বিদ্যমান।

আৰ্থ-সামাজিক দিশত জুৰুলা হৈ জীৱন-নিৰ্বাহ কৰি থকা নিৰক্ষৰ কৃষিজীৱি জনজাতি নাৰী-পুৰুষৰ আত্ম-নিয়ন্ত্ৰণ বা নিজস্ব জাতি সত্তাৰ প্ৰতি বিশেষ কোনো সজাগতা

নাই। এই নিজস্ব জাতিসত্বা আৰু আত্ম-নিয়ন্ত্ৰণৰ সজাগতা আহিছে শিক্ষিত জনজাতি যুৱ সমাজৰ পৰা, অৱশ্যে জাতিসত্বা আৰু আত্মনিয়ন্ত্ৰণৰ প্ৰতি সজাগতা শিক্ষিত চামৰ মাজত অহাটোৱেই স্বাভাৱিক আৰু এই শিক্ষিত চামে পেটৰ ভাত মুঠিৰ তাড়নাত ক্ষোভিত জনজাতি ৰাইজৰ মাজত বিদ্ৰোহ ইন্ধুক হৈ থকা এক সাৰুৱা ক্ষেত্ৰ পাইছে যাৰ ফলত সমগ্ৰ অসমত বিভিন্ন জনজাতিয়ে আত্ম-নিয়ন্ত্ৰণৰ বাবে আন্দোলনমুখী হৈ পৰিছে।

উল্লেখযোগ্য যে স্বাধীনতাৰ যোৱা চাৰিটা দশকত অসমৰ জনজাতিৰ আৰ্থ-সামাজিক দুৰ্বলতা আৰু নিৰক্ষৰতাৰ ব্যাপকতা দূৰীকৰণৰ বাস্তৱমুখী কাৰ্যপদ্ধতি প্ৰয়োগৰ ক্ষেত্ৰত অসমৰ জনজাতি অধ্যুষিত অঞ্চলত ৰাজনৈতিক নেতাই সঠিক কাৰ্যব্যৱস্থা লোৱা দেখা নগ'ল। ৰাজনৈতিক নেতাৰ কথা জনজাতি উন্নয়নৰ চিন্তাধাৰাত উল্লেখনীয় এইবাবেই যে স্বাধীন ভাৰত তথা অসমত ক্ষমতাৰ আধাৰ হ'ল ৰাজনৈতিক নেতাসকল আৰু তেওঁলোকৰ, যদি শাসক শ্ৰেণী হয়, চৰকাৰখন। হাতত প্ৰচুৰ ক্ষমতা থকা স্বত্বেও অনুসূচীত জাতি-জনজাতি তথা সামগ্ৰিক ভাৱে সমাজৰ সকলো দুৰ্বল শ্ৰেণীৰ ওপৰত অত্যাচাৰ-অবিচাৰ হ'ব নালাগে, জনজাতিৰ উন্নতিকল্পে বহু চৰকাৰী আইন কানুন কাৰ্যব্যৱস্থা থকা সত্বেও জনজাতি ৰাজনৈতিক নেতাই তেওঁলোকৰ এলেকাত প্ৰকৃততে এনে কাৰ্যব্যৱস্থা প্ৰয়োগ হৈছেনে নাই, জনজাতি ৰাইজ উপকৃত হৈছেনে নাই তাৰ খবৰ লোৱা কাচিৎহে দেখিবলৈ পোৱা যায়। এইটো এটা চৰম দুৰ্ভাগ্যৰ কথা যে অসমৰ জনজাতি ৰাজনৈতিক নেতাই নিজৰ পৰিয়াল আৰু আত্মীয়-স্বজনৰ আৰ্থিক-সামাজিক দিশটো সবল কৰাৰ বাবে জনজাতি ৰাইজলৈ বিশেষ অৰিহণা আগবঢ়োৱা দৃষ্টিগোচৰ হোৱা নাই। এই কথা অৰ্দ্ধাহাৰে-অনাহাৰে জীৱন নিৰ্বাহ কৰি থকা কৃষিজীৱী জনজাতি ৰাইজে যোৱা দশক কেইটাত হৃদয়ঙ্গম কৰি আহিছে আৰু অপ্ৰকাশিত ক্ষোভত জ্বলি আছে। নিৰক্ষৰতা আৰু সংগঠন তথা নেতাৰ অভাৱতহে সেই ক্ষোভে বিদ্ৰোহ ঘোষণা কৰি আন্দোলনৰ পথ লোৱাত ইমান পলম কৰিলে। এনে উপেক্ষা আৰু ভ্ৰষ্টাচাৰ আৰু সহ্য কৰিব নোৱাৰি বুলি ভৱা শিক্ষিত জনজাতি যুৱ সমাজে সেয়ে সহজেই নিৰক্ষৰ জনজাতি গাঁওবাসীক আন্দোলনৰ পথলৈ উলিয়াই আনিব পাৰিছে।

নিজস্ব জাতি সত্বাৰ পৰিচয় আৰু আত্মনিয়ন্ত্ৰণৰ প্ৰধান বাহকেই হ'ল সেই জাতি বা গোষ্ঠী ভাষা সাহিত্য। এই কথাষাৰ হৃদয়ঙ্গম কৰিব পৰা হোৱাৰ পৰাই অসমৰ প্ৰতিটো জনজাতিয়েই ভাষা সাহিত্যৰ যোগেদি আত্মনিয়ন্ত্ৰণৰ পথ সুগম কৰাৰ অৰ্থে আন্দোলনমুখী হৈ পৰিছে। বড়ো ভাষা ইতিমধ্যে মহাবিদ্যালয় পৰ্যন্ত শিক্ষাৰ মাধ্যম হিচাপে প্ৰয়োগ হৈছে। সত্তৰ দশকত বড়ো ভাষাৰ লিপি সংক্ৰান্তত যথেষ্ট আন্দোলন কৰিব লগা হৈছিল। মিচিং, ৰাভা, কাৰবি আদি জনজাতি ভাষাও ইতিমধ্যে এল, পি, স্কুল পৰ্যায়ত শিক্ষাৰ মাধ্যম হ'ব ধৰিছে। প্ৰতিটো জনগোষ্ঠীৰ মাতৃভাষা ভাষা সাহিত্য ৰূপত বিকশিত হোৱাটো সুখৰ কথা, কিন্তু জনজাতিসকলে এই ক্ষেত্ৰত আন্দোলনমুখী পন্থা অৱলম্বন কৰিছে নিজ মাতৃভাষাক বৰ্তমান পৰ্যায়ত পোৱাইছে বোলা ক্ষোভ এটা পৰিলক্ষিত হয়। বস্তুতে কম খোজে অসমীয়া উগ্ৰ জনজাতীয় বাদৰ বাবেই এসময়ত নাগালেণ্ড, মেঘালয় আদিৰ জন্ম হ'ল, ঠিক একেই কাৰণত আজি অসমত বড়োলেণ্ড, কাৰবিলেণ্ড, মিচিংলেণ্ড আদি পুনৰ জন্ম ল'ব বিচাৰিছে। অৱশ্যে এনেদৰে প্ৰতিটো জনজাতিও উগ্ৰ গোষ্ঠীবাদৰ বলি হৈ ভাষা সাহিত্যৰ কথা চিন্তা

চৰ্চা কৰা বাবে তেওঁলোকৰ ভাষা সাহিত্য আশানুৰূপ ভাৱে বিকশিত হোৱা নাই। তাৰোপৰি অসমৰ বহু জনজাতিৰ ভাষা সাহিত্যৰ স্বয়ম্ভু কৰ্ণাধাৰসকল তেওঁলোকৰ ভাষা সাহিত্যৰ ওপৰত দখল আৰু ব্যুৎপত্তি থকা দেখা নাযায়। নিজ মাতৃভাষা সাৱলীল ভাৱে ক'ব পৰাটোকে সেই ভাষাৰ সাহিত্যৰ প্ৰতি দখল থকা নুবুজায়, মাতৃভাষা সাৱলীল ভাৱে ক'ব জনা ব্যক্তিজন সেই মাতৃভাষাত নিৰক্ষৰো হ'ব পাৰে। ভাষা সাহিত্যৰ ক্ষেত্ৰত আত্মনিয়ন্ত্ৰণৰ চেষ্টা কৰা আন্দোলনমুখী অসমৰ বহু জনজাতি এনে কৰ্ণাধাৰ সকলৰ বাবে বিপথে পৰিচালিত হোৱা পৰিলক্ষিত হয়, ফলত হোৱাই নোহোৱাই অসমৰ জনজাতি সকলৰ মাজত আন্দোলনমুখী মানসিকতা এটাই গা কৰি উঠিছে।

অৱশ্যে এযাৰ কথা ঠিক যে জাতিসত্তা আৰু আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ বাবে কৰা আন্দোলনৰ ওপৰত উনুকিয়াই অহা কাৰণ আৰু আন বহু দিশ সামৰিহে গা কৰি উঠিব পাৰে। অসমৰ জনজাতি যুৱ সমাজত তথা বুদ্ধিজীৱি আন্দোলনকাৰীয়ে এযাৰ কথা যেন মনত ৰাখে-- এইয়া হ'ল, স্বাধীনতাৰ যোৱা চাৰিটা দশকত কিঞ্চিৎ হ'লেও উন্নত হ'ব ধৰা জনজাতি সকলক অহেতুক আন্দোলনৰ যোগেদি পুনৰ চাৰিটা দশক পিছলৈ ঠেলি যেন নপঠিয়ায়। আৰু এযাৰ কথা মনত ৰখা দৰকাৰ বিভিন্ন জাতি তথা জনগোষ্ঠীৰে ভৰা অসম হ'ল এক ক্ষুদ্ৰ ভাৰত। ইয়াত কোনো এক বিশেষ জনগোষ্ঠীয়েই সংখ্যাগৰিষ্ঠ নহয়। বিভিন্ন জাতি, উপজাতি একত্ৰিত হৈ তেওঁলোকৰ ভাষা সাহিত্যৰ অৱদানৰ ফলতহে অসমীয়া ভাষা-সংস্কৃতিয়ে উৎকৰ্ষ সাধন কৰি আজিৰ অৱস্থা পাইছেহি। কোনো বিশেষ গোষ্ঠীয়ে অসমীয়া ভাষা-সাহিত্য, সংস্কৃতি, সামগ্ৰিক ভাৱে অসমীয়া সমাজখন তেওঁলোকৰ সৃষ্টি বা তেওঁলোকৰ অৱদানৰ ফলতহে অসমীয়া জাতি গঠন সম্ভৱপৰ হৈছে বুলি দাম্ভিকতাত বুৰ গ'লে মূৰ্খামি কৰাৰ বাদে আন একোৱেই নহ'ব। এনে এক মানসিকতাই গা কৰি উঠিব লাগিলে কলাগুৰু, ৰূপকোঁৱৰ, ৰসৰাজ প্ৰমুখ্যে বৰেণ্য ব্যক্তিসকলৰ বিদেহী আত্মাও অসম আৰু বৃহত্তৰ অসমীয়া জাতি ৰক্ষাৰ বাবে আন্দোলনৰ পথ ল'ব লগা হ'বগৈ। আৰু এযাৰ কথা গভীৰভাৱে চিন্তা কৰাৰ প্ৰয়োজন, এইটো হ'ল প্ৰতি জাতি তথা জনগোষ্ঠীৰ সাহিত্য-সংস্কৃতিৰ উৎকৰ্ষ সাধন হোৱাটো সকলোৰে কাম্য, কিন্তু উগ্ৰ অসমীয়া জাতীয়তাবাদ বা উগ্ৰ জনজাতীয় গোষ্ঠীবাদে অসমৰ উন্নতিতকৈ অধোগতিৰ ফালেহে ঠেলি নিয়াৰ সম্ভাৱনা বেছি।

পৰিতাপৰ কথা যে সৌ-সিদিনা অসমৰ ঐতিহাসিক স্বদেশীয়া আন্দোলনৰ সময়ত জাতি-ভেদ পাহৰি বিভিন্ন জনগোষ্ঠীয়ে সামগ্ৰিক ভাৱে আমি অসমীয়া, অসম আমাৰ বুলি যি পৰিবেশ গঢ়ি তুলিছিল, সেই পৰিবেশ ইমান কম দিনত, ইমান কম সময়ৰ ভিতৰত জলাঞ্জলি দিয়া হ'ল; ই সমগ্ৰ অসমবাসীৰ বাবে ক্ষতিকাৰক হৈ পৰিব লাগিছে। সেয়ে বিভিন্ন জনগোষ্ঠীয়ে আৰ্থ-সামাজিক, ভাষা-সাংস্কৃতিক দিশত কেতিয়াবা আন্দোলনৰ পথ ল'বলগীয়া হ'লেও শান্তিপূৰ্ণ পদ্ধতিৰে আন্দোলন কৰা, আলাপ-আলোচনাৰ যোগেদি সমস্যাসমূহ দূৰ কৰাহে আমাৰ বাবে কাম্য হ'ব। কাৰণ ভাষা, ধৰ্ম, আচাৰ-ব্যৱহাৰ, চেহেৰা-পাতি আদি কৰি সকলো ক্ষেত্ৰতে প্ৰতিটো জনগোষ্ঠীৰ স্বকীয় বৈশিষ্ট্য থাকিলেও কিন্তু অসমবাসী আৰু বিভিন্ন জনগোষ্ঠীৰ সমষ্টিয়েই হ'ল বৃহত্তৰ অসমীয়া জাতি। এই চিৰন্তন সত্যটো আবেগৰ বশৱৰ্তী হৈ অস্বীকাৰ কৰিব খোজিলে আৰু অন্য দেশ বা ৰাজ্যত হিংসাৰ পথেৰেহে চোন আন্দোলন বা প্ৰতিবাদ প্ৰদৰ্শিত হ'ব লাগিছে বুলি নিজেও সেই পথ

অৱলম্বন কৰিলে নিজ জাতি তথা গোষ্ঠীৰ ধ্বংস মাতি অনাৰ বাদে একোৱেই লাভালাভ নহ'ব। ইতিহাসৰ সম্যক জ্ঞান থকা ব্যক্তিৰ বাবে এই কথা বুজাত টান নহ'ব, অসমৰ যুব সমাজেও ইতিহাস অধ্যয়ন কৰি ইতিহাসৰ পৰা জ্ঞান আহৰণ কৰি প্ৰতিটো পদক্ষেপ চিন্তা-চৰ্চাৰে সাৱধানতাৰে লোৱাৰ দিন আহি পৰিছে। বিশেষকৈ জনজাতি নেতাসকলে এই কথা মনত ৰখা ভাল হ'ব- প্ৰতিক্ষেত্ৰত ৰাজনৈতিক মুনাফা আদায় কৰা অভিপ্ৰায়েৰে জনজাতিৰ বিভিন্ন গোষ্ঠীৰ মাজত আন্দোলনমুখী ভাব জগাই তুলি অনাহকত আন্দোলন কৰি থাকিলে অসমৰ জনজাতি সকলক উপকাৰ কৰাতকৈ অপকাৰহে বেছি কৰা হ'ব। সত্তৰ-আশী দশকত প্ৰায় সাত আঠ বছৰ জনজাতিৰ ওপৰত গৱেষণা কৰি পোৱা অভিজ্ঞতা আৰু নিজেই জন্মসূত্ৰে জনজাতি হোৱাৰ অভিজ্ঞতাৰে অসমৰ জনজাতিসকলৰ আন্দোলনমুখী দিশটোত কিঞ্চিৎ আলোকপাত কৰাৰ চেষ্টা ইয়াত কৰা হ'ল, কোনো ব্যক্তিবিশেষ বা জনগোষ্ঠীক পক্ষপাতিত্বৰে চোৱা হোৱা নাই।OO

# ফ্ৰয়েডীয় মনোবিশ্লেষণ আৰু অসমীয়া আধুনিক কবিতা

ডঃ যোগেন বায়ন

আধুনিক কবিতাৰ উৎস, কেবাটাও ধাৰাৰে প্ৰবাহিত হৈ বিভিন্ন পৰিস্থিতি আৰু মতবাদৰ ভাবানুভূতিৰে মিশ্ৰিত হৈ দুৰ্বোধ্যতাৰ মেৰপাকত অস্পষ্ট হৈ পৰা এবিধ নতুন, সাহিত্য সৃষ্টি। আধুনিক যুগৰ কণ্টকাবৃত্ত জটিল ভাবধাৰাৰে গঢ়া, দুৰ্যোগৰ বা মাৰণীয়ে নিষ্পেষিত কৰা সাম্প্ৰতিক যুগৰ অৱদান হ'ল-- আজিৰ কবিতা। বিশিষ্ট পণ্ডিত লৱেঞ্চ ডাৰেলৰ মতে নতুন কবিতা হ'ল -- 'A work of art is born as an intellectual foundling', এইটো স্বীকাৰ্য যে মেঘাচ্ছন্ন জটিলতাৰে সাম্প্ৰতিক কবিতা হ'ল ৰহস্যাবৃত্ত ধুৰলী কুঁৱলীৰ মাজত লালিত পালিত হোৱা যুগসৃষ্টি। দেশে দেশে ইয়াৰ উদ্ভৱ আৰু সম্প্ৰসাৰণ অতি খৰতকীয়া আৰু বাধাহীনভাৱে সমগোষ্ঠীয়। মিঃ ডাৰেলে তেওঁৰ 'key to the modern Poetry'ত লিখিছে- 'What we call specifically modern literature has certain common characteristies in all countries.' আধুনিক কবিতাৰ এটি প্ৰবাহ হ'ল ডাঃ ফ্ৰয়েদৰ মনোবিশ্লেষণ প্ৰসূত। মনোবিশ্লেষণ (Psychoanalysis) ডাঃ ফ্ৰয়েদ আৰু ডাঃ ব্ৰুৱাৰৰ এটি মানসিক চিকিৎসাৰ প্ৰণালী।

ইংৰাজ পণ্ডিত G.S. Fraser-এ তেওঁৰ বিখ্যাত গ্ৰন্থ "Modern writer and his world"ত লিখিছে— "Mean while for us, here and now, the modern in world literature is Simply that which appeals in a trouble time to our troubled hearts." বহু সমস্যাৰে ভাৰাক্ৰান্ত, আধুনিক যুগৰ বেদনাক্লিষ্ট মানুহৰ মৰ্মস্পৰ্শী অন্তৰ প্ৰবাহ কৰুণাৰে প্লাবিত হৈ অনুভূতিৰ মাজেৰে সিক্ত হৈ ওলাই আহিছে আধুনিক কবিতা। সেয়েহে অস্থিৰ অৱস্থাৰ মাজেৰে ভাবসাম্যহীন প্ৰগতিবাদী সমাজবাদৰ নতুন প্ৰচেষ্টাই সৃষ্টি কৰিলে আজিৰ আধুনিক কবিতা। এই আধুনিক কবিতাৰ এটি প্ৰবাহ ফ্ৰয়েডৰ মনোবিশ্লেষণ মোহনিদ্ৰা আদি প্ৰবাহৰ সতে ওতঃপ্ৰোতভাৱে জড়িত। আধুনিক কবিৰ অনুভূতিত আছে বৈজ্ঞানিক ভিত্তি আৰু ইয়াৰ সৃষ্টিত মনস্তত্ব, জীৱ বিজ্ঞান, যৌন বিজ্ঞান আদি বুজাৰ ক্ষমতা কবিৰ আছে। সাম্প্ৰতিক কবিতাত আছে অভিনৱত্ব ভাৱ আৰু ভাষাৰ কোঁহে কোঁহে অভিনৱত্বই মানসিক দিগন্ত বিস্তৃত কৰিবলে কবিতাক দুৰ্বোধ্যকপত সজাই তোলে কিয়নো দুৰ্বোধ্যতা আধুনিক কবিতাৰ অংগ। সমাজক সচেতন কৰি তোলা আধুনিক কবিতাৰ এটি মহান কৃতি। Herbert Readৰ মতে "Poets bear the same relation to the Society as the antennac of an insect to its body" পতংগৰ শুংখোলে যেনেকৈ তাৰ দেহৰ গতি নিৰ্দেশ কৰে ঠিক তেনেদৰে সামাজিক চেতনা জগাই তোলা কবিৰ কৰ্তব্য। আধুনিক কবিতাত অৱচেতন মনৰ প্ৰকাশ লক্ষণীয়। অৱচেতন মনৰ প্ৰকাশ ভংগী হ'ল প্ৰতীকবাদী (Symbolism) প্ৰতীকৰ মাজেৰে কথা প্ৰকাশ ভংগীয়ে চেতন আৰু অৱচেতন, এই দুয়োখন জগতৰ সম্বন্ধ ঘটায়।

Psycho analysis বা মনোবিশ্লেষণ হ'ল ডাক্তৰ ফ্ৰয়েডৰ এটি মানসিক চিকিৎসা। মনৰ তিনি অৱস্থা যেনে চেতন, অৱচেতন আৰু অচেতন মনৰ মাজত কিছু থাই থকা কষ্টদায়ক কথাবিলাক, কোনো ঘটনাৰ লগত জড়িত হৈ অপ্ৰকাশ অৱস্থাত মনৰ মাজত

পাগুলি থাকে। সেই অৱস্থাই মানুহজনক এটি মানসিক বেমাৰত আক্ৰান্ত কৰি ৰাখে। তেনেকুৱা ৰোগীক মানসিক চিকিৎসাৰ দৰকাৰ। শোধনৰ (catharsis) সহায়ত ৰোগীৰ মনোবেদনা প্ৰকাশ কৰাৰ পদ্ধতিকে মনোবিশ্লেষণ বোলা হয়। মোহনিদ্ৰাৰ সহায়ত (Hypnotism) মনৰ কষ্টদায়ক গোপন খবৰ বাহিৰ কৰা হয়। জীৱনত ঘটা ঘটনাৰ আলম লৈ এই ধাৰণাক বুজাবলৈ ডাঃ ফ্ৰয়েডে তাক 'Oedipus Complex' বুলি কৈছে। ৰজা ঈদিপাছে বাপেকক হত্যা কৰিছিল আৰু আপোন মাতৃক বিবাহ কৰিছিল, অৱশ্যে দুয়োটা ঘটনাই ঘটিছিল ঈদিপাছৰ অজ্ঞাতে।

ডাঃ ফ্ৰয়েডে সপোনৰ ওপৰতো গৱেষণা কৰি বহু তথ্য আৱিষ্কাৰ কৰিছে। ফ্ৰয়েডৰ মতে সপোন অলীক নহয়। সপোনেও সত্যৰ ইংগিত দিয়ে। সপোনে মানচিত্ৰ আৰু প্ৰতীকৰ (Symbol) সৃষ্টি কৰে। এই মানচিত্ৰ আৰু প্ৰতীকবোৰ অলীক নহয়, ইয়াৰ অৰ্থ আছে। যৌন প্ৰবৃত্তিৰ বাস্তৱ প্ৰকাশ (Libido) মানসিক চিকিৎসাৰ বাবে এটা দৰকাৰ মানসিক অৱস্থা। সপোনত ভুমুকি মৰা চিত্ৰবোৰে আমাক বহুখবৰৰ আগজাননী দিয়ে। ডাঃ ফ্ৰয়েডৰ মনোবিশ্লেষণৰ প্ৰভাৱ আধুনিক কবিতাৰ ওপৰত বিচাৰ কৰিলে আমি তলত দিয়া মানসিক অৱস্থাবোৰৰ উমান ল'ব পাৰো।

১। মানুহৰ যৌন বিষয়ক ধ্যান-ধাৰণা আৰু ৰক্তমাংসস্থুল শৰীৰ প্ৰদৰ্শন।

২। মানুহৰ জৈৱ দেহজ কামনা আৰু দৈহিক প্ৰেমৰ জৰিয়তে জৈৱ-পৰিতৃপ্তি।

৩। স্ত্ৰী আৰু পুৰুষৰ মাজত দেহজ কামনাৰ মাজত আকৰ্ষণ।

৪। সপোনে মানৱ সমাজত ঘটোৱা বিভিন্ন অৱস্থা আৰু চিত্ৰকল্প আৰু প্ৰতীকৰ সহায়ত কামনা বিশ্লেষণ। (১)

সপোনে মানুহলৈ সংবাদ বহন কৰি আনে আৰু তাৰে ভিত্তিত ডাঃ ফ্ৰয়েডে বিশ্বাস কৰে যে সপোনৰ জৰিয়তে গভীৰ সত্য উদ্‌ঘাটন কৰিব পাৰি। ডাঃ ফ্ৰয়েডৰ মনোবিশ্লেষণৰ অধ্যয়ন কৰি ডঃ ডুৰেলে কয়– "For Doctor Freud-dream is a Pathological Product," সপোনে ৰেখ নিৰ্ণয়ক কাৰ্যত সহায় কৰে।

আমাৰ অসমীয়া কবিসকলৰ কবিতাত ডাঃ ফ্ৰয়েডৰ মনোবিশ্লেষণৰ প্ৰভাৱ কেনেদৰে পৰিছে আমি এবাৰ জুকিয়াই চাব পাৰো।

(১) Sigmund Freud Psycho anlysis' -- 1968 (Lecture 10) অসমীয়া কবিৰ আধুনিক কবিতাই চেতনাৰ গভীৰতম প্ৰদেশত অনুভূতি জগাই তুলি, মানৱজীৱনৰ ওপৰত ফ্ৰয়েডীয় প্ৰভাৱৰ মাজেৰে জীৱনৰ স্বৰূপ অংকন কৰিছেনে নাই তাৰ উমান লবলৈ কবিসকলৰ কবিতাৰ কেইটিমান পংটি তলত দিয়া হ'ল। হেম বৰুৱাৰ তেনে এটি কবিতা হ'ল–

"মই লোৱা কংকালৰ ৰিহাখনিলৈ তুমি বাৰু তেনেকৈ
কিয় একেথৰে চাইছিলা?
মোৰ কেনে লাগিছিল জানা?
তুমি যেন কোনোবা দূৰ বিদেশৰ
স্বপ্নাতুৰ আলোকৰ মানুহ।"

বৰুৱাৰ এই কবিতাটোৰ মাজেৰে স্ত্ৰী আৰু পুৰুষৰ মাজত দেহজ কামনা-বাসনাৰ সহজাত আকৰ্ষণ উপলব্ধি কৰিব পাৰি।

নীলমণি ফুকন আধুনিক কবি হিচাপে সু-প্ৰতিষ্ঠিত। ফুকনৰ কবিতাতো ফ্ৰয়েডীয় প্ৰভাৱ বিচাৰি পাওঁ।

"পদুমণি পুখুৰীত মন্ত্ৰিত বতাহ
দেহত, তোমাৰ দেহৰ ভিতৰত
এতিয়া এপাহ ৰঙা ফুল
থোৰ মেলা তাল পাতটোত
ধাৰাষাৰ বৰষুণ জাক
তোমাৰ ওঁঠত।" (মৈথুন সংগীত)

কবিৰ মৈথুন সংগীত নামৰ কবিতাত যৌন কামনাৰ তীব্ৰ ক্ষণত, মানসিক বেদনাৰ নাৰীৰ দেহজৰূপ যেন জিলিকি উঠিছে। কবিতাটোত মনোবিশ্লেষণৰ প্ৰকট ভাৱধাৰাৰে পৰিপূৰ্ণতা লাভ কৰা উমান পাব পাৰি।

এইবাৰ অসমীয়া মহিলা কবি মৃণালিনী বৰঠাকুৰৰ কবিতা এটি পঢ়ি চাওঁ। শ্ৰীমতী বৰঠাকুৰ আধুনিক কবি হিচাপে অতি পৰিচিতা।

"দাৰি-কমা, টৰে টক্কা ব্ৰেকেটৰ
কচুৰনি পাৰ হৈ
মোৰ যৌৱনত তোমাৰ
আওপকীয়া দৃষ্টিপাত।"

কবি মৃণালিনী বৰঠাকুৰৰ ফ্ৰয়েডীয় ধাৰাৰ কবিতাত মানুহৰ যৌন বিষয়ক ধ্যান-ধাৰণাই কেনেদৰে মনক আকৰ্ষণ কৰি; সাত হেঙাৰ পাৰ হৈ আহিও ইপ্সিতজনৰ লগত মিলনৰ ধাউতি জগাই তোলে তেনে এটি মাধুৰীময় ক্ষণৰ ইংগিত দৃষ্টিত পৰে। ফুলি থকা কোমল ফুলৰ মিঠা ৰসে, কলীয়া ভোমোৰাক যেনেদৰে হাত বাউলি দি মাতে, ঠিক তেনেদৰে মোহনীয় যৌৱনে পৰশা দেহৰ ৰূপ-লাৱণ্যই বুকুৰ উমৰ সান্নিধ্য বিচাৰি কাষচাপি আহিবলৈ মনে বিচৰাজনক সংগোপনে আহ্বান কৰে। মন পমি যোৱা দেহজ প্ৰেমৰ কোমল পৰশ বিচাৰি আকুল হৈ পৰা মানসিক দৃষ্টিভংগীত বাজি উঠে কবিতাৰ সুমধুৰ ছন্দ।

আমি এইবাৰ আহো কবি মৃদুল ফুকনৰ ফ্ৰয়েডীয় মনোবিশ্লেষণৰ অনুভূতিৰে সিক্ত হোৱা এটি কবিতালৈ।

"মইতো বিচৰা নাই খায়ামৰ আঙুৰৰ ৰস
মাটিৰ মানুহ মই, মোৰ যৌৱনৰ দুৰবি ডৰাত
নিতে গজে কামনাৰ ন কুঁহিপাত
মোৰ হৃদি চাহাৰাটো কামনাৰ স্বপ্ন জাগে।
যন্ত্ৰবাদীৰ নিৰস ওঁঠকো চোন
প্ৰিয়াৰ ওঁঠৰ পৰশ লাগে।"

কবি মৃদুল ফুকনে 'নিজৰ কথাকে লিখো' নামৰ কবিতাত মাৰ্ক্সীয় প্ৰভাৱৰ অন্তৰালত ফ্ৰয়েডীয় মনোবিশ্লেষণৰ প্ৰকট ধাৰাৰ সন্ধিক্ষণত দেহজ প্ৰেমৰ অবিৰতে জৈৱ-পৰিতৃপ্তিৰ কামনাত উঠলি উঠা মানসিক দৃষ্টিভংগীৰ ইংগিত দিছে। কবিৰ কোমল মনত উচ্চাকাংখাৰ

গজালি দেহফুটি ওলোৱা নাই যদিও কবিক প্ৰিয়াৰ পৰশ লাগে।

অৱশেষত, আমাৰ দৃষ্টিত পৰা কবি বীৰেণ বৰকটকীৰ একেধাৰাৰে 'পাণ্ডুলিপি' নামৰ কবিতাতো বিচাৰি পাওঁ।

"নিশা, তুমিও তো কান্দিছিলা
ভলগাৰ বলুকাত
কোনো এক আদিম যুগতে
ঈৰ্ষাৰ চকুলো টুকি
যৌৱনৰ পাহৰা দিনত
অৰ্থতাৰ জৈৱিক বাসনা?"

কবি বৰকটকীৰ 'পাণ্ডুলিপি' কবিতাত ৰক্তমাংসস্থূল শৰীৰৰ, জৈৱ-দেহজ কামনা-খচিত, প্ৰেম-স্ৰোতস্বিনী তটিনীৰ বালিচাপৰিত, কামনা-বাসনাত জানো উদ্বাউল হৈ পৰিছিল তাকে প্ৰশ্ন কৰিছে নিশাক।

সৃজনীমূলক সাহিত্যত, বিশেষকৈ আধুনিক কবিতাত, প্ৰতীকবাদৰ দৃষ্টান্তৰ মাজেৰে ফ্ৰয়েডীয় মনোবিশ্লেষণৰ ধাৰা প্ৰকটভাৱে আমাৰ কবিসকলৰ কবিতাত প্ৰবাহিত হৈছে বুলি ক'ব পাৰি।○○

# সাম্প্ৰতিক অসমীয়া কবিতাত সমাজ-চেতনা

## ড° নমিতা ডেকা

ললিতকলাৰ এটি বিশেষ অঙ্গ হৈছে সাহিত্য। সাহিত্যৰ তিনিটা বিশেষ প্ৰতিভাত ৰূপ হৈছে পদ্য, গদ্য আৰু নাট্যৰূপ। এই তিনিওটা ৰূপৰ ভিতৰত কবিতাই সহজতে মানুহৰ অন্তৰত বিশেষ ভাবৰ সঞ্চাৰ কৰিব পাৰে। কবিতাৰ পৰিপূৰ্ণ অখণ্ডতা আৰু তাৰ বিভিন্ন অংশৰ অবিচ্ছেদ্যতাৰ বাবেই কবিতা মনত ৰখিবলৈ সহজ। সেয়ে জীৱনৰ আদিছোৱাত প্ৰভাৱ পেলোৱা এফাঁকি কবিতা জীৱনৰ আবেলিপৰতো সলসলীয়াকৈ আওৰাব পাৰি। এক সংবেদনশীল কলা হিচাপে কবিতাৰ অন্তৰ্নিহিত ভাব, উপলব্ধি কৰিবলৈ প্ৰয়োজন হয় এটি সংবেদনশীল মনৰ। গতিকে এনে এক কলাৰ সৃষ্টিকাৰীজনো যে গভীৰ চেতনামুক্ত লোক হ'ব, সেইকথা অতি স্বাভাৱিক।

'কবিতা লিখাটো একপ্ৰকাৰ সাঁতোৰৰ দৰে কথা' বুলি কোৱা কবি নৱকান্ত বৰুৱাৰ মতে শিকা কথাটো আনে শিকোৱাৰ উপৰিও নিজে শিকাৰ প্ৰয়োজনীয়তাৰ ওপৰত নিৰ্ভৰ কৰে। কবি শ্যেলীয়ে কৈছে, 'Poetry is indeed something divine. A man can not say, 'I will compose poetry.' The greatest poet even cannot say it, for the mind in creation is as a fading coal, which some invisible influence. like an inconstant wind, awakens to transistory brightness.' শ্যেলীৰ এনে মন্তব্যত ঐশী প্ৰেৰণা আৰু তত্ত্বদৰ্শী ভাৱনাৰ যুঁটীয়া দৃষ্টিকোণ নিহিত হৈ আছে। কবিৰ অন্তৰত যেতিয়াই চেতনাই ঢাক-ঢোল বজায়, তেতিয়াই তাক প্ৰকাশ কৰিবলৈ তেওঁ লাভ কৰে অদম্য প্ৰেৰণা।

মানুহ সমাজ প্ৰিয়। কবিসকলো প্ৰথমতেই মানুহ আৰু সেয়ে প্ৰিয় সমাজখনৰ প্ৰতি তেওঁলোকৰ প্ৰথম দৃষ্টি। সেই দৃষ্টি চেতনাৰ প্ৰখৰতাৰে অতি গভীৰ। সেয়ে তেওঁলোকৰ প্ৰখৰ দৃষ্টিৰ অন্তৰালত এক দায়িত্ববোধেও গা কৰি উঠে। সামাজিক চেতনাত উদ্বুদ্ধ হৈ কবিসকলে নীলা চিয়াঁহীৰে কবিতাৰ আঁচুফুল বাচে। 'জোনাকী'ৰ পোহৰত দীপ্তিমান হোৱা অসমীয়া কবিতাই 'বাঁহী', 'উষা', 'জয়ন্তী', 'পচোৱা'ৰ বুকুত আৰোহন কৰি বিস্তৃতি লাভ কৰিলে। উল্লেখযোগ্য যে এই আলোচনীবোৰৰ ওপৰত ভিত্তি কৰিয়ে একোটা যুগৰ সৃষ্টি হ'ল, ভিন্ন শ্ৰেণীৰ কবিতাৰো সৃষ্টি হ'ল। কথিকাটিৰ শিৰোনামাত উল্লেখ কৰা ধৰণে 'সাম্প্ৰতিককাল' বুলিলে আমি কোনখিনি সময়ৰ পৰা কোনখিনিলৈ ধৰি ল'ম, সেই বিষয়ে নিৰ্ধাৰিত কাল বিভাজন নাই যদিও যিহেতুকে সাম্প্ৰতিক শব্দই বৰ্তমানক বুজায়, গতিকে তেনে এক সময়কে ভিত্তি কৰি লৈ বিষয়টো আলোচনা কৰিম।

সমাজ-চেতনা যে সাম্প্ৰতিক কবিতাৰে বিষয়বস্তু তেনে নহয়। জ্যোতিপ্ৰসাদ আগৰৱালা, অম্বিকাগিৰি ৰায়চৌধুৰী, হেম বৰুৱা আদি কবিসকলৰ কবিতাতো সমাজ-চেতনাৰ উন্মেষ ঘটিছে। জ্যোতিপ্ৰসাদে সমাজত যাতে প্ৰীতি আৰু সাংস্কৃতিক সমন্বয় বৰ্দ্ধিত হয় তালৈ সততে দৃষ্টি ৰাখিছিল। সেয়ে তেওঁৰ চেতনাপ্ৰসূত কবিতাত ধ্বনিত হয়,

'বুকু পাতি তই ওলাই আহ অ'
পৰ্বতীয়া অসমীয়া

তই অসমীয়া
তই অসমীয়া
তই খিলঞ্জীয়া অসমীয়া।'

মানৱীয়তাৰ অৱক্ষয় ঘটা সমাজখনত জীৱন আৰু মানৱীয় মূল্যবোধ জগাই তুলি চেতনাৰ সঞ্চাৰ কৰিবলৈ অম্বিকাগিৰিয়ে কৈছিল,

'সকলোতকৈ জীৱন শ্ৰেষ্ঠ
তাত বাদে একো সত্য নাই
সেই জীৱনৰে জেউতী চৰায়,
বিৰাট বিশাল মানৱতাই।
মানৱীয়তাত জীৱন জাগে,
অমানৱীয়তাত জীৱন ক্ষয় হয়।'

প্ৰচলিত সমাজ ব্যৱস্থাৰ প্ৰতি অনাস্থা প্ৰকাশ কৰি, নতুন সমাজ গঢ়াৰ আশাৰে কবি হেম বৰুৱাই কৈছে,

'পোহৰতকৈ এন্ধাৰ ভাল।
জীৱনৰ অগ্ৰগতিত ৰামেশ্বৰৰ সেতুৰ বান্ধ।
শঙ্কা কিহৰ?
নতুন পুবাৰ কেঁচা পোহৰত আশাৰ জুই।
আমাৰ চকুত তীখাৰ শান।'

পোহৰত পশুৰ দৰে আচৰণ কৰা সভ্য সমাজৰ নিৰ্লজ্জ মানুহৰ মুখ দেখি কবি সচেতন হৈ পৰিছে। 'জাৰৰ দিনৰ সপোন'ত তেওঁ আকৌ কৈছে,

'মৰা পৃথিৱীত তেজৰ আৰতি। এটা টুণী আহে। দুটা টুণী আহে।
এটা ধান নিয়ে। দুটা ধান নিয়ে। ধানৰ দ'মত তেজপিয়াৰ ৰণচালি।
তেজপিয়াৰ বংশ নাশলৈ কিমান দিন বাকী?'

পোহৰৰ ফাঁকে ফাঁকে আঁৰ লৈ থকা সমাজৰ কুশ্ৰী ৰূপ দেখি সমাজ সচেতন কবি অমূল্য বৰুৱায়ো কদৰ্য ৰূপ মোকোলাই কৈছে,

'চৰিত্ৰৰ কৰ্ণধাৰ, সমাজৰ নীতি সদাচাৰৰ ফটাঢোল কোবাবা
বৰমূৰীয়াসকলৰ গোপন চৰিত্ৰৰ তাই যে কষটি শিল।
তথাপি তুমি মহীয়ান
হে গোপন প্ৰিয়া
কুৰিখন চাহ বাগানৰ মালিক বৰুৱা হাকিমে
হাজাৰ কুলিৰ তেজ শুহি অনা অক্ষয় ঐশ্বৰ্যৰ
তুমি কি শান্তিৰূপী লক্ষ্মী বাহিনী।'

সাম্প্ৰতিক কালৰ কবিসকলেও সমাজৰ ভিন্ন দিশৰ প্ৰতি চকু দিছে আৰু কবিতাৰ

মাজত ফুটাই তুলিছে সমাজ-চেতনাৰ গভীৰ উপলব্ধি। হিৰন্ময়ী দেৱীয়ে বৰ্তমান সমাজত বিহ মেটেকাৰ দৰে শিপাই যোৱা হিংসা-বিদ্বেষৰ কুপ্ৰভাৱৰ কথা চিন্তা কৰি ক্ষোভেৰে কৈছে,

'মানুহৰ আজি কোনো দাম নাই
মৃত্যুৰ বাবে চকুপানী নাই
জীৱনৰ সুৰ, ছন্দ হেৰাল
প্ৰেম বিশ্বাসৰ ভঙা দলঙত
বিপন্ন সময়, বিপন্ন স্বদেশ।'

পৃথিৱীখনক, সমাজখনক সুন্দৰৰূপত চাবলৈ বিচাৰি হতাশ হোৱা ড° লক্ষহীৰা দাসৰ সমাজ-সচেতনা মন কৰিবলগীয়া। কবিয়ে যেন প্ৰশ্নৰ মাজেৰে সঁকিয়নি দিছে।

'এয়ে জানো অতিকে চিনাকি
আমাৰ আপোন পৃথিৱী দেউতা ককাৰ
সত্য য'ত প্ৰথম শ্বহীদ আদি বিপন্ন সততা
জিঘাংসাৰ দাঁতে কুটি খায়
মানুহৰ প্ৰিয় স্বপ্ন প্ৰেম প্ৰত্যাশাৰ
ক্ষোভ ঈৰ্ষা শঠতাই শুহি নিয়ে
মোহন ঋতুৰ ঘ্ৰাণ।
বন্দুকৰ শব্দত আহত বসন্ত।
শ্বাসৰুদ্ধ প্ৰতিদিন প্ৰতিক্ষণ।'

কৰবী ডেকা হাজৰিকাই লক্ষ্য কৰিছে— 'এতিয়াও দেশে দেশে কত ৰাম, কতযে দেৱতা', 'এতিয়াও ঘৰে ঘৰে কৈকেয়ী মন্থৰা নাৰী হৈ নাৰীত্বৰ এতিয়াও কি যেন অপমান।' সেয়ে তেওঁ চেতনা লব্ধ কণ্ঠেৰে সঁকিয়াই দিছে,

'সীতাক নালাগে আজি সোণৰ হৰিণা
বাৰে বাৰে অগ্নিদগ্ধা হৈ
লাজ গ'ল
ভয় গ'ল
গ'ল আৰু বিশ্বাসৰ কঠিন বান্ধোন
সীতা আজি অকলশৰীয়া
বন্ধুহীনা, সংগীহীনা
সুবিশাল সংসাৰত অকলেই থিয় দিয়া
দীপ্ত অগ্নিশিখা।'

ৰাহু, কেতুৰ গ্ৰাসত পৰাৰ দৰেই সমাজখনো আজি গ্ৰাহত পৰিছে। ফলত ৰাহুৱে আমাৰ পেটৰ ৰূপ লৈছে, কেটুৱে লৈছে মুখৰ ৰূপ। কবি যতীন্দ্ৰ কুমাৰ বৰগোহাঞিয়ে সেয়ে কৈছে,

'ৰাহুৰ পেট
কেতুৰ মুখ

তেজ বৰষুণ তেজ বৰষুণ
পানী-জ্বাপি তোৰ তেজেৰে ঢকা
(শান্তিপ্ৰিয় সাৰিবি ক'ত
তেজ বৰষুণ তেজৰ বান দোকোল টকা)'

সমাজ সচেতন কবি বিপুলজ্যোতি শইকীয়াই সমকালীন সময়ৰ সামাজিক ঘটনা দেখি চেতনালব্ধ কণ্ঠেৰে আওৰাইছে এনেদৰে

'তোমাৰ অসুখৰ বাতৰি পাই দৌৰি আহিছোঁ আই
জ্যোৰ্তিময় দুহাতত মোৰ উজ্জ্বল নক্ষত্ৰৰ চিঠি
বিদ্ৰোহী মইঃ আশ্চৰ্য সৃষ্টিৰ তুমুল ইচ্ছাত
ভাঙো বন্ধ্যা প্ৰহৰ
এই মাটিৰ প্ৰতি ৰন্ধ্ৰে ৰন্ধ্ৰে
প্ৰোথিত কৰো অজেয় যৌৱনৰ দৃপ্তস্বৰ।'

মানুহৰ জীৱনৰ কথা উপলব্ধি কৰা কবি ইছমাইল হুছেইন সমাজ আৰু সামাজিক দায়িত্ববোধৰ চেতনাৰে উদ্ভুত এজন চেতনাশীল কবি। সাহসী আৰু দৃঢ়সংকল্পবদ্ধ এইজনা কবিয়ে গঢ়িব বিচাৰে বৃহত্তৰ অসমীয়া জাতি, নিৰ্মাণ কৰিব খোজে মিলাপ্ৰীতিৰ যাউতিযুগীয়া সৌধ। সমাজত গজি উঠা সাম্প্ৰদায়িকতাৰ বিৰুদ্ধে কবিৰ এয়া তীব্ৰ আস্ফালনঃ

'মোক পদাঘাত কৰা
যুগে যুগে তোমাৰ প্ৰজন্মৰ তেজত ঢালিছোঁ বিষ
মগজুত ৰোপণ কৰিছোঁ বিভেদৰ বীজ
হে মানৱতা, মোক পদাঘাত কৰা।
মই হত্যা কৰোঁ মাকৰ বুকুৰ শিশুৰ কথা
মই হত্যা কৰোঁ সেউজ সপোন স্বাধীনতা
মোকো তুমি হত্যা কৰা হে মানৱতা
মোৰ নাম সাম্প্ৰদায়িকতা।'

একেদৰেই সমাজৰ সাম্প্ৰদায়িকতা, বৈষম্য, গোষ্ঠী সংঘৰ্ষ, দাৰিদ্ৰ্য আদি প্ৰত্যক্ষ কৰি খবিৰ আহমেদে চেতনাৰ ভাৰসাম্য ৰক্ষা কৰি লিখিছে,

'মই এজন পমুৱা এজন লাঞ্ছিত মিঞা
যিয়েই নহওঁক কিয় মোৰ নাম
ইছমাইল শ্বেখ, ৰমজান আলি কিংবা মজিদ মিঞা
জ্ঞাতব্য বিষয় মই অসমৰে অসমীয়া।'

কবিৰ এনেধৰণৰ উদাত্ত ঘোষণাই নিশ্চয় সমাজতো চেতনাৰ সঞ্চাৰ কৰিব পাৰে।

ভিন্ন সময়ৰ ভিন্ন ঘটনাই কবিৰ অন্তৰ স্পৰ্শ কৰে। কেতিয়াবা এনে ঘটনাই সমাজলৈ কঢ়িয়াই আনে বিধ্বংসী ৰূপ। চেতনা পাই কবিয়ে আঁকে তাৰেই চিত্ৰ। কবিন ফুকনৰ এফাঁকি কবিতাঃ

'আহল-বহল জেওঁৰা এখন

গাঁৱে-ভূঞে মেলি থৈ
প্ৰচণ্ড বা- মাৰলি ছত্ৰছৰাই উৰি গ'ল।'

যদিও গংগামোহন মিলি ঘাইকৈ প্ৰেম-প্ৰকৃতি আৰু সৌন্দৰ্যৰ কবি, তথাপি কাব্য-জীৱনৰ প্ৰাৰম্ভতে প্ৰকাশ পোৱা তেওঁৰ সমাজ-চেতনাই তেওঁক এগৰাকী দায়বদ্ধ কবিৰ ৰূপত থিয় কৰাইছে। সমৃদ্ধিশালী সমাজ গঢ়িবলৈ বিচৰা কবিজনাই এই কথা অনুভৱ কৰিছিল যে 'বিপৰ্যস্ত বিবেকবোৰক অৱশ্যেই সৌৰৱাই দিব লাগিব, সমৃদ্ধিশালী সমাজ গঢ়িবলৈ বাৰুদৰ প্ৰয়োজন নাই।' 'দুঃসময়' দেখি তেওঁ ব্যথাহত কণ্ঠেৰে কৈছে,

'কি যে দুঃসংবাদ
এতিয়া স্বদেশতেই স্বজাতিৰ
মৃত্যুৰ পৰোৱানা জাৰি কৰে
স্বজনেই।
উস! কি গোপন অভিসন্ধিত সম্মিলিত
আত্মীয় মানুহৰ আত্মা!
মানুহৰ অভাৱ-অভিযোগ-অভিমান থাকেই,
আত্ম-নিয়ন্ত্ৰণৰ অধিকাৰৰ অৰ্থ জানো আত্মকলহ!
আজি অপহৃত সম্প্ৰীতিৰ সুবাসিত সময়।'

স্বাধীনতাৰ আঁৰৰ সমাজখনৰ দুৰৱস্থা দেখি সচেতন হৈ কবি লাচিত বৰ্মনে ব্যঙ্গাত্মক সুৰে প্ৰশ্ন কৰিছে,

'মুখ্যমন্ত্ৰী ডাঙৰীয়া
তেজত ফুলিছে গাঁৱৰ মালিতা
চহৰ বিলাসী তুমি খুজিছা প্ৰেমৰ সন্ধ্যা বসন্তৰ ভাৱনা
ক'লৈ গৈ আছা ক'লৈ গৈ আছা-- হাজাৰ মাইল শূণ্যতা!
স্বপ্ন আঁতুৰ চকুৰ জোনত বিষণ্ণতাৰ পৃষ্ঠা
শীতৰ কলাজেৰে ভৰিল জলঙা
বন্দুকৰ কদমত ফাঁকুগুৰি খেলা
নিৰীহ কৃষকৰ চকুত শাওণৰ ন-পানী আৰু ন-পানী
ত্ৰিৰঙ্গ পতাকাত মদৰুৱা আশা গুজি কঢ়িয়াবানে
কঢ়িয়াবানে স্বাধীনতা?'

এনেদৰেই সমাজ-চেতনাৰ জৰিয়তে দেশপ্ৰেমৰ উদ্ভৱ হয়, দুয়োটাৰে মিলনত কবিমনত গঢ় লৈ উঠে সামাজিক দায়িত্ববোধ। সেয়েহে সমাজ-চেতনা বুকুত বান্ধি দায়িত্ববোধৰ এছাবি দেখুৱাই অৰ্চনা পূজাৰীয়ে সতৰ্ক কৰি দিছে,

'বোমা থৈ গৈছে
বজাৰত
কামিলা মানুহবোৰ গুৰৰ বাবে
বোমা থৈ গৈছে চহৰত

আণৱিক বিস্ফোৰণৰ বাবে
বোমা থৈ গৈছে
দুৱাৰৰ চুকত
কলিজাত ফাকু ছটিয়াবৰ বাবে
বোমা তোমাৰ আমঠুত
কোনোৱে নেদেখাকৈ
চুপে চাপে।'

একেই সুৰ অনুপমা বসুমতাৰীৰ কবিতাতো। কবিৰ এই সমাজ-চেতনা কাল চেতনাৰ সতে জড়িত।

'কেউফালে ভাতৃঘাতী সংঘৰ্ষ
বোমা বিস্ফোৰণ, গুলীবৰ্ষণ
কটাকটি, হানাহানি।'

সমাজ-চেতনাত অৱগাহণ কৰিয়ে আশাবাদী কণ্ঠেৰে জ্যোতি ৰেখা হাজৰিকাই কৈছে,

'বাৰে বাৰে আহে যদিও দুখৰ বাৰিষা
যদিও নুমাব খোজ আশাৰ শলিতা
ত্ৰিকালৰ সাক্ষী হৈ জীয়াই থাকিব মানুহ
আৰু কবিতাও থাকিব জীয়াই
গঢ়িবলে প্ৰীতিৰ বান্ধ
মানুহৰ হৃদয়ে হৃদয়ে।'

অসমীয়া কবিতাৰ পথাৰখন বৰ বিশাল। উপৰুৱা দৃষ্টিৰে এই পথাৰখন বিচৰণ কৰা সম্ভৱ নহয়। বহু প্ৰথিতযশা কবিৰ কবিতাত সমাজ-চেতনা প্ৰচ্ছন্নৰূপত ধৰা দিছে। সমীৰ তাঁতী, সনন্ত তাঁতী, অনুভৱ তুলসী, জীৱন নৰহ, ৰীতা চৌধুৰী, চেনীৰাম গগৈ, লোহিত কুমাৰ বৰা আদি বহুতো কবিৰ কবিতাৰ উপৰিও ডেকা কবি জয়ন্ত কৃষ্ণ শৰ্মাৰ কবিতাত সমাজ-চেতনাৰ এয়া বিক্ষিপ্ত ৰূপঃ

'তেজেৰে ভৰিছে দেশ
তেজত গজিঠে তেজ
ফুলিছে তেজ
আৰু লাগিছে তেজৰ ফল।'

চক্ৰেটিছৰ মতে কবিসকল পাখিলগা সৰগীয় বস্তু যদিও তেওঁৰে শিষ্য প্লেটোৱে কবিসকলক সমাজৰ ক্ষতিকাৰক বস্তু বুলিহে অভিহিত কৰি গৈছে। কিন্তু এৰিষ্টোটলে এই মন্তব্য খণ্ডন কৰি নতুন দৃষ্টিভংগীৰ সূচনা কৰিলে। আবেগ-প্ৰৱণ কবিসকলো সমাজৰ শুভাকাংক্ষী বুলি স্বীকৃত হ'ল। অসমীয়া কাব্য জগতৰ এইসকল কবিৰ সমাজ-চেতনাপ্ৰসূত কবিতাৰাজিয়ে এখন সুস্থ-সবল সমাজ গঢ়াত যে অৰিহণা আগবঢ়াইছে তাত কোনো সন্দেহ নাই। দৰাচলতে অসমীয়া কবিতাত সমাজ-চেতনা সাম্প্ৰতিককালৰ এক লক্ষ্যণীয় বিষয়। পাঠকৰ সতে নিবিড় সম্পৰ্ক স্থাপনেৰে কবিয়ে চেতনা জাগ্ৰত কৰি সমাজ গঠনৰ সুন্দৰ

পৰিকল্পনা কৰে।

ৱৰ্ডছৱৰ্থে কৈছে— 'Poetry is first and last of all knowledge it is as immortal as the heart of man....but poets do not write for poets alone but for men' সমাজৰ স'তে কবিৰ সম্পৰ্ক আছে বাবেই কবিসকলৰ সমাজৰ বিভিন্ন দিশৰ প্ৰতি দায়িত্বপূৰ্ণ চেতনা আছে। এই চেতনাই কবিসকলক গভীৰ ভাৱে পৰ্যবেক্ষণ কৰিবলৈ প্ৰেৰণা যোগায়, যাৰ বাবে কোনোজন কবিয়ে কয়— 'আমাৰ আছে ভৱিষ্যতৰ ৰঙা সূৰ্যৰ পিনে চকু', আন এজনে কয়— 'মাটিৰ বুকুত কাণ পাতিলেই শুনো জনসমুদ্ৰৰ গৰ্জন', আন এগৰাকীয়ে অনুভৱ কৰে 'আমি পৃথিৱীৰ কবি' বুলি।

বৰ্তমান সমাজৰ আতঙ্কই সাম্প্ৰতিক কবিসকলক চিন্তান্বিত কৰি তুলিছে। এনে চিন্তাই তেওঁলোকৰ চেতনাক অধিক তীব্ৰ কৰি তুলিছে। বনকৰা ছোৱালীৰ নিৰ্যাতনলৈ লক্ষ্য কৰি নীলিমা ঠাকুৰীয়া হকে লিখিছে,

'মিউ মিউ কৰিছিল তাই
চুৰ কৰি খাইছিল তাই সোণালী
এটুকুৰা ভজা মাছ
গুজৰিছিল গিৰীহঁতে। সৰোষ ঢকাত
কৃশ শৰীৰ হৈছিল কেৰেলুৱা।'

শৰণাৰ্থী শিবিৰত সন্তানক হেৰুৱাই বুকুত একুৰা স্মৃতিৰ পিংগল লৈ জীয়াই থকা মাতৃগৰাকীলৈ লক্ষ্য কৰি কবি অনুপম কুমাৰে লিখিছে 'সংঘাতৰ পিছৰ এখন ছবি' নামৰ কবিতাটিঃ তাইৰ বুকুৰ জুই তাই নিজেই নুমুৱাব লাগিব। তাৰবাবে কবিয়েই যেন উপায় বাচি দিছে,

'তাই সাধু শুনি শুনি, তাৰ তলত আপোনমনে গাব
মেঘমল্লাৰ
চকুলো নামি আহে নদী
আৰু ধুৱায় তাইৰ এঙেৰুৱা হৃদয়।'

কবিগৰাকীৰ কবিতাটোৰ মাজত সামাজিক চেতনাই প্ৰচ্ছন্নৰূপত ধৰা দিছে।

'কবিতা সচেতন হাতেৰে নিৰ্মিত শিল্প' বুলি কোৱা সংজ্ঞাৰ আঁত ধৰি ক'ব পাৰি যে হৃদয় আৰু মগজুৰে চেতনাযুক্ত এজনেহে সৃষ্টিত চেতনাৰ সঞ্চাৰ কৰিব পাৰে। সাম্প্ৰতিক কালৰ কবিসকলৰ কবিতাত প্ৰকাশ পোৱা সমাজ চেতনাই পাঠকৰ মনতো চেতনাৰ সঞ্চাৰ কৰে। এই সমাজ-চেতনা হৈ পৰিছে, যুক্তিনিষ্ঠ, মানৱীয় গুণসম্পন্ন আৰু বৌদ্ধিক ভাবাপন্ন। কবিতাৰ মাজেদি প্ৰতিফলিত হোৱা কবিসকলৰ সমাজ-চেতনা সমগ্ৰ পৃথিৱীৰ বাবেই এক শুভবাৰ্তাবাহক। ড° বাণীকান্ত কাকতিয়েও কৈ গৈছে, 'আজিকালি জগতত সমাজ সচেতন সাহিত্যৰ ঢল বৈছে। অসমীয়া লিখকেও সমাজৰ অভাৱ অভিযোগবিলাক আৰু আৰ্থিক অনাটনে সৃষ্টি কৰা মানসিক দ্বন্দ্ববিলাক আলোচনা কৰি অসাম্য, স্বাৰ্থপৰতা আদি জীৱনৰ কেৰোণবিলাক নিপাত কৰিবলৈ চেষ্টা কৰিব লাগিব।'[৩৩]

# ৰাভা জনগোষ্ঠীঃ তেওঁলোকৰ ভাষা, সাহিত্য আৰু সংস্কৃতি

**ড° উপেন ৰাভা হাকাচাম**

ভাৰতীয় সংবিধানত অনুসূচিত জনজাতি (ভৈয়ামৰ) হিচাপে তালিকাভুক্ত অসমৰ অন্যতম জনগোষ্ঠী হ'ল ৰাভা। ইণ্ডোমংগোলয়দ নৃগোষ্ঠীৰ তিব্বত-বৰ্মীয় মূলৰ ভাষা-ভাষী ৰাভাসকল নামনি অসমৰ জিলাকেইখনত আৰু মেঘালয়ৰ পূব আৰু পশ্চিম গাৰোপাহাৰ জিলাত কেন্দ্ৰীভূত হৈ আছে যদিও অসমৰ পাহাৰী জিলা দুখনত, অবিভক্ত শিৱসাগৰ, লক্ষীমপুৰ, দৰং আৰু পশ্চিমবঙ্গৰ কোচবিহাৰ আৰু জলপাইগুৰি অঞ্চলতো ছেগা-ছোৰোকাকৈ বসবাস কৰি আছে। ১৯৭১ চনৰ লোকপিয়লৰ তথ্য অনুযায়ী ৰাভাসকলৰ মুঠ জনসংখ্যা ১,৫১,৯৩৭ জন (অসমত - ১,৩৮,৬৩০, মেঘালয়ত ১০,৮৪১, পশ্চিমবঙ্গত ২,৪৬৬) কিন্তু ৰাভা ভাষা-ভাষীৰ জনসংখ্যা মাত্ৰ ৪৩,২৪১ (অসমত ৩২,৪০০ আৰু মেঘালয়ত ১০,৮৪১)। মাত্ৰ ২৯ শতাংশ লোকেহে ৰাভা ভাষা সংৰক্ষণ কৰি ৰাখিছে (১৯৯১ চনত এই সংখ্যা বাঢ়ি ১,১২,৪২৪ জন হৈছে; যিটো মন কৰিবলগীয়া) যদিও ৰাভা ভাষা তিনিটা উপভাষাত ৰচিত বিভিন্ন গীত-মাত, কাহিনী গীত-আখ্যান আদি লোক-সাহিত্যৰ সমলেৰে অতি সমৃদ্ধ আৰু পৰিপুষ্ট।

ৰাভাসকল প্ৰধান আঠটা খেলত বিভক্ত। ইয়াৰে ভাষা সংৰক্ষণকাৰী খেল তিনিটা হ'ল-- ৰংদা (ৰংদানি), ময়তা (মায়তৰি), ছোংগা (কোচা) আৰু ভাষা পাহৰি যোৱা পাঁচটা আৰ্যীভূত ৰাভা খেল (হাবায়) হ'ল-- পাতি, দাহৰি, বিটলীয়া, টোটলা আৰু হানা। এওঁলোকে ঘৰত ৰাভামিজ অৰ্থাৎ ৰাভা অসমীয়া ক্ৰেওল দোৱানেৰে ভাব বিনিময় কৰে। ৰাভাসকলৰ নৃগোষ্ঠীগত পৰিচয় সম্বন্ধে ইতিমধ্যে যথেষ্ট চিন্তা-চৰ্চা আৰু গৱেষণা হৈ গৈছে।

ৰাভাসকলৰ আৱয়ৱিক লক্ষণৰ সন্দৰ্ভত Friend pereira (1911)য়ে লিখিছে In general appearance of the Rabha show all the characters of the Mongolian stock, a round face, a flat nose, prominent cheek bones, obliquel set eyes, sallow complenion, coarse hair scanty beard and well developed lower extremity. (The Rabhas in Census of Assam, 1911, Vol. III, pt I, 1992)

খেল আৰু লিংগভেদে ৰাভাসকলৰ মাজত আৱয়ৱিক কিছু ভিন্নতা থাকিলেও থুলমূলভাৱে ৰাভাসকলৰ দেহৰ বৰণ ঈষৎ মুগা (মাগুৰবৰণীয়া), দাড়ি-গোঁফ তেনেই সেৰেঙা আৰু ঠৰঙা, মূৰৰ চুলি খহটা আৰু থিয়, মুখ মণ্ডল ডিম্বাকৃতি, নাক চেপেটা, ও বৰ বেছি ডাঠো নহয় পাতলো নহয় মজলীয়া বিধৰ, চকুৰ মেল খাই থকা অংশ সচৰাচৰ বেঁকা, চকু মংগোলীয় নেত্ৰচ্ছেদ ভাঁজ (monogolian fold) থকা, কাণৰ লতি সংলগ্ন, গালৰ হাড় উঠঙা, থুতুৰি ডিম্বাকৃতি আৰু হনু মজলীয়াভাৱে শকত। ড° ভুবন মোহন দাসে অন্যান্য জনগোষ্ঠীৰ লগত ৰাভাসকলৰ আৱয়ৱিক লক্ষণসমূহৰ তুলনা কৰি পোৱা মতে ৰাভাসকল মধ্যম উচ্চতাতকৈ কিছু চাপৰঃ গাৰো, কুকি, নগা, মিছিং, খাচি, কোঁচ, কাৰ্বিসকলতকৈ কিছু ওখ, কিন্তু কছাৰী আৰু ৰাজবংশীসকলতকৈ কিছু চাপৰ। আনুপাতিক হিচাপত মূৰৰ প্ৰস্থ গাৰো আৰু কোঁচৰ লগত মিল থকা প্ৰায় দীৰ্ঘাকাৰ (দীৰ্ঘমস্তকী)। আনহাতে কছাৰী আৰু ৰাজবংশীৰ মূৰ ৰাভাতকৈ কিছু গোলাকাৰ (মধ্যমস্তকী) আৰু কাৰ্বিৰ মূৰ ৰাভাতকৈ কিছু-

ঠেক। ৰাভাসকলৰ নাকবোৰ ৰাজবংশীতকৈ কিছু বহল আৰু গাৰোতকৈ কিছু সৰু, কছাৰী, কোঁচ আৰু কার্বিৰ লগত মিল থকা। আনহাতে দৈর্ঘৰ ফালৰ পৰা ৰাভাসকলৰ নাকবোৰ গাৰো আৰু কোঁচতকৈ কিছু দীঘল।

ৰাভাসকলৰ তেজৰ কণিকা পৰীক্ষা কৰি পোৱা গৈছে যে যদিও পাতি, ৰংদানি, আৰু মায়তৰি ৰাভাৰ পুৰুষ আৰু তিৰোতা ভেদে সামান্য তাৰতম্য আছে তথাপি গড় হিচাপে এওঁলোকৰ A Groupৰ তেজেই সৰহ সংখ্যকৰ (32.50%), তাৰ পিছতে B Groupৰ (29.83%), আটাইতকৈ কম সংখ্যকৰ তেজ AB Groupৰ (12.17%) আৰু তাৰ ওপৰত O Groupৰ 25.5%। কিন্তু কোঁচ আৰু গাৰোসকলৰ বেছি সংখ্যকৰে তেজ B Groupৰহে যাৰ পৰিমাণ যথাক্রমে 32.8% আৰু 40.85%। কোঁচসকলৰ অন্যান্য তেজৰ বর্গবোৰ এনে 34.4% O Groupৰ 27.30% A Groupৰ আৰু 5.50% AB Groupৰ। এই পার্থক্য অৱশ্যেই অন্যান্য জনগোষ্ঠীৰ তুলনাত নগণ্য। ড° দাসৰ সিদ্ধান্ত Among the Rabha and the koch the difference between P and U gene in not much great ...... Thus in respect O blood groups the Rabha show more similarity with the Garo and the Koch than with the other tribes' (Ethnic Affinities of the Rabha, 1960, p.71)

বর্তমান ৰাভাসকলৰ মাজত বহুসংখ্যক মংগোলীয় লক্ষণহীন লোক দেখা যায়। বিশেষকৈ মংগোলীয় প্ৰজাতিৰ বড়ো গোষ্ঠীৰ ৰাভা আৰু গাৰোসকলৰ মাজত বহুল পৰিমাণত যি দীৰ্ঘ মস্তকী লক্ষণ দেখা যায় সি প্ৰ'ট অষ্ট্ৰেলীয়াৰ প্ৰভাৱ বুলি ড° দাসে সন্দেহ পোষণ কৰে। ইয়াৰ উপৰিও ভৌগোলিক, পাৰিপাৰ্শ্বিকতা সংমিশ্ৰণ আদি কেতবোৰ কাৰণৰ ফলত এনে পাৰ্থক্যৰ উদ্ভৱ হ'ব পাৰে। সূক্ষ্মভাৱে নিৰীক্ষণ কৰিলে দেখা যায় যে কিছুমান শাৰীৰিক বৈশিষ্ট্যত প্ৰথম স্তৰ পাহাৰী গাৰোৰ পৰা অন্তৰ্বৰ্তী ভৈয়ামৰ গাৰো, ৰাভা আৰু কছাৰীৰ মাজেৰে শেষ স্তৰ ৰাজবংশীৰ মাজলৈ অনুবিবৰ্তনীয় ধাৰা এটা প্ৰবাহিত হৈছে। (দাস, ভুবন মোহনঃ নৃতত্ত্বৰ চমু আভাস, ১৯৭৭, পৃষ্ঠা ৪৬)

আৱয়ৱিক নৃতাত্ত্বিক আলোচনাত এইটো ওলাই পৰিছে যে দেখ দেখকৈ তথাকথিত কোঁচ ৰাজবংশীসকল ৰাভা জনগোষ্ঠীৰ অন্তৰ্ভুক্ত নহয়, যদিও একে মঙ্গোলীয় প্ৰজাতিৰ আৰু বড়ো ভাষাগোষ্ঠীৰে দুটা সুকীয়া জনগোষ্ঠী। ১৮৯১ চনৰ লোক পিয়লৰ প্ৰতিবেদনত উল্লেখ আছে যে অসমৰ সৰহ সংখ্যক মুছলমান মূলতে নিম্ন জাতিৰ হিন্দু আৰু জনজাতীয় লোক। ইছলাম ধৰ্ম গ্ৰহণ কৰা লোকসকলে 'সেখ' আৰু হিন্দু ধৰ্ম গ্ৰহণ কৰা লোকসকলে 'কোঁচ' উপাধি লৈছিল। (Gait, E.1893, p.89) গৱেষক ৰাজেন ৰাভাৰ আলমত 'ৰাজবংশীসকল প্ৰধানকৈ কোঁচ আৰু মেচ জাতিৰ মানুহ, যিসকলে হিন্দু ধৰ্ম গ্ৰহণ কৰি এই নাম গ্ৰহণ কৰিছিল' (ৰাভা জনজাতি, ১৯৭৭, পৃঃ ১২) এই মন্তব্যক সমৰ্থন কৰি ড° পৱন চন্দ্ৰ শইকীয়াই বৈদিকীকৰণ (Aryanisation)ৰ স্তৰ হিচাপে কোঁচ-ৰাজবংশীসকলৰ অৱস্থান এনেদৰে দেখুৱাইছেঃ মদাহী কোঁচ – শৰণীয়া কোঁচ – হেৰেমিয়া কোঁচ-- সৰু, কোঁচ-- কামতালি বা বৰকোঁচ। (অসমৰ মানুহ, ১৯৮৬, পৃঃ ১১৯) বহু পণ্ডিতে ৰাভা জনগোষ্ঠীকো কছাৰীৰ পৰা হিন্দু ধৰ্মলৈ ধৰ্মান্তৰিত হোৱাৰ এটি স্তৰ হিচাপে ধাৰণা কৰে। Waddell (1911) ৰ The tribes of the Brahmaputra Valley নামৰ প্ৰবন্ধত লিখিছে This (Rabha, Totala of Datiyal Kachari) is an offshot of the Kachari tribe which have adopted a thin veener of Hinduism but thinner than the Koch

Grierson (1903) চাহাবেও ক'বলৈ বিচাৰে যে Rabha appears to be a Hindu name for the tribe and many men so called are kachari, লোকপিয়লত ৰাভা জনসংখ্যা ১৯১১ চনৰ পৰা ১৯৩১ চনৰ ভিতৰত দ্ৰুতগতিত হ্ৰাস পোৱাৰ কাৰণ হিচাপে ড° ভুবন মোহন দাসে কয়, 'Tha fall of population in the earlier census may be due to conversion to Hinduism, when they abandon their tribal surname'Rabha moreover very after a Rabha is confused with a Kachari as various writers tried to append the Rabha with the Kachari as a sub-group of the latter, (E.A.R.I) এইবোৰ যি কাৰণতেই নঘটক মূঠতে আমি ড° দাসৰ সৈতে একমত যে On the whole therefore although some Kacharis and Garos may have become Rabhas, just as other have become koches, it seems probable that the Rabhas are in reality a Distinct tribe.' (E.A.R.I. P-3)

নৃতত্ত্বৰ লগত সংস্কৃতিৰ এৰিব নোৱাৰা সম্পৰ্ক। নৃতাত্বিক অধ্যয়ন বুলিলে সেয়ে সংস্কৃতিৰ দিশতো চকু দিবলগীয়া হয়। ৰাভাসকলে প্ৰাকৃতিক, সামাজিক আৰু আধিভৌতিক এই তিনিবিধ পৰিবেশৰ লগত খাপ খুৱাই দৈনন্দিন জীৱন নিৰ্বাহ কৰোতে লব্ধ অভিজ্ঞতাৰ দ্বাৰা আহৰিত মাৰ্জিত আচৰণ, ধ্যান ধাৰণা, ৰীতি-নীতি আদিৰ সমষ্টিয়ে ৰাভাসকলৰ স্বকীয় সংস্কৃতি।

বৰ্তমানৰ ৰাভাসকল ঘাইকৈ কৃষিজীৱি, আৰু তেওঁলোকৰ প্ৰথম আহাৰ ভাত। কৃষিজাত শস্যবোৰ আগেয়ে খন্তিজাতীয় সঁজুলি (বাখু) ৰে ঝুম খেতি (হামজাৰ) কৰি উৎপাদন কৰি লৈছিল যদিও বৰ্তমান স্থায়ী পথাৰত পানী খেতিৰ প্ৰচলন কৰি নানাধৰণৰ শস্য উৎপাদন কৰে। চিকাৰীজীৱিৰ দৰে আগেয়ে হাবিত বিভিন্ন জন্তু চিকাৰ কৰি তাৰ মাংস ভক্ষণ কৰিছিল যদিও বৰ্তমান ঘৰতে কুকুৰা গাহৰি পুহি তাৰ মাংস খাবলৈ ভাল পায়। সমজুৱাভাৱে মাছ ধৰিছিল যদিও বৰ্তমান গাই-গুটীয়াভাৱে বাৰিষাৰ পথাৰত চেপা, ঠোহা আদি পাতি বৰশি বাই, জাকৈ নতুবা পৰঙি জাল আদিৰে মাছ সংগ্ৰহ কৰে। এইবোৰ কামত বয়স আৰু লিংগ নিৰ্বিচাৰে পৰিয়ালৰ আটায়ে অংশ গ্ৰহণ কৰাত বাধা আৰোপ কৰা নহয়।

মংগোলীয় প্ৰজাতিৰ উমৈহতীয়া লক্ষণৰ অন্যতম নাৰীৰ তিনিখলপীয়া সাজ ৰাভাসকলৰো একালত অতি প্ৰিয় আছিল (ৰংদানি ৰাভাৰ ফিৰান-কাম্বুং-খাদাবাং) যদিও বৰ্তমান বড়োসকলৰ দখনা জাতীয় ফুলাম পাতনিৰ (লেমফটা) প্ৰতিহে অনুৰক্তা। তেনেকৈ পাতি ৰাভাসকলৰো মেথনি (ৰাভা পাতনি)ৰ পৰিবৰ্তে ৰিহা-মেখেলাৰ প্ৰতিহে ধাউতি পৰিলক্ষিত হৈছে। পুৰুষবোৰে সাধাৰণতে ঘৰত পাজাল (চুৰিয়া) পিন্ধিলেও বাহিৰত লংপেন্ট পিন্ধিহে ভাল পায়। অৱশ্যে জাতীয় উৎসৱ আৰু সভা-সমিতিত ডিঙিত মেৰিয়াই লোৱা পজাৰ (ফলি) একোখন আৰু পোন্ধ মাৰি পিন্ধা পখৰা-চিখৰা আঁঠুমূৰীয়া চুৰিয়া (গামোচা)টোৰ সমাদৰ আছে।

ৰাভাসকলৰ ঘৰবোৰ আহল-বহলকৈ খেৰ-বাঁহেৰে সজা আছিল। ঘৰৰ কেবাটাও কোঠালী আছিল। বনৰীয়া জীৱ-জন্তুৰ পৰা খেতি ৰক্ষা কৰিবলৈ টঙীঘৰ বান্ধিছিল। অৱশ্যে অন্যান্য মংগোলীয় জনগোষ্ঠীৰ দৰে ডেকাচাং আৰু চাংঘৰ ৰাভাসকলৰ মাজত অতি পূৰ্বকালতো নাছিল।

ৰাভাসকলৰ পৰিয়ালৰ গাঁথনি আগতে মাতৃতান্ত্ৰিক আছিল যদিও বৰ্তমান পিতৃতান্ত্ৰিকৰ প্ৰতি ঢাল খোৱা দেখা গৈছে। গোত্ৰবোৰ মাকৰ পৰা অহা আৰু কন্যাসন্তানে

মাকৰ আ-অলংকাৰ আদি সম্পত্তি বংশানুক্ৰমে লাভ কৰে। তাত পুত্ৰ সন্তানৰ কোনো অধিকাৰ নাথাকে। তেনেকৈ বাপেকৰ স্থাৱৰ-অস্থাৱৰ সম্পত্তিৰ ক্ষেত্ৰত কন্যা সন্তানৰ কোনো অধিকাৰ নাই। অৱশ্যে ঘৰ জোঁৱাই ৰাখি দুই-এক ভিতৰুৱা গাঁৱত এতিয়াও মাতৃ-তান্ত্ৰিক পৰিয়াল প্ৰথাৰ চলন্তি ৰখা দৃষ্টান্ত আছে।

বিয়াৰ ক্ষেত্ৰত পলুৱাই আনি কৰা বিবাহ, উপযাচি যোৱা বিবাহ, দৰা সাজি যোৱা বিবাহ আৰু বিবাহত তেলৰ ভাৰ (পানছিনি), আঠমঙলা (ঘৰ ফেৰানি) গা-পন আদিৰ প্ৰচলন আছে। আগেয়ে জোৰ পূৰ্বক যেনাও পদ্ধতিৰে কইনা হৰণ কৰা জাতীয় আসুৰিক বিবাহকো ৰাভা সমাজত স্বীকৃতি দিয়া হৈছিল। বিয়াত মোমায়েকৰ জীয়েকক প্ৰাধান্য দিয়া আচাৰো আছিল। বাল্য বিবাহ, বহুপতি বিবাহ trial marriage (গেবাৰি খাত্তি হোৱা বিবাহ) আদিৰ উদাহৰণ ৰাভা সমাজত আগৰে পৰা প্ৰচলন নাই। বিধবা-বৰলাৰ বিবাহ, বহুপত্নী বিবাহ আদিৰ প্ৰচলন ৰাভা সমাজত পূৰ্বৰে পৰা আছে। সগোত্ৰীয় বিবাহ এতিয়াও সমাজ বিগৰ্হিত। আনহাতে আন্তঃগোষ্ঠীয় বিবাহ (intertribe marriage)ৰ প্ৰতি ৰাভা সমাজ ক্ৰমে সহনশীল যেন দেখা গৈছে।

স্বজনতা আৰু আত্মীয়তা দুইফালৰ পৰা গঢ়ি উঠে— এবিধ জন্মসূত্ৰে আৰু আনবিধ বৈবাহিক সূত্ৰে। ইয়াৰোপৰি পোষ্যপুত্ৰ (বেটাভাস), ধৰ্ম পিতৃ (বাপদায়), সখিপতা, মিত্ৰতা আদিৰ যোগেদিও দুই-একৰ মাজত সম্পৰ্ক গঢ়ি উঠে। ৰাভা সমাজ সংস্কৃতিত মোমাই-ভাগিন আৰু মোমাই ভাগিনী সম্বন্ধ অতি মধুৰ। ভাগিনীয়েকৰ চূড়াকৰণ, চিকাযাতা (শিশুৰ কেঁচুৱা অৱস্থাত শুকাই যোৱা বেমাৰত গোত্ৰৰ উৎস সুমৰি কৰা পূজা) আদিত মোমায়েকৰ ভূমিকা মন কৰিবলগীয়া। মোমায়েকৰ মৃত্যুৰ 'ফাৰক্ৰান্তি' নামৰ শ্ৰাদ্ধ উৎসৱত ভাগিনীয়েকবোৰে 'গাছি' (কৃত্ৰিম কাপোৰ অস্থি) বোকোচাত লৈ নাচি নাচি সংসাৰ বন্ধনৰ পৰা মুক্তি প্ৰদান কৰিবলগীয়া হয়। সেই সূত্ৰেই ৰাভা মোমায়েকগৰাকীৰ বাবে ভাগিনীয়েকগৰাকী হাত পাতিলেই পাব পৰা সহায়কাৰী অৰ্থাৎ 'নামচাকৱা' আৰু তেনে ভাগিনীয়েক এগৰাকীকে পুত্ৰলৈ বোৱাৰী অনাত গুৰুত্ব দিছিল। ৰাভা সম্বন্ধ ব্যৱস্থামতে মাকৰ ককায়েক বা ভায়েকক যেনেকৈ মামা বোলা হয় তেনেকৈ বাপেকৰ ভনীয়েকক বা বায়েকৰ গিৰিয়েককো পেহা, জেঠপেহা নকৈ মামা বোলা হয়।

ৰাভা সমাজত বৌয়েক-দেওৰেক, ভিনিহি-খুলশালী (মোমায়েকৰ পুতেক-জীয়েক), ককা-নাতি, আইতা-নাতিনীৰ মাজত থকা সম্বন্ধ পৰিহাসসূচক কিন্তু বৰজনাক-ভাই বোৱাৰী, জেশাহু-ভনী জোঁৱাইৰ সম্বন্ধ পৰিহাৰ্যসূচক। স্ত্ৰীয়ে স্বামীৰ নাম ভুলতেও নাকাঢ়ে আৰু 'পুতেক বা জীয়েকৰ বাপেক' বুলিহে মাতে। ঠিক তেনেদৰে শহুৰেক-শাহুৱেকেও জোঁৱায়েকক 'জীয়েকৰ গিৰিয়েক অৰ্থাৎ আমকা-জাক' আৰু বোৱাৰী (যেনে 'পুতেকৰ ঘৈণীয়েক অৰ্থাৎ আমকা-জাক' বুলিহে সম্বন্ধ লয়।) বোৱাৰীয়েক বা জোঁৱায়েকেও নিজৰ শহুৰেক-শাহুৱেক' দেউতা-আই' নুবুলি 'মামা-মামী' বুলিহে সম্বন্ধ লৈ ভাল পায়— বিশেষকৈ ৰংদানি খেলৰ লোকে।

জন্ম-মৃত্যু-বিবাহ উপলক্ষে নানাধৰণৰ লোকাচাৰ-লোকবিশ্বাস, ৰাভা সমাজতো পালিত হৈ আহিছে। নোৱাই তোলনী বিবাহ পুংসৱণ পঞ্চামৃত ভোজন আদিৰ প্ৰচলন ৰাভা সমাজত নাই। সুপ্ৰসৱৰ বাবে 'বায়নাবা' দেৱতাৰ নামত পূজা এভাগি আগবঢ়োৱা হয় আৰু নাভি সৰাৰ লগে লগে অশৌচ খেদা হয়। গাঁৱৰ অবৃত্তি ধাৰী ধাইমাই প্ৰসূতি গৰাকীৰ পৰিচৰ্যা লয় আৰু তেওঁক মদ-কাপোৰেৰে মাননি আগবঢ়োৱা হয়। অন্যথাই মৃত্যুৰ পিছত

তেজ পান কৰায় বুলি লোকবিশ্বাস আছে। ৰাভা সমাজত যঁজা সন্তান প্ৰসৱ দুবাৰলৈ স্বাভাৱিক বুলি গণ্য কৰিলেও তৃতীয়বাৰত এনে প্ৰসৱ হ'বলৈ পালে গাহৰিয়ে আহাৰ খোৱা পাত্ৰ (বাকচিকং) এটাত ভাত খাবলৈ দি উদ্ধাৰ-পৰাচিত কৰা হয়— পশুসুলভ কাৰ্যৰ বাবে। কুলখিনী বুলি ভবা হয়। গৰ্ভৱতী অৱস্থাত কোনো জীয়া বস্তুক মৰিয়াবলৈও দিয়া নহয় আৰু ৰন্ধন শালতো (বিশেষকৈ ৰাজহুৱা ভোজৰ) সোমাবলৈ দিয়া নহয়। কাৰণ এই কাৰ্যৰ দ্বাৰা যথাক্ৰমে পেটত থকা সন্তানৰ অনিষ্ট হয় আৰু ভোজৰ বৃহদাংশ পেটত থকা সন্তানে চানকাঢ়ে বুলি বিশ্বাস। ঘৈণীয়েকৰ গৰ্ভাৱতী অৱস্থাত গিৰিয়েকে কোনো মৰাশ নকঢ়িয়ায়।

ৰাভা সমাজ-বিধি মতে মৰাশ সাধাৰণতে অগ্নিত দাহ কৰি চান্দোৱা তৰি এটি সৰু পঁজাঘৰ (মাংখ্ৰাম) সাজি দিয়া হয়। কেতিয়াবা অৱশ্যে মাটিত পুতিও থোৱা হয়। 'মৰাকাম' বা দহাৰ বাধ্যবাধকতা থাকিলেও কোনো নিৰ্দ্ধাৰিত সময় বান্ধি দিয়া নহয়। সময় আৰু সুযোগ উলিয়াই পৰিয়ালে গুটীয়াকৈ বা সমজুৱাকৈ বহু মৃতকৰ একেলগে শ্ৰাদ্ধ পাতি মূৰ খুৰাই আমীষ বা নিৰামিষ ভোজ দি সমাজৰ পৰা প্ৰায়চিত্ত লভে। শ্ৰাদ্ধত বামুণ মতা নহয় যদিও দুই-এক়ে গঙ্গাত পিণ্ডদানো কৰা দেখা যায়। অবিবাহিত অৱস্থাত মৃত্যু হ'লে মৃতকৰ আত্মাই শান্তি নাপায় বুলি ভবা হয়। বিবাহ ৰাভা সমাজত একান্ত বাঞ্ছনীয়।

ৰাভাসকল জড়োপাসক (animist) যদিও শিৱ (লাঙা) আৰু পাৰ্বতী (কালী) কো মানে। নানা ধৰণৰ অপ-দেৱতা, যখ-যখিনী, ডাইনী ভূত-প্ৰেত আদিৰ আক্ৰমণৰ পৰা হাত সাৰিবলৈ তেওঁলোকে বিভিন্ন সময়ত অসংখ্য বলি বিধানেৰে পূজা দি সন্তুষ্ট কৰি ৰাখে। হাছং বায়খো, ৰোন্তাক আদি হ'ল অধিষ্ঠাত্ৰী মঙ্গলকাৰী দেৱ-দেৱী। আনহাতে লাঙামাৰা, কেঁচাই-খাইতি ঝাকুৱা-বুদাৰা, 'বাত্ৰা' আদি হ'ল অমঙ্গলকাৰী দেৱ-দেৱী। ৰাভাসকল পৰজন্ম বিশ্বাসী, সেয়ে কপৌ চৰাই ৰূপে জন্ম লৈ কিছুদিন মৃতকৰ আত্মাই কৰুণ বিননি তুলিবলৈ গৃহস্থৰ কাষ চাপে বুলি বিশ্বাস কৰে। মৃতকৰ আত্মাই 'মিছি'ৰ দ্বাৰা মৃত্যু ৰসহা বেকত কৰাব পাৰে বুলি তেওঁলোকৰ মাজত বিশ্বাস আছে। মঙ্গল চোৱা, দেওধা-দেওধনী উঠা, তন্ত্ৰ-মন্ত্ৰ, বাণ-কুমন্ত্ৰ আদিৰ প্ৰতি তেওঁলোকৰ অগাধ বিশ্বাস। ৰাভাসকলৰ পূজাৰ বিধি দুই প্ৰকাৰৰ - - লেমা-বায়ৰ বাবে লেমাকাথা (গোহালীদেও, ঝাকুৱা, দেশফিৰা ঠাকুৰাণী আদিক আৰ্য দেৱতা বুলি মনা হয়) আৰু ৰাভাবায়ৰ বাবে ৰ'ভাকাথা (হাছং ৰোন্তাক, বায়খা আদিক ৰাভাৰ নিজা দেৱতা বুলি মনা হয়)ৰে ৰচিত স্তোত্ৰগীত গাই যথাক্ৰমে হাঁহ-পাৰ-ছাগলী, মাহ-প্ৰসাদ আৰু কুকুৰা-গাহৰি-মদ অৰ্পণ কৰি আৰাধনা কৰে। ইয়াৰোপৰি গাৰোৰ দেৱতা, কছাৰীৰ দেৱতাৰ লগতে পীৰ পূজা বা বাবাজী পূজাও (ইচলাম ধৰ্মৰ লগত সম্পৰ্কান্বিত ৰাভাসকলৰ মাজত প্ৰচলন আছে।)

Dr. W.C. Smithয়ে উল্লেখ কৰা তেৰটা মঙ্গোলীয় সংস্কৃতিৰ উমৈহতীয়া লক্ষণৰ মাত্ৰ তিনিটাহে ৰাভাসকলৰ মাজত দেখা যায়। সেয়া (১) সৰ্বত্ৰতে তামোল-পাণৰ ব্যৱহাৰ (২) পূজা আৰু খাদ্যৰ তালিকাত গাখীৰ বৰ্জন আৰু (৩) সাধাৰণ ধৰণৰ তাঁতশাল। বাকী চাৰি বা ছয়কোণীয়া ঢালৰ ব্যৱহাৰ, পৰ্বতীয়া অংশত বাসস্থান, ৰাজনৈতিক সংগঠনৰ অভাৱ, গাত উল্কি কৰা, প্ৰাক বৈবাহিক যৌন সম্পৰ্ক, চাংঘৰত বসবাস আদিৰ প্ৰচলন হয়তো তাহানিতে আছিল। কিন্তু মূৰ চিকাৰ, ডেকাসকলৰ বাবে ডেকা চাং আৰু চাঙত ৰ'দাই মৰাশ সৎকাৰ এই তিনিটা বৈশিষ্ট্য ৰাভাসকলৰ মাজত একেবাৰেই নাছিল যেন অনুমেয় হয়। অৱশ্যে নৰবলি (সৰ্পক বলিৰ যোগান ধৰা), টঙীঘৰ (খেতি-খোলা নিৰীক্ষণ গৃহ), আৰু মৃতকক মদ প্ৰস্তুত নোহোৱালৈকে মাটিত পুতি থৈ পুনৰ উলিয়াই সৎকাৰ কৰা ৰীতিৰ (কাৰ

ৰদায়কায়) সৈতে ইয়াৰ আংশিক সাদৃশ্য আছে। ইয়াৰ উপৰি ড° লীলা গগৈয়ে উল্লেখ কৰা মঙ্গোলীয় সংস্কৃতিৰ কেতবোৰ উমৈহতীয়া লক্ষণসমূহো ৰাভাসকলৰ মাজত বৰ্তমান। সেইবোৰ (১) দেৱ-দেৱীৰ পূজাত কেঁচা তেজৰ উপহাৰ, (২) সামাজিক আৰু ধৰ্মীয় অনুষ্ঠানত চাউলৰ পৰা তৈয়াৰী লাওপানী বা মদৰ মুকলি ব্যৱহাৰ, (৩) হিন্দুৰ আদৰ্শত অস্পৃশ্য বুলি বিবেচিত কুকুৰা-গাহৰি আদিক খাদ্যৰূপে গ্ৰহণ (৪) বিবাহত গা ধন লোৱাৰ ব্যৱস্থা, (৫) ঝুম খেতিৰ জনপ্ৰিয়তা, (৬) শুকান মাছ-মাংস খাদ্যৰূপে গ্ৰহণ (৭) কৈৰাতজ ধৰ্মৰ প্ৰভাৱ, (৮) বিপদ-আপদ, ৰং-আনন্দ সকলোকে সামূহিক দায়িত্ব গ্ৰহণ, (৯) মান-মৰ্যাদাৰ প্ৰশ্নত অনমনীয়তা, (১০) নিজা অস্তিত্ব ৰক্ষাৰ অৰ্থে অসীম চেষ্টা (১১) সৰলতা আৰু (১২) জাতি বৰ্ণ ভেদভাৱ হীনতা। (অসমৰ সংস্কৃতি, ১৯৮৬, পৃষ্ঠা ১৩৪)।

এইবিলাকৰ উপৰি ৰাভাসকলৰ মাজত এনে কেতবোৰ ভৌতিক-সংস্কৃতিৰ প্ৰচলন আছে যিবোৰ সকলো জনজাতিৰ মাজতে সমানেই সমাদৃত। সেইবোৰ-- ১। উৰালৰ ব্যৱহাৰ, ২। মদ বিতৰণৰ বাবে তিতালাৱৰ খোল, ৩। পীৰাৰ ব্যৱহাৰ, ৪। ভাত বিতৰণ আৰু খোৱাৰ বাবে কাঠৰ হেতা, ৫। দীঘল ঢোল (খাম), ৬। বাঁহী, ৭। বাঁহৰ বিভিন্ন খাং-জপা, ৮। মদ আৰু খাৰনি নিগৰোৱা বাঁহৰ শংকু আকৃতিৰ ছেকনি, ৯। বোকোচাত লোৱা ফুলাম কাপোৰ, ১০। হাতত পিন্ধা গধুৰ খাৰু, ১১। ডিঙিত পিন্ধা মুদ্ৰাৰ মালা ইত্যাদি।

ৰাভাসকল উৎসৱপ্ৰিয়। ৰাভা সমাজত বাৰমাহত তেৰ পূজা অনুষ্ঠিত হয় আৰু প্ৰতিটো অনুষ্ঠান নৃত্য-গীতেৰে মুখৰিত। অঞ্চল আৰু খেল ভেদে উৎসৱ-অনুষ্ঠানৰ পাৰ্থক্য বিদ্যমান। মায়তৰি খেলৰ বায়খো, ৰংদানি খেলৰ ফাৰকান্তি, হাছং, কোচা খেলৰ ছোংবায় তাণ্ডি, দহেৰি খেলৰ খোকচি, তৰঙা, পাতিৰাভাৰ লাঙামাৰা, টুকুৰীয়া টোটলা খেলৰ মেৰুগোহাঁই, সুবচনী আৰু হানা খেলৰ জাৰী ঘোঁৰা, হানাঘোঁৰা তেনে কেতবোৰ ধৰ্মীয় কৃত। আনহাতে ছাথাৰ, গিৰকায়, বগেজাৰী, বহৰাণ্ডী, ধেং চং চং বা ভালুক নচুৱা হামজাৰ আদি নৃত্যৰে আৰু শ্ৰাদ্ধগীত, নিকুকনি গীত, গৰখীয়া বা চাংদিয়া গীত, বৰেকামলাৰ গীত হৈমাৰু, বন্দনা-চন্দনা, নলুৱা-চলুৱাৰ কাহিনী গীত আদি লোক-সাহিত্যৰ সমলেৰে ৰাভা লোক-সংস্কৃতি গৰিমাময়ী। এইবোৰৰ বেছিভাগে এতিয়াও মুখে মুখে মুখ বাগৰি চলি আহিছে; খুব কম সংখ্যকেহে বিভিন্ন লেখক-সাহিত্যিকৰ হাতত পৰি সমীক্ষিত আৰু সম্পাদিত ৰূপ লাভ কৰিছে। সেইসমূহৰ ভিতৰত উল্লেখযোগ্য হ'ল-- যোগেন্দ্ৰ নাথ ৰাঠৌৰ 'ৰাভা জাতিৰ ইতিবৃত্ত' (১৯৬৫) মণি ৰাভাৰ 'ছাথা" (১৯৬৩), 'ৰাভা সংস্কৃতিৰ ধাৰা' (১৯৭৫), ৰাজেন ৰাভাৰ 'ৰাভা জনজাতি' (১৯৭৪), 'ৰাভা সাধু' (১৯৭৭), প্ৰাণেশ্বৰ ৰাভাৰ 'হৈমৱন্তী বিৰহৰি' (১৯৮৭) হৰিমোহন সৰকাৰৰ 'টুকুৰীয়া গীত' (১৯৭০) 'বহৰণ্ডী গীতৰ আঁচলত (১৯....), বীৰেন ৰাভাৰ 'দাতা-বিধাতাৰ বান্ধ' (১৯৮০), লিপ্তি ৰাভাৰ 'বংঘৰ' ৰবছায় ৰবছায়" (১৯৮১), শোভাৰাম ৰাভা সম্পাদিত 'প্ৰণয়গন্ধী ৰাভা গীত' (১৯৯২) ইত্যাদি।

ৰাভাসকল সংগীতপ্ৰাণা। তেওঁলোকৰ লোকজীৱন গীত-মাতেৰে ভৰপূৰ, স্বভাৱ কবি-শিল্পীৰ দ্বাৰা সৃষ্ট লোকসুৰৰ উপৰি ব্যক্তিগতভাৱে বহু কেইগৰাকী গীতিকাৰ-শিল্পীয়ে গীত-মাত ৰচনা কৰি সুৰাৰোপিত কৰিছে। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰযোগে ১৯৫৭ চনত পোন প্ৰথমবাৰ গাঁৱলীয়া অনুষ্ঠানত ৰাভা গীত প্ৰচাৰ হোৱাৰে পৰা বৰ্তমানলৈকে (পূবালীৰ সুৰ অনুষ্ঠান) সপ্তাহত দুই-তিনিবাৰকৈ পোন্ধৰ মিনিটীয়া অনুষ্ঠান প্ৰচাৰ হৈ আহিছে। সেইদৰে গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰ আৰু তুৰা অনাতাঁৰ কেন্দ্ৰ যোগেও ৰাভা গীত-মাত প্ৰচাৰিত হৈ আহিছে। ইতিমধ্যে তেনে গীতৰ সংকলন দুই-এটা প্ৰকাশো পাইছে। সঙ্গীত

নাট্য একাডেমী বঁটাপ্ৰাপ্ত শিল্পী ৰাজেন পামৰ 'কাঢ়া নলৰ মৌ সৰা সুৰ' (১৯৬০/১৯৯২), ৰাভা গীতমালা (১৯৯৯), শিল্পী প্ৰসন্ন কুমাৰ পামৰ গীত (প্ৰকাশ ৰাভা আৰু ভবেন ৰাভাৰ যুটীয়া সম্পাদনাত (১৯৮৪), গণপতি পামৰ 'আঙিচায় আঙি খুৰাং' (১৯৮৯), পৰীক্ষিত ৰাভা ৰচিত 'আঙি চায়-ঈ নাং' (১৯৮৯) মাদাপকায় গাটঠনি খুৰাং' (১৯৯১) আদি তেনে কেতবোৰ বাছকবনীয়া গীত-সকলন। ১৯৬২ চনত পোনপ্ৰথমে HMVৰ দ্বাৰা ৰাভা গীতৰ গ্ৰামোফোন ৰেকৰ্ড ওলায়। তাৰপিছত ১৯৮৪ চনত আঠটা লং প্লেয়িং ৰেকৰ্ড ওলোৱাৰ পিছৰে পৰা বিভিন্ন অডিঅ' কেছেট যোগেও ৰাভা গীত বাণীবদ্ধ হৈ আহিছে। সদৌ ৰাভা কৃষ্টি সম্মিলন (১৯৫৫), অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়, শ্ৰীমন্ত শঙ্কৰদেৱ কলাক্ষেত্ৰ আদি প্ৰতিষ্ঠানৰ সৌজন্যত ৰাভা লোকনৃত্য-লোকগীত অসমতে নহয় ভাৰতৰ বিভিন্ন প্ৰান্তত আৰু বিদেশতো পৰিৱেশিত হৈ সুনাম অৰ্জন কৰিবলৈ সক্ষম হৈছে। ৰাভা সংস্কৃতি বিষয়ক কেবাখনো তথ্যচিত্ৰ আৰু ৰাভা ভাষাৰে ভিডিঅ' ছবিও নিৰ্মিত হৈছে। সেইদৰে ১৯৫৯ চনত ৰাভা নাট্য সাহিত্যৰ জনক প্ৰসন্ন কুমাৰ পামে প্ৰথম ৰাভা পালাদল (নাট্যগোষ্ঠী) প্ৰতিষ্ঠা কৰি নিজে নাটক লিখি পৰিচালনা কৰি ৰাভা নাট্য সাহিত্যৰ ধাৰা প্ৰৱৰ্তন কৰে। তেওঁৰ কেবাখনো হাতে লিখা কিম্বদন্তিমূলক আৰু সামাজিক নাটক মঞ্চস্থ হৈছে আৰু কেউখনে ৰাইজৰ ভূয়সী প্ৰশংসা অৰ্জন কৰিবলৈ সক্ষম হৈছে। তেওঁৰ যোগ্য অনুগামী প্ৰকাশ ৰাভাই প্ৰায় তেৰখন নাটক লিখি মঞ্চস্থ কৰি প্ৰথম ব্যৱসায়ী ৰাভা থিয়েটাৰ দল (সোণাজুলি থিয়েটাৰ, (১৯৯৪) প্ৰযোজনা কৰিবলৈও সক্ষম হৈছে। ইতিমধ্যে ভালে কেইগৰাকী নাট্যকাৰে ৰাভা ভাষাত নাট-নাটিকা লিখি সুনাম আৰ্জিছে আৰু তেনে দুই-এখন নাটকৰ পুথিও প্ৰকাশ পাইছে। তাৰ ভিতৰত উপেন ৰাভা হাকাচামৰ 'সতী দ্যুমকটি' (১৯৮৭), 'ৰংগি'ৰ পৰ্শুৰাম' (১৯৯৮), ৰাজেন পামৰ 'ৰাংচাৰি' (অসমীয়া অনাতাঁৰ নাট 'ৰেঙনি'ৰ অনুবাদ, ১৯৯৯), প্ৰসন্ন কুমাৰ পামৰ 'দোদনবীৰ' (প্ৰথম খণ্ড, ১৯৯৯) অন্যতম।

ৰাভা সাহিত্যৰ বিভিন্ন দিশ বিশেষকৈ কবিতা, গল্প, প্ৰবন্ধ আদি আলোচনীৰ পাততে ভুমুকি মাৰে। ১৯৬১ চনত বাদুংডু'প্ল নামৰ প্ৰথম ৰাভা আলোচনী প্ৰকাশ পায়— ৰাভা ছাত্ৰ পৰিষদৰ হৈ সমৰসিং ৰাভাৰ সম্পাদনাত। তাৰ পিছত প্ৰকাশ ৰাভাৰ সম্পাদনাত 'জাতিনি খুৰাং' (১৯৭৩) লিপ্তি ৰাভা ৰংখৰ সম্পাদনাত 'চাম্পায়' (১৯৭৮-৮২) মহেশ্বৰ ৰাভাৰ সম্পাদনাত 'ৰোংজুমুক' (১৯৮৭) আৰু বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানৰ জৰিয়তে মুখপত্ৰ, স্মৃতিগ্ৰন্থ আদি সময়ে সময়ে প্ৰকাশিত হৈ আহিছে। তাৰ ভিতৰত একমাত্ৰ চাম্পায় আলোচনীয়ে দীৰ্ঘকাল জুৰি এক নীতি-নিৰ্দেশনাৰে ৰাভা ভাষাক মান্যৰূপ প্ৰদানৰ ক্ষেত্ৰত আৰু ৰাভা সাহিত্যৰ শ্ৰীবৃদ্ধিৰ ক্ষেত্ৰত এক আশাব্যঞ্জক পদক্ষেপ আগবঢ়াবলৈ সক্ষম হয়। সেইবাবেই ৰাভা সাহিত্যৰ যুগবিভাগৰ ক্ষেত্ৰত চাম্পায় আলোচনীৰ বিশেষ অৱদান আছে।

ৰাভা সাহিত্যৰ প্ৰাক-চাম্পায় যুগৰ নিদৰ্শন স্বৰূপে দোকমোকালিত ব্ৰিটিছ এণ্ড ফৰেণ বাইবেল ছ'চাইটিয়ে প্ৰকাশ কৰা 'যীচুনি নিমা সাইকাই কাথা' (১৯০৯) নামৰ বাইবেলৰ মাৰ্ক খণ্ডৰ অনুবাদটিকে প্ৰথম স্থান দিয়া হয়। ইয়াৰ পূৰ্বে ১৯০০ চনত Rev. A.F. Stephenএ prodical sonৰ তৰ্জমা কৰিছিল। আৰু ১৯০৩ চনত এইটো grieronৰ Linguistic Survey of Indiaত স্থান পাইছিল। এই দুয়োটা খ্ৰীষ্ট ধৰ্ম বিষয়ৰ অনুবাদ পুথি, ইয়াক প্ৰকৃত সাহিত্যৰ গণ্ডীত পেলাব নোৱাৰি। সেইদৰে ১৯২৬ চনত প্ৰকাশিত পূৰ্ণ চন্দ্ৰ কোচৰ দ্বাৰা প্ৰণিত এখনি ধৰ্মগ্ৰন্থ 'পেনেম লামোন দাম'কো সাহিত্যৰ শাৰীত স্থান দিব পৰা নাযায়। বিংশ শতিকাৰ প্ৰথমাৰ্ধত, প্ৰাক চাম্পায় যুগৰ দুগৰাকী বিশিষ্ট লোকে দুখন

ৰাভা ব্যাকৰণ প্ৰণয়ন কৰি কথিত পৰ্যায়ত থকা ৰাভা ভাষাক এক লিখিত ৰূপলৈ নিয়াৰ চেষ্টাত ব্ৰতী হয়। সেই দুগৰাকী ব্যক্তিৰ এগৰাকী হ'ল— ৰাজেন্দ্ৰ ৰংখ, যি ১৯৪৮ চনত 'ৰাভা জিব্ৰাও অৰংগি (ৰাভা কাথা) ভাগ টেক্কাং' ৰচনা কৰিছিল আৰু আন গৰাকী হ'ল অধৰ চন্দ্ৰ ৰাভা (বাঠৌ), যি ১৯৫১ চনত 'সংৰায়া ৰাভা কথা' (১৯৫১) ৰচনা কৰিছিল। ইতিমধ্যে যোগেন বাঠৌৰ 'ৰাভা জাতিৰ ইতিবৃত্ত' (১৯৫৬), ৰজত ৰাবা ছদ্মনামেৰে গৱেষক ৰাজেন্দ্ৰ ৰাভাৰ যুগান্তকাৰী নিবন্ধ (ৰামধেনু ১৯৫৮-৫৯) আদিৰ জৰিয়তে ৰাভা ভাষাৰ স্বকীয়তাৰ প্ৰতি আকৰ্ষিত হৈ এচাম নতুন লেখক-লেখিকাই সাহিত্য সৃষ্টিৰ বাবে হাতত কলম তুলি লয়। তাৰ ফলশ্ৰুতিত ৰাজেন পাম, প্ৰসন্ন কুমাৰ পামৰ পদাংক অনুসৰণ কৰি এচাম নতুন গীতিকাৰ, নাট্যকাৰ, শিল্পী, সাহিত্যিকৰ আবিৰ্ভাব হয়। এই সময়ছোৱাতে বাদুংডু'প্পা (১৯৬১-৬২), জাতিনি খুৰাং (১৯৭৩) আদি আলোচনীৰ পাতত সমৰসিং ৰাভা, লিপ্টিৰাভা ৰংখ আদি গল্পকাৰ; প্ৰকাশ ৰাভা, চাৰুমোহন ৰাভা (দাবাং) আদি কবি আৰু মণি ৰাভা, প্ৰকাশ ৰাভা, বৃটিছন ৰাভা, ফুৰেন ৰাভা আদি নিবন্ধকাৰৰ জন্ম হয়। সমান্তৰালভাৱে ব্যক্তিগত উদ্যোগত লক্ষ্মী ফেনান (বন্দনা-চন্দনা, ১৯৬৩), খগেন হাটো (হাচুইনি খুৰাং ১৯৬৬) আদি কবিয়ে কাব্য চৰ্চাত মনোনিৱেশ কৰে। পৰৱৰ্তীকালত ছাথাৰগীতৰ সংকলক মণি ৰাভাই 'ৰাভা-ভাষা শিকাৰ প্ৰণালী' (১৯৭০) আৰু ৰাভা সাধুৰ সংকলক ৰাজেন ৰাভাই 'ৰাভা-জনজাতি'-ত অন্তৰ্ভুক্ত ৰাভা শব্দমালা আৰু ব্যাকৰণিক বৈশিষ্ট্য (১৯৭৪) সমূহত ৰাভা ভাষাক এক সুসংহত ৰূপত তুলি ধৰে। ইতিমধ্যে ১৯৭৩ চনত বেবকে ৰাভা ক্ৰৌৰাং কচ্ছুমৰ জন্ম হয় আৰু বানেশ্বৰ কোঁচ, অমৰসিং কোঁচ, মণি ৰাভা, হেৰম্ব কুমাৰ ৰাভা, লিপ্টিৰাভা আদি সাহিত্যৰ কাণ্ডাৰীসকলে কেৰালানৈয়ো লেখক-শিবিৰ, কৰ্মশালা আদি অনুষ্ঠিত কৰাই ১৯৮২ চনত 'চাগপিদান' (১ম-৪ৰ্থ মান) নামৰ চাৰিখন প্ৰাথমিক বিদ্যালয়ৰ পাঠ্যপুথি ছপাই উলিয়ায়। ১৯৮৭ চনত পুনৰ সংশোধন ঘটোৱা 'ছাগ পিদান-থাকছা' নামৰ পাঠ্যপুথিৰে ১৯৮৮ চনৰ পৰা অসমৰ প্ৰাথমিক বিদ্যালয়ত ৰাভা ভাষা প্ৰবৰ্তিত হয়। এনে এটা পটভূমিতে লিপ্টি ৰাভা ৰংখৰ সুসম্পাদনাত ভাষা-সাহিত্য-সংস্কৃতিৰ মেটমৰা সম্ভাৰেৰে চাৰি বছৰ কাল (১৯৭৮-৮২) চাম্পায় নামৰ আলোচনী প্ৰচলিত হয়। চাম্পায়ৰ পাততে ৰাভা সাহিত্যৰ চালুকীয়া গল্প-সাহিত্য, ৰস-ৰচনা, সমালোচনা আৰু শিক্ষা-বিজ্ঞান, দৰ্শন ইত্যাদি বিষয়ক প্ৰবন্ধ, নিবন্ধ, ধাৰাবাহিকভাৱে প্ৰকাশ পায় আৰু নানা ধৰণৰ সংবাদ পৰিৱেশন, টীকা-টিপ্পনিৰে পোনপ্ৰথমবাৰৰ বাবে ৰাভা সংবাদ সাহিত্যৰো ভিত্তি পত্তন হয়। চাম্পায় যুগত ভূমুকি মৰা সাহিত্যিক-প্ৰাবন্ধিকসকলৰ অন্যতম হ'ল— সুৰঞ্জীৱ ৰাকছক, উপেন ৰাভা হাকাচাম, দুৰ্যোধন ৰাভা, নৰেন ৰাভা হাকাচাম, নিষ্ট ৰাভা, সোমেশ্বৰ ৰাভা— যিসকলে এতিয়াও নিৰবধি সাহিত্য চৰ্চা কৰি আছে। গল্পকাৰ পৰেশ ৰাভা, প্ৰাবন্ধিক জীৱেশ্বৰ কোঁচ, গীতিকাৰ, সুলোচন ৰাভা চাম্পায় যুগত প্ৰতিষ্ঠিত অন্য এটি ধাৰাৰ সৃষ্টি (অসমৰ জনজাতি, ১৯৭৫-৭৭ যোগে)।

উত্তৰ চাম্পায় যুগ-ৰাভা ভাষাৰ মান্যৰূপৰো যুগ। এখন মানবিশিষ্ট ব্যকৰণ প্ৰণয়ন কৰি তাৰ ভিত্তিত ৰচনা আৰু সম্পাদনা কৰা পাঠ্যপুথিৰে প্ৰথমে তিনিটা পৰ্যায়ত (১৯৮১-১৯৯৮) আৰু পৰৱৰ্তী কালত পাঁচোটা পৰ্যায়ত যথাক্ৰমে পৰিচয় (ফামানছিনি), প্ৰাথমিক (চামানছিনি), মাধ্যমিক (মাজাৰ-তিনি), প্ৰবোধ (মু'ত প্ৰিছিনি) আৰু বিশাৰদ (মুছোছিনি) পৰ্যায়ৰ ভাষা শিক্ষা পৰীক্ষা অনুষ্ঠিত কৰি ৰাভা আৰু অনাৰাভা উভয় শ্ৰেণীৰ ভাষাপ্ৰেমী লোকৰ মাজত দুধনৈস্থিত ৰাভা ভাষা পৰিষদে (১৯৮০) সমাদৃত হৈছে। ইতিমধ্যে এই

প্ৰতিষ্ঠানৰ পৰা 'ৰাভা ব্যাকৰণ প্ৰথম ভাগ' (১৯৮৩), ৰাভা ব্যাকৰণ— দ্বিতীয় ভাগ ৰাভা, শব্দ পুথি/ৰাভা ৰাওথাপ (১৯৮২/২০০০), ছুক দু'মবায়-আনিং ছ্ৰাও (১৯৮৩) ছুক দু'মবায় অনিথান ছ্ৰাও (১৯৮৯) পাৰ ঝাম্পুৰপি'ইলা ছ্ৰাও (১৯৮৩), পাৰ ঝাম্পুৰ আনিং ছ্ৰাও (১৯৮৯) আদি ভাষা-সাহিত্য বিষয়ক পুথি প্ৰণয়ন কৰা হৈছে। তদুপৰি ইতিপূৰ্বে প্ৰকাশিত বন্দনা-চন্দনা (কাব্য), হাচুইন খুৰাং (কবিতা সংকলন), গপ্‌ছানি গাংখয় (চুটিগল্প সংকলন, ১৯৯৮) আদি সমীক্ষাত্মক পাতনিসহ সংশোধিত আলমীয়া লিপিৰে পুনৰ প্ৰকাশ কৰা হৈছে। দোদান-বীৰ, ৰাংচাৰি আদি নাটকৰ পুথি নকৈ সম্পাদনা আৰু প্ৰকাশৰ ব্যৱস্থা লয় চাৰুমোহন ৰাভা কবিতা পুথি (খুসুমত্ৰী'প পাৰ, ১৯৯৮), উপেন ৰাভা হাকাচামৰ দুয়োখন নাটক (সতী দ্যুমকচি, ৰংগি'ৰ পৰ্শুৰাম), পৰীক্ষিত ৰাভাৰ গীতৰ পুথি (আণ্ডি চায়-ঈ নাং, মাদাপকায়নি গাহ্বিনি খুৰাং), প্ৰসন্ন কুমাৰ পামৰ গীতৰ পুথি ৰাজেন পামৰ গীতৰ পুথি আদিৰ লগতে অন্যান্য ৰাভা ভাষা-সাহিত্য-সংস্কৃতি বিষয়ক পুথিকো প্ৰসঙ্গ পুথি হিচাপে অনুমোদন জনাই পৰিষদে ৰাভা-সাহিত্যৰ গৱেষণা আৰু প্ৰসাৰণত মনোনিবেশ কৰি আহিছে।

ৰাভা ভাষা পৰিষদৰ দৰে ভাৰতীয় কেন্দ্ৰীয় ভাষা সংস্থান, বিশ্ববিদ্যালয় অনুদান আয়োগে আনন্দৰাম বৰুৱা, ভাষা-কলা-সংস্কৃতি সংস্থা, অসম সাহিত্য সভা, অসম ভাষা বিজ্ঞান সমিতি আদি অনুষ্ঠান-প্ৰতিষ্ঠানেও ৰাভা ভাষা-সাহিত্যৰ গৱেষণা আৰু বিকাশ সাধনত যোগাত্মক ইন্ধন যোগাই আহিছে। ইতিমধ্যে কেন্দ্ৰীয় ভাষা সংস্থানে 'মমোৰঙি ময়না খুৰাং' (১৯৯৭), চাৰ্পাকিনি ৰামতি বীণা বৰুৱাৰ 'জীৱনৰ বাটত' উপন্যাসৰ অনুবাদ যন্ত্ৰস্থ) ৰাভা-অসমীয়া-হিন্দী-ইংৰাজী অভিধান (অসম্পূৰ্ণ) অসমীয়া-বড়ো-ৰাভা অভিধান (অসম্পূৰ্ণ) আদি গ্ৰন্থ প্ৰণয়ন আৰু কৰ্মশালাৰ আয়োজনেৰে আনন্দৰাম বৰুৱা ভাষা-কলা সংস্কৃতি সংস্থাই 'ছোং-হাছঙিনি খিৰচা' (সাহিত্য একাডেমীৰ সৌজন্যত, ১৯৯৯), ৰাভা-অসমীয়া-ইংৰাজী অভিধান (অসম্পূৰ্ণ), A grammatical sketch of Rabha (যন্ত্ৰস্থ) আদি গ্ৰন্থ প্ৰণয়নেৰে আৰু অসম সাহিত্য সভাই ৰাভা শব্দ-সম্ভাৰ (১৯৮২) আদি গ্ৰন্থৰে ৰাভা ভাষা-সাহিত্যলৈ অনবদ্য অৱদান আগবঢ়াইছে। বিশ্ববিদ্যালয় অনুদান আয়োগে ৰাভা ভাষা বিষয়ক গৱেষণাৰ বাবে কেবাগৰাকীকো জলপানি আৰু আৰ্থিক অনুদান আগবঢ়াইছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰে আধুনিক ভাৰতীয় ভাষা বিভাগ, ভাষাতত্ত্ব বিভাগ আৰু অসমীয়া বিভাগতো ৰাভা ভাষাৰ পঠন-পাঠনৰ ব্যৱস্থা আছে।

দামৰাস্থিত ক্যাথলিক গীৰ্জাৰ দ্বাৰাও অসমীয়া লিপিৰে 'ছিৰ্গিনিৰাম' (১৯৮৪), ৰোমান লিপিৰে Seuaikai Baraikai (1993), Jisuni Badang Markngi Jephukai (1993) Jisuni Badang Lukungi Jepsukai (1993) Sewaiki Baraikai (Revised and Enlarged, 1996), Rabha Khurangnala (যন্ত্ৰস্থ) ইত্যাদি ৰাভা পুথি প্ৰকাশ কৰি ৰাভা ভাষা-সাহিত্যৰ শ্ৰীবৃদ্ধি সাধনত পূৰ্বানুক্ৰমে সাৰ-পানী যোগাই আহিছে। খ্ৰীষ্টধৰ্মীয় পুথি অনুবাদৰ ক্ষেত্ৰত জালাম হাটো, ইউ ভি যোচেফ আদিৰ প্ৰচেষ্টা শলাগিবলগীয়া। অন্যান্য ভাষাৰ পৰাও ৰাভালৈ এক বৃজনসংখ্যক সাহিত্য অনূদিত হৈছে। এইক্ষেত্ৰত ৰাভা ভাষা পৰিষদৰ পাঠ্যপুথিৰ বাবে হিন্দী, অসমীয়া আদিৰ উপেন ৰাভা হাকাচামকে ধৰি ভালেকেইগৰাকীয়ে একাণপতীয়াকৈ মনোনিবেশ কৰি আছে। প্ৰকাশ ৰাভা, জন্ত্ৰী চেৰেঙা, বিনয় ৰাভা ৰংদং, মহেশ্বৰ ৰাভা, ধীৰেন ৰাভা, মলয়া ৰাভা, জীৱেশ্বৰ কোঁচ, জগত'কামা আদি ব্যক্তিয়ে কেন্দ্ৰীয় ভাষা সংস্থান, সাহিত্য একাডেমী, আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থা আদি প্ৰতিষ্ঠানৰ অনুবাদ আঁচনিত নিযুক্ত হৈ অনুবাদ সাহিত্যৰ ধাৰা অব্যাহত

ৰাখিছে। বিশ্ব-হিন্দু-পৰিষদৰ প্ৰতিষ্ঠাপক ড° হেডগোৱাৰৰ জীৱনী ৰাভা ভাষালৈ অনুবাদ কৰি (১৯৯৪) প্ৰবীণ সাহিত্যিক লিষ্টিৰাম ৰাভাই ৰাভা সাহিত্যৰ এটা দিশৰ অভাৱ পূৰণ কৰিছে।

মান্যকৰণৰ যুগতো ৰাভা সাহিত্যৰ সকলো দিশ সমানে প্ৰতিভাত হোৱাই নাই। উপন্যাসৰ দিশত ৰাভা সাহিত্য এতিয়াও বহুখিনি পিছ পৰি আছে। এতিয়ালৈকে মাত্ৰ এখন উপন্যাসহে (গঙ্গাধৰ ৰাভা হাদু ৰচিত নাঙো চোকছা মানা, ১৯৯৮) ৰাভা ভাষাত প্ৰকাশ পাইছে। অৱশ্যে পাণ্ডুলিপি অৱস্থাত ভালেকেইখন উপন্যাস ছপা-উপযোগী হৈ আছে বুলি গম পোৱা গৈছে। লিষ্টি ৰাভা ৰংখ ৰচিত 'চাপকিনি যোৰা-চাপ', উপেন ৰাভা হাকাচাম ৰচিত 'খি'ছান্তিনি- খি'মান্দিনি হাদাম' আদি তেনে কেইখনমান ছপা-উপযোগী উপন্যাস। অৱশ্যে ৰাভা জনজীৱনৰ আধাৰত অসমীয়া চুটিগল্পৰ দৰে কেবাখনো উপন্যাস প্ৰকাশ পাইছে। তাৰ ভিতৰত ৰাজেন পামৰ 'দাইদি' (আজিৰ অসম, শাৰদীয় সংখ্যা, ১৯৯১) 'জিনং জানং' (১৯৯০), 'নদীৰ নাম দুধনৈ' (যন্ত্ৰস্থ), তিলক দাসৰ 'ব্ৰাংছি বাঁহীৰ সুৰ' (১৯৯০), স্বৰ্ণ বৰাৰ 'দুধনৈৰ বেদনা' (১৯৯৭) অন্যতম।

সেইদৰে ৰাভাতহে নালাগে অসমীয়া বা ইংৰাজীতো ৰাভা সাহিত্য বিষয়ক সমালোচনা মূলক ভাল প্ৰবন্ধ বা গ্ৰন্থ এখনো প্ৰকাশ পোৱাহি নাই। অৱশ্যে গ্ৰন্থ বিশেষৰ পাতনিত লিষ্টি ৰাভা ৰংখ (খগেন হাটোৰ 'হাচুইনি খুৰাং' কবিতা সংকলন 'দিবিচি', ১৯৬৬) উপেন ৰাভা হাকাচাম, মল্লিনা দেৱী ৰাভা আদি সমালোচকে এই বিষয়ত কিছু হাত দিছে। ৰাভা ভাষাত ৰচিত পূৰ্ণাংগ পৰ্যায়ৰ ব্যাকৰণ বা ৰচনাৰ অভাৱো এই যুগৰ আন এটা অন্ধকাৰ দিশ। ৰাভা সাহিত্য সভাৰ দ্বাৰা অনুমোদিত লিষ্টি ৰাভা ৰংখ সংকলিত সৰু এখনি ব্যাকৰণ (যেনছৰাং, ১৯৯১), আৰু যোগেন্দ্ৰ নাথ ৰাঠো সংকলিত 'পকেট ৰাভা শব্দকোষ' (১৯৯৬) আৰু অন্যান্য আলোচনী-স্মৃতিগ্ৰন্থত প্ৰকাশিত ভাষা বিষয়ক দুই-এটা লেখনিয়ে সেই অভাৱ পূৰাব পৰা নাই। একেদৰে ৰাভা জনগোষ্ঠী পুনৰজাগৰণৰ সময়ছোৱাতো (ৰাভা হাছং স্বায়ত্ত শাসিত পৰিষদ লাভ, ১০/৩/৯৫) ৰাভাত এখনো সংবাদপত্ৰ বা বাৰ্তালোচনী নিয়মিতভাৱে প্ৰকাশ নোহোৱাকৈ থকাটো ৰাভা ভাষা-সাহিত্যৰ বাবে মঙ্গলজনক হোৱা নাই। অৱশ্যে পলমকৈ হ'লেও দৰং জিলা ৰাভা সাহিত্য সভাৰ পৰা মাহেকীয়া ৰাভা-অসমীয়া দ্বিভাষিক ভাষা সাহিত্য আলোচনী, 'কাড়ানল' (জানুৱাৰী ২০০০), মেঘালয়ৰ ৰাভা খুৰাং তি' প্ৰাং থোকৰ পৰা ৰাভা-অসমীয়া দ্বিভাষিক সংস্কৃতি-আলোচনী 'ব্ৰিমব্ৰাত্' (জুন, ২০০০) আদি প্ৰকাশ পোৱাটো আন এটা আশাব্যঞ্জক দিশ।

পৰিসংহাৰত এনেদৰে মুখিয়াব পাৰিব যে — নিজা স্বকীয় ভাষা-সমাজ সংস্কৃতিৰে ঐতিহ্যময় ৰাভা জনগোষ্ঠী স্মৰণাতীত কালৰ পৰাই সমন্বয়ৰ পৰম্পৰাৰে প্ৰতিবেশী জনগোষ্ঠী বিশেষকৈ আৰ্যমূলীয়া অসমীয়া ভাষা গোষ্ঠীৰ সৈতে সহবাস কৰি আহিছে। সেয়ে ৰাভা ভাষা-সাহিত্যতো অসমীয়াৰ প্ৰভাৱ সুস্পষ্ট অনুভূত হয়। ৰাভা ভাষাৰ উদ্ভৱ কাল অননুমেয় যদিও বিংশ শতিকাৰ পদূলি চ'ৰাতহে এই ভাষাৰ লিপিবদ্ধ নথি আবিষ্কৃত হয় আৰু বিংশ শতিকাৰ শেষ ভাগৰ পৰাহে ই সাহিত্য ৰচনাৰ বাবে উপযুক্ত হৈ পৰে। যুদ্ধোত্তৰ যুগৰ পৰাই ৰাভা সাহিত্যৰ দুই এটি নিদৰ্শন পোৱা যায় যদিও প্ৰকৃতাৰ্থত ৰাভা সাহিত্যৰ পূৰ্ণ চৰ্চা আৰম্ভ হয় চাম্পায় আলোচনী প্ৰকাশৰ দ্বাৰা আৰু স্বীকৃতি লাভ কৰে ৰাভা ভাষা পৰিষদৰ ভাষা শিক্ষা পৰীক্ষাৰ দ্বাৰা।OO

# আই, এম, ডি, টি আইনৰ বিকল্পঃ অসমবাসীৰ নাগৰিক পঞ্জী

**অদীপ কুমাৰ ফুকন**

সাম্প্ৰতিক অসমত বিদেশী নাগৰিকৰ স্থানান্তকৰণ আৰু বৰ্হিকৰণৰ প্ৰসংগত অবৈধ অনুপ্ৰবেশকাৰী (ন্যায়ধিকৰণৰ দ্বাৰা নিৰ্ণয়) আইন সংক্ষেপে আই, এম, ডি, টি আইনৰ ওপৰত আলোচনা হোৱাৰ বিপৰীতে আই, এম, ডি, টি আইনকলৈ এক দ্বন্দ্বৰ সৃষ্টি কৰাহে পৰিলক্ষিত হৈছে। সমান্তৰালভাৱে দুটা পক্ষৰ সৃষ্টিহৈ দুয়োটা পক্ষই নিজস্ব দৃষ্টিভংগীত অটল থাকি বৌদ্ধিক কচৰৎ কৰাত ব্যস্ত হৈ পৰিছে। বিদেশী নাগৰিকৰ চিনাক্তকৰণৰ মূল বিষয়টো তল পৰিছে। এনেদৰেই আমি বাৰ বছৰ অতিবাহিত কৰি গৈছো। সমস্যা সমাধানৰ পৰিবৰ্তে আমাৰ মাজত সংঘাত আৰু অবিশ্বাসৰ বীজ আমি ৰোপণ কৰিছো। বিদেশী চিনাক্তকৰণৰ নামত অসমৰ সুদক্ষমান জনগোষ্ঠীৰ মাজত শংকাৰ সৃষ্টি কৰিছো আৰু আমিয়েই অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াত আজি বাধা হিচাপে থিয় হৈছো। সমস্যা সমাধানৰ পৰিবৰ্তে নতুন নতুন সমস্যা সৃষ্টি কৰিছো আৰু তাৰ পিছে পিছে দৌৰ প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰিছো। আমি আজি এই ক্ষেত্ৰত দৃঢ় হোৱা উচিত হ'ব যে আমাৰ কোনো কৰ্ম আৰু বক্তব্যই যাতে সমাজখনৰ ঐক্যবদ্ধতাক আঘাত হানিব নোৱাৰে। বস্তুবাদী চিন্তা আৰু সঙ্গবদ্ধতাইহে সমস্যা সমাধানৰ দিশ নিৰ্ণয় কৰে।

আই, এম, ডি, টি আইনৰ সৃষ্টিত কেন্দ্ৰীয় চৰকাৰৰ এক কৌশলী ৰাজনীতি জড়িত হৈ আছিল। বিভাজনকামী চিন্তা আৰু বিদেশী নাগৰিকৰ চিনাক্তকৰণত বাধা প্ৰদানৰ উদ্দেশ্য আগত ৰাখিয়েই আইনখনৰ সৃষ্টিৰ ফলত এই আইনখনে প্ৰশাসনিক বা ৰাজনৈতিক সমস্যাৰ সৃষ্টি কৰাতকৈ অসমৰ মাটিত এক সামাজিক সমস্যাৰহে সৃষ্টি কৰিছে। এই আইনৰ বিৰোধ কৰা আৰু সমৰ্থন কৰা, উভয় পক্ষৰ যুক্তিত শক্তি নথকা নহয়। এই আইনৰ বিৰোধ কৰিবলৈ যোৱাসকলৰ যুক্তিত আই, এম, ডি, টি, আইনখন বৰ্তমান কেৱল অসমত কাৰ্যকৰি কৰিবলৈ যোৱাতো কেন্দ্ৰীয় চৰকাৰৰ অসমতাপূৰ্ণ চৰিত্ৰ আৰু শোষণমূলক। সন্দেহযুক্ত বিদেশী এজনক বিদেশী বুলি প্ৰতিপন্ন কৰিবলৈ অভিযোগকাৰীক দায়িত্ব দি আইনখনে বিদেশী নাগৰিকৰ পক্ষত থিয় হৈছে। অভিযোগকাৰীয়ে দহ টকা কোৰ্ট ফিচ আদালতত জমা দিব লগা ব্যৱস্থাই আইনখনৰ ওপৰতেই সন্দেহৰ সৃষ্টি কৰে। বিদেশী বুলি এজনক অভিযোগ দিবলৈ যাওঁতে অভিযুক্তজনৰ ঘৰ সন্দেহযুক্ত বিদেশীজনৰ ঘৰৰ পৰা দহ কিলোমিটাৰৰ ভিতৰত হ'ব লগা হোৱাত আইনখনৰ প্ৰতি বিৰোধিতাৰ দাবী উত্থাপিত হৈছে। এই ক্ষেত্ৰটো যুক্তি উত্থাপিত হৈছে যে অসমৰ বহু অঞ্চলত দহ কিলোমিটাৰ ব্যাসাৰ্ধতকৈ বেছি এলেকাত বিদেশী নাগৰিক থকাত অভিযোগ উত্থাপন কৰা সম্ভৱ নহয়, অন্যহাতে অভিযোগকাৰীৰ

অভিযোগ নামাক সমৰ্থনত দুজন নাগৰিকে শপত নামা দাখিল কৰিব লগা হয়। গোটেই ব্যবস্থাটোকে জটিল কৰি আইনখনে এক প্ৰহসন হৈ পৰিছে বুলিও আই এম ডি.টি. আইনখন বাতিল কৰাৰ প্ৰসংগত দাবী উত্থাপিত হৈছে। এই আইনৰ সমৰ্থনত যুক্তি দিবলৈ যোৱাসকলে ক'ব বিচাৰে যে যিকোনো মানুহক অভিযুক্ত কৰিলে আত্মপক্ষৰ সমৰ্থনৰ সুযোগ দিয়া উচিত। ১৯৪৬ৰ বিদেশী আইনে যিটো সুযোগ দিয়া নাছিল, আই, এম, ডি, টি আইনে আত্মপক্ষৰ সমৰ্থনৰ সেইটো সুযোগ দিছে। বিদেশী আইন ১৯৪৬খনৰ মূল লক্ষ্য আছিল চীন আৰু জাপানী সৈন্যসকলৰ লগতে বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধাচৰণ কৰা সকলৰ বাবে। গতিকেই বিদেশী আইনখন অতি কঠোৰ আৰু পুলিচৰ একক ক্ষমতা থকাৰ বাবে ভাৰতীয় সংখ্যালঘু সকলো বিদেশী বুলি দেশৰ পৰা বহিষ্কৃত হ'ব লগা হয়। ১৯৬৩-১৯৬৮ৰ ভিতৰত লাখৰ অংকত সংখ্যালঘু নাগৰিকক বিদেশী আইনৰ জৰিয়তে সীমান্ত পাৰ কৰি অহা ঘটনাক সোঁৱৰণ কৰি বিদেশী আইন ১৯৪৬খনৰ বিৰুদ্ধাচৰণ কৰি আই, এম, ডি, টি সমৰ্থন কৰে। ভাৰতীয় সংখ্যালঘুসকলৰ নিৰাপত্তাৰ প্ৰশ্নটো স্পষ্ট কৰি দিব নোৱাৰাত সংখ্যালঘুক নেতৃত্ব দিয়াসকলে আই, এম, ডি, টি আইনখন নিৰাপত্তাৰ দলিল হিচাপে গ্ৰহণ কৰিছে। এনে স্থিতিত এই আইনখনৰ বাতিলৰ দাবী উত্থাপনৰ সমান্তৰালভাৱে এই আইনৰ প্ৰয়োগৰ দাবীটোও উত্থাপিত হৈ আহিছে। এনে সময়তে আইনখন প্ৰণয়ন কৰা কেন্দ্ৰীয় চৰকাৰেও আইনখন বাতিলৰ প্ৰথাটোক সমৰ্থন জনাব নিবিচাৰে। বিচ্ছিন্নতাই দুই এক ৰাজনৈতিক শক্তিয়ে আই, এম, ডি, টি বাতিলৰ সমৰ্থন কৰিলেও ৰাজনৈতিক কাৰণতেই সংসদত দাবী উত্থাপনৰ পৰা বিৰত থাকে। কেন্দ্ৰীয় চৰকাৰৰ ওপৰত নিৰ্ভৰশীল আইনখনৰ ওপৰত আমি বিতৰ্কৰ সৃষ্টি কৰি সামাজিক সংঘাত সৃষ্টি কৰিব পাৰো কিন্তু সমস্যা সমাধান কৰিব নোৱাৰো, এনে পটভূমিতে গোটেই বিষয়টোতে নতুনকৈ মূল্যাংকন কৰা উচিত হ'ব। বিষয়টো আবেগিক দৃষ্টিভংগীৰ বিপৰীতে বস্তুবাদী দৃষ্টিভংগীৰেহে আলোচনা কৰা উচিত হ'ব।

আমি সকলোৱেই লক্ষ্য কৰিছো যে ১৯৮৫ চনৰ ১৫ আগষ্টত কেন্দ্ৰীয় চৰকাৰে অসমৰ বিদেশী নাগৰিকৰ সমস্যাক স্বীকাৰ কৰাৰ পাছতো আজিও কাৰ্যকৰী কৰিব বিচৰা নাই। অসম চুক্তিৰ ভিতৰতে বিদেশী নাগৰিকৰ চিনাক্তকৰণত বাধা থাকি যোৱাত কেন্দ্ৰীয় চৰকাৰে সেইটোকে সুযোগ হিচাপে গ্ৰহণ কৰি আহিছে। অসম চুক্তি কৰা সময়ত সময় সীমালৈ অসমত এক সংঘাত আছিল যদিও আজি অসমবাসীৰ সকলো পক্ষই ১৯৭১ চনৰ ২৫ মাৰ্চৰ পিছত অসমলৈ অহা বিদেশী নাগৰিকক বহিষ্কৰণত সমৰ্থন কৰাই নহয় বহিষ্কৰণত সহযোগ কৰাৰো প্ৰতিশ্ৰুতিবদ্ধ হৈ সংখ্যালঘু নাগৰিকসকলক নেতৃত্ব দিয়া নেতৃবৰ্গয়ো ১৯৭১ চনৰ ২৫ মাৰ্চৰ পাছত অহা সকলক চিনাক্তকৰণ কৰি বহিষ্কৰণৰ দাবী উত্থাপন কৰিছে। বহিষ্কৰণৰ আগতে চিনাক্তকৰণৰ প্ৰয়োজন হ'ব আৰু চিনাক্তকৰণৰ ক্ষেত্ৰত বৰ্তমানৰ প্ৰযোজ্য আই, এম, ডি, টি আইনখনত যিহেতু এটা পক্ষৰ সমৰ্থন নাই গতিকে ১৯৭১ চনৰ ২৫ মাৰ্চৰ সংঘাত আঁতৰ হোৱাৰ পাছতো চিনাক্তকৰণৰ বিষয়টো উলমি আছে। কেন্দ্ৰীয় চৰকাৰে এই ক্ষেত্ৰত গুৰুত্ব সহকাৰে কাম নকৰিলেও আমি আমাৰ নিজস্ব স্বাৰ্থতেই সমস্যা

সমাধানৰ কিছু পদক্ষেপ গ্ৰহণ কৰা উচিত। ১৯৭১ চনৰ ২৫ মাৰ্চ বা তাৰ আগতে অসমত থকা নাগৰিকসকলৰ ক্ষেত্ৰত যিহেতু অসমবাসীৰ নামত মত পাৰ্থক্য নাই, পঞ্জীয়ন আমি প্ৰস্তুত কৰিব পাৰো। ১৯৭১ চনৰ ২৫ মাৰ্চলৈ প্ৰস্তুত কৰা নাগৰিক পঞ্জীখন যোগসূত্ৰ হিচাবে লৈ ১৯৯১ চনলৈকে অসমত থকা ভাৰতীয় নাগৰিকৰ সম্পূৰ্ণ পঞ্জীখন প্ৰস্তুত কৰিব পৰা যায়। অসমৰ নাগৰিকপঞ্জীত নাম সন্নিবিষ্ট নোহোৱাসকলক বিদেশী নাগৰিক বুলি প্ৰথম পৰ্যায়ত চিনাক্তকৰণ কৰা সহজহৈ পৰিব। ১৯৭১ চনৰ ২৫ মাৰ্চলৈ অসমত থকা প্ৰতিজন নাগৰিকৰ নাম সন্নিবিষ্ট কৰি নাগৰিক পঞ্জীখন প্ৰস্তুত হৈ উঠিলে ১৯৭১ চনৰ ২৫ মাৰ্চৰ আগৰ অসমত থকা সংখ্যালঘুসকলৰ মনত হাৰাশাস্তি হোৱাৰ সন্দেহ আৰু ভয় দূৰ হ'ব লগতে আই, এম, ডি, টি আইনকলৈ চলি থকা বিতৰ্কও অন্ত পৰিব। ১৯৭১ চনৰ ২৫ মাৰ্চলৈ নাগৰিক পঞ্জীখন শুদ্ধ আৰু সম্পূৰ্ণভাৱে হৈ উঠিলে সংখ্যালঘু সংগঠন আৰু নেতৃবৰ্গই আই, এম, ডি, টি আইন বাতিলৰ দাবী কৰি অহাৰ পক্ষত থিয় হ'ব।

ভাৰতীয় নাগৰিক পঞ্জীখন নথকা হেতু অন্য যিকোনো আইন প্ৰণয়নৰ দ্বাৰা বিদেশী নাগৰিকৰ চিনাক্তকৰণ কৰাতো অতি কঠিন। বহুক্ষেত্ৰত শ্ৰেণীগত আৰু ভাষাগত মিল থকাৰ হেতুকে বিশেষকৈ বাংলাদেশৰ পৰা অহা লোকসকলক সম্পূৰ্ণ চিনাক্তকৰণ কৰাতো বাস্তৱিক নহয়। জন্ম মৃত্যুৰ পঞ্জী আৰু নাগৰিক পঞ্জীয়ন সম্পূৰ্ণভাৱে ৰখা হ'লে যিসকলৰ নাম এই নাগৰিক পঞ্জীত নাথাকিব সেইসকলক ভাৰতীয় নাগৰিক নহয় বুলি প্ৰমাণ কৰাত সহজ হ'লহেঁতেন। নাগৰিক পঞ্জীখন নথকাৰ বাবে বিভিন্ন ক্ষেত্ৰত জনসংখ্যাৰ ওপৰত ভিত্তি কৰি প্ৰস্তুত কৰা পৰিকল্পনাসমূহ সম্পূৰ্ণ শুদ্ধ বুলি ক'ব নোৱাৰি। ভাৰতীয় সংবিধানত ৩২৬, ৩২৭ আৰু ৩২৮ অনুচ্ছেদত ভোটাৰ যোগ্যতা, লোকসভা আৰু বিধানসভাৰ ক্ষমতা আৰু ভোটাৰ তালিকাত বিদেশী নাগৰিক থাকিব নোৱাৰিব বুলি বিধিসমূহ সন্নিবিষ্ট কৰিছে যদিও আলোচ্য নাগৰিক পঞ্জীখন নথকা বাবে সংবিধান প্ৰদত্ত বিনিময়সমূহ পালন কৰা হোৱা নাই। নাগৰিকত্বৰ বিধিসমূহৰ লগতে নিৰ্বাচনী প্ৰক্ৰিয়াসমূহত কেৰোণ থাকি গৈছে। সংবিধানৰ ৫ম অনুচ্ছেদত যথেষ্ট সুৰুঙা থকাৰ বাবে ব্যক্তিগত লাভৰ বাবেই হওক বা ৰাজনৈতিক অভিসন্ধিৰ বাবেই হওক, বিদেশী নাগৰিকৰ নাম ভোটাৰ তালিকাত অন্তৰ্ভুক্ত কৰা হৈছে। নাগৰিক পঞ্জী নথকাৰ হেতু বহুসংখ্যক মৃত লোকৰ নাম ভোটাৰ তালিকাত থাকি গৈছে। আৰু বহু সংখ্যকৰ নাম ভোটাৰ তালিকাত অন্তৰ্ভুক্ত হোৱাৰ পৰা বঞ্চিত হৈছে। নাগৰিক পঞ্জী নথকাৰ বাবে আৰু ভোটাৰ তালিকা নাগৰিক পঞ্জীৰ লগত সন্তুষ্টি ৰাখিব নোৱাৰাৰ বাবে নিৰ্বাচনৰ সময়ত যথেষ্ট আইন বহিৰ্ভূত কাম কৰা হোৱা দেখা যায়। ভাৰতৰ প্ৰদেশসমূহৰ নিৰ্বাচনসমূহ একেটা সময়ত নোহোৱাৰ বাবে নাগৰিক পঞ্জী নথকাত নিৰ্বাচনসমূহৰ এক সমতাৰ অভাৱ আৰু ইয়ে ভাৰতৰ গণতন্ত্ৰত আঘাত হানিছে। অশুদ্ধ ভোটাৰ তালিকা আৰু বিস্তৰ সংখ্যক বিদেশী নাগৰিক সন্নিবিষ্ট হোৱা ভোটাৰ তালিকাৰ দ্বাৰা নিৰ্বাচিত হোৱা চৰকাৰৰ দ্বাৰাই ভাৰতৰ গণতন্ত্ৰ ৰক্ষা কৰিব লগা হৈছে। ভাৰতবৰ্ষৰ ৰাজনীতিত আবেগ এটা শক্তিশালী চাপ। এই আবেগেই ভাৰতৰ বিভিন্ন সমস্যাসমূহৰ প্ৰকৃত সমাধানত বাধা হৈ আহিছে। আবেগতকৈ বাস্তৱ দিশেৰে ভাৰতীয় নাগৰিকৰ জন্ম-মৃত্যু পঞ্জী

সম্পূৰ্ণকৈ বাধ্যতামূলক ভাবে প্ৰস্তুত কৰিব লাগে।

অসমৰ বিশেষ পৰিস্থিতিৰ প্ৰতি লক্ষ্য ৰাখি অসমত থকা ভাৰতীয় নাগৰিকসকলৰ নাম সন্নিবিষ্ট কৰি নাগৰিক পঞ্জীখন তৎকালে প্ৰস্তুত কৰিব লাগে। ভৱিষ্যতৰ ভোটাৰ তালিকাসমূহ বৰ্তমানৰ দৰে জনগণৰ ঘৰে ঘৰে নগৈ নাগৰিক পঞ্জীৰ পৰা প্ৰস্তুত কৰিব লাগে আৰু নাগৰিক পঞ্জীৰ ভিত্তিত নাগৰিকসকলক প্ৰমাণ পত্ৰ দিয়াৰ ব্যৱস্থা হ'ব লাগে।

ৰাষ্ট্ৰীয় পৰ্যায়ৰ এই নাগৰিক পঞ্জী প্ৰস্তুত কৰা সিদ্ধান্ত নহ'লেও অসমৰ বিশেষ পৰিস্থিতিলৈ লক্ষ্য কৰি অসমত নাগৰিক পঞ্জীৰ কাম আৰম্ভ কৰিব লাগে। কেন্দ্ৰীয় চৰকাৰে ১৯৫১ চনত সমগ্ৰ ভাৰতত নাগৰিক পঞ্জী প্ৰস্তুতকৰণৰ কাম কৰিছিল। আৰু প্ৰতি দহ বছৰৰ অন্তৰে অন্তৰে সম্পূৰ্ণ কৰি ৰখাৰ সিদ্ধান্ত লৈছিল। আইনগত দিশসমূহ স্পষ্ট কৰি কেন্দ্ৰীয় চৰকাৰৰ পূৰ্বৰ সিদ্ধান্ত আগত ৰাখিয়েই অসমত নাগৰিক পঞ্জী প্ৰস্তুতকৰণৰ কাম ৰাজ্য চৰকাৰে গ্ৰহণ কৰিব পাৰে। অসমত থকা সমূহ ভাৰতীয় নাগৰিকৰ নাম সন্নিবিষ্ট কৰি নাগৰিক পঞ্জীখন এবাৰ প্ৰস্তুত কৰি ল'ব পাৰিলেই বহুবোৰ সমস্যাৰ সমাধান সূত্ৰ পোৱা যাব। আই, এম, ডি, টি, আইনৰ সংঘাত আঁতৰ হ'ব আৰু বিদেশী নাগৰিকৰ বহিষ্কৰণৰ প্ৰশ্নটো সহজ হৈ পৰিব।○○

# ড° বাণীকান্ত কাকতিৰ Assamese, Its Formation and Development : এটি সমীক্ষা

ড° খগেশ সেন ডেকা

(এক)

ড° বাণীকান্ত কাকতিৰ Assamese, Its Formation and Development শীর্ষক গৱেষণা গ্ৰন্থখনি প্ৰথম প্ৰকাশিত হয় ১৯৪১ চনত। অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ব বিভাগে প্ৰকাশ কৰা সৰ্বমুঠ ৮৪৯ টা অনুচ্ছেদত বিভক্ত, ৩৯৯+৩৪ পৃষ্ঠা জোৰা এই বৃহদাকাৰৰ গ্ৰন্থখনিত অসমীয়া ভাষাৰ ঐতিহাসিক বিবৰ্তনৰ প্ৰায় আটাইবোৰ দিশ বিজ্ঞানসম্মতভাৱে লিপিবদ্ধ হৈছে। আন প্ৰকাৰে ইয়াক অসমীয়া ভাষাৰ ঐতিহাসিক ব্যাকৰণ বুলিব পৰাও যায়। উল্লেখযোগ্য যে এই গ্ৰন্থখনৰ বাবে কাকতিদেৱক কলিকতা বিশ্ববিদ্যালয়ে ১৯৩৫ চনত সম্মানীয় ডক্তৰেট উপাধি প্ৰদান কৰিছিল। অসমীয়া ভাষা বিষয়ক আনুষ্ঠানিক গৱেষণাৰ এইখনেই প্ৰথম গ্ৰন্থ।

কাকতিৰ গৱেষণা কৰ্মৰ তত্ত্বাৱধায়ক আছিল বঙ্গদেশৰ আন্তৰ্জাতিক খ্যাতিসম্পন্ন ভাষাতত্ত্ববিদ পণ্ডিত ড° সুনীতি কুমাৰ চট্টোপাধ্যায়। গ্ৰন্থখনিৰ নামো তেখেতেই দিয়া এই সন্দৰ্ভত চট্টোপাধ্যায়ে লিখিছেঃ

My ongin and Development of Bengalı Language was published ın 1926, and after that- I cannot remember when it was exactly - he gradually formed the ıdea of beınging out a sımılar work on the history of his own mother tongue Assamese (1988:12)

ইয়াৰ পৰা অনুমান কৰিবলৈ টান নহয় যে কাকতিয়ে তেওঁৰ গ্ৰন্থখনৰ প্ৰস্তুতিৰ ক্ষেত্ৰত ড° চট্টোপাধ্যায়ৰ উল্লিখিত গ্ৰন্থখনিকে মূল আৰ্হি হিচাপে গ্ৰহণ কৰিছে। প্ৰবন্ধৰ পৰৱৰ্তী অংশত কাকতিৰ এই গ্ৰন্থখনি সংক্ষেপে এ, এফ, ডি, ৰূপে উল্লেখ কৰা হ'ব।

(দুই)

আলোচ্য গ্ৰন্থখনিৰ এটি সমীক্ষামূলক পৰিচয় দাঙি ধৰাৰ পূৰ্বে অসমীয়া তথা ভাৰতীয় ভাষা-চিন্তাত পশ্চিমীয়া ঐতিহাসিক ভাষাতত্ত্বৰ সূচনা সম্বন্ধে যৎকিঞ্চিৎ আভাস দিয়াটো প্ৰাসঙ্গিক হ'ব। দোহৰা নিষ্প্ৰয়োজন যে অসমীয়াত ভাষাতত্ব অভিধাটো ইংৰাজী Philology, Comparative Philologyতথা Historical linguistics'ৰ প্ৰতিশব্দ হিচাপে গৃহীত। ইউৰোপ মহাদেশত বিভিন্ন ভাষাৰ তুলনাত্মক বিচাৰ বিশ্লেষণৰ দ্বাৰা সংশ্লিষ্ট ভাষা বা ভাষাসমূহৰ উৎস নিৰ্ণয়ৰ লক্ষ্যৰে অষ্টাদশ শতিকাৰ অন্তিম ভাগত এই তত্ত্বৰ উদ্ভৱ হয়। ইয়াৰ পাছত পৰৱৰ্তী এক শতাব্দীতকৈও অধিক কাল ই ভাষা-অধ্যয়নৰ অন্যতম আহিলা হিচাপে সমগ্ৰ বিশ্বজুৰি জনপ্ৰিয় হৈ উঠে। ভাৰতবৰ্ষত এই তত্ত্বৰ প্ৰথম প্ৰয়োগ কৰে ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকাৰে ১৮৭৮-৮০ চনত। এই গৰাকী পণ্ডিতৰ দ্বাৰা প্ৰদত্ত 'উইল্‌ছন্

ফিল'ল'জিকেল লেকচাৰ্ছ' শীৰ্ষক বক্তৃতামালাকে ইয়াৰ বাটকটীয়াৰূপে গণ্য কৰা হয়। ভাণ্ডাৰকাৰৰ পূৰ্বে ১৮৬৬ চনত শাস্ত্ৰী ব্ৰজলাল কালিদাসে ভাৰতীয় ভাষাৰ ইতিহাস চৰ্চাৰ প্ৰথমখন গ্ৰন্থ 'গুজৰাটী ভাষানো ইতিহাস' ৰচনা কৰিছিল যদিও শাস্ত্ৰী আছিল ভাৰতীয় ঐতিহ্যৰ ওচৰত ধৰুৱা। তৎকালীন পশ্চিমীয়া ভাষা-চিন্তাৰ তাত্ত্বিক পদ্ধতিয়ে তেওঁক বিশেষ প্ৰভাবান্বিত কৰিব পৰা নাছিল। আনহাতে জন বীম্‌ছৰ আউটলাইন অব ইণ্ডিয়ান ফিল'লজি (১৮৬৬) কম্পাৰেটিভ গ্ৰামাৰ অব দ্য এৰিয়ান লেঙ্গুৱেজেজ্ অব ইণ্ডিয়া(১৮৭২), আদি গ্ৰন্থৰ মাজত সেই তত্ত্বৰ বীজ নিহিত হৈ আছিল। ভাণ্ডাৰকাৰৰ পাছত এ. আৰ ৰুডলফ হৰ্ণলি, ট্ৰাম্প, কেল্লগ, প্লাট, জৰ্জ আব্ৰাহাম গ্ৰিয়েৰছন আদি পণ্ডিতৰ হাতত এই তত্ত্বৰ দিগন্ত অধিক প্ৰসাৰিত হয় (Chatterji 1971:v)। গ্ৰিয়েৰছনৰ সবল নেতৃত্বত তৎকালীন ভাৰত চৰকাৰৰ নিৰ্দেশ মৰ্মে ভাৰতীয় ভাষাসমূহৰ যি জৰীপ কাৰ্য আৰম্ভ হৈছিল তাৰ ফলাফল ১৯০৩ চনৰ পৰা খণ্ড খণ্ডকৈ গ্ৰন্থাকাৰে প্ৰকাশ হ'বলৈ লয়। কুৰি শতিকাৰ দ্বিতীয় দশকত ভোলানাথ দিবাটিয়াৰ দ্বাৰা ৰচিত গুজৰাটী লেঙ্গুৱেজ এণ্ড লিটাৰেচাৰ আৰু এইচ, এন, আপ্তেৰ ১৯১৫ চনত প্ৰদত্ত 'উইলছন ফিল'লজিকেল লেকাচাৰ্ছ' -- 'মাৰাঠীঃ ইটছ ছ'ৰচেজ এণ্ড ডেভেলপমেন্ট' (গ্ৰন্থৰূপ ১৯২২) গ্ৰন্থ দুখনে আলোচ্য তত্ত্বৰ বিকাশত উল্লেখযোগ্য অৰিহণা যোগায়।

সি যি কি নহওক, ১৯২০ চনত জুল ব্লখৰ লা ফৰমেশ্যান দা লা লাঁগ মাৰাঠী প্ৰকাশ হৈ ওলোৱাত ইয়েই কুৰি শতিকাৰ প্ৰথামৰ্ধত ভাৰতীয় ভাষা বিশেষৰ উদ্ভৱ আৰু বিকাশ সম্পৰ্কীয় বিচাৰ-বিশ্লেষণৰ মূলাধাৰ হিচাপে পৰিগণিত হয়। ব্লখৰ পাছত সুনীতি কুমাৰ চট্টোপাধ্যায়ে অ.ডি.বি.এল (১৯২৬) লিখি দ্বিতীয় গৰাকী তেনে ভাষাতাত্ত্বিক হোৱাৰ গৌৰৱ অৰ্জন কৰে। আৰ, এল, টাৰ্ণাৰৰ ইন্ট্ৰ'ডাকশ্যান টু নেপালী ডিক্সনাৰী (১৯৩১) এই দিশত তৃতীয় গ্ৰন্থ। ইয়াৰ পাছতে বাণীকান্ত কাকতিয়ে এ.এফ.ডি (প্ৰকাশ চন ১৯৪১) ৰচনা কৰে আৰু অসমীয়াত প্ৰথম তথা সৰ্বভাৰতীয় পৰ্যায়ত চতুৰ্থ গৰাকী ভাষাতাত্ত্বিকৰূপে পৰিগণিত হয়। কাকতিৰ পাছত বাবুৰাম চাক্সেনাৰ দ্য ইভলুশ্যান অব অৱধি, (১৯৩৬), সুমিত্ৰ মঙ্গেশ কাত্ৰেৰ দ্য ফৰমেশ্যন অব কোঙ্কনী (১৯৪২) আদি গ্ৰন্থ প্ৰকাশ পায়। এইবোৰ গ্ৰন্থই ভাৰতবৰ্ষত পশ্চিমীয়া ভাষাতত্ত্বৰ ভেঁটি সুদৃঢ় হোৱাত যথেষ্ট সহায় কৰে।

অসমীয়া ভাষাৰ ঐতিহাসিক বিচাৰ-বিশ্লেষণৰ গতিধাৰাত বাণীকান্ত কাকতিক আনুষ্ঠানিকভাৱে প্ৰথম গৰাকী  ভাষাতাত্ত্বিক ৰূপে অভিহিত কৰা হ'লেও, প্ৰকৃতপক্ষে তাৰো কিছুকাল পূৰ্বেই অসমীয়াত এই তত্ত্বৰ প্ৰয়োগ লক্ষ্য কৰা যায়। ১৯১২ চনত প্ৰকাশিত দেৱানন্দ ভৰালীৰ অসমীয়া ভাষাৰ মৌলিক বিচাৰ শীৰ্ষক ৬৪ পিঠিয়া স্বল্প পৰিসৰৰ গ্ৰন্থখনেই তাৰ প্ৰমাণ। সৰ্বভাৰতীয় পৰ্যায়ত পশ্চিমীয়া ভাষাতাত্ত্বিক সূত্ৰৰ অৱলম্বনত একোটাইত বিশেষ ভাষাৰ বিজ্ঞানসম্মত বিচাৰ-বিশ্লেষণ নৌহওঁতেই ভৰালীয়ে জকাই-চুকীয়া অসমত বহি সীমিত সা-সুবিধাৰ মাজেৰে সেই অসাধ্য সাধন কৰে। ভৰালীৰ উক্ত গ্ৰন্থৰ পূৰ্বে অসমীয়া ভাষাত প্ৰথাগত ধাৰাৰ পঢ়াশলীয়া ব্যাকৰণ পুথিহে ৰচিত হৈছিল। সিবোৰৰ মাজত অসমীয়াতকৈ সংস্কৃত ভাষাত প্ৰযোজ্য নিয়ম-কানুনৰ আলোচনাহে প্ৰত্যক্ষ কৰা যায়। ভৰালীয়ে এই পৰম্পৰা ভাঙি প্ৰথমবাৰৰ বাবে অসমীয়া ভাষা-অধ্যয়নক এক বিজ্ঞানসম্মত ভিত্তি প্ৰদান কৰিবৰ সচেতন প্ৰয়াস কৰে। অৱশ্যে ভৰালীৰ পূৰ্বে ছাৰ গ্ৰিয়েৰছনে লিঙ্গুইষ্টিক চাৰ্ভে অব ইণ্ডিয়াৰ মাজেৰে এই কাৰ্যৰ শুভ আৰম্ভণি কৰিছিল। সি যি নহওক, সৰ্বভাৰতীয় পৰ্যায়ত পশ্চিমীয়া ভাষাতত্ত্বৰ আধাৰত প্ৰান্তীয় ভাষাৰ বিশ্লেষণ-কাৰ্য ঠন ধৰি নৌ উঠোতেই

অসমীয়া ভাষালৈ এই তত্ত্বৰ বীজ কঢ়িয়াই আনি ভৰালীয়ে যে জাতীয়-জীৱনৰ মহৎ উপকাৰ সাধিলে তাত সন্দেহৰ অৱকাশ নাই। ভৰালীয়ে চহাই নিৱাই থৈ যোৱা সাৰুৱা ক্ষেত্ৰখনত পৰৱৰ্তী সময়ত দুগৰাকী পণ্ডিতে অসমীয়া ভাষাতত্ত্বৰ সোণালী ফচল ফলায়। এগৰাকী এই প্ৰবন্ধৰ কেন্দ্ৰবিন্দু বাণীকান্ত কাকতি আৰু আনগৰাকী অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব--ৰ ৰচক কালিৰাম মেধি। লক্ষণীয় কথা যে, কাকতি আৰু মেধি দুয়োগৰাকী ভাষাতত্ত্ববিদে প্ৰায় সমসাময়িকভাৱে অসমীয়া ভাষাৰ ঐতিহাসিক বিশ্লেষণৰ কামত ব্ৰতী হৈছিল। অৱশ্যে মেধিৰ গৱেষণা আছিল অনানুষ্ঠানিক; কাকতিৰ দৰে তেওঁ বিশ্ববিদ্যালয়ৰ উপাধি অৰ্জনৰ বাবে এই কৰ্মত প্ৰবৃত্ত হোৱা নাছিল। কাকতিয়ে তেওঁৰ গ্ৰন্থখনৰ বাবে ১৯৩৫ চনতে পি. এইচ. ডি. উপাধি লাভ কৰিছিল যদিও ১৯৪১ চনতহে ই ছপা ৰূপ পায়। আনহাতে মেধিৰ গ্ৰন্থখন ১৯৩৬ চনত প্ৰকাশ হৈ ওলায়। কাকতিয়ে ব্লখ, টাৰ্ণাৰ, চট্টোপাধ্যায় আদি বৰেণ্য পণ্ডিতৰ দ্বাৰা প্ৰতিষ্ঠিত তত্ত্ব অনুসৰণ কৰাৰ উপৰি আনুষ্ঠানিক গৱেষণাৰ বাবে অপৰিহাৰ্যৰূপে পৰিগণিত গৱেষণীয় পদ্ধতি (Research methology) প্ৰয়োগ কৰিছিল। ইয়াৰ বিপৰীতে মেধিৰ গ্ৰন্থখনত তাৰ কিছু অভাৱ লক্ষ্য কৰা যায়। সম্ভৱতঃ এই কথাৰ প্ৰতি লক্ষ্য ৰাখিয়েই প্ৰথম অসমীয়া ভাষাতাত্ত্বিকৰ মৰ্যাদাপূৰ্ণ আসনখনি কাকতিকে দি অহা হৈছে।

(তিনি)

এ.এফ.ডিৰ ৫৬ পৃষ্ঠা জোৰা পাতনিখনত কাকতিয়ে অসমীয়া ভাষা-চৰ্চাৰ যৎ সামান্য আভাস দিয়াৰ উপৰি অসমীয়া ভাষাৰ ঐতিহ্যমণ্ডিত পৰম্পৰাৰ থুল-মূল বিৱৰণ দাঙি ধৰি নব্য ভাৰতীয় আৰ্যভাষাত ইয়াৰ স্থান নিৰূপণৰ প্ৰয়াস কৰিছে। তেওঁ উল্লেখ কৰা অসমীয়া বৈয়াকৰণ কেইজনা হ'লঃ যথাক্ৰমে ব্ৰাউন, নিকল, হেমচন্দ্ৰ বৰুৱা, সত্যনাথ বৰা আৰু কালিৰাম মেধি। তেওঁৰ মতে ব্ৰাউনৰ ব্যাকৰণখন তেনেই চমু আৰু ই মিছনেৰী সমাজৰ প্ৰয়োজন পূৰণাৰ্থে ৰচিত। নিকলে আকৌ কথিত অসমীয়াৰ কেইটামান মূল বৈশিষ্টৰ উল্লেখ কৰিয়েই তেওঁৰ ব্যাকৰণ-চিন্তাৰ সামৰণি মাৰিছে। আনহাতে, হেমচন্দ্ৰ বৰুৱা আৰু সত্যনাথ বৰাৰ ব্যাকৰণ দুখন পঢ়াশলীয়া ছাত্ৰ-ছাত্ৰীৰ উদ্দেশ্যে ৰচিত বাবে ওখ খাপৰ ঐতিহাসিক ব্যাকৰণৰ শিক্ষাৰ্থীৰ যি কোনো কামত নাহে।

তাৎপৰ্যপূৰ্ণ কথা যে কাকতিয়ে অসমীয়া ভাষাতত্ত্বৰ পথিকৃৎ দেৱানন্দ ভৰালীৰ নামোল্লেখ পৰ্যন্ত কৰা নাই। অথচ তেওঁৰ গৱেষণা-কৰ্মৰ তত্ত্বাৱধায়ক স্বয়ং চট্টোপাধ্যায়ৰ অ'.ডি.বি.এলৰ একাধিক স্থানত ভৰালিৰ গ্ৰন্থৰ প্ৰসঙ্গ উল্লিখিত হৈছে। কাকতিৰ এয়া পাণ্ডিত্যাভিমান নে অন্য কিবা তাক বুজিবলৈ টান। এনেদৰে তেওঁ কালিৰাম মেধিৰ গ্ৰন্থখনৰ বিষয়েও বৰ এটা উচ্চ মনোভাৱ প্ৰদৰ্শন কৰা বুলি ক'ব নোৱাৰি। অন্ততঃ নিম্নোক্ত মন্তব্যটিয়ে সেই কথাকে দৃঢ় কৰেঃ

In 1936, as these pages were being made ready for the press, was published Mr. Kaliram Medhi's Asamiya Vyakama and Bhasatava, written in Assamese. It is ambitious work and is suposed to be written on historical principles. But though it contains a mass of early Assamese forms the mode of apporoach to the subject is far from scientific and it does not place this publication under any obligation (Kakati 1941:xi)

কাকতিয়ে সম্ভৱত 'mode of approach' শব্দগুচ্ছৰ দ্বাৰা আনুষ্ঠানিক গৱেষণাৰ ক্ষেত্ৰত প্ৰযোজ্য বিধিসমূহলৈ আঙুলিয়াইছে। কিন্তু, সেয়ে হ'লেও, অৰ্থাৎ পদ্ধতিগত দিশত সামান্য দুৰ্বল হ'লেও, মেধিৰ গ্ৰন্থখনৰ বিশ্বাসযোগ্যতা অস্বীকাৰ কৰিবলৈ টান। কাৰণ বস্তুনিষ্ঠভাৱে বিচাৰ বিশ্লেষণ কৰিলে দেখা যায়, কাকতিৰ গ্ৰন্থত বাদ পৰি যোৱা ভালেমান তথ্যৰ সন্ধেদ মেধিৰ গ্ৰন্থখনতহে পোৱা যায়। এই ফালৰ পৰা মেধিৰ গ্ৰন্থখনক কাকতিৰ খনৰ সমপৰ্যায়ৰ বোলাহে যুগুত। উল্লেখযোগ্য যে দুয়োগৰাকী ভাষাতাত্ত্বিকৰ আলোচনা প্ৰধানতঃ ঐতিহাসিক বিৱৰ্তনমূলক হ'লেও, আলোচ্য ভাষাটোৰ সমকালীন বিচাৰ-বিশ্লেষণতো উভয়ে সমান দক্ষতা দেখুৱাব পাৰিছে।

(চাৰি)

এ. এফ. ডি.ৰ গা-গ্ৰন্থত মুঠ চাৰিটা ভাগ প্ৰত্যক্ষ কৰা যায়ঃ উপক্ৰমণিকা, ধ্বনিতত্ত্ব বিষয়ক প্ৰথম খণ্ড, ৰূপতত্ত্ব সম্পৰ্কীয় দ্বিতীয় খণ্ড আৰু সামৰণ। ইয়াৰে উপক্ৰমণিকা অংশটো মুঠ পাঁচোটা শিতানেৰে সজ্জিত হৈছে। A Rapid sketch of the history of the language শীৰ্ষক প্ৰথম শিতানটোত আছে ক্ৰমে অসম আৰু অসমীয়া শব্দৰ উৎপত্তি, অসমীয়াৰ সৈতে মগধীয় গোষ্ঠীৰ অন্যান্য ভাষাৰ সম্পৰ্ক আৰু অসমীয়া ভাষাৰ যুগ বিভাজন— এই তিনিটা বিষয়ৰ আলোচনা। অসমীয়া ভাষাৰ উৎস সন্ধানৰ ক্ষেত্ৰত কাকতিয়ে অন্য মত পৰিহাৰ কৰি গ্ৰিয়াৰ্ছন, চট্টোপাধ্যায় আদি পণ্ডিতৰ দ্বাৰা প্ৰতিষ্ঠিত মতকে মানি প্ৰাচ্য মাগধী অপভ্ৰংশৰ সৈতে ইয়াৰ সম্পৰ্ক স্থাপন কৰিছে। এই প্ৰসঙ্গতে অসমীয়া ভাষাৰ স্বতন্ত্ৰতা নিৰূপিত হোৱাকৈ তেওঁ বাংলা, উড়িয়া আদি মগধীয় ভাষাৰ সৈতেও ইয়াৰ ৰিজনি এটি দিছে। ভাষাটোৰ ইতিহাস নিৰূপণত তেওঁ তৎকালীনভাৱে প্ৰতিষ্ঠিত সাহিত্যৰ বুৰঞ্জীৰ যুগ বিভাজনকে অনুসৰণ কৰা যেন লাগে। এই অনুসাৰে অসমীয়া ভাষাৰ যুগ তিনিটাঃ প্ৰাচীন, মধ্য আৰু আধুনিক। ইয়াৰে প্ৰাচীন যুগটোক তেওঁ প্ৰাগবৈষ্ণৱ আৰু বৈষ্ণৱ যুগৰূপে দুটা উপভাগত ভগাইছে। কিন্তু প্ৰাগবৈষ্ণৱৰূপে চিহ্নিত সময়ছোৱাতো যিহেতু বৈষ্ণৱ ভাবাপন্ন সাহিত্যৰ সৃষ্টি প্ৰত্যক্ষ কৰা যায়, এতেকে শঙ্কৰদেৱৰ আবিৰ্ভাৱৰ বছৰটোকে মাইলৰ খুটি হিচাপে লৈ প্ৰাকশঙ্কৰ আৰু শঙ্কৰী এনে বিভাজন কৰা হ'লে নামকৰণ অধিক বিজ্ঞানসন্মত হ'লেহেঁতেন বুলি ভাবিবৰ থল আছে। অৱশ্যে যি নামেৰেই বিভূষিত নহওক, প্ৰতিটো যুগৰ ভাষাগত বৈশিষ্ট্যসমূহ ফঁহিয়াই দেখুওৱাত লেখকৰ দক্ষ হাতৰ পৰশ স্পষ্টভাৱে অনুভূত হয়। এইখিনিতে অসমীয়া গদ্যৰ পিতৃপুৰুষ ভট্টদেৱৰ ভাষা সম্পৰ্কে কাকতিয়ে দিয়া নিম্নোক্ত মন্তব্যটোৰ বিষয়ে যৎকিঞ্চিৎ আলোচনা কৰাটো যুক্তিযুক্ত হ'ব। তেওঁ লিখিছেঃ

While admirable as presenting a specimen of prose style so far back, there is hardly anything remarkable in this prose rendering from the linguistic points of view The diction is overloaded with sanskritic words, and the language is far less homely than the language of the verse-writers while occasionally betrays collequialisms. The grammatical froms also do not shew any simplication towards modernism. Thus this prose does not give any idea of the spoken language of the time (Kakati 1941:13)

ভট্টদেৱৰ সময় তথা তেওঁৰ গদ্য-ৰচনাৰ পৰিপ্ৰেক্ষিতলৈ লক্ষ্য কৰিলে কাকতিৰ এই

মন্তব্যৰ কঠোৰতা বাৰুকৈয়ে উপলব্ধি কৰা যায়। ইয়াৰ বিপৰীতে অধ্যাপক বিৰিঞ্চি কুমাৰ বৰুৱাৰ আলোচনা যথেষ্ট সহানুভূতিশীল আৰু যুক্তিপূৰ্ণ বুলিব পাৰি। কাকতিয়ে ভট্টদেৱী গদ্যত তৎকালীন কথিত ভাষাৰ ৰূপ বিচাৰি নোপোৱাৰ বিপৰীতে বৰুৱাই (১৯৫০ঃ১৯-৩০) পৰ্যাপ্ত উদাহৰণেৰে সেই ভাষা যে কথিত ভাষাৰ ওচৰ চপা আৰু তাৰ বৈয়াকৰণিক ঠাঁচবোৰে আধুনিক মান্যভাষাটোক যে সুন্দৰকৈ প্ৰতিনিধিত্ব কৰিব পাৰিছে, তাক সাব্যস্ত কৰিবৰ যত্ন কৰিছে। আনকি কাকতিয়েও ভট্টদেৱৰ ভাষাত অন্ততঃ দুটা নতুন বৈয়াকৰণিক বিশেষত্ব লক্ষ্য কৰিছেঃ (১) প্ৰথম পুৰুষত ভৱিষ্যত কালসূচক হিচাপে 'বো'ৰ লগে লগে 'ম'ৰ ব্যৱহাৰ আৰু (২) পূৱবৰ্তী কবিকুলৰ ভাষাত থকা কৃদন্ত পদৰ পুৰুষসূচক প্ৰত্যয়ৰ সম্প্ৰসাৰিত ৰূপ ওহোঁ, লো-হোঁ, বো-হোঁ, লি-হি, বি-হি আদিৰ পৰিহাৰ।

এইটো শিতানৰ ৩১ আৰু ৩২ নং ছেদ দুটাত অসমীয়া ভাষাৰ ঔপভাষিক প্ৰভেদৰ মূল কাৰণটো নিচেই কম কথাৰে ফঁহিয়াই দেখুৱাব পৰাতো কাকতিৰ চুম্বকীয় ৰচনা ৰীতিৰ অন্যতম পৰিচায়ক। তেওঁ সঠিকভাৱে চিহ্নিত কৰিছে, যে উজনি অসমৰ ভাষাটোত ঔপভাষিক ভিন্নতা নিচেই তাকৰ হোৱাৰ গুৰি কাৰণ আহোম শাসনৰ সমস্তৰীয় প্ৰভাৱ। আনহাতে নামনি খণ্ডত কোনো শক্তিশালী ৰাজনৈতিক শাসন দীৰ্ঘস্থায়ী নোহোৱা হেতুকে এইটো অঞ্চলত ঔপভাষিক ভিন্নতা যথেষ্ট বেছি।

গ্ৰন্থৰ উপক্ৰমণিকা অংশৰ দ্বিতীয় শিতানটো হৈছে— Points of Dialectical Divergence। এই শিতানৰ বিষয়বস্তুৰ আভাস পূৰ্বোল্লিখিত ছেদ দুটাত দি অহাটো মন কৰিবলগীয়া। উক্ত ছেদ দুটা এইটো শিতানৰ অন্তৰ্ভুক্ত হোৱা হ'লে অধিক ৰজিতা খালেহেঁতেন। সি যি কি নহওক, ইয়াত উজনি আৰু নামনি অসমৰ উপভাষাগত পাৰ্থক্যসমূহ সুন্দৰকৈ দাঙি ধৰা হৈছে। প্ৰসঙ্গক্ৰমে ইয়াত উপভাষা দুটাৰ স্থানীয় ভেদবোৰৰ কথা উল্লেখ কৰা হৈছে যদিও সিবোৰৰ বিশদ বিৱৰণ যুক্তিসংগত কাৰণতে দিয়া হোৱা নাই।

Assamese Vocabulary শীৰ্ষক তৃতীয় শিতানটোত আৰ. এল. টাৰ্ণাৰৰ ইন্ট্ৰ'ডাকশ্যন টু নেপালী ডিক্সনাৰীৰ শ্ৰেণী বিভাজনৰ আধাৰত অসমীয়া শব্দসমূহক মুঠ ছটা ভাগত ভগাই সিবোৰৰ উৎস সন্ধান কৰা হৈছেঃ যেনে— (১) মধ্য ভাৰতীয় আৰ্য ভাষাৰ মাজেৰে ক্ৰমে বিৱৰ্তিত হৈ সৃষ্টি হোৱা সংস্কৃত বা ভাৰতীয় আৰ্যমূলীয় শব্দ, (২) নব্য ভাৰতীয় আৰ্যভাষাত ব্যৱহৃত অথচ মূলত নথকা শব্দ, (৩) অন্যান্য নব্য ভাৰতীয় আৰ্যভাষাৰ পৰা ঋণকৃত শব্দ, (৪) অনাৰ্য ভাষাসমূহৰ পৰা আহৰিত শব্দ, (৫) ইংৰাজী তথা অন্যান্য ইউৰোপীয় ভাষাৰ পৰা অহা শব্দ আৰু (৬) অপৰিৱৰ্তিত অথবা সামান্য পৰিৱৰ্তনৰ মাজেৰে আহি অসমীয়া ধ্বনিতত্ত্বৰ সৈতে একাত্ম হৈ পৰা সংস্কৃত শব্দ। এইবোৰৰ যথোপযুক্ত উদাহৰণৰ সন্নিৱেশে শিতানটিক যথেষ্ট পৰিপুষ্টি প্ৰদান কৰিছে।

চতুৰ্থ শিতানটো সজোৱা হৈছে অসমৰ বিভিন্ন অঞ্চলৰ ঔপভাষিক ৰূপত প্ৰতিনিধিত্বকাৰী কেইটামান সংগৃহীত নমুনাৰ দ্বাৰা। ইয়াত পূব অসমৰ শিৱসাগৰ (সাধু অসমীয়া); পশ্চিম অসমৰ (কামৰূপ) পাতিদৰং (পূব কামৰূপ), ধৰ্মপুৰ (উত্তৰ কামৰূপ), বজালী (উত্তৰ-পশ্চিম কামৰূপ), পলাশবাৰী (দক্ষিণ-কামৰূপ), বৰপেটা (পশ্চিম কামৰূপ); আৰু গোৱালপাৰা অঞ্চলৰ শালকোছা (ৰাজবংশী উপভাষা)ৰ প্ৰতিটোৰে এটাকৈ সৰ্বমুঠ সাতটা নমুনা সংৰক্ষিত হৈছে। এই ঔপভাষিক নমুনাবোৰে সংশ্লিষ্ট অঞ্চলসমূহৰ ভাষিক ৰূপ কিমানদূৰ ধৰি ৰাখিব পাৰিছে সেয়া নিশ্চয়কৈ বিচাৰ্যৰ বিষয়। উদাহৰণস্বৰূপে, পাতিদৰং অঞ্চলৰ যিটো নমুনা ইয়াত দিয়া হৈছে তাত উল্লিখিত 'ধল্লাক', 'দিলাক', 'তেতেন',

'চাৰিবাক লেগি' আদ ৰূপ খাচ পাতিদৰঙীয়াত পোৱা নাযায়। তাৰ ঠাইত 'ধৰ্ত্তে', 'দিলে', 'তিথেন', 'চাৰবেক লেগি' ৰূপৰ ব্যৱহাৰহে প্ৰত্যক্ষ কৰা যায়। সম্ভৱতঃ শিক্ষিত মানুহৰ মুখৰ ভাষা আহৰণ কৰাটোৱেই এনে বিচ্যুতিৰ ঘাই কাৰণ। তদুপৰি, এই নমুনাকেইটা পূৰ্ববৰ্তী দ্বিতীয় শিতানটোৰ লগত একেলগে সাঙুৰি দিয়া হ'লে অধিক সুবিধা হ'লহেঁতেন। সংশোধিত সংস্কৰণত বিশিষ্ট ভাষাতাত্ত্বিক গোলোকচন্দ্ৰ গোস্বামীয়ে Dialict Specimens শীৰ্ষক এই শিতানটোক গ্ৰন্থপঞ্জীৰে সৈতে লগ লগাই 'পৰিশিষ্ট'ৰূপে নামাঙ্কিত কৰাৰ সম্ভৱতঃ এয়ে কাৰণ।

উপক্ৰমণিকা অংশৰ পঞ্চম শিতান— The Non-Aryan Lexical Correspondences in Assamese Vocabularyত অষ্ট্ৰো-এচীয়, তিব্বত-বৰ্মী আদি আৰ্যেতৰ ভাষাৰ পৰা অসমীয়ালৈ অহা শব্দমালাৰ সম্ভাব্য দিশবোৰ খৰচি মাৰি আলোচনা কৰা হৈছে। ইয়াত প্ৰসঙ্গক্ৰমে অসমৰ ঠাইৰ নামত আৰ্যভিন্ন ভাষাৰ প্ৰভাৱ সম্পৰ্কীয় দিশবোৰো ভাষাতাত্ত্বিক দৃষ্টিভংগীৰে বিচাৰ কৰি চোৱা হৈছে। কাকতিয়ে এইবোৰৰ উৎস নিৰ্দেশত ক'তোৱেই খাটাং সিদ্ধান্ত দিয়া নাই। তেওঁৰ মতে ই আনুমানিকহে। অথচ পৰবৰ্তী সময়ত বিভিন্ন আলোচক তথা গৱেষকে অসমীয়া ভাষাত অনাৰ্যমূলীয় উপাদানৰ প্ৰসঙ্গত কাকতিৰ অনুমানক প্ৰায় খাটাং সিদ্ধান্তলৈ পৰ্যবসিত কৰা দেখা গৈছে।

সি যি কি নহওক, উপক্ৰমণিকাৰ উল্লিখিত শিতানকেইটাই পণ্ডিতজনাৰ সূক্ষ্ম ভাষাতাত্ত্বিক জ্ঞান আৰু বিশ্লেষণ প্ৰতিভাৰ সম্যক পৰিচয় দিবলৈ সমৰ্থ হোৱা বুলি দৃঢ়তাৰে ঘোষণা কৰিব পাৰি।

(পাঁচ)

গ্ৰন্থখনৰ প্ৰথম খণ্ডৰ আলোচ্য বিষয় হৈছে Phonology, অৰ্থাৎ অসমীয়া ভাষাৰ ধ্বনিতত্ত্ব। ইয়াত সৰ্বমুঠ এঘাৰটা অধ্যায় আছে আৰু সিবোৰৰ মাজেৰে অসমীয়া ধ্বনিসমূহৰ উৎস সহ বিস্তৃত বিৱৰণ দাঙি ধৰিবৰ চেষ্টা কৰা হৈছে। অসমীয়া স্বৰধ্বনিসমূহক জিভাৰ অৱস্থান আৰু মুখবিবৰৰ আকৃতি অনুসাৰে, তথা ব্যঞ্জনধ্বনিসমূহক উচ্চাৰণৰ স্থান অনুসাৰে, ফলা কৰি দেখুওৱাটো এই প্ৰসঙ্গত মন কৰিবলগীয়া। ফলা দুখনত সৰ্বমুঠ একত্ৰিশটা ধ্বনিৰ উল্লেখ পোৱা যায়। ইয়াৰে সোতৰটা ব্যঞ্জনঃ যথা— প, ব, ত, দ, ক, গ, ঙ, ন, ঙ, ল, ৰ, চ, জ, স, হ, ৱ, য় আৰু বাকীকেইটা স্বৰ। ই, উ, এ', অ', এ, ও আ – এই সাতটা স্বৰক মুখ্যৰূপে গণ্য কৰি ইবোৰৰ প্ৰতিটোৰ একোটাকৈ নাসিক ৰূপ হিচাপত ধৰা হেতুকে ফলাখনত স্বৰধ্বনিৰ সংখ্যা চৈধ্যটা হৈছেগৈ। সেয়ে হ'লেও, নাসিক্য ৰূপবোৰক বিশিষ্ট ধ্বনি (Phoneme) ৰূপে স্বীকৃতি দিয়া হোৱা নাই। কাৰণ ফলাত একত্ৰিশটা ধ্বনিৰ উল্লেখ থাকিলেও কাকতিৰ (1941:60) মতেই অসমীয়া ভাষাত অপৰিহাৰ্য ধ্বনি(Essential phoneme)ৰ সংখ্যা চৌকিশটাহে।

স্বৰধ্বনিৰ ফলাখনত 'অ' ধ্বনিৰ অনুল্লেখ বিশেষভাৱে মন কৰিবলগীয়া বিষয়। স্থানান্তৰত (ছেদ ১১৮) এই ধ্বনিটোৰ আৱশ্যকীয় আলোচনা সন্নিবিষ্ট কৰাৰ পিছতো ফলাখনত তাক কিয় বাদ দি থোৱা হ'ল সেয়া বুজিবলৈ টান। কাকতিয়ে বিশিষ্ট অসমীয়া স্বৰ এ'-ক এ-ৰ উপধ্বনি হিচাপে গণ্য কৰা যেন অনুমান হয়; একেদৰে অ'-ক তেওঁ সম্ভৱতঃ অ আৰু ও-ৰ বিকল্প হিচাপে ধৰি লৈছিল। কিন্তু, সদৃশ পৰিৱেশত যিহেতু এ-এ', অ-অ'-ও-ৰ বিৰোধ ঘটে, এতেকে ধ্বনিতত্ত্বৰ নিয়মানুসাৰে এই আটাইকেইটা স্বৰকে বিশিষ্ট

ধ্বনিৰ মৰ্যাদা দিয়া উচিত আছিল। ব্যঞ্জন ধ্বনিৰ ফলাখনতো অনুৰূপ খেলি-মেলি লক্ষ্য কৰা হয়। ইয়াত ফ, ভ, থ, ধ, খ, ঘ- এই মহাপ্ৰাণ ধ্বনিকেইটাৰ উল্লেখ পাবলৈ নাই। অথচ ইহঁতৰ প্ৰতিটোৱেই অসমীয়া ভাষাৰ একোটাহঁত বিশিষ্ট ব্যঞ্জন ধ্বনি। নক'লেও চলে, স্থানান্তৰত (ছেদ ১০৭) এই ধ্বনিকেইটাৰো যথাযথ আলোচনা সন্নিবিষ্ট হৈছে আৰু ইহঁতক সুকীয়া আখৰ বিশিষ্ট সৰল ধ্বনি (Simple sound) ৰূপে অভিহিত কৰা হৈছে। অৱশ্যে 'ঘ'ৰ আলোচনা কিয় বাদ দিয়া হ'ল তাৰ কোনো ব্যাখ্যা পাবলৈ নাই। তদুপৰি থ-ঠ, ধ-ঢ-ৰ উচ্চাৰণৰ পাৰ্থক্য নাই বুলি যথোচিত মন্তব্য দিয়াৰ পিছতো ঠ আৰু ঢ-ক পুনৰাই সৰল ধ্বনিৰ অন্তৰ্ভুক্ত কিয় কৰা হ'ল সেয়াও বুজিবলৈ টান। সংশোধিত সংস্কৰণত গোলোকচন্দ্ৰ গোস্বামীয়ে ধ্বনিৰ ফলা দুখন নতুনকৈ সজোৱাৰ উপৰি আন্তৰাষ্ট্ৰীয় ধ্বনিলিপিসহ দেৱনাগৰী হৰফৰ সৈতে আখৰৰ ফলা দুখন নতুনকৈ সংযোজিত কৰিছে।

কাকতিয়ে গা-গ্ৰন্থৰ বিভিন্ন স্থানত প্ৰত্যয়, বিভক্তি, শব্দ আদিৰ লিখনত ধ্বনিগত লিপি (Phonetic transcription) ব্যৱহাৰ কৰা নাই। তাৰ পৰিৱৰ্তে তেওঁ পৰম্পৰাগত আৰ্হিকে যথাসম্ভৱ নিয়াৰিকৈ অনুসৰণ কৰাৰ চেষ্টা কৰিছে। সেই সময়ত উক্ত লিপিৰ সঞ্চালনিৰ প্ৰয়োগৰ অভাৱ ইয়াৰ কাৰণ হ'ব পাৰে। এই বিষয়টোকে লৈ বিশিষ্ট মাৰ্কিন ভাষাতত্ত্ববিদ এম.বি.এমেনোৱে এ.এফ. ডি-ৰ যথেষ্ট সমালোচনা কৰিছিল, আৰু পৰৱৰ্তী সংকৰণত এই ব্যাসকূট আঁতৰিব বুলি আশা কৰিছিল। এমেনোৰ এই পৰামৰ্শ আগত ৰাখি গোলোকচন্দ্ৰ গোস্বামীয়ে সংশোধিত সংস্কৰণত উক্ত বিচ্যুতিসমূহ আঁতৰাই গ্ৰন্থখনিক নিখুঁত ৰূপ দিয়াৰ চেষ্টা কৰে।

সি যি কি নহওক, এই কথা অনস্বীকাৰ্য, যে কাকতিয়েই হ'ল প্ৰথম গৱাকী ভাষাতাত্ত্বিক, যিয়ে অসমীয়া ধ্বনিসমূহক প্ৰথমবাৰৰ বাবে বিজ্ঞানসম্মত দৃষ্টিভঙ্গীৰে বিশ্লেষণ কৰাৰ চেষ্টা কৰিছিল। বাটকটীয়া হিচাপে তাত কিছু ত্ৰুটি-বিচ্যুতি ৰৈ যোৱাটো অস্বাভাৱিক নহয়। প্ৰসঙ্গ ক্ৰমে উল্লেখ কৰি থোৱা সমীচীন হ'ব, যে কাকতিয়ে এই গ্ৰন্থ প্ৰস্তুত কৰাৰ সময়ত ভাৰতবৰ্ষত পাশ্চাত্যৰ ঐতিহাসিক ভাষাতত্ত্বৰ চৰ্চা আৰম্ভ হৈছিল মাথোন। সেই দেশত ইতিমধ্যে নতুনকৈ জনপ্ৰিয় হৈ নুঠা সমকালীন ভাষাবিজ্ঞানৰ ধাৰণা ভাৰতীয় পণ্ডিত সমাজত সৰবৰহী হ'বলৈ তেতিয়াও বাকী। এই বিষয়ৰ প্ৰথমখন প্ৰামাণ্য গ্ৰন্থ-লেনাৰ্ড ব্লুমফিল্ডৰ (১৮৮৭-১৯৪৯) **Language**ৰ প্ৰথম প্ৰকাশ হৈছিল ১৯৩৩ চনত। গতিকে কাকতিয়ে ধ্বনি, উপধ্বনি, বিশিষ্ট ধ্বনি বা বৰ্ণ ইত্যাদি নিৰূপনৰ সূক্ষ্ম তাত্ত্বিক পদ্ধতি প্ৰয়োগ কৰিব পৰাৰ কোনো সম্ভাৱনাই নাছিল। গ্ৰন্থখনত সন্নিবিষ্ট নিৰ্বাচিত পুথি-তালিকাত সমকালীন বা বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ তাত্ত্বিক গ্ৰন্থ এখনৰো নামোল্লেখ নথকাটোৱে সেই কথালৈকে আঙুলিয়ায়। মনত ৰখা ভাল, যে কাকতিৰ বিশ্লেষণ ৰীতি ঐতিহাসিক বিৱৰ্তনমূলকহে। এই পদ্ধতিক বিজ্ঞানসম্মতভাৱে কামত লগাবলৈ তেওঁ তৎকালীনভাৱে প্ৰাপ্ত আটাইবোৰ সমলৰ যথাযথ ব্যৱহাৰ কৰা বুলি নিঃসন্দেহে পতিয়ন যাব পাৰি। সময়ৰ এই পৰিপ্ৰেক্ষিতলৈ লক্ষ্য নকৰিলে কাকতিৰ গ্ৰন্থখনৰ মূল্যায়নত প্ৰমাদ ঘটাৰ অৱকাশ থাকে।

অসমীয়া ধ্বনিৰ উপাহিত গুণ (Supra segmental features) যথা — সুৰ, লয়, শ্বাসাঘাত আদিৰ ভিতৰত কাকতিয়ে কেৱল শেষৰটোৰ, অৰ্থাৎ শ্বাসাঘাতৰ ঐতিহাসিক বিৱৰ্তনৰ বিষয়ে আলোচনা কৰিছে। তেওঁ জেক'বি, ব্লখ, টাৰ্ণাৰ, পিশ্চেল আদি পণ্ডিতৰ দ্বাৰা প্ৰতিষ্ঠিত পদ্ধতি অনুসৰণ কৰি এই সিদ্ধান্তলৈ আহিছে, যে ঔপভাষিক অঞ্চল ভেদে অসমীয়াত দুই প্ৰকাৰৰ শ্বাসাঘাত বিদ্যমানঃ পশ্চিম অঞ্চলত মধ্য অক্ষৰৰ শ্বাসাঘাত। পূব

অঞ্চলৰ উপভাষা বা আন কথাত সাধু অসমীয়াত সংস্কৃতৰ দৰে উপধা অক্ষৰৰ শ্বাসাঘাত (penaltimate stress)ৰ অৱস্থিতিলৈ লক্ষ্য কৰি কাকতিয়ে অসমীয়া স্বৰধ্বনিসমূহৰ ঐতিহাসিক পৰিৱৰ্তন দেখুৱাইছে (Kakati 1941:69)। কিন্তু এই পদ্ধতি মানি ল'লে অসমীয়া ভাষাৰ এক বৃজন সংখ্যক দ্বি অক্ষৰ যুক্ত শব্দৰ শ্বাসাঘাত সম্বন্ধে ব্যাখ্যা কৰাটো অতিশয় কঠিন হৈ পৰে। কাৰণ, এনে শব্দত আদি আৰু অন্ত এই দুটা অক্ষৰহে পোৱা যায় (Taid 1988:78)। সম্প্ৰতি শিক্ষা-ব্যৱস্থাৰ দ্ৰুত উন্নতি আৰু প্ৰসাৰ, নামনি অসমৰ ক্ৰমবৰ্ধমান প্ৰভাৱ-বিশেষকৈ ৰাজধানী গুৱাহাটীৰ গুৰুত্ব ইত্যাদি অভাষাগত পৰিস্থিতিৰ অপৰিহাৰ্য প্ৰভাৱৰ হেতু সাধাভাষাটোত ঔপভাষিক সংমিশ্ৰণৰ পথ প্ৰশস্ত হৈ পৰাত গুৰু বা মুখ্য শ্বাসাঘাত প্ৰথম বা দ্বিতীয় অক্ষৰৰ পিছলৈ যোৱা দেখা নাযায় (গোস্বামী ১৯৬৯:১৬২)। সি যি কি নহওক, অসমীয়া তত্ত্বৰ শব্দৰ বিকাশত শ্বাসাঘাতৰ প্ৰভাৱ সম্পৰ্কীয় কথাবোৰ কাকতিয়ে গ্ৰন্থখনৰ ধ্বনিতত্ত্ব খণ্ডৰ দ্বিতীয় অধ্যায়ত বিতংকৈ আলোচনা কৰিছে। আনহাতে, ইয়াৰ পৰৱৰ্তী নটা অধ্যায় জুৰি, অৰ্থাৎ তৃতীয়ৰ পৰা একাদশ অধ্যায়লৈ বিবৃত হৈছে স্বৰ আৰু ব্যঞ্জন ধ্বনিসমূহৰ ঐতিহাসিক বিৱৰ্তনৰ বিভিন্ন দিশ। এই ক্ষেত্ৰত স্বৰভক্তি, অপিনিহিতি, মহাপ্ৰাণীভৱন, অল্পপ্ৰাণীভৱন, নাসিক্যভৱন, সমীভৱন, মিশ্ৰণ, সঘোষীভৱন, স্বতঃনাসিক্যীভৱন ইত্যাদি ধ্বনি পৰিৱৰ্তনৰ প্ৰক্ৰিয়াসমূহৰ সূক্ষ্ম ব্যাখ্যা লক্ষ্য কৰিবলগীয়া।

ব্যঞ্জন ধ্বনিৰ উৎস সন্ধানৰ প্ৰসঙ্গত কাকতিয়ে অসমীয়া ধ্বনিসমূহক সংস্কৃতৰ মতেই কণ্ঠ্য(Gutturals), তালব্য(Paatals) মূৰ্ধন্য(Cerebrals), দন্ত্য(Dentals) আদি ৰূপে নামকৰণ কৰিছে। অসমীয়াত সংস্কৃতৰ এই ধ্বনিসমূহ উচ্চাৰণ বৈশিষ্ট্য লোপ পাই ভিন্ন শ্ৰেণীৰ ধ্বনিলৈ পৰিৱৰ্তন হোৱালৈ লক্ষ্য কৰি কাকতিৰ এনে নামকৰণ ভাষাবিজ্ঞানসম্মত নহয়, বৰং প্ৰথাগত ব্যাকৰণমুখী বোলাৰ যুক্তিযুক্ততা অস্বীকাৰ কৰিব নোৱাৰি। উদাহৰণ স্বৰূপে, তালব্য, মূৰ্ধন্য আৰু দন্ত্যৰূপে অভিহিত এটাও ধ্বনি অসমীয়াত পোৱা নাযায়; তাৰ ঠাইত অন্য কোনো ভাষাৰ প্ৰভাৱৰ হেতু ইয়াত এক শ্ৰেণীৰ দন্ত্যমূলীয় ধ্বনিৰ ব্যৱহাৰ লক্ষ্য কৰা যায়। কিন্তু, সেয়ে হ'লেও, পূৰ্বতে উল্লেখ কৰাৰ দৰে এই ক্ষেত্ৰতো সময় আৰু লেখকজনাই গ্ৰহণ কৰা আৰ্হি (Model) লৈ দৃষ্টি দিয়াৰ আৱশ্যকতা আছে। কাৰণ তেওঁৰ গৱেষণা-কৰ্মৰ তত্ত্বাৱধায়ক স্বয়ং চট্টোপাধ্যায়ৰ গ্ৰন্থ অ'. ডি.বি এল.- ত উক্ত সংস্কৃতীয়া নামকৰণৰ অনুসৰণ প্ৰত্যক্ষ কৰা যায়। লক্ষ্য কৰিবলগীয়া কথা এইটোৱে যে শিৰোনামাত সংস্কৃত নাম ব্যৱহাৰ কৰিলেও ধ্বনিসমূহৰ ব্যাখ্যাৰ প্ৰসঙ্গত লেখকে অসমীয়া উচ্চাৰণৰ দিশবোৰ ফঁহিয়াই দেখুৱাবলৈ আন্তৰিকতাৰে চেষ্টা কৰিছে। লিখিত ভাষাটোত প্ৰয়োগ হৈ অহা সংস্কৃত অনুগামী বানান পদ্ধতি এনে নামকৰণৰ গুৰি কাৰণ হোৱাটোও অসম্ভৱ নহয়। অসমীয়া দন্ত্যমূলীয় ধ্বনিৰ প্ৰসঙ্গত লিখা নিম্নোক্ত কথাখিনি এই ক্ষেত্ৰত প্ৰণিধানযোগ্যঃ

The cerebrals and Dentals though differentiated in spelling have both acquired values of alveolars (Kakati 1941:193)

একেদৰে তেওঁ সংস্কৃতৰ শ, ষ, স ধ্বনিৰ অসমীয়াত ঘটা পৰিৱৰ্তনো অতি সূক্ষ্মভাৱে লক্ষ্য কৰিছেঃ

The OIA Sibilants have lost their distinctive sounds in Assamese. They are all pronounced as guttural spirants both in intial and medial positions, even though, in medial positions, a soft Kh sound is heard. The

distinction however is so slight that their sounds in all positions in a word may be represented by X (Kakati 1941:223)

অৱশ্যে দুই এঠাইত যে ব্যাসকূট লক্ষ্য কৰা নাযায়, তেনে নহয়। উদাহৰণস্বৰূপে তেওঁ "The OIA palatals have become dental in Assamese" (1941:185) বুলি যি সিদ্ধান্ত কৰিছে, সেয়া গ্ৰহণীয় নহয়। প্ৰকৃতপক্ষে প্ৰাচীন ভাৰতীয় আৰ্যভাষাৰ তালব্য ধ্বনি অসমীয়াত দন্ত্যমুলীয় ৰূপেহে উচ্চাৰিত হয়।

গ্ৰন্থখনিৰ স্বৰধ্বনিৰ শিতানটো যথেষ্ট বৃজন আকাৰৰ। ই প্ৰথম খণ্ডৰ তৃতীয় অধ্যায়ৰ পৰা নৱম অধ্যায়লৈ বিস্তৃত। বৈদিক- সংস্কৃতৰ আদি, মধ্য, অন্ত্য-- এই তিনিও অৱস্থানৰ স্বৰধ্বনিসমূহ অসমীয়ালৈ আহোঁতে কেনে ধৰণৰ পৰিৱৰ্তন সংঘটিত হৈছে, তাৰ বিশদ বিৱৰণ ইয়াত পৰ্যাপ্ত উদাহৰণেৰে দাঙি ধৰা হৈছে। কাকতিয়ে অসমীয়া সন্ধি সম্পৰ্কে কোনো সুকীয়া আলোচনা কৰা নাই। কিন্তু, সেয়ে হ'লেও, নিকটস্থ বা সন্নিহিত স্বৰ, অপশ্ৰুতি, স্বৰ-সংগতি আৰু স্বৰ সমীভৱন-- এই শিতানকেইটাৰ আলোচ্য বিষয় প্ৰকাৰান্তৰে সন্ধিহে।

(ছয়)

এ.এফ.ডি-ৰ ৰূপতত্ত্ব খণ্ডটো সজোৱা হৈছে মুঠ আঠোটা অধ্যায়ৰ দ্বাৰা। ইয়াৰে গঠনমূলক প্ৰত্যয় (Formative Affires) শীৰ্ষক প্ৰথম (গ্ৰন্থমতে দ্বাদশ) অধ্যায়ত চৌৰাশীটা কৃৎ আৰু তদ্ধিত প্ৰত্যয়ৰ ঐতিহাসিক বিৱৰ্তন দেখুওৱা হৈছে। ত্ৰয়োদশ অধ্যায়ত সন্নিবিষ্ট হৈছে-- বিশেষ, সংখ্যাবাচক শব্দ আৰু প্ৰথম আৰু দ্বিতীয় পুৰুষৰ বাহিৰে অন্য পুৰুষৰ সৰ্বনামৰ পিছত যোগ হোৱা নিৰ্দ্দিষ্টতাবাচক প্ৰত্যয়সমূহৰ ব্যুৎপত্তিমূলক বিশ্লেষণ। এই প্ৰত্যয়বোৰক কাকতিয়ে চট্টোপাধ্যায়ৰ সুৰতে সুৰ মিলাই ইংৰাজী theৰ সমপৰ্যায়ৰ বুলিছে। সাম্প্ৰতিক কালৰ ভাষাতাত্ত্বিক পণ্ডিতসকলে অসমীয়া ভাষাৰ এই প্ৰত্যয়বোৰৰ বহুমুখী প্ৰয়োগলৈ লক্ষ্য কৰি এইবোৰৰ 'নিৰ্দিষ্টতাবাচক' নামকৰণৰ সাৰ্থকতা সম্বন্ধে কিছু নতুন প্ৰশ্নৰ অৱতাৰণা কৰাটো লক্ষ্য কৰিবলগীয়া। সি যি কি নহওক, গ্ৰন্থকৰ্তাই ইয়াত সৰ্বমুঠ তেৰটা প্ৰত্যয়ৰ আলোচনা দাঙি ধৰিছে। ইয়াৰে এঘাৰটা সাধু অসমীয়াৰ। এটা পুৰণি অসমীয়াৰ আৰু বাকী এটা কামৰূপী উপভাষাৰ। অসমীয়া ভাষাৰ অন্যতম স্বতন্ত্ৰ বৈশিষ্ট্য হিচাপে চিহ্নিত এই প্ৰত্যয়বোৰৰ উৎস কাকতিয়ে অষ্ট্ৰিক ভাষা হ'ব পাৰে বুলি অনুমান কৰিছে। আনহাতে, উপেন্দ্ৰ নাথ গোস্বামীয়ে (১৯৭৪:১৯) তিব্বত-বৰ্মী ভাষা-গোষ্ঠীৰ দেউৰী-চুতীয়া ভাষাৰ সৈতেহে এইবোৰৰ সম্পৰ্ক লক্ষ্য কৰিছে। বৈদিক-সংস্কৃতৰ অসুধাতুৰ কৃদন্ত ৰূপ সন্তৰ পৰা অহা পুৰণি অসমীয়াৰ হন্ত (যেনে-- দুইহন্ত), আধুনিক অসমীয়াৰ হঁত (যেনে-একোটিহঁত) আৰু কামৰূপী উপভাষাৰ হান (যেনে বাপাহান) প্ৰত্যয়ত কাকতিয়ে বহুবচনসূচক বৈশিষ্ট্যৰ উপৰি নিৰ্দিষ্টতাবাচক গুণ বিচাৰি পোৱাটো তেখেতৰ ভাষাতাত্ত্বিক দক্ষতাৰ পৰিচায়ক। অনিৰ্দ্দিষ্টতাবাচক প্ৰত্যয়ৰ ভিতৰত এক আৰু মান-ৰ উল্লেখ মন কৰিবলগীয়া।

অসমীয়া ভাষাৰ অন্য এক স্বকীয় বিশেষত্ব-সম্বন্ধ নিৰ্দেশক পুৰুষবাচক সৰ্গ(affix)বোৰক লেখকে যথাৰ্থভাৱে 'Strange morphological Phenomenon' আখ্যা দিছে। এই প্ৰসঙ্গত তেওঁ গ্ৰিয়াৰ্ছন, চট্টোপাধ্যায় আদি পণ্ডিতৰ মতামতো বিবেচনালৈ আনিছে। কিন্তু, সেয়ে হ'লেও, তাৰ মাজতো লেখকগৰাকীৰ চিন্তাৰ মৌলিকতা বাধাগ্ৰস্ত

হোৱা নাই। তেওঁৰ মতে, এইবিধ সৰ্ব কেৱল অসমীয়া ভাষাৰহে নিজস্ব সম্পদ; অন্য কোনো ভাৰতীয় ভাষাত এনে সৰ্গৰ প্ৰয়োগ পাবলৈ নাই। তদুপৰি এইবোৰৰ মাজত নিৰ্দিষ্টতা আৰু অনিৰ্দিষ্টতাৰ ধাৰণা নিহিত হৈ থকাটোও লক্ষ্য কৰিবলগীয়া। উদাহৰণস্বৰূপে, বাপ+এক-বাপেক শব্দটো নাম পুৰুষৰ সৈতে, সম্পৰ্কিত নহ'লে সি মাহেক, পষেক আদি শব্দৰ দৰে অৰ্থ দিয়ে; আনহাতে নাম পুৰুষ জড়িত হ'লে অনিবাৰ্যভাৱে তাৰ আগত পুৰুষবাচক ৰূপ বহে। লেখকে মধ্যম পুৰুষৰ তুচ্ছাৰ্থক এৰ আৰু মান্যাৰ্থক এৰা-ক স্বাৰ্থিক প্ৰত্যয় বুলি অভিহিত কৰাৰ ভিত্তি কি সেয়া বুজা নাযায়।

সম্বন্ধবাচক শব্দসমূহক কাকতিয়ে তিনিটা ভাগত ভাগ কৰিছেঃ (১) বয়সৰ তাৰতম্য অনুসাৰে সম্বন্ধ নিৰ্দেশ কৰা ককাই ভাই, বাই-ভনী আদি শব্দ (২) পুৰুষ অনুযায়ী সম্বন্ধ নিৰ্দেশক সৰ্গৰ সংযোগত সৃষ্ট শব্দ, আৰু (৩) সম্বোধনবোধক শব্দাংশ হে-ৰ লগত মান্যানুসাৰে -ৰ, -বৌ, -ৰা, -ৰি যোগ হৈ সৃষ্টি হোৱা শব্দ। জৰ্জ গ্ৰিয়াৰ্ছনে এই ক্ষেত্ৰত তিব্বত-বৰ্মী ভাষাৰ প্ৰভাৱৰ কথা উনুকিয়াইছে যদিও কাকতিয়ে তাৰ পৰিবৰ্তে মুণ্ডা ভাষাৰ প্ৰভাৱহে লক্ষ্য কৰিছে। কাকতিৰ (1941:170) মতে, তিব্বত-বৰ্মী শাখাৰ অন্তৰ্গত বড়ো ভাষাত সৰ্বনাম পদত পূৰ্বপ্ৰত্যয় যোগ হোৱা নিয়ম, ইয়াৰ বিপৰীতে অসমীয়া কিন্তু পৰ প্ৰত্যয়হে লগ লাগে। তদুপৰি তিব্বত-বৰ্মী শাখাৰ ভাষাত বয়স আৰু মান অনুসাৰে ভিন ভিন শব্দৰ ব্যৱহাৰ দেখিবলৈ পোৱা নাযায়। এই প্ৰসঙ্গত অসমীয়া ভাষাৰ ৰূপতাত্ত্বিক অধ্যয়নৰ বিশিষ্ট পণ্ডিত উপেন্দ্ৰনাথ গোস্বামী (১৯৭৪:১৪-১৫) তিব্বত-বৰ্মীৰ অন্তৰ্গত দেউৰী-চুতীয়া ভাষাত কোনো লোকক সম্বোধন কৰা, আৰু সেই ব্যক্তিকে উল্লেখ কৰি কোৱা পৰিস্থিতি দুটাত দুটা সুকীয়া শব্দৰ ব্যৱহাৰ দেখুওৱাটো মন কৰিবলগীয়া।

অসমীয়া ভাষাৰ লিঙ্গ, কাৰক আৰু বচনৰ আলোচনা গ্ৰন্থখনিৰ চতুৰ্থ অধ্যায়ত সন্নিবিষ্ট হৈছে। এইবোৰত ক্ৰমকালীন বিৱৰণৰ লগে লগে প্ৰাসঙ্গিকভাৱে সমকালীন বিচাৰো প্ৰত্যক্ষ কৰিব পাৰি। লেখকে বাংলা আৰু উড়িয়াৰ সৈতে সাদৃশ্য টানি অসমীয়াতো ব্যাকৰণগত লিঙ্গৰ অনুপস্থিতি লক্ষ্য কৰিছে। কিন্তু, সংস্কৃত, হিন্দী আদি কেতবোৰ ভাষাৰ লিঙ্গ-পদ্ধতিৰ যি বৈশিষ্ট্য, অসমীয়াত তেনে বৈশিষ্ট্য পোৱা নহ'লেও, ইয়াৰ লিঙ্গ-পদ্ধতিক সম্পূৰ্ণ অব্যাকৰণগত (Non grammatical) বুলিবও নোৱাৰি। বগা বলদ-বগী গাই, অজলা ল'ৰা-আজলী ছোৱালী ইত্যাদি প্ৰয়োগত বিশ্লেষণবাচক শব্দই বিশেষ্যৰ লিঙ্গ পদ্ধতিক আংশিকভাৱে ব্যাকৰণগত আখ্যা দিয়াহে সমীচীন হয়। সি যি কি নহওক, গ্ৰন্থখনিত অসমীয়া লিঙ্গ-গঠনৰ তিনিটা প্ৰধান উপায় উল্লিখিত হৈছেঃ (১) মূল ৰূপৰ আগত মতা-মাতী বা মতা-মাইকী ৰূপ বহুৱাই, (২) ভিন ভিন লিঙ্গসূচক শব্দৰ প্ৰয়োগ কৰি আৰু (৩) স্ত্ৰী বাচক প্ৰত্যয়ৰ ব্যৱহাৰ কৰি। স্ত্ৰী প্ৰত্যয় হিচাপে লেখকে -আ, -আনী, আৰু ঈ-ৰ বিশেষ প্ৰয়োগ দেখুৱাইছে। এই প্ৰত্যয়কেইটা ভিতৰত আ-ৰ ব্যৱহাৰ খাচ তদ্ভৱ শব্দত পোৱা নাযায়। আনহাতে, আনী প্ৰত্যয়ৰ নী অংশৰহে প্ৰত্যয়ৰ মৰ্যাদা আছে যেনে- বৰুৱা-বৰুৱানী, কলিতা-কলিতানী ইত্যাদি। আ যো হোৱা মূল ৰূপটো মুক্তৰূপ নোহোৱা হেতুকে উপেন্দ্ৰনাথ গোস্বামীয়ে (1988:98) আ-ক প্ৰাকৃতি ৰূপে স্বীকাৰ কৰা নাই। পশ্চিম অসমৰ উপভাষাত 'মাইকী' শব্দটো 'মাইকা' ৰূপে ব্যৱহাৰ হোৱাটো কিন্তু তেওঁ সঠিকভাৱে লক্ষ্য কৰিছে।

বচনৰ আলোচনাত, পুৰণি আৰু আধুনিক মান্য অসমীয়াৰ ৰূপবোৰৰ উপৰি উপভাষাগত পাৰ্থক্যসমূহৰো ক্ৰমকালীন বিশ্লেষণ পোৱা যায়। এইবোৰৰ উৎস-সন্ধানত

লেখকে যথাসম্ভৱ নিজস্ব যুক্তি দাঙি ধৰাৰ চেষ্টা কৰিছে। এই ক্ষেত্ৰত অন্যান্য ভাষাতাত্ত্বিকৰ সৈতে তেওঁৰ মতৰ ভালেখিনি পাৰ্থক্য লক্ষ্য কৰা যায়। উদাহৰণ স্বৰূপে, 'বিলাক' প্ৰত্যেয়টো কাকতিয়ে (1941:78) সংস্কৃত 'বিশাল বহুল'-ৰ সংমিশ্ৰণত নাইবা খাচী ভাষাৰ 'ব্যল্লাই'ৰ-পৰা বিকাশ লাভ কৰাৰ সম্ভাৱনা দেখুৱাইছে। আনহাতে কালিৰাম মেধিয়ে (১৯৭৮:১৩০-১৩১) আঙুলিয়াইছে গাৰো 'ফিলাক' আৰু মিচমী 'কায়াক'-লৈ। আকৌ কামৰূপী উপভাষাৰ বহুবচনসূচক প্ৰত্যয় 'থে'-ৰ মূল কাকতিৰ মতে সংস্কৃত 'স্তবক', কিন্তু উপেন্দ্ৰনাথ গোস্বামীৰ (1988:98) মতে ই সংস্কৃত 'স্থা' ধাতুৰ পৰা অহাহে সম্ভৱ। তদুপৰি 'থেক' আৰু 'থেত'- এই ব্যৱহাৰিক ৰূপ দুটা কাকতিয়ে 'থে'ৰ পৰা পশ্চ-গঠনৰ আৰ্হিৰে সৃষ্ট বুলি কৰা ধাৰণা গোলোকচন্দ্ৰ গোস্বামীয়ে অস্বীকাৰ কৰিছে। গোস্বামীৰ মতে 'থেক', 'থেত', 'থেৰ' আদি ৰূপৰ -ক, -ৰ, -ত যথাক্ৰমে কৰ্মকাৰক, সম্বন্ধ পদ আৰু অধিকৰণ কাৰকৰ ৰূপাত্মক বিভক্তিহে (Kakati 1987:298)। সেইদৰে কামৰূপী উপভাষাৰ -গিলা, -গিলাক, -গিলান কাকতিৰ মতে অনাৰ্যমূলীয়া। কিন্তু উপেন্দ্ৰনাথ গোস্বামীয়ে (1988:98) এইবোৰ বাংলা -'গুলা', '-গুলান'-ৰ দৰে সংস্কৃত 'কুল'ৰ সৈতে সম্পৰ্কিত হ'ব পাৰে বুলি ধাৰণা কৰিছে।

অসমীয়া কাৰক-সম্বন্ধৰ দ্বৈতৰূপঃ স্বাধীন অনুপদৰ ব্যৱহাৰ আৰু শব্দ-বিভক্তিৰ প্ৰয়োগ সম্বন্ধে কাকতিয়ে (1941:284) কিছু কথা আলোচনা কৰিছে যদিও তাৰ বিস্তাৰিত ব্যাখ্যা দাঙি ধৰা নাই। তেওঁ মূলৰ কাৰক-ৰূপৰ পৰা উদ্ভুত ৰূপবোৰক শব্দ-বিভক্তি হিচাপে গণ্য কৰি বাকীবোৰক অনুপদ আখ্যা দিয়া যেন লাগে। দৰাচলতে অনুপদবোৰ হৈছে এক শ্ৰেণীৰ অব্যয় শব্দ। কাৰকৰ ক্ষেত্ৰত ইহঁত সম্বন্ধ পদৰ '-ৰ'-ৰ পিছত বহে। কাকতিয়ে অপাদান কাৰক বুজোৱা 'ৰ'-ৰ পিছত বহা 'পৰা'-ক অনুপদ বোলাৰ এয়ে কাৰণ। অসমীয়া ভাষাত সম্প্ৰদান কাৰকৰ ঠাইত যে লক্ষ্য, উদ্দেশ্য, নিমিত্ত, অভিমুখ ইত্যাদি অৰ্থসূচক কাৰক এটাহে পোৱা যায়, তাৰ তেওঁ যথাযথ ব্যাখ্যা দাঙি ধৰিছে(1941:289)। তদুপৰি অকৰ্মক ক্ৰিয়াৰ সৈতে সম্পৰ্কিত হ'লে কৰ্তা কাৰকত যে বিভক্তিৰ প্ৰয়োগ লোপ পায়, সেই কথাও তেওঁ বিশ্লেষণ কৰি দেখুৱাইছে।

কাকতিৰ (1941:285) ধাৰণা অনুসাৰে অসমীয়া ভাষাত কৰ্তা কাৰকৰ '-এ' বিভক্তি কেতবোৰ পৰিস্থিতিত '-ই'লৈ ৰূপান্তৰিত হোৱাটো সাম্প্ৰতিক সময়ৰ বৈয়াকৰণিক পৰিঘটনাহে। এনেকি মধ্যযুগীয় সাহিত্যৰ ভাষাতো অ-কাৰান্ত আ-কাৰান্ত নিৰ্বিশেষে সকলো শব্দত '-এ' বিভক্তিৰ প্ৰয়োগহে লক্ষ্য কৰা যায়। হেমচন্দ্ৰ বৰুৱাৰ অসমীয়া ভাষাৰ ব্যাকৰণ-তো (১৯৫৯) তাৰ প্ৰচুৰ উদাহৰণ আছে। সম্ভৱতঃ অৰুণোদই-ৰ (১৮৪৬) সময়ৰ পৰাহে ক্ৰমে ক্ৰমে এই বৈশিষ্ট্যটোৱে প্ৰাধান্য লাভ কৰিবলৈ ধৰে। অৱশ্যে তেওঁ উল্লেখ কৰাৰ দৰে উ-কাৰান্ত শব্দত 'এ' - 'ই' হোৱাৰ উদাহৰণ মান্য অসমীয়াত পাবলৈ নাই। ইয়াৰ বিপৰীতে কামৰূপী উপভাষাত এই বৈশিষ্ট্যৰ সংৰক্ষণ প্ৰত্যক্ষ কৰিব পাৰি। তদুপৰি, কেৱল সকৰ্মক ক্ৰিয়াৰ কৰ্তাপদত '-এ' বিভক্তি যোগ হোৱাৰ যি নিয়ম তেওঁ দাঙি ধৰিছে, সি আংশিকভাৱেহে সত্য। কাৰণ 'ৰামে হাঁহে', 'ৰামে কান্দে' আদি উদাহৰণত ক্ৰিয়াপদ অকৰ্মক হোৱা সত্ত্বেও কৰ্তাত '-এ' বিভক্তিৰ সংযোগ ঘটে। সেয়ে হ'লেও, এই কথাত সন্দেহ নাই যে সম্প্ৰদান, অপাদান আদি কাৰক-সম্বন্ধৰ যি বিৱৰণ কাকতিয়ে দাঙি ধৰিছে, সি অসমীয়া ভাষাৰ গাঁথনিক দিশৰ ওচৰ চপা। মূলতঃ ঐতিহাসিক বিবৰ্তনমূলক দৃষ্টিৰে লক্ষ্য কৰিলেও, তেওঁ উল্লিখিত বিষয়বোৰৰ সমকালীন বিচাৰ-বিশ্লেষণো অতি দক্ষতাৰে দাঙি ধৰিবলৈ সমৰ্থ হৈছে।

ৰূপতত্ত্ব খণ্ডৰ পঞ্চদশ অধ্যায়ৰ আলোচ্য বিষয় হৈছে সৰ্বনাম পদ। ইয়াত অসমীয়া সৰ্বনামসমূহক ব্যক্তিবোধক, নিশ্চয়বাচক, সম্বন্ধবাচক, প্ৰশ্নসূচক, অনিৰ্দিষ্টতাবাচক আৰু নিজবাচক এই ছয়টা ভাগত ভগাই সিবোৰৰ মূল সহ পাণ্ডিত্যপূৰ্ণ বিৱৰণ দিয়া হৈছে। ব্যক্তিবোধক সৰ্বনামৰ আলোচনাত তাৎপৰ্যপূৰ্ণভাৱে 'আপুনি' পদৰ অনুল্লেখ মন কৰিবলগীয়া। দ্বিতীয় পুৰুষ হিচাপে ইয়াত তুচ্ছাৰ্থক 'তই' আৰু মান্যাৰ্থক 'তুমি' তথা সিবোৰৰ তিৰ্যক ৰূপবোৰৰ আলোচনাহে পোৱা যায় (Kakati 1941·295)। কাকতিৰ মতে, 'আপুনি' মূলতঃ নিজবাচক সৰ্বনাম আছিল। ই দ্বিতীয় পুৰুষৰ সম্মানসূচক অৰ্থলৈ পৰ্যবসিত হোৱাটো সাম্প্ৰতিক কালৰ ঘটনাহে। প্ৰাচীন অথবা মধ্যযুগ কোনোটোতে ইয়াক দ্বিতীয় পুৰুষ হিচাপে ব্যৱহাৰ কৰাৰ নজিৰ পাবলৈ নাই। তেওঁ নিজৰ যুক্তিৰ সমৰ্থনত মাধৱদেৱৰ নামঘোষাৰ 'আপুনি আপোন বন্ধু, আপুনি আপোন শত্ৰু, আপুনি আপোন ৰাখে মাৰে' শীৰ্ষক পদফাঁকি উদ্ধৃত কৰিছে (1941:300-301)।

যোড়শ অধ্যায়ত অসমীয়া ধাতুবোৰক মুখ্য আৰু গৌণ এই দুই শ্ৰেণীত ভগাই সিবোৰৰ মূল নিৰ্ণয়ৰ চেষ্টা কৰা হৈছে। মুখ্য ধাতুৰ শিতানত আছে সংস্কৃতৰ সৱল, উপসৰ্গজনিত, আৰু পাঁচনী ধাতুৰ পৰা উদ্ভূত ধাতুসমূহ। আনহাতে, গৌণ ধাতুৰ শিতানত নামধাতু, পাঁচনী ধাতু, প্ৰত্যয়ৰ সংযোগত সাধিত ধাতু, ধ্বন্যাত্মক ধাতু আৰু অনাৰ্যমূলীয় ধাতুৰ বিৱৰণ দিয়া হৈছে। উপেন্দ্ৰনাথ গোস্বামীৰ (1988·99) মতে কাকতিৰ এই আলোচনাত এক বৃহৎ সংখ্যক মিশ্ৰধাতুৰ উল্লেখ পাবলৈ নাই। এই বিচ্যুতিয়ে স্বাভাৱিক ধাতুৰ আলোচনা কিছু অসম্পূৰ্ণ কৰি তুলিছে।

সপ্তদশ অধ্যায়ৰ আৰম্ভতে প্ৰাচীন অসমীয়াৰ পৰা আধুনিক স্তৰলৈকে কৰ্মবাচ্য গঠনৰ ক্ৰমকালীন বিৱৰণ দাঙি ধৰা হৈছে। তাৰ পিছত সন্নিৱিষ্ট হৈছে ক্ৰিয়াৰ বিভিন্ন কালৰ পুৰুষবাচক বিভক্তিসমূহৰ আলোচনা। অসমীয়াত সাধাৰণতে কৰ্তাৰ নিৰ্ণায়কৰূপে ব্যৱহৃত খণ্ডবাক্যবোৰত কৰ্মবাচ্যৰ গঠন পৰিলক্ষিত হয়। এনে ক্ষেত্ৰত কৰ্তাই কৰণ কাৰকৰূপে যো হোৱা '-এ' বিভক্তি গ্ৰহণ কৰে আৰু ক্ৰিয়াত ভূতকালিক কৃদন্ত '-আ' বিভক্তিযোগ দিয়া হয়। কাকতিৰ (1941:326) মতে কৰণৰ '-এ' সহায়ত গঠিত কৰ্মবাচ্য অধিক জতুৱা। আলোচনাৰ পদ্ধতি ঐতিহাসিক বিৱৰ্তনমূলক হোৱা হেতুকে তেওঁ ক্ৰিয়া-বিভক্তি অনুসাৰে ধাতুৰ মূল ৰূপত ঘটা পৰিৱৰ্তনৰ আলোচনা কৰা নাই।

ৰূপতত্ত্ব খণ্ডৰ অষ্টাদশ অধ্যায়ৰ আলোচ্য বিষয় হৈছে— অনুপদ, কৃদন্ত পদ আৰু অসমাপিকা ক্ৰিয়া। ইয়াতে চৰ্ত সাপেক্ষ ভূত কালৰ বিৱৰণো সন্নিৱিষ্ট হৈছে। পুৰণি পাঠৰ উদাহৰণ সম্বলিত এই অংশৰ আলোচনা যথেষ্ট বৈচিত্ৰপূৰ্ণ বুলি নিৰ্দ্বিধাই স্বীকাৰ কৰিব পাৰি।

ঊনবিংশ অধ্যায়ৰ বিষয়বস্তু হৈছে স্বাৰ্থিক প্ৰত্যয়। আধুনিক ভাৰতীয় ভাষাৰ তৎকালীন বিশ্লেষকসকলৰ আৰ্হি অনুসৰণ কৰা হেতুকে তেওঁ কেতবোৰ বৈয়াকৰণিক বিষয়কঃ যথা-বিশেষণ, ক্ৰিয়া-বিশেষণ, অব্যয়, সংখ্যাবাচক শব্দ, জোৰ খুজোৱা ৰূপ, অভ্যাস (Reduplication) আদিৰ সুকীয়া আলোচনা পৰিহাৰ কৰিছে। একে কাৰণতে গ্ৰন্থখনিত অসমীয়া বাক্যতত্ত্ব সম্বন্ধেও কোনো সুকীয়া আলোচনাৰ অন্তৰ্ভুক্তি ঘটা নাই।

গ্ৰন্থখনৰ সামৰণি অধ্যায়ত অসমীয়া ধ্বনিতত্ত্ব, ৰূপ-ৰচনা আৰু শব্দ-সম্ভাৰত অনাৰ্য ভাষাৰ প্ৰভাৱ সম্বন্ধে সুকীয়া আলোচনা সন্নিৱিষ্ট হোৱাটো নিঃসন্দেহে তাৎপৰ্যপূৰ্ণ।

(সাত)

১৯৬২ চনত বিশিষ্ট ভাষাতত্ত্ববিদ গোলোকচন্দ্ৰ গোস্বামীয়ে কাকতিৰ এই গ্ৰন্থখন সংশোধিত ৰূপত নতুনকৈ প্ৰকাশ কৰে। মাৰ্কিন ভাষাতাত্ত্বিক এম.বি. এমেনোৱে প্ৰথম সংস্কৰণটি পঢ়ি যিবোৰ ত্ৰুটি-বিচ্যুতি আঙুলিয়াই দিছিল, সংশোধিত সংস্কৰণত সেইবোৰ আঁতৰ কৰি কেতবোৰ নতুন কথা অন্তৰ্ভুক্ত কৰা হয়। কাকতিয়ে কেৱল বিশিষ্ট ধ্বনিৰ ফলা দুখনতহে আন্তৰাষ্ট্ৰীয় ধ্বনি-লিপি (IPA) ব্যৱহাৰ কৰিছিল; অন্যান্য ক্ষেত্ৰত তেওঁ পৰম্পৰাগত লিপ্যন্তৰণ (Transcription)কে মানি চলিছিল। গোস্বামীয়ে পুৰণি অসমীয়া, সংস্কৃত, পালি-প্ৰাকৃত-অপভ্ৰংশ তথা অন্যান্য নব্য-ভাৰতীয় ভাষাৰ উদাহৰণবোৰৰ কাকতিৰ ৰীতিকে বাহাল ৰাখি আধুনিক অসমীয়া ৰূপবোৰত প্ৰচলিত লিপ্যন্তৰণৰ সমান্তৰালভাৱে ও ব্যৱহাৰ কৰিছে। এই একে ৰীতি উপভাষিক পাৰ্থক্যসূচক ৰূপবোৰৰ লিখনতো প্ৰয়োগ কৰা হৈছে। বিশিষ্ট ধ্বনিৰ ফলা দুখনত বৰ্ণনাত্মক ভাষাবিজ্ঞান-তত্ত্বৰ প্ৰয়োগ বিশেষভাৱে মন কৰিবলগীয়া বিষয়। তেওঁ মূল গ্ৰন্থত 'ইটালিক্‌ছ' লিখনৰো পুনৰীক্ষণ কৰিছে। প্ৰয়োজন অনুসাৰে কেতবোৰ ছেদৰ স্থান পৰিৱৰ্তন আৰু আন কিছুমানৰ নতুন নামাঙ্কনো কৰা হৈছে। মূল গ্ৰন্থত Appendix বুলি কোনো ভাগ নাছিল। গোস্বামীয়ে 'উপভাষাৰ নমুনা' আৰু গ্ৰন্থপঞ্জীখনক যথাক্ৰমে Appendix A আৰু Appendix B ৰূপে নামকৰণ কৰিছে। কিছুমান কথাৰ প্ৰয়োজনীয় ব্যাখ্যাৰ বাবে নতুনকৈ পাদটীকাও সংযোগ কৰিছে। গা-গ্ৰন্থৰ ভিতৰত নতুন কথা য'ত সংযোগ কৰা হৈছে। তাত পাঠকৰ সুবিধাৰ বাবে 'নতুন অন্তৰ্ভুক্তি' (n.e) বুলি, আৰু কোনো তথ্য সম্পৰ্কে সন্দেহ থাকিলে তাক 'সন্দেহজনক অন্তৰ্ভুক্তি (d.e) বুলি উল্লেখ কৰিছে। এনেদৰে গোস্বামীদেৱে গ্ৰন্থখনিৰ সম্পাদনা অতি সফলতাৰে আৰু পাণ্ডিত্যপূৰ্ণভাৱে সম্পাদন কৰিছে। অধ্যাপক এমেনোৱে সংশোধিত সংস্কৰণটি পঢ়ি পূৰ্বতকৈ অধিক মূল্যবান আৰু সৰ্বভাৰতীয় পৰ্যায়ৰ উৎকৃষ্ট ভাষাতাত্ত্বিক গ্ৰন্থবোৰৰ সৈতে সমমানৰ হোৱা বুলি মন্তব্য আগবঢ়োৱাটো এই প্ৰসঙ্গত উল্লেখনীয়। পণ্ডিত গৰাকীয়ে গোস্বামীৰ উক্ত কৰ্মৰো ভূয়সী প্ৰশংসা কৰিছে। এমেনোৰ দৰে চট্টোপাধ্যায় ডাঙৰীয়ায়ো গ্ৰন্থখনিৰ সংশোধিত সংস্কৰণটিয়ে সময়ৰ সৈতে ফেৰ মাৰিব পাৰিব বুলি দৃঢ়মত পোষণ কৰিছে।

সি যি কি নহওক, কাকতিয়ে তৎকালীনভাৱে প্ৰাপ্ত ভাষাতাত্ত্বিক সমলসমূহকে অৱলম্বন হিচাপে লৈ যিখন গ্ৰন্থ ৰচনা কৰিলে, সি অসমীয়া জাতীয় জীৱনত প্ৰাতঃস্মৰণীয় হৈ ৰ'ব। ইয়াৰ প্ৰথম সংস্কৰণৰ প্ৰকাশৰ প্ৰসঙ্গত অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ তৎকালীন সঞ্চালক, বিশিষ্ট বুৰঞ্জীবিদ সূৰ্য কুমাৰ ভূঞাই কাকতিৰ উল্লিখিত কৰ্মৰ সূত্ৰ ধৰি অসমৰ বিভিন্ন জনগোষ্ঠীৰ কথিত ভাষা তথা স্থানীয় উপভাষাবোৰৰ তদনুৰূপ অধ্যয়ন হ'ব বুলি যি আশা কৰিছিল, সেই আশা যে অমূলক নাছিল, তাৰ প্ৰমাণ পৰৱৰ্তী সময়ৰ ভাষাতাত্ত্বিক অধ্যয়নে দিয়ে। গবেষণাৰ বিধি-ব্যৱস্থাৰ দ্বাৰা সুনিয়ন্ত্ৰিত এই গ্ৰন্থখনক বাদ দি আজিও অসমীয়া ভাষাতত্ত্বৰ আলোচনা সম্পূৰ্ণ নহয়। গোলোকচন্দ্ৰ গোস্বামী (১৯৯০:২৫৮) ভাষাত এইখনেই প্ৰথম ভাষাবিজ্ঞানসম্মত গ্ৰন্থ য'ত অসমীয়া ভাষাটোৰ ঐতিহাসিক বিৱৰ্তনৰ বিশদ আলোচনা পোৱা যায়। প্ৰাচ্যতত্ত্ববিদ মহেশ্বৰ নেওগৰ নিম্নোক্ত মন্তব্যটিও এই প্ৰসঙ্গত প্ৰণিধানযোগ্যঃ

**This was a monumental achievement not only because it provided a** scientific basis to thw study of the Assamese Language and thus lifted it

to a higher place in the world of scholastic studies, but also because it is one of the earliest works on individual modern Indian languages (1988.12)

বিশিষ্ট ভাষাতাত্ত্বিক ডি. পি. পট্টনায়কৰ মতেও–

Although weak in descriptive material and methodology of comparative reconstructor the AFD will remain a monumental work in the historical Indo Aryan (1988-69)

মাৰ্কিন ভাষাতাত্ত্বিক এমেনোৱে 'লিঙুইষ্টিক ছ'চাইটি অব এমেৰিকা'ৰ মুখপত্ৰ Language (1942)-ত গ্ৰন্থখনক নিৰ্দিষ্ট পদ্ধতি সম্বলিত উৎকৃষ্ট সৃষ্টি আৰু কেতবোৰ বিষয়ত ই সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ গ্ৰন্থখনকো চেৰ পেলাবলৈ সমৰ্থ হোৱা বুলি স্বীকৃতি দিয়াটোৱেই ইয়াৰ শ্ৰেষ্ঠতাৰ প্ৰমাণ দাঙি ধৰে (Neog 1988:61-66)। আজিও ই অসমীয়া ভাষাৰ এক ধ্ৰুপদী গ্ৰন্থৰূপে সৰ্বজন সমাদৃত হৈ আছে।

**সহায়ক গ্ৰন্থ-তালিকা**


গোস্বামী, উপেন্দ্ৰ নাথ, ১৯৭৪-- **অসমীয়া ভাষাৰ ৰূপকথা**। মণি মাণিক প্ৰকাশ। গুৱাহাটী

গোস্বামী, গোলোকচন্দ্ৰ, ১৯৬৯-- **অসমীয়া বৰ্ণ প্ৰকাশ**। নিউ বুক ষ্টল। গুৱাহাটী

---- ১৯৯০ (১৯৮৭) -- **অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ**। বীণা লাইব্ৰেৰী। গুৱাহাটী।

বৰুৱা, বিৰিঞ্চি কুমাৰ, ১৯৭৬ (১৯৫০)-- **অসমীয়া কথা সাহিত্য, পুৰণি ভাগ**। লয়াৰ্ছ বুক ষ্টল। গুৱাহাটী

ভৰালী, দেবানন্দ, ১৯১২ -- **অসমীয়া ভাষাৰ মৌলিক বিচাৰ**। লেখক। ডিব্ৰুগড়।

মেধি, কালিৰাম, ১৯৭৮ (১৯৩৬) -- **অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব**। অসম প্ৰকাশন পৰিষদ। গুৱাহাটী।

Chatterjee, Suniti Kumar, 1971. 'John Beams the Founder of Indo-Aryan Linguistics, in **Out-lines of Indian philology and other philological papers** by John Beams Indian Studies Past and Present, Calcutta

-- 1979 (1926) **The Origin and Development of the Bengali Language**. Rupa and Company, Calcutta by arrangement with Allen & Unwin, London 3 Vols.

--- 1988: 'In Memoriam of Banikanta Kakati', in **Banikanta Kakati: The Man and his works.** Complied and edited by Tabu Taid and Ranjit Dev Goswami, Publication Board. Assam

Goswami: Upendra Nath 1988: 'Dr. Kakati's Contribution of study of Assamese Morphology', in **Banikantan Kakati: The Man and his works.**

Kakati, Banikanta, 1941: **Assamese Its Formation and Development.** DHAS. Guwahati.

--- 1987 (1962): **Assamese Its Formation and Development**. Re-

vised by Golokchandra Goswami, LBS Guwahati.

Neog, Maheswar, 1988: 'Professor Banikanta Kakati: 'The Indologist of Assam', in **Banikanta Kakati: The Man and his works.** Com and ed. by Tabu Taid and Ranjit Dev Goswami, Publication Board Assam.

Pattanayak, D.P., 1988: 'Banikanta Kakati: a Note on AFD', in **Banikanta Kakati: The Man and his works.**

Taid, Tabu, 1988: 'A Note on the Synchronic Description of Assamese Sounds in Kakati's AFD', in **Banikanta Kakati: The Man and his works.**OO

# অসম আৰু সন্ত্ৰাসবাদ

## ডা° পৰেশ চন্দ্ৰ শৰ্মা

সন্ত্ৰাসবাদ কবলিত অসমৰ বুকুত আজি যি বিষময় পৰিস্থিতিৰ উদ্ভৱ হৈছে, তালৈ চালে মনতে প্ৰশ্ন কৰিও উত্তৰ সহজতে পাবলৈ টান লাগে এনে বিষময় পৰিস্থিতিৰ সৃষ্টি কৰিব পৰা, বিষবৃক্ষজুপি অসমৰ বুকুত কোনে ৰোপন কৰিছিল আৰু সেই বিষবৃক্ষতে লগা ফল ভক্ষণ কৰি আজি কোন মৰিবলৈ ওলাইছে?

বৃটিছে ভাৰত ত্যাগ কৰাৰ সময়ত গ্ৰুপিং ব্যৱস্থাৰ সৃষ্টি কৰি, অসমক পূব পাকিস্তানৰ অন্তৰ্ভুক্ত কৰিবলৈ বিচৰা কথাটো যেনেদৰে সত্য, লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ দৰে নেতাসকলৰ যত্নত অসমক ভাৰতৰ লগত অন্তৰ্ভুক্ত কৰাটোও তেনেই সত্য। সময় বাগৰাৰ লগে লগে ভাৰত আগবাঢ়িল যদিও অসমখনক যেন তেওঁলোকে মাহী আইৰ চকুৰে চাবলৈ নেৰিলে। সেয়েহে ভাৰত স্বাধীন হোৱাৰ সময়ত বা অসম ভাৰতৰ লগত চামিল হোৱাৰ সময়ত যিচাম ৰাজনৈতিক নেতাই অসমক পূব পাকিস্তানত সোমায় ল'বলৈ বিচাৰিছিল, সেইচাম নেতাই তেতিয়াই নহ'লেও সুদূৰ ভৱিষ্যতত অসমক এখন মুছলমান, প্ৰমাণিত ৰাজ্যলৈ প্ৰবৰ্ত্তন কৰিবলৈ মনে মনে সঙ্কল্প কৰি ৰাখিছিল আৰু পূৰ্ব পাকিস্তানৰ লোকসকলক, অসম ভূমিত বাস কৰিবলৈ গোপনে উদ্‌গনি দিছিল। প্ৰাকৃতিক তথা ৰাজনৈতিক দুৰ্যোগত জৰ্জৰিত, বহুতো পাকিস্তানীলোক এনে উদ্‌গনিত আপ্লুতহৈ জীৱন আৰু জীৱিকাৰ সন্ধানত অসমৰ বুকুত থিতাপি লৈছিলহি আৰু আজিও লৈ আছে। আনহাতে পৰাক্ৰমী বৃটিছক খেদি পঠোৱাৰ পিছতো যে আন এচাম বিদেশীয়ে যে অসমখনক গ্ৰাস কৰিবলৈ লৈছে, এই কথা থলুৱা লোকসকলে নজনাকৈয়ে বহুবছৰ অতিবাহিত কৰিলে।

সত্তৰৰ পৰা আশীৰ দশকৰ ভিতৰত অসমৰ এচাম বুদ্ধিজীৱিৰ চকুত এই কথা ধৰা পৰিল। কাকতে পত্ৰই এই কথা আলোচনা হোৱাৰ পিছত, অসমৰ এন্ধাৰ ভৱিষ্যতৰ কথা-ভাবি তেতিয়াৰ ছাত্ৰসকলে বিদেশী বিতাৰণৰ বাবে প্ৰথমে অসম চৰকাৰ আৰু পিছত কেন্দ্ৰীয় চৰকাৰৰ ওচৰত আৰ্জি পেচ কৰিলে। দুয়োখন চৰকাৰে এনে আৰ্জিত গুৰুত্ব নিদিয়াত ছাত্ৰসকলে আন্দোলনৰ পথ ল'লে। সময়ত গৈ এই আন্দোলনে অসম উত্তপ্ত কৰি তুলিলে। ইয়াৰ পিছতো কেন্দ্ৰীয় চৰকাৰে আলোচনাৰ নামত লোৱা হোঁহকা-পিছলা নীতিয়ে আন্দোলনকাৰী সকলক বিক্ষুব্ধ কৰি তোলাত, শান্তিপ্ৰিয় থলুৱা, অসমীয়াই দা-কুঠাৰ, জাঠি-জোং, ধেনুকাড় আদি লৈ, ঠায়ে ঠায়ে বিদেশী বিতাৰণ কৰাৰ নামত, নৰমেধ যজ্ঞৰ আহ্বান কৰি, চিৰ সেউজ অসমৰ বুকু ৰক্ত ৰঞ্জিত কৰিলে। ফলত অসমৰ বুকু ভাতৃঘাতী কুৰুক্ষেত্ৰ বধ্যভূমিলৈ যেন পৰিবৰ্ত্তিত হ'ল। ভাৰত চৰকাৰৰ আজ্ঞাবাহী অসম প্ৰশাসনে তেতিয়া এনে আন্দোলন দমন কৰিবলৈ অসমৰ বুকুত মেলি দিলে অস্ত্ৰধাৰী পুলিচ তথা দেশীয় সেনাক

আৰু হুলক হুলেৰে কৰা মানসিকতা আগত লৈ, এচাম থলুৱা যুৱকে হাতত তুলি ল'লে সেনাৰ হাতৰ সদৃশ অস্ত্ৰ শস্ত্ৰ। তাৰে পৰিণতিত জন্ম হ'ল বহুতো উগ্ৰপন্থী সংগঠন। এনে সংগঠনৰ নাম কৈ এচাম অৰ্দ্ধশিক্ষিত যুৱকেও ভুৱা ৰূপেৰে ডকাইতি কাৰ্যত লিপ্ত হ'ল। যিবোৰক আজি আমি বিষবৃক্ষ ৰূপে চিনাক্ত কৰিব খুজিছো। শুনামতে থলুৱা চৰকাৰক ভাঙিবলৈ হেনো কিছুমান উগ্ৰপন্থী সংগঠনৰ জন্ম দিছে। কেইটামান সৰ্বভাৰতীয় ৰাজনৈতিক দলে। এনেদৰে জন্ম দিয়া সংগঠনবোৰেই আজি অসমৰ পৰিৱেশ বিষবৃক্ষৰ তল যেন কৰি তুলিছে আৰু উপচি পৰিছে তলসৰা বিষফলেৰে।

অ'ত ত'ত প্ৰকাশিত বাতৰিৰ আলমত ইয়াকো জানিব পৰা গৈছে যে বিষফলৰ জন্ম দিয়া এনে সংগঠন বা বিষবৃক্ষবোৰক হেনো ভাৰত তথা অসমৰ বৃহৎ পুঁজি-পতি চৰকাৰৰ অঙহী-বঙহী তথা অসমৰ সাধাৰণ নাগৰিকৰ, তেজ-পূজ শুহি নিজকে কোটিপতি কৰিব ওলোৱা বৃহৎ বৃহৎ কোম্পানীবোৰে সাৰ পানী দি জীয়াই ৰাখিছে আৰু উগ্ৰবাদ বঢ়াই নিয়াত সহযোগ আগবঢ়াইছে। ইয়াৰ ফলত অসম আজি স্থবিৰ হৈ পৰিছে। উন্নয়ন প্ৰক্ৰিয়া ব্যাহত হোৱাৰ বাবে সৰ্বসাধাৰণ লোকৰ হাতলৈ অৰ্থৰ সমাগম কমিছে। ৰাস্তা-ঘাট ৰেলপথ আদি বোমাৰে উৰুৱাই দিয়াৰ ফলত ৰাজ্যখনলৈ খাদ্যবস্তুৰ আমদানি কমিছে। সেয়েহে বয়বস্তুৰ দামে আকাশলঙঘী ৰূপ ধাৰণ কৰিছে (ইয়াৰ বিপৰীতে পৰিবাহিত বয়বস্তুক বীমানেৰে সুৰক্ষিত কৰি লোৱাৰ ফলত ব্যৱসায়ীৰ হাতলৈ ধনৰ সমাগম বাঢ়িছে।) ফলত সৰ্বসাধাৰণ লোকৰ ঘৰত নিশা টিপচাকিও নজ্বলা অৱস্থা হৈছে। চৰকাৰী আৰু বেচৰকাৰী সন্ত্ৰাসবাদীৰ বাবে সৰ্বসাধাৰণ লোকৰ মাজত হত্যা, ধৰ্ষণ বাঢি গৈছে। প্ৰশাসক সকলৰ মনৰ ভয়ে প্ৰশাসন চলোৱাত ব্যাঘাত জন্মাইছে। কোন চৰকাৰী কৰ্মচাৰীয়ে আজি ক'ত কি কাম কৰি আছে তাক চাবলৈকে যেন কোনো নাই। ঘৰত থাকিলে অনাহাৰত মৃত্যু হোৱাৰ ভয় আৰু ৰাস্তাত ওলায় এইবোৰৰ সপেক্ষে বা বিপক্ষে ক'লে বন্দুকৰ গুলীত প্ৰাণ যোৱাৰ ভয়। চৰকাৰী লোকে কোনো সন্ত্ৰাসবাদীক হত্যা কৰিলে সংগঠনে বন্ধ দিয়ে আৰু সংগঠনে চৰকাৰী লোকক হত্যা কৰিলে চৰকাৰে বন্ধ দিয়ে। মুঠতে সকলো কৰে যে প্ৰতিবাদৰ প্ৰধান অস্ত্ৰ হ'ল বন্ধ বা হৰতাল। তাৰ ফলত ছাত্ৰ-ছাত্ৰীসকলৰ স্কুল, কলেজ আদি বন্ধ হৈ থাকে, আৰু প্ৰজন্মৰ পিছত প্ৰজন্মলৈ পঢ়াশুনাত ব্যাঘাত হৈছে। গতিকে সত্তৰৰ দশকৰ পৰা এই দশকলৈ শিক্ষা লাভ কৰা সৰহ সংখ্যক ছাত্ৰইও পৃথিৱীত নিজৰ জ্ঞানৰ প্ৰসাৰ বৃদ্ধি কৰাত অৰিহণা যোগাব নোৱাৰিব। আৰু আমি এটা পুৰুষ পিছুৱাই গৈছো।

আমাৰ ধাৰণা হয় এনে বিষময় পৰিস্থিতি চলি থাকিলে বা সন্ত্ৰাসবাদৰ ওৰ নপৰিলে অসমৰ প্ৰায় ৯০ ভাগ থলুৱা লোকেই সমাগত কেইটামান বছৰত এনে বিষবৃক্ষৰ ফল ভক্ষণ কৰি মৃত্যুমুখলৈ আগবাঢ়ি যাব। এই ৯০ ভাগ থলুৱা লোকে কাহানিও ভবা উচিত নহয় যে মেঘে ভৰা আকাশৰ তলত থাকি আঁঠুৱা তৰিলেই তেওঁলোকে ডোকালটকা বৰষুণত নিতিতাকৈ থাকিব। কাৰণ লক্ষ্যহীন সন্ত্ৰাসবাদৰ চৰিত্ৰই হ'ল টানকৈ খুটি মাৰি এড়াল দিয়া গৰুৰ নিচিনা। জীপাল ঘাঁহনি এডৰাত টানকৈ খুটি মাৰি এটি বলধক যদি ঘাঁহ খাবলৈ দিয়া হয় তেনেহ'লে বলধটোৱে প্ৰথমতে ওখ ঘাঁহবোৰহে খায়। সেইখিনি খোৱা হ'লে তাতকৈ

চাপৰ ঘাঁহবোৰ খায়, সেইখিনিও খোৱা হ'লে মাটিত কামোৰ খায় থকা ঘাঁহখিনি খায় আৰু ওপৰৰ ঘাঁহনি শেষ হ'লে বনৰ গুৰিবোৰো খাবলৈ যত্ন কৰে যদিহে বলধটো নমৰে অথবা খুটি উভালি দিয়া নহয়। গতিকে সন্ত্ৰাসবাদৰ দৰে বিষবৃক্ষৰ ফল ভক্ষণ কৰিব লগা হোৱা অসমীয়া জাতিটোৰ বা থলুৱা লোকসকলৰ মুক্তিৰ বাবে ভাৰত তথা অসম চৰকাৰক আমি কব খোজো যে ইয়াৰ অৰ্থাৎ অসমৰ অধিবাসীসমূহ জনগোষ্ঠীৰ অন্তৰৰ ভাষা বুজিবলৈ যত্ন কৰি দুয়োখন চৰকাৰেই, সমস্যাসমূহ সমাধান কৰিবলৈ আগবাঢ়ি আহক। নিজৰ গাদী ৰক্ষাৰ মানসেৰে আলোচনাৰ নামত কৰা বহুবালিবোৰ এৰক। তেতিয়াহে হয়তো এই অঞ্চলৰ বিষবৃক্ষৰূপী সন্ত্ৰাসবাদৰ ওৰ পৰিব। নহ'লে এদিন ইয়াতেই নিশ্চিহ্ন হ'ব আৰু ভৱিষ্যতৰ বুৰঞ্জীত ভাৰতৰ জনগণেই তাৰ বাবে দায়ী হ'ব। নহ'লে লুলুপ বিদেশী ৰাজনীতিবিদৰ মনৰ কামনা পূৰ্ণ হৈ এদিন ভাৰতী আই অঙ্গীহীনা হ'ব।

শৰীৰ দহিব পৰা গ্ৰীষ্মঋতুক ঠেলি, অসমৰ বুকুলৈ হেলাৰঙে শৰত ঋতু অহাৰ দৰে সন্ত্ৰাসবাদৰ ফলত জন্ম হোৱা অশান্তি আঁতৰি অসমলৈ শান্তি ঘূৰি আহক।(): )

# প্ৰেম আৰু আসক্তিৰ দ্বন্দ্বমুখৰ কাব্যনাট্য ৰবীন্দ্ৰনাথৰ চিত্ৰাংগদা

ড° নীলমোহন ৰায়

'চিত্ৰাংগদা' কাব্যনাট্য ৰবীন্দ্ৰনাথৰ নাট্যৰীতিৰ এক অভিনৱ সংযোজন। কাব্যপ্ৰধান কাহিনীৰ মাজত নাট্যবীজৰ অংকুৰ স্থাপন কৰি এই কাব্যনাট্যখনি সৃষ্টি কৰা হৈছে। মহাভাৰতৰ আদিপৰ্বৰ অৰ্জুন-চিত্ৰাংগদাৰ পৰিণয় শীৰ্ষক কাহিনীটোৰ ছায়া অৱলম্বনত ৰচিত এই কাব্যনাট্যৰ মাজত প্ৰেমৰ বিচিত্ৰ অভিব্যক্তি প্ৰকাশ কৰা হৈছে। ৰোমাণ্টিকপ্ৰেমৰ উন্মাদহাৰ্দ্য আসক্তিৰে আৰম্ভ কৰি ভোগবিৰতিৰ আত্মিকপ্ৰেমৰ শুচিস্নিগ্ধ পৰিণতিৰে 'চিত্ৰাংগদা' কাব্যনাট্যৰ সামৰণি মৰা হৈছে।

নাটকখনিৰ নায়িকা চিত্ৰাংগদা মণিপুৰৰ ৰাজনন্দিনী। পুত্ৰহীন হোৱা কাৰণেই দেউতাকে চিত্ৰাংগদাক পুৰুষৰ সাজ-পাৰ পিন্ধাই, ধনুৰ্বিদ্যা, অস্ত্ৰবিদ্যা শিকাই ৰাজকাৰ্যত দীক্ষিতা কৰি তোলে। একে কাৰণতে চিত্ৰাংগদাই ৰাজঅন্তেষপুৰত নাথাকি ৰাজকাৰ্যৰ বাবে পুৰুষৰ আচাৰ-আচৰণ গ্ৰহণ কৰি আৰু স্বভাব চৰিত্ৰ আহৰণ কৰি বীৰশ্ৰেষ্ঠ অৰ্জুনক পৰাভূত কৰি নিজে বীৰত্বৰ গৌৰৱেৰে গৌৰৱান্বিত হোৱাৰ যি মানস কৰিছিল, মৃগয়ালৈ গৈ হঠাৎ এক বিচিত্ৰৰূপত অৰ্জুনক দেখাৰ পিচত প্ৰথমদৃষ্টিতে তেওঁৰ সেই সংকল্প অন্তৰ্হিত হ'ল। শৌৰ্য-বীৰ্যত সমুন্নত হোৱা সত্ত্বেও তেওঁ যে নাৰী আৰু অৰ্জুন যে পুৰুষ এইভাব মনলৈ আহিল। অৰ্জুনক দেখিয়েই তেওঁৰ ওচৰত আত্মসমৰ্পণৰ এক দুৰন্ত বাসনা জন্মিল। ইমানদিনে অৱদমিত কৰি ৰখা নাৰীসত্তা পোন প্ৰথমবাৰৰ কাৰণে জাগ্ৰত হ'ল চিত্ৰাংগদাৰ হৃদয়ত। পুৰুষৰ বেশ ত্যাগ কৰি তেওঁ সাধাৰণ নাৰীৰ বেশেৰে অৰ্জুনৰ ওচৰলৈ গৈ প্ৰেম ভিক্ষা কৰিলে; কিন্তু 'ব্ৰহ্মচাৰীব্ৰতধাৰী আমি পৰিযোগ্য নহে বৰাংগনে' বুলি কৈ অৰ্জুনে তেওঁক প্ৰত্যাখ্যান কৰিলে। অৰ্জুনৰ এই অৱজ্ঞাত চিত্ৰাংগদা মৰ্মাহত হ'ল। কিয়নো নিজৰ ৰূপ নাথাকিলেও তেওঁৰ যে আনতকৈ অধিক গুণ আছিল সেই সম্পৰ্কে তেওঁ যথেষ্ট আত্মসচেতন আছিল:

"....যেমন সহস্ৰ নাৰী পথে গৃহে
চাৰিদিকে, শুধু ক্ৰন্দনেৰ অধিকাৰী,
তাৰচেয়ে বেশি নাই আমি?"

এবাৰ অন্তৰৰসেই অনন্য সম্পদৰাজি অৰ্জুনক দেখুৱাব পাৰিলে নিশ্চয় তেওঁ মুগ্ধ হ'ব– আপ্লুত হ'ব। কিন্তু ই অতি সময়সাপেক্ষ অৰ্জুন জানো চিৰকাল থাকিব এই মণিপুৰ ৰাজ্যত? সেয়ে অনন্যসুন্দৰ দেহ লাৱণ্যেৰে অৰ্জুনক আপ্লুত কৰিব লাগিব অনতিবিলম্বে। এই ভাবনাৰে উদ্দীপিতা হৈ মদন আৰু বসন্তৰ ওচৰলৈ গৈ তেওঁলোকক সন্তুষ্ট কৰি চিত্ৰাংগদাই লাভ কৰিলে এবছৰ স্থায়ী হ'ব পৰাকৈ অতুল ৰূপ-ঐশ্বৰ্য। চিত্ৰাংগদাৰ সদ্যোত্তিন্নযৌৱনা ৰূপ দেখি ব্ৰহ্মচাৰী অৰ্জুনৰ অন্তৰত দুৰন্ত বাসনা জাগ্ৰত হ'ল। মুহূৰ্ততে

তেওঁ পাহৰি গ'ল তেওঁ যে 'অৰ্জুন'; ভাৰতবিজয়ী ব্ৰহ্মচাৰী অৰ্জুন। তেওঁ কোনোধৰণৰ আগ-পিছ নুগুনি কামোন্মত্ত পুৰুষৰ দৰে চিত্ৰাংগদাক আহ্বান জনালে। ইমান সহজতে অৰ্জুনৰ এই আত্মবিস্মৃতি আৰু নাৰীৰূপৰ ওচৰত আত্মসমৰ্পণ কৰাটো চিত্ৰাংগদাই ভাল নাপালে। চিত্ৰাংগদা ক্ষুব্ধ হ'ল। তেওঁ ক্ষোভেৰে অৰ্জুনক কৈছেঃ

"...ধিক্, পাৰ্থ ধিক্!
কে আমি, কি আছে মোৰ, কী দেখেছ তুমি,
কি জান আমাৰে। কাৰ লাগি আপনাৰে
হতেছ বিস্মৃত। মুহূৰ্তেকে সত্যভঙ্গ
কৰি অৰ্জুনেৰে কৰিতেছ অনৰ্জুন
কাৰ তৰে?"

চিত্ৰাংগদাৰ হঠাৎ এনে ভাবান্তৰৰ কাৰণ সাধাৰণ পাঠকৰ কাৰণে নিশ্চয় দুৰ্বোধ্য। কিয়নো অৰ্জুনক এইদৰে ৰূপজমোহেৰে মোহবিষ্ট কৰি লাভ কৰাৰ বাবেই জানো চিত্ৰাংগদাই দেৱতাক তুষ্ট কৰি অতুল ৰূপ আহৰণ কৰা নাই? তেন্তে অৰ্জুনৰ এই আত্মসমৰ্পণত কুপিতা হৈ তেওঁক ধিক্কাৰ দিয়াৰ কাৰণ কি? ৰূপজমোহেৰে অৰ্জুনক আপ্লুত কৰি পিছত ধীৰে ধীৰে অন্তৰস্থ গুণৰাশিৰে অৰ্জুনক চিৰদিনৰ বাবে ভালপোৱাৰ নিগড়েৰে বন্দী কৰাৰ যি কৌশল চিত্ৰাংগদাই ৰচনা কৰিছিল সেইমতেই দেখোন ৰূপৰ জালত অৰ্জুন বন্দী হ'ল। ইয়াৰ পিছত ভালপোৱাৰ অনাবিলতাৰে অৰ্জুনৰ হৃদয় ৰাজ্য অধিকাৰ কৰিবলৈ অগ্ৰসৰ হোৱাৰ কথা। কিন্তু তাকে নকৰি তেওঁৰ অভীষ্ট কাৰ্য সম্পাদন কৰা অৰ্জুনৰ প্ৰতি ক্ষিপ্ত হৈ উঠাৰ অন্তৰালত কি কাৰণ থাকিব পাৰে? ধাৰণা হয় চিত্ৰাংগদাই নিজে ৰচনা কৰা ছলনাৰ কৌশলটো নিজৰ দ্বাৰাই সমৰ্থিত নাছিল। তেওঁৰ সুপ্ত-সত্তাই সেই কাৰণে ফলাফললৈ অপেক্ষা নকৰি অসহিষ্ণু হৈ উঠিছে আৰু অৰ্জুনৰ এনে অনৰ্জুনসুলভ কামক ধিক্কাৰ দিছে। চিত্ৰাংগদাৰ সুপ্তসত্তাই অভীষ্ট সিদ্ধিৰ কাৰণেই এই মুহূৰ্তত লজ্জিত আৰু অপমানিত বোধ কৰিব নালাগিছিল, কিয়নো প্ৰথমবাৰ হৃদয় সঞ্জাত প্ৰেম নিবেদন কৰি লজ্জিত আৰু অপমানিত হোৱাৰ বাবেই এই ৰূপজ-খেল তেওঁ আৰম্ভ কৰিছিল। এই ক্ষেত্ৰত তেওঁ কৃতকাৰ্যও হৈছে, সেয়ে ৰূপৰ ওচৰত অৰ্জুনৰ আত্মসমৰ্পণত তেওঁ ক্ষুব্ধ নহৈ বিজয়িনীৰ গৰ্বত গৰ্বিতাহে হ'ব লাগিছিল। প্ৰেমৰ ক্ষেত্ৰত এনেধৰণৰ ছলনা তথা কলা-কৌশল প্ৰয়োগৰ ৰীতি-নৈতিক দিশৰ পৰা সমৰ্থন যোগ্য নহ'লেও মনঃসমীক্ষাৰ ফালৰ পৰা নিশ্চয় অস্বীকৃত নহয়।

অৰ্জুনৰ আচৰণো এইক্ষেত্ৰত কিঞ্চিৎ অপ্ৰত্যাশিত যেন লাগে। ৰূপৰ প্ৰাবল্য বিমানেই নাথাকক কিয় তপস্বী অৰ্জুনৰ কাৰণে ইমান সোনকালে পূৰ্বাপৰ চিন্তা নকৰাকৈ উৰাউল হৈ উঠাটো অবিশ্বাস্যধৰণৰ। চিত্ৰাংগদাক দেখি অৰ্জুনৰ আত্মহাৰা ভাব এনেদৰে প্ৰকট হৈ উঠিছেঃ

"....খ্যাতি মিথ্যা, বীৰ্য মিথ্যা, আজ বুঝিয়াছি। আজ মোৰে সপ্তলোক স্বপ্ন মনে হয়। শুধু একা পূৰ্ণ তুমি, সৰ্ব তুমি, বিশ্বেৰ ঐশ্বৰ্য তুমি এক নাৰী সকল দৈন্যেৰ তুমি মহা অৱসান, সকল কৰ্মেৰ তুমি বিশ্ৰামৰূপিনী।"

যৌনসত্তাৰৰ প্ৰতি সৰ্বাত্মক গুৰুত্ব আৰোপ কৰি এগৰাকী নাৰীৰ কামনাৰ বলি হোৱা, সেই নাৰীকেই জীৱনৰ সৰ্বস্ব বুলি অনুভৱ কৰা কথা পুৰুষ-ৰাজ্যত বিৰল নহয়, কিন্তু

পুৰুষোত্তম অৰ্জুনে (যিয়ে অপসৰা শ্ৰেষ্ঠা ভুবনমোহিনী উৰ্বশীৰ কামনাবিহুল আহ্বানকো প্ৰত্যাখ্যান কৰিছিল) এগৰাকী উদ্ভিন্নযৌৱনা নাৰীৰ ৰূপ দেখি 'সকল দৈন্যেৰ মহা অৱসান' বুলি কোৱাটো সঁচাকৈয়ে বিস্ময় উদ্ৰেককাৰী। এগৰাকী নাৰীৰ মাজত বিশ্বৰ সকলো সম্পদ থাকিব পাৰে; ইতিপূৰ্বে এইগৰাকী নাৰীয়েই হৃদয়ৰ সকলো সৌন্দৰ্যক লৈ অৰ্জুনৰ ওচৰত প্ৰেম নিবেদন কৰি প্ৰত্যাখ্যাতা হৈছিল। সেয়ে ইয়াত ব্ৰহ্মচাৰী অৰ্জুনৰ কামান্ধ ৰূপটোহে প্ৰকট হৈ উঠা দেখা যায়, যিটো চিত্ৰাংগদাই সমূলি বিচৰা নাছিল। চিত্ৰাংগদাই বিচাৰিছিল প্ৰেমিক অৰ্জুনক, তাৰ সলনি পালে কামাৰ্তপুৰুষক। সেইকাৰণেই চিত্ৰাংগদাই অৰ্জুনক ধিক্কাৰ দিছে; প্ৰেম আৰু নাৰীত্বৰ অৱমানতাত মৰ্মাহত হৈ অৰ্জুনক উভতি যাবলৈ কৈছে।

তথাপি কামাৰ্ত বুলি জানিও অৰ্জুনক চিত্ৰাংগদাই সম্পূৰ্ণৰূপে বৰ্জন কৰিব নোৱাৰিলে। চিত্ৰাংগদাৰ এই মুহূৰ্তত উপলব্ধি হৈছে যে তেওঁৰ অন্তৰ প্ৰেমৰ-সম্ভাৰেৰে পৰিপূৰ্ণ হ'লেও তেৰোঁ কামনা-বাসনাকেই আশ্ৰয় কৰি গঢ়ি উঠা তেজ-মঙহৰ শৰীৰধাৰিণী নাৰীৰ দেহ-সৌন্দৰ্যক সম্পূৰ্ণৰূপে অপাংক্তেয় বুলি ভাবিবলৈ চিত্ৰাংগদাই ইচ্ছা নকৰিলে। আনহাতে কামাৰ্ত হ'লেও অৰ্জুন অৰ্জুনেই; আন কোনো কামাৰ্ত পুৰুষৰ সৈতে তেওঁ তুলনীয় নহয়। সৰ্বোপৰি তেওঁলোক উভয়েই ৰূপানলত দগ্ধ দুই নাৰী-পুৰুষ। সেয়ে অৰ্জুন যেতিয়া উভতি আহিল কামনাৰ ঊৰ্ধমুখী শিখা হৈ, তেতিয়া চিত্ৰাংগদাৰ দেহতো স্বাভাৱিকতে সেই কামানলে স্পৰ্শ কৰিলেঃ

"দাঁড়ানু উঠিয়া। মিথ্যা শৰম সংকোচ
খসিয়া পড়িল শ্লথ বসনেৰ মতো
পদতলে। শুনিলাম, 'প্ৰিয়ে প্ৰিয়তমে।'
গম্ভীৰ আহ্বানে, মোৰ এক দেহ মাঝে
জন্ম জন্ম শতজন্ম উঠিল জাগিয়া।
কহিলাম, 'লহো লহো, যাগা কিছু আছে
সব লহো জীৱনবল্লভ!' দুই বাহু
দিলাম বাড়ায়ে। চন্দ্ৰ অস্ত গেল বনে,
অন্ধকাৰে ঝাঁপিল মেদিনী। স্বৰ্গ মৰ্ত্য
দেশকাল দুঃখ সুখ জীৱন মৰণ
অচেতন হয়ে গেল অসহ্য পুলকে।"

এই ঘটনাৰ পিছত চিত্ৰাংগদাৰ মনলৈ আকৌ সংঘাত নামি আহিছে। স্বৰ্গ-মৰ্ত্য, দেশকাল দুঃখ সুখ আৰু জীৱন মৰণ অসহ্য পুলকত একাকাৰ হৈ যোৱা অৱস্থাটোক তেওঁ একমাত্ৰ শাৰীৰিক উত্তেজনা বুলিয়েই ভাবিবলৈ ধৰিলে। তেওঁৰ অন্তৰঙ্গ প্ৰেমৰ প্ৰতিভূ 'আমি' বঞ্চিত হ'ল বুলি তেওঁৰ অন্তৰত আক্ষেপ গুজৰি উঠিল। তেওঁ অন্তৰ আৰু বাহিৰৰ, মন আৰু দেহৰ দ্বন্দ্বত মন পৰাজিত হ'ল বুলি হীনমন্যা হৈ পৰিল। বাহিৰ অৰ্থাৎ দেহক তেওঁ সতিনী বুলি অনুভৱ কৰিলে। কিন্তু প্ৰকৃততে নৰ-নাৰীৰ মিলনৰ মদিৰ মুহূৰ্তত দেহ আৰু মনৰ মাজত এই ভেদ অনুভৱ কৰাটো সম্ভৱ নহয়। দেহক বাদ দি মিলনৰ এই নিবিড় মুহূৰ্ত গঢ়ি উঠা সম্ভৱ নহয়। অথচ নাট্যকাৰে এক স্বতন্ত্ৰ দৃষ্টিভংগীৰে দেহ আৰু মনৰ এটি স্পষ্ট ভেদৰেখা অংকন কৰিছে। এই সম্পৰ্কে 'চিত্ৰাংগদা'ৰ সূচনাত তেওঁ কৈছেঃ

"সেই সংগে কেনজানি হঠাৎ আমাৰ মনে হ'ল

সুন্দৰী যুৱতী যদি অনুভৱ কৰে যে তাৰ যৌৱনেৰ
মায়া দিয়ে প্ৰেমিকেৰ হৃদয় ভুলিয়েছে তাহলে
সে তাৰ সুৰূপকেই আপন সৌভাগ্যেৰ মুখ্য
অংশে ভাগ বসাবাৰ অভিযোগে সতিন
বলে ধিক্কাৰ দিতে পাৰে।" (চিত্ৰাংগদাৰ ভূমিকা)

অথচ প্ৰেমৰ ক্ষেত্ৰত দেহৰ সৈতে মনৰ স্বীকৃতি প্ৰদানৰ নিদৰ্শন ৰবীন্দ্ৰ সাহিত্যৰ ধৰাতলত বিৰল নহয়। প্ৰেমৰ যথাৰ্থ স্বৰূপ নিৰ্ণয়ৰ ক্ষেত্ৰতো এই দুই উপাদানৰ সাযুজ্যক স্বীকাৰ কৰা হয়। ৰবীন্দ্ৰ বিশেষজ্ঞ আবু সয়ীদ আইয়ুবে প্ৰেমৰ স্বৰূপ সম্পৰ্কে ঠিকেই কৈছেঃ "কামনাৰ সংগে শ্ৰদ্ধা, ৰূপমুগ্ধতাৰ সংগে গুণমুগ্ধতা, শৰীৰেৰ মূল্যবোধৰ সংগে ব্যক্তিস্বৰূপেৰ মূল্যবোধ অবিশ্লেষ্য সাযুজ্য লাভ কৰে যে অমূল্য ৰসানুভূতি দানা বাঁধে তাই প্ৰকৃত প্ৰেম, পৰিপূৰ্ণ প্ৰম।" (পান্থজনেৰ সখা, পৃঃ ১১৬) 'চিত্ৰাংগদা'ত কিন্তু ৰবীন্দ্ৰনাথে বাহ্য সৌন্দৰ্যক অসত্য আৰু অপাংক্তেয় বুলি কৈ হৃদয়ৰ সৌন্দৰ্যৰাশিকেই একমাত্ৰ স্থায়ী আৰু সত্য বুলি প্ৰতিপন্ন কৰিলে।

চিত্ৰাংগদাই অৰ্জুনৰ মন পোৱাৰ কাৰণে দেৱতাৰ পৰা ধাৰ কৰি লোৱা ৰূপেৰে যি মায়াজাল বিস্তাৰ কৰিছিল, সেই জালত প্ৰত্যাশিত ধৰণেই অৰ্জুন ধৰা পৰিছে। কিন্তু চিত্ৰাংগদাৰ মুখ্য উদ্দেশ্য আছিল অৰ্জুনক আকণ্ঠ ভৰাই ৰূপৰ মদিৰা পান কৰোৱাৰ পিছত ক্ৰমে তেওঁৰ মনোৰাজ্যত প্ৰৱেশ কৰাৰ। চিত্ৰাংগদাই জানিছিল ৰূপজ-প্ৰেমৰ আসক্তি দীৰ্ঘস্থায়ী নহয়। ভৱামতে কাৰ্যও হ'ল। দিনৰ পিছত দিন দৈহিক লাৱণ্যসুধা পান কৰি অৰ্জুন অতিষ্ঠ হৈ পৰিল। তেওঁ কামনাৰ দীপ্তশিখা এই নাৰীক গৃহৰ মংগলবেদীত প্ৰতিষ্ঠা কৰাৰ বাবে লোকলয়লৈ লৈ যোৱাৰ প্ৰস্তাৱ দিলে। কিন্তু চিত্ৰাংগদাই এই প্ৰস্তাৱত সম্মতি নিদিলে। তেওঁ বিচাৰিছে আৰু কিছুদিন যাওঁক, অৰ্জুন সম্পূৰ্ণৰূপে কামনা-বাসনাৰ ঊৰ্দ্ধত উঠক।

দিন যোৱাৰ লগে লগে অৰ্জুনৰ শ্ৰান্তি আৰু ক্লান্তি চূড়ান্ত পৰ্যায়লৈ উঠিল। তেওঁৰ মনত চিত্ৰাংগদা সম্পৰ্কে বিবিধ ভাৱনাই খেলা কৰিব ধৰিলে। ইমানদিনে চিত্ৰাংগদাৰ দেহ ৰাজ্যত বিচৰণ কৰি তেওঁ হৃদয় ৰাজ্যক আওকাণ কৰি আছিল। দেহকেই তেওঁ সকলো দৈন্য আৰু 'মহা অৱসান' বুলি গণ্য কৰিছিল। এতিয়া প্ৰথমবাৰৰ কাৰণে তেওঁৰ মানস-দিগন্তত উদ্ভাসিত হৈ উঠিল চিত্ৰাংগদাৰ মনোৰাজ্যৰ বিবিধ বৰ্ণালী। তেওঁ চিত্ৰাংগদাৰ লঘু কোমল দেহৰ অন্তৰালত থকা হৃদয়ৰাজ্যক মনঃচক্ষুৰে চাবলৈ ধৰিলে। কামনা বিমুক্ত অন্তৰেৰে তেওঁ উপলব্ধি কৰিলে চিত্ৰাংগদাৰ হৃদয় লাৱণ্যক। তেওঁ কামনাৰ ৰক্তিমবেদীত ফুটি উঠিল শুচিস্নিগ্ধ প্ৰেমৰ শতদল। তেওঁৰ সকলো অৱসাদ-বিষাদ আঁতৰি গ'ল। তেওঁ যেন নৱজীৱন লাভ কৰিলে। এইদৰেই আৰম্ভ হ'ল তেওঁৰ প্ৰেম পৰিক্ৰমাৰ নতুন অধ্যায়। নাটকখন শেষ হোৱাৰ আগতে চিত্ৰাংগদাই ঘোষণা কৰা তেওঁৰ স্বৰূপ প্ৰকাশক অংগীকাৰখিনি অৰ্জুনৰ বাবে অভাৱনীয়, লগতে অতিৰিক্ত লাভ। চিত্ৰাংগদাই কৈছে

"..... আমি চিত্ৰাংগদা
দেৱী নহি, নহি আমি সামান্য ৰমণী
পূজা কৰি ৰাখিবে মাথায়, সেও আমি
নহি; অৱহেলা কৰি পুষিয়া ৰাখিবে
পিছে, সেও আমি নহি। যদি পাৰ্শ্বে ৰাখ

মোৰে সংকটৰ পথে; দুৰূহ চিন্তাৰ
যদি অংশ দাও, যদি অনুমতি কৰ
কঠিন ব্ৰতেৰ তব সহায় হইতে,
যদি সুখে দুঃখ মোৰে কৰ সহচৰী,
আমাৰ পাইবে পৰিচয়।"

'চিত্ৰাংগদা' কাব্য নাট্যৰ মাজেৰে ভাৰতীয় ঐতিহ্যবাহী কবি ৰবীন্দ্ৰনাথে ঐতিহ্যবোধৰ কবি কালিদাসৰ দৰেই যুগপৎ ভোগ আৰু ভোগবিৰতিৰ প্ৰেমাদৰ্শ ফুটাই তুলিছে। দেহজ উন্মত্ত-আসক্তি আৰু ৰূপ-যৌৱন ভোগৰ স্পৃহাৰ বিপৰীতে প্ৰেমৰ শান্ত-সমাহিত কল্যাণময় ৰূপটোৱেই যে স্থায়ী আৰু শ্ৰেষ্ঠ তাকো প্ৰতিপন্ন কৰিছে। দৈহিক-সৌন্দৰ্য আৰু দেহ-সম্ভোগক কালিদাসৰ দৰেই ৰবীন্দ্ৰনাথেও উপেক্ষা কৰা নাই, কিন্তু ইয়েই যে প্ৰেমৰ শাশ্বত, অন্তিমৰূপ নহয় সেই কথাও কালিদাসৰ দৰেই তেওঁ বিবিধ কাব্য-নাটকত দেখুৱাইছে। উভয় কবিয়েই ভোগৰ পিছত ভোগবিৰতিৰ মাজেৰে কাব্য নাটকৰ পৰিণতি দেখুৱাইছে। কালিদাসে দুষ্মন্ত-শকুন্তলাৰ উন্মত্ত-আসক্তিৰ অন্তত ভোগৰহিত কল্যাণময়ী মাতৃৰূপ প্ৰদৰ্শন কৰোৱাৰ দৰেই 'চিত্ৰাংগদা'তো দুৰন্ত-দুৰ্নিবাৰ আসক্তিৰ পিছত চিত্ৰাংগদাক মাতৃৰূপেই প্ৰতিষ্ঠা কৰা হৈছে। চিত্ৰাংগদাৰ অন্তিমবাণীত সেই কথা মূৰ্ত হৈ উঠিছেঃ

"............গৰ্ভে
আমি ধৰেছি যে সন্তান তোমাৰ, যদি
পুত্ৰ হয়, আশৈশব বীৰশিক্ষা দিয়ে
দ্বিতীয় অৰ্জুন কৰি তাৰে একদিন
পাঠাইয়া দিব যবে পিতাৰ চৰণে--
তখন জানিবে মোৰে, প্ৰিয়তম।"

কাব্য হিচাপে 'চিত্ৰাংগদা' ৰবীন্দ্ৰনাথৰ অনবদ্য সৃষ্টি। এখন উৎকৃষ্ট নাটকৰ থাকিবলগীয়া দ্বন্দ্ব-সংঘাত, উৎকণ্ঠা আৰু গতিময় সংলাপো 'চিত্ৰাংগদা'ত বিৰাজিত। অৱশ্যে নাটকখনৰ প্ৰকাশভংগী কাব্য আৰু নাট্যৰূপৰ মাজত দোদুল্যমান হৈ থকাৰ কাৰণে সম্পূৰ্ণ কাব্যৰূপে অথবা সম্পূৰ্ণ নাটকৰূপে ইয়াৰ ৰস আস্বাদন কৰাত কিঞ্চিৎ অসুবিধা হয়। তথাপি এক স্বকীয়ধাৰাৰ নাট্যৰূপ হিচাপে 'চিত্ৰাংগদা' কাব্যনাটৰ আবেদন চিৰকালীন আৰু অনন্য সাধাৰণ হৈয়েই ৰ'ব।OO

# মিচিং গাঁৱত এজন মিপাক

## ডাঃ ৰেজাউল কৰিম

সংখ্যালঘু বুলিলে সমগ্ৰ অসমৰ লোকে অকল অভিবাসী মুছলমানক বুজাৰ দৰে চৰ-চাপৰিবাসী বুলিলেও অভিবাসী মুছলমান বুলিয়ে ভুল কৰে। অৱশ্যে যুক্তিৰ আগত এই ভুল ভাগিলেও চৰ-চাপৰিবাসী অন্যান্য জনগোষ্ঠীয়ে নিজকে চাপৰিবাসী বুলি পৰিচয় দিয়াৰ সলনি স্ব-গোষ্ঠীৰ নামেৰেই পৰিচয় দিয়ে। আনহাতে, অভিবাসী অসমীয়া মুছলমানসকলে নিজকে সংখ্যালঘু অথবা চৰবাসী বুলি স্বেচ্ছাই পৰিচয় দিয়ে বাবে তেওঁলোকক অসমৰ অনেক জনগোষ্ঠীয়ে সংখ্যাত সৰহ হোৱাৰ পিছতো অথবা চহৰ, নগৰ আৰু বাজহ গাঁৱত বসবাস কৰাৰ পিছতো সংখ্যালঘু অথবা চৰ-চাপৰিবাসী হৈ আছে। অভিজ্ঞতা অতি কম হ'লেও ব্যক্তিগতভাৱে আমি ভাবো যে, গোষ্ঠীগত বৈশিষ্ট্যৰ পিনৰ পৰা অসমৰ মিচিং জনগোষ্ঠীৰ লোকসকলহে প্ৰকৃত চৰবাসী জনগোষ্ঠী। আজিৰ দিনটোত আনুমানিক প্ৰায় ১৪/১৫লাখ জনসংখ্যাৰ এই জনগোষ্ঠীটোৰ পছন্দৰ বসতিস্থল হৈছে নৈপৰীয়া অঞ্চলসমূহ। স্বেচ্ছায় নৈৰ পাৰত বাস কৰি ভাল পোৱা জনগোষ্ঠীটোৰ বিপৰীতে অভিবাসী মুছলমানসকল অসমলৈ প্ৰব্ৰজন কৰি আহোতে পৰিকল্পিতভাৱে জনসংযোগ বিচ্ছিন্ন অঞ্চলৰূপে খ্যাত হাবি-জংঘল অথবা চৰ-চাপৰিত বসবাস কৰিবলৈ অনুমতি দিয়া হৈছিল। এই বিশেষ কাৰণটোৰ বাবে স্বেচ্ছায় বসতিৰ বাবে বাছি লোৱা জনগোষ্ঠীটোক চৰবাসী বুলি ক'লে বেছি যুক্তিসংগত হয়। খুব সম্ভৱ নৈপৰীয়া অঞ্চলৰ লোকসকলৰ বাবে পানী আৰু নদী আশীৰ্বাদ আৰু অভিশাপ স্বৰূপ। আমি নামনি অসমৰ মানুহে পানীৰ আশীৰ্বাদ আৰু অভিশাপ দুয়োটাই দেখিছো যদিও মিচিং জনগোষ্ঠীৰ স'তে কোনো বিশেষ পৰিচয় নাছিল। বিভিন্ন জনগোষ্ঠীক একেবাৰে ওচৰৰ পৰা চোৱাৰ বাবে 'চেকুলাৰ ফৰাম, অসম' নামৰ সামাজিক-সাংস্কৃতিক সংগঠনটোৰে লোৱা বিভিন্ন আঁচনিৰ সুবাদতে মলপতে চকুৱাখনা মহকুমাৰ অন্তৰ্গত কেবাখনো মিচিং গাঁও ভ্ৰমণ কৰাৰ মৰম লগা অভিজ্ঞতা হৈছিল। সেই অভিজ্ঞতাৰ মাজৰ পৰা বিশেষ দুটামান উল্লেখযোগ্য দিশ এই প্ৰবন্ধটোত উল্লেখ কৰিব খুজিছো। এই আলোচনা সম্পূৰ্ণ ব্যক্তিগত মতামতৰ ওপৰত ভিত্তি কৰি বৰ্ণনা কৰা হৈছে।

নক'লেও হ'ব যে পৃথিৱীৰ সকলো চুকৰ গাঁওবোৰতে সুকীয়া বিশেষত্ব আছে। চহৰ অঞ্চলৰ জীৱন ব্যক্তিকেন্দ্ৰিক হোৱাৰ বিপৰীতে গ্ৰামাঞ্চলৰ ব্যক্তিগত জীৱনো সমাজকেন্দ্ৰিক মানুহৰ জীৱনৰ প্ৰকৃত ৰং অকল গাঁৱতহে পোৱা যায়। এই সত্যৰ ভীত ধৰিয়ে ক'ব পাৰি যে কোনো জনগোষ্ঠীৰ সামাজিক জীৱন আৰু কৃষ্টি-সংস্কৃতি প্ৰত্যক্ষ কৰিব খুজিলে গাঁৱলৈ নোযোৱাকৈ সেই আশা পূৰণ কৰা অসম্ভৱ। অসমৰ বিবোধ বিভিন্ন জনগোষ্ঠীৰ মূল অসমীয়া সমাজৰ সাধাৰণ আচাৰ বিচাৰতকৈ কিছু পাৰ্থক্য আছে সেইবোৰৰ ভিতৰত মিচিং জনগোষ্ঠীও অন্যতম। এই বিশেষ পাৰ্থক্যসমূহ প্ৰত্যক্ষ কৰিব নোৱাৰিলে গোটেই জনগোষ্ঠীটোৰ সৈতে প্ৰকৃত অৰ্থত চিনাকি আধৰুৱা হৈ ৰয়। আনহাতে, চহৰ অথবা নগৰত মিচিং জনগোষ্ঠীৰ বিশেষ বৈশিষ্ট্যসমূহ দেখা পোৱা অসম্ভৱ প্ৰায়। নৈপৰীয়া হোৱা বাবেই প্ৰায়বোৰ মিচিং গাঁৱলৈ যাবলৈ কোনো সুচল পথ নাই। ধুনিয়াৰি বাটত সন্ধিয়াৰ পিছত

পোহৰ বিলাবলৈ আকাশৰ চন্দ্ৰৰ বাহিৰে দ্বিতীয় কোনো বিকল্প নাই। মিচিং গাঁৱত সন্ধিয়াতে নামি অহা অন্ধকাৰৰ ফাঁকে ফাঁকে জ্বলি থকা টিপ চাকিবোৰে ভাবপ্ৰৱণ কোনো ব্যক্তিক ক্ষন্তেকৰ বাবে হ'লেও কৃত্ৰিম পৃথিৱীখনৰ জটিলতাৰ পৰা আঁতৰি প্ৰকৃত মানুহৰ পৃথিৱীত মুক্ত বিচৰণ কৰাব পাৰে। হয়তো কোনো লোকে এনেকুৱা অতি স্বাভাবিক পৰিস্থিতিত পৰি কাব্য ৰচনা কৰাৰ প্ৰেৰণাও পাব পাৰে। কিন্তু যি চাকিয়ে নিজৰ পোহৰ বিচ্ছুৰিত কৰি চাংঘৰৰ বেৰৰ ফাকেৰে বাহিৰলৈ খেদি পঠিয়াই সেই ফাকেৰেই বাধাহীনভাবে সোমাই আহে হিম চেঁচা ফিৰফিৰিয়া বতাহ। যিয়ে চাংঘৰৰ ডেকা, গাভৰু, কেঁচুৱা, অথবা বৃদ্ধক জোঁকাৰি যায় নিষ্ঠুৰভাৱে। যুগ যুগ ধৰি এৰিব নোৱাৰা কৃষ্টিক জীয়াই ৰাখিবলৈ যাওঁতে আজিৰ দিনৰ গ্ৰামাঞ্চলৰ মিচিং জনগোষ্ঠী আধুনিক যুগৰ উন্নত সুবিধাৰ পৰা দুখ লগাকৈ বঞ্চিত। জীৱন ধাৰণৰ প্ৰথম প্ৰয়োজন পানীটুপি মিচিংসকলে গাঁৱৰ নদীখনৰ পৰাই সংগ্ৰহ কৰিছিল বুলিয়ে আজিও মিচিং গাঁৱত নদী, নাদ অথবা কুঁৱাৰ বহুল প্ৰচলন নথকাটো গোটেই জনগোষ্ঠীৰ অনগ্ৰসৰতাকেই সূচায়। এই অনগ্ৰসৰতাকে অনেকে নিজৰ জীৱনৰ সাফল্যৰ বাবে সাৰ পানী দি জীয়াই ৰাখিছে।

এই সূক্ষ্ম অনুভূতিবোৰ বাদ দিয়ে যিখন মিচিং সমাজ চকুত পৰে সেয়া হৈছে এখন ৰাঙীয়াল মানুহৰ সমাজ। অসমৰ কোনো জনগোষ্ঠীৰ মাজতে চাগে মিচিংসকলৰ দৰে খোলা মনৰ মানুহ নাই। ঘৰত গৃহস্থ থকা নথকাটো প্ৰতিটো জনগোষ্ঠীৰ মহিলাৰ বাবে অচিনাকি অতিথিক সোধপোচ কৰাৰ বাবে অন্তৰায় হ'লেও গাঁৱৰ সহজ-সৰল মিচিং মহিলাৰ বাবে নহয়। অন্ততঃ এই বিশ্বাস ঘৃণাসুঁতি বাগমৰা গাঁৱৰ ধৰ্মানন্দ মিলিৰ ভাইবোৱাৰী নিত্যানন্দ মিলিৰ পত্নী পল্লৱী মিলিক লগ পোৱাৰ পিছত দৃঢ় হৈছে। মিচিং জনগোষ্ঠীৰ চাংঘৰবোৰৰ বিশেষ বৈশিষ্ট্য আছে। সাধাৰণ শ্ৰেণীৰ লোকৰ চাংঘৰবোৰৰ ভিতৰখন কোনো আঁৰ-বেৰ নোহোৱা হলৰ দৰে। আমি অনেক চাংঘৰৰ ভিতৰত ছাগলী থকাও দেখিছো। আমাক কোৱা হৈছিল যে কোনো লোকেই চাংঘৰৰ ভিতৰত চেণ্ডেল জোতা আদি নিনিয়ে। আমিও নিয়া নাছিলো। প্ৰকৃততে প্ৰতিঘৰ হিন্দু মানুহৰ ঘৰত একোটাকৈ গোসাঁই ঘৰ থাকে। মিচিংসকলক হিন্দু বোলা হয় যদিও তেওঁলোকৰ ঘৰত কোনো গোসাঁই ঘৰ নাই। চাঙৰ ওপৰত থকা জুহালকে তেওঁলোকে পবিত্ৰ জ্ঞান কৰে। সেয়ে তালৈ কোনেও জোতা বা চেণ্ডেল পিন্ধি নাযায়। এই জুহালক মেৰাম বোলে। এটা সময় আছিল যি সময়ত চাংঘৰৰ ভিতৰত অনা মিচিং বা মিপাকসকলৰ প্ৰবেশ নিষিদ্ধ আছিল। অকল অনা মিচিঙেই নহয় মিচিংসকলৰ দুই প্ৰধান ভাগ দহগাম আৰু বাৰেগামৰ ইটো ফৈদে সিটো ফৈদক চাঙত উঠিব নিদিছিল। এয়া আছিল উচ্চ আৰু নীচৰ বাধা। আজিৰ দিনত সেই বাধা আঁতৰিল যাৰ বাবে আমাৰ দৰে মিপাক এজনো চাঙৰ ওপৰত অতিথিৰ মৰ্যাদা পাইছিল। অতিথি সৎকাৰ বুলিলে ঘৰৰ গিৰিহঁতৰ গাত তৎ নাইকিয়া হয়। আপং বা ঘৰত তৈয়াৰী মদ হৈছে আলহী সোধাৰ একমাত্ৰ খাদ্য। আমি যি তিনিদিন মিচিং গাঁৱত বিভিন্ন ব্যক্তিৰ সান্নিধ্যত বিভিন্ন বিষয় আলোচনা কৰিছিলো সেইকেইদিনত একমাত্ৰ দাংধৰা গাঁৱৰ গাওঁবুঢ়া ধনবৰ পাতিৰৰ ঘৰৰ বাহিৰে ক'তো একাপ চাহ বচা দেখা পোৱা নাছিলো। গৃহস্থই অতি ভক্তি সহকাৰে আপং (বগা আপং অথবা ডেকা আপং আৰু ছাইমদ বা ছাই আপং) ভৰ্তি বাটিটো দুহাতেৰে ধৰি 'কৃষ্ণ কৃষ্ণ বুলি একপ্ৰকাৰ আঁঠুকাঢ়ি আগবঢ়ায়। কোনো লোকে আপং গ্ৰহণ নকৰিলে এসময়ত গৃহস্থক অপমান কৰা বুজাইছিল যদিও বৰ্তমানে সেই ধাৰণা যথেষ্ট শিথিল হৈছে।

প্ৰথম যি ঘৰত আমি সোমাইছিলো সেই ঘৰটোত কিছুদিন আগেয়ে মৃতকৰ শ্ৰাদ্ধ বা দদ্‌গাম হৈ গৈছিল। সেইবাবে চাংঘৰটোত এক বিশাল আকৃতিৰ পংৰৰ বা ছাইমদ ছেকনি তেতিয়াও মজুদ আছিল। ৰঙা-চিঙা পৰা এজাক গাভৰুৱে তেতিয়া চাংঘৰটোত ছাইমদৰ জুতি লৈ আপোন পাহৰা হৈ আছিল। গম পাইছিলো সেই আটাইকেইজনী গাভৰুৱে লিখা-পঢ়া কৰা। এৰা, এই কথা ভাবিবলৈ টান লাগে চাংঘৰত কোনো ধৰণৰ টেবুল, চকী অথবা বিচনা ৰখাৰ সুবিধা নাই, কোঠালি নথকা ঘৰবোৰত সামান্য গোপনীয়তাও নাই, নাই কোনো আলহী সোধাৰ সুকীয়া ঠাই, অথচ, যিয়ে যেতিয়াই আহিছে তেতিয়াই চলিছে আপঙৰ আতিথ্য। এনেকুৱা পৰিবেশ কোনোপধ্যেই লিখা-পঢ়াৰ বাবে উপযুক্ত নহয়। আমাৰ দৃঢ় ধাৰণা মিচিং জনগোষ্ঠীৰ বৰ্তমানৰ শিক্ষিত লোকৰ তালিকাখন কোনোপধ্যেই চুটি নহ'লেও ইয়াতকৈ অনেক দীঘল তালিকাৰ বৃহৎ সংখ্যক মেধাশক্তিৰ মিচিং লোক উপৰোক্ত পৰিবেশৰ বলি হৈ শিক্ষা-দীক্ষা সামৰিব লগা হৈছে। এই সত্য হয়তো সমাজ আৰু সংস্কৃতিৰ নিকপকপীয়া বন্ধনত পৰি লুকাই থাকিব লগা হৈছে। যদি এয়ে সত্য তেনেহ'লে আমাৰ বোধেৰে ই মিচিং সমাজৰ বাবে দুৰ্ভাগ্য। কাৰণ আমি উপলব্ধি কৰিছিলো স্বচ্ছল আৰ্থিক অৱস্থাৰ অথবা শিক্ষিত পৰিয়ালবোৰত চাংঘৰ থাকিলেও সেইবোৰ অসমৰ অইন অঞ্চলৰ ঘৰবোৰৰ দৰে পঢ়া-শুনা কৰিব পৰাকৈ সুকীয়া কোঠালি থকা। এই ব্যৱস্থাই শিক্ষিত চামক গতিশীল আৰু অধিক শিক্ষিত কৰি নিয়াৰ বিপৰীতে অইনচামক ৰক্ষণশীল আৰু অশিক্ষিত কৰি ৰখাৰ সুবিধাহে কৰি দিছে। আমি ভাবো পিছপৰা মিচিং অঞ্চলবোৰত পঢ়াৰ পৰিবেশ গঢ়ি তুলিবলৈ অভিভাৱসকলে নিজৰ ঘৰখন সাজোঁতে ল'ৰা ছোৱালীক পঢ়িবলৈ দিবলৈ অলপমান আছুতীয়া ঠাই কৰি দিব লাগে

আপং অথবা ঘৰুৱা মদ মিচিংসকলৰ বাবে পবিত্ৰ বস্তু। এই ধাৰণাৰ ওপৰত মন্তব্য দিবলৈ আমি অপাৰগ। কিন্তু অতি কম সময়ৰ ভিতৰতে মোৰ মনত ভুমুকি মৰা দুটামান প্ৰশ্ন ইয়াত উত্থাপন কৰাটো উচিত বুলি ভাবিছো। বিভিন্ন মহলৰ সৈতে মত বিনিময় কৰি গম পাইছিলো যে তিনি-চাৰি কেজি চাউল সিজালে একলহ আপং তৈয়াৰ কৰিব পাৰি। একলহ আপং ১২/১৩ জন মানুহে খাব পাৰে। বছৰটোৰ বাৰমাহত এই পৰ্ব চলি থাকে বাবে উৎপাদিত ধানৰ বেছি অংশ অকল আপং তৈয়াৰ কৰোতেই খৰচ হয়। বানাক্ৰান্ত হৈ খেতি নহ'লে নিজৰ খোৱা খাদ্যৰ অভাৱৰ কথা ভবাৰ আগতে পৰম্পৰা ৰক্ষা কৰি পেটিত গামোচা মাৰি আপঙৰ কথাহে ভাবিব লাগে। আনহাতে, আজিৰ দিনটোত যিমান যুক্তি দিলেও এই কথা নুই কৰিব নোৱাৰি যে একাংশ মিচিং লোক আপঙৰ প্ৰতি আসক্ত হৈ সাংসাৰিক কামৰ প্ৰতি উদাসীন হৈ পৰে। ইয়াৰ লগতে আমাৰ সেই বিশেষ যাত্ৰাটোত আন এটা কথাও ওলাইছিল যে একমাত্ৰ আপঙৰ প্ৰতি বিৰোধ ভাব থকা বাবেই এতিয়াও চুবুৰীয়া অনেক অনামিচিং লোকে সততে মিচিং অঞ্চলৰ সৈতে মানসিক সম্পৰ্ক গঢ়ি নোতোলে। সত্য কথা ক'বলৈ গ'লে ব্যক্তিগতভাৱে মই নিজকে যথেষ্ট মুকলি মনৰ মানুহ বুলি ভবাৰ পিছতো এই এটা মাত্ৰ বিশেষ বিষয়ত উজুতি খাব লগা হৈছিল। কাৰণ, মোৰ বাবে আপং এনে এবিধ অপ্ৰিয় পানীয় যাক মই পান কৰিব নিবিচাৰো। আনহাতে, মিচিং সমাজৰ সৈতে চিনাকি হোৱাৰ কোনো অৱকাশো এৰিব নোখোজো। মোৰ বিশ্বাস অসমত মোৰ এই মানসিকতাৰ সৈতে সাদৃশ্য থকা এনে অনেক লোক পোৱা যাব। সমাজৰ ধৰ্মীয় পৰম্পৰা ত্যাগ কৰাটো কেতিয়াও সম্প্ৰীতিৰ চাবেকী হ'ব নোৱাৰে। মিচিংসকলেও অসমৰ অন্য মিচিং

লোকৰ সৈতে ঘনিষ্ঠতা বঢ়াবলৈ আপং ত্যাগ কৰিব লাগে বুলি উপদেশ দিব নোৱাৰো। কিন্তু প্ৰত্যেক জনগোষ্ঠীৰ লোকে নিজা নিজা পৰম্পৰাক উপযুক্ত স্থানত ৰাখিও সম্প্ৰীতিৰ এনাজৰী মজবুত কৰিব পাৰে। এই দৃষ্টিভংগীৰে ক'ব খোজো আপং ব্যৱহাৰ নকৰা লোকক যদি আপং আগবঢ়োৱা নহয় তেনেহ'লে অনা মিচিং আপং ব্যৱহাৰ নকৰা লোক কেতিয়াও ক্ষুণ্ণ নহয় লগতে গৃহস্থয়ো কেতিয়াও হীনমান্য হোৱা বুলি ভাবিব নালাগে। এই ব্যৱস্থাই কিছু পৰিমাণে হ'লেও অনামিচিংসকলক মিচিং সমাজৰ ওচৰ চপাই আনিব। তদুপৰি মিচিং সমাজখনতেই যদি ক্ৰমান্বয়ে আপঙৰ ব্যৱহাৰ নিজৰ পৰিয়াল আৰু উৎসৱ পাৰ্বণত সীমাবদ্ধ হৈ থাকে তেনেহ'লে আজিৰ দিনটোত অকৰ্মণ্য হৈ বহি থকা শ্ৰমশক্তিৰ অধিকাৰী কৰ্মঠ জাতিটো আৰু অলপ আগুৱাই যাব পাৰিব বুলি মনে ধৰে। পৃথিৱীৰ বুকুত অনেক জাতি-উপজাতি যিদৰে বিভিন্ন সময়ত জাহ গৈছে সেইদৰে বিভিন্ন সংস্কাৰো লুপ্ত হৈ গৈছে। বিভিন্ন সংস্কৃতিৰ সংস্কাৰ সাধনো হৈছে। তেনেস্থলত মিচিং সমাজৰ সামান্য অগ্ৰগতিৰ বাবে এই পদক্ষেপ অগ্ৰাহ্য কৰিব লগা বুলি মনে নধৰে।OO

# অসমীয়া উপন্যাস সাহিত্যৰ সংক্ষিপ্ত পৰিচয়

ড° প্ৰফুল্ল কুমাৰ নাথ

উনবিংশ শতিকাৰ শেষভাগত অসমীয়া উপন্যাস সাহিত্যৰ জন্ম হোৱা বুলিব পাৰি। ১৮৭৬ চনত খ্ৰিষ্টীয়ান মিছনেৰীসকলৰ দ্বাৰা ছপাশাল স্থাপন আৰু 'অৰুণোদই' নামৰ মাহেকীয়া কাকতৰ প্ৰকাশে অসমীয়া জনগণক কিছু পৰিমাণে সচেতন কৰি তুলিলে। লগে লগে বঙ্গীয় সাহিত্যৰ প্ৰতিপত্তি আৰু বিকাশে সেই জাগৰণত সহায় কৰিলে। অসমীয়া উপন্যাসৰ প্ৰস্তুতি পৰ্বতে 'কামিনীকান্ত', 'এলোকেশী বেশ্যাৰ বিষয়', 'যাত্ৰিকৰ যাত্ৰা', 'ফুলমণি আৰু কৰুণা' আদি বিভিন্ন উপন্যাস ধৰ্মী ৰচনাৰ সৃষ্টি হৈছিল। কিন্তু উপন্যাস ৰচনাৰ বাবে প্ৰয়োজনীয় বাস্তৱ দৃষ্টিভঙ্গীৰ অভাৱৰ হেতুকে গ্ৰন্থকেইখন প্ৰকৃত উপন্যাসৰ শাৰীলৈ উঠিব পৰা নাছিল। উৎকট প্ৰচাৰধৰ্মী মনোভাৱে গ্ৰন্থকেইখনক প্ৰকৃত উপন্যাসৰ শাৰীলৈ উঠাত বাধা দিছে।

হেমচন্দ্ৰ বৰুৱাৰ 'বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰী'তে উপন্যাস ৰচনাৰ বাবে এটি বাস্তৱ দৃষ্টিভঙ্গী পৰিলক্ষিত হয়। কিন্তু তীব্ৰ ব্যঙ্গ প্ৰিয়তাই গ্ৰন্থখনিৰ কলাত্মক দিশটোক বেয়াকৈ আঘাত হানাত সিও উপন্যাসৰ শাৰীলৈ উঠিব পৰা নাই। উপন্যাস যিহেতু একপ্ৰকাৰ কলা, গতিকে কলাত্মক সৌন্দৰ্য পৰিস্ফুট কৰি তোলাটোৱেই ঔপন্যাসিকৰ লক্ষ্য হোৱা উচিত।

পাশ্চাত্য ভাবাদৰ্শেৰে আধুনিক উপন্যাস সাহিত্যই 'জোনাকী', 'বিজুলী' আদি কাকতৰ জৰিয়তে আত্মপ্ৰকাশ লাভ কৰে। প্ৰকৃতাৰ্থত ক'বলৈ গ'লে উনবিংশ শতিকাৰ শেষ দশকতহে অসমীয়া উপন্যাসৰ জন্ম হয়। পদ্মনাথ গোহাঞি বৰুৱাৰ 'ভানুমতী' (১৮৯১) অসমীয়া সাহিত্যৰ প্ৰথম উপন্যাস। উপন্যাসখন পাৰিবাৰিক ঘটনাৰ শোভাযুক্ত প্ৰকাশ। ঘটনাৰ সমাহাৰ থাকিলেও উপন্যাসখনত চৰিত্ৰৰ মনোবিশ্লেষণৰ প্ৰয়াস দেখা নাযায়। তেওঁৰ 'লাহৰী'ত দুটা সমান্তৰাল প্ৰেমাখ্যান পোৱা যায়।

ঐতিহাসিক সমলৰ ওপৰত ভিত্তি কৰি ৰচনা কৰা লক্ষ্মীনাথ বেজবৰুৱাৰ 'পদুম কুঁৱৰী'ক প্ৰথম অসমীয়া প্ৰতীকধৰ্মী উপন্যাস বুলিব পাৰি উপন্যাসখনিত লেখকে কবিপ্ৰসিদ্ধিৰ আশ্ৰয় লৈছে।

ৰজনীকান্ত বৰদলৈৰ 'মিৰিজীয়ৰী' জনজাতীয় জীৱনক কেন্দ্ৰ কৰি লিখা এখনি পূৰ্ণাঙ্গ বাস্তৱধৰ্মী সামাজিক উপন্যাস। মিচিং জনজাতিৰ সহজ-সৰল ডেকা-গাভৰু জাঙি আৰু পানেইৰ আশৈশৱ প্ৰীতিৰ শোকাবহ পৰিণতিয়েই উপন্যাসখনৰ মূল বিষয়বস্তু।

ৰজনীকান্ত বৰদলৈৰ উপন্যাসসমূহৰ মাজত অতীত অসমৰ ইতিহাসৰ বহুতো অপ্ৰকাশিত কথাই প্ৰকাশিত হৈছে। অসমৰ শৌৰ্য-বীৰ্য, সামাজিক ৰীতি-নীতি, মানৰ আক্ৰমণ, মোৱামৰীয়াৰ বিদ্ৰোহ, আদি বিভিন্ন কথাই তেওঁৰ উপন্যাসত ভূমুকি মাৰিছে। স্বদেশ আৰু স্বজাতিৰ প্ৰতি বৰদলৈৰ মোহ আৰু ভাৰতীয় আধ্যাত্ম চিন্তাই তেওঁৰ উপন্যাস ৰচনাৰ মূল ভেটি। সেয়ে ভাৰতীয় দৰ্শন, জন্মান্তৰবাদ, কৰ্মফলবাদ আদিৰ প্ৰভাৱেৰে তেওঁৰ

উপন্যাসৰাজি পৰিপুষ্ট হৈ উঠিছে। বৰদলৈয়ে প্ৰায়েই ইপুৰীত মিলন নোহোৱা নায়ক-নায়িকাৰ সিপুৰীত মিলন দেখুৱাইছে মৃত্যুৰ যোগেদি।

হিতেশ্বৰ বৰবৰুৱাৰ 'মালিতা' প্ৰথম মহাযুদ্ধৰ সমকালীন ৰচনা। গল্পকাৰ শৰৎ চন্দ্ৰ গোস্বামীয়ে ঐতিহাসিক পাণিপথৰ যুদ্ধৰ আধাৰত তেওঁৰ একমাত্ৰ উপন্যাস 'পাণিপথ' ৰচনা কৰে। ঘটনাৰ পটভূমি ঐতিহাসিক হ'লেও কাহিনীৰ সমল সৰহভাগেই কাল্পনিক। হৰিনাৰায়ণ দত্তবৰুৱাৰ 'চিত্ৰদৰ্শন' (১৯৩১) এই শতিকাৰ চতুৰ্থ দশকৰ এখন লেখত ল'বলগীয়া বুৰঞ্জীমূলক উপন্যাস।

১৯০৫ চনত প্ৰকাশিত হৰেশ্বৰ শৰ্মাৰ 'কুসুম কুমাৰী' এখন উল্লেখযোগ্য প্ৰেমমূলক উপন্যাস। উপন্যাসখনত চৰিত্ৰসৃষ্টিৰ প্ৰয়াস দেখা নাযায়। দুযোৰা প্ৰেমিক-প্ৰেমিকাৰ প্ৰণয়ঘটিত ঘটনাই উপন্যাসখনত ঠাই পাইছে। নবীনচন্দ্ৰ ভট্টাচাৰ্যৰ 'চন্দ্ৰপ্ৰভা' (১৯০৮) এই শতিকাৰ প্ৰথম দশকৰ প্ৰথম সামাজিক উপন্যাসিকা। ইয়াক উপন্যাস নুবুলি এটি দীঘলীয়া গল্প বুলিবও পাৰি। চিন্তাহৰণ পাটগিৰিৰ 'সংসাৰ চিত্ৰ'ত পাৰিবাৰিক জীৱনৰ কৰুণ, ব্যথাভৰা চিত্ৰ অংকন কৰা হৈছে। অমূল্য আৰু প্ৰতিমা নামৰ এযোৰা নব-বিবাহিতা দম্পতিক কেন্দ্ৰ কৰি উপন্যাসখনিৰ কাহিনীভাগ গঢ লৈ উঠিছে।

দণ্ডীধৰ সোণোৱালৰ 'চপলা' (১৯২২) আৰু 'যুগলমূৰ্তি' উপন্যাসত মানব জীৱনৰ সৰলতাৰ চিত্ৰ অঙ্কিত হৈছে। স্নেহলতা বৰুৱাৰ 'বীণা' (১৯২৬) আৰু 'বেমেজালি'ত পাৰিবাৰিক জীৱনৰ খুঁতি-নাতিৰ চিত্ৰ অঙ্কিত হৈছে।

দ্বিতীয় মহাসমৰৰ আগৰ এগৰাকী মহিলা ঔপন্যাসিকা হ'ল চন্দ্ৰ প্ৰভা শইকীয়ানী। তেওঁৰ 'পিতৃভিঠা' মাধৱী নামৰ এগৰাকী যুৱতীৰ ত্যাগৰ বৰ্ণনা যদিও উপন্যাসখনৰ শেষছোৱা কৃত্ৰিম কৰি তোলা হৈছে।

১৯২০-৪০ খ্ৰীষ্টাব্দৰ ভিতৰত যি কেইজন ঔপন্যাসিকে উপন্যাস ৰচনা কৰিছে, তেওঁলোকৰ ভিতৰত দৈৱচন্দ্ৰ তালুকদাৰ আৰু দণ্ডিনাথ কলিতাই প্ৰধান। এওঁলোকৰ উপন্যাসত সমাজ সমালোচনাই প্ৰধান ঠাই অধিকাৰ কৰিছে। তেওঁ 'ফুল' উপন্যাসত লেখকৰ কল্পনাৰ চপলতা আৰু ভাব-বিলাসিতা লক্ষ্য কৰা যায়। তেওঁৰ 'সাধনা' (১৯২৮) এখন শ্ৰেষ্ঠ উপন্যাস। উপন্যাসখনত লেখকৰ সংস্কাৰকামী মনোভাৱৰ পৰিচয় পোৱা যায়। 'আবিষ্কাৰ'ত লেখকৰ আদৰ্শবাদী মনৰ পৰিচয় ফুটি উঠিছে।

তেওঁৰ 'গণবিপ্লৱ' মোৱামৰীয়া বিদ্ৰোহৰ ভেটিত ৰচিত। উপন্যাসখনত ঐতিহাসিক নিৰপেক্ষতা দৃষ্টিগোচৰ নহয়।

দৈৱচন্দ্ৰ তালুকদাৰৰ প্ৰথম ৰচনা 'ধুঁৱলী-কুঁৱলী'ত লেখকৰ অনভিজ্ঞ হাতৰ পৰশ লক্ষ্য কৰা যায়। উপন্যাসখনত ডেকা-যৌৱনৰ ৰোমাণ্টিক ভাব-বিলাসৰ পৰিচয় ফুটি উঠিছে। তালুকদাৰৰ দ্বিতীয় উপন্যাস 'আগ্নেয়গিৰি'ত (১৯২৪) সামাজিক সমস্যা এটি সহজভাৱে ফুটাই তুলিবলৈ চেষ্টা কৰা হৈছে। কাহিনী ৰচনাত জটিলতা নাথাকিলেও দুই-এটি আসোঁৱাহ নথকা নহয়। ভাৰতীয় জাতীয় আন্দোলন— বিশেষকৈ অসহযোগ আন্দোলনৰ ওপৰত ভিত্তি কৰি তেওঁ 'অপূৰ্ণ' নামৰ উপন্যাসখন ৰচনা কৰে। উপন্যাসখনত লেখকৰ গান্ধীবাদী দৰ্শনৰ প্ৰভাৱ লক্ষ্য কৰা যায়। 'দুনীয়া' (১৯৬১) তেওঁৰ শেহতীয়া উপন্যাস।

দৈৱচন্দ্ৰ তালুকদাৰৰ উপন্যাস কেইখনত আদৰ্শ-প্ৰচাৰ আৰু প্ৰতিষ্ঠাৰ ক্ষেত্ৰত

অত্যধিক গুৰুত্ব দিয়া বাবে উপন্যাসৰ মাজৰ মানৱীয় চৰিত্ৰসমূহৰ বিকাশ সাধন সম্ভৱ হৈ উঠা নাই। এওঁৰ উপন্যাস দণ্ডিনাথ কলিতাৰ উপন্যাসতকৈ দুৰ্বল। তালুকদাৰৰ উপন্যাসত অসমীয়া জাতিৰ জাতীয় অস্তিত্বৰ সংৰক্ষণৰ প্ৰতি আস্থাৰ লগতে গান্ধীজীৰ আদৰ্শৰ প্ৰতি লেখকৰ অনুৰাগ লক্ষ্য কৰা যায়। দুয়োগৰাকী লেখকৰ উপন্যাসতে আদৰ্শই অগ্ৰাধিকাৰ পাইছে যদিও জীৱনবোধৰ গভীৰতা কোনোখন উপন্যাসতে গভীৰভাৱে অনুভূত নহয়।

দীননাথ শৰ্মাই উপন্যাস ৰচনাৰ ক্ষেত্ৰত তেওঁৰ পূৰ্বসূৰীসকলৰ পৰা আঁতৰি আহিছে। সমাজৰ বিভিন্ন শ্ৰেণীৰ নৰ-নাৰীৰ, সুখ-দুখ আশা-আকাংক্ষাক সহানুভূতিৰে দাঙি ধৰিবলৈ কৰা প্ৰয়াস তেওঁৰ ৰচনাতে প্ৰথম পৰিলক্ষিত হয়। তথাপিও জীৱনবোধৰ গভীৰতা তেওঁৰ উপন্যাসত দেখা নাযায়। তেওঁৰ 'উষা', 'সংগ্ৰাম', 'নদাই' আদি উল্লেখযোগ্য উপন্যাস।

অসমীয়া সামাজিক উপন্যাসৰ পূৰ্ণ বিকশিত ৰূপৰ নিদৰ্শন হৈছে বীণা বৰুৱাৰ 'জীৱনৰ বাটত'। এইখন উপন্যাসত অসমীয়া গাঁৱলীয়া জীৱনৰ ৰীতি-নীতি, উৎসৱ পাৰ্বন, খোৱা-বোৱা, ঘৰ-দুৱাৰ, আচাৰ-ব্যৱহাৰ আদিৰ পূৰ্ণাঙ্গ চিন পোৱা যায়। উপন্যাসখনত লেখকৰ নিৰ্লিপ্ততা, বৰ্ণনাৰ সংযম, উপযুক্ত পৰিৱেশ চিত্ৰণ আৰু অসমীয়া জনগণৰ প্ৰাণৰ স্পন্দন লক্ষ্য কৰা যায়। উপন্যাসখনৰ তগৰ চৰিত্ৰটো এটা অনুপম চৰিত্ৰ।

একে লেখকৰে ৰাস্না বৰুৱা ছদ্মনামত লেখা 'সেউজী পাতৰ কাহিনী' অসমৰ চাহ বাগিচাৰ পটভূমিত লেখা এখন উৎকৃষ্ট উপন্যাস। উপন্যাসখনত কম পৰিসৰৰ ভিতৰতে লেখকে চাহ-বাগিচাৰ বনুৱা জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোন আৰু জৈৱিক আশা আকাংক্ষাৰ কথা ফুটাই তুলিবলৈ সক্ষম হৈছে। উপন্যাসখনৰ আকৰ্ষণীয় চৰিত্ৰ হ'ল চাহাবৰ ঔৰসত বনুৱা তিৰোতাৰ গৰ্ভত জন্মলাভ কৰা দৰদী অন্তৰৰ বালিকা চনিয়া। চাই বুদ্ধিমতী, সৰল আৰু সংকোচহীনা। চাহ-বাগিচাৰ জীৱনৰ ওপৰত লেখা অসমীয়া উপন্যাসৰ ভিতৰত এইখন নিঃসন্দেহে শ্ৰেষ্ঠ উপন্যাস

পৃথিৱীজুৰি হোৱা দ্বিতীয় মহাসমৰৰ ধ্বংসলীলাই সৃষ্টি কৰা অৰ্থনৈতিক সংকট আৰু মানুহৰ ভৱিষ্যৎ সম্পৰ্কীয় অনিশ্চয়তাই সাহিত্যৰ গতিপথ সলনি কৰি দিলে। মহম্মদ পিয়াৰৰ 'প্ৰীতি উপহাৰ', 'সংগ্ৰাম', 'মৰহা পাপৰি', 'জীৱন নৈৰ জীঁজ', 'হেৰোৱা স্বৰ্গ', আদি উপন্যাসসমূহত মধ্যবিত্ত শ্ৰেণীৰ আশা-আকাংক্ষাৰ প্ৰকাশৰ প্ৰতি লেখকৰ প্ৰচেষ্টা পৰিলক্ষিত হয়। গভীৰ জীৱনবোধৰ পৰিচয় নাথাকিলেও তেওঁৰ উপন্যাসতে প্ৰথমে যুদ্ধ যুগৰ ভ্ৰষ্ট নৈতিকতা আৰু মানসিক দীনতাৰ পৰিচয় ফুটি উঠিছে।

অসমীয়া উপন্যাস সাহিত্যাই উল্লেখযোগ্য প্ৰগতি লাভ কৰে স্বাধীনতাৰ পাছৰ পৰাহে। স্বাধীনতাৰ পৰৱৰ্তীকালৰ ব্যৱসায় বাণিজ্যৰ প্ৰসাৰ, শিল্প উদ্যোগৰ প্ৰভাৱ, জনসংখ্যা বৃদ্ধি, বিজ্ঞানৰ নতুন আৱিষ্কাৰ, শিক্ষা-দীক্ষাৰ প্ৰসাৰ, ব্যক্তি স্বাতন্ত্ৰ্যৰ জাগৰণ ইত্যাদি বিভিন্ন কাৰণত ওঠৰ শতিকাত ইংলেণ্ডৰ দৰে ভাৰততো উপন্যাস সাহিত্যৰ সৃষ্টিৰ বাবে অনুকূল পৰিৱেশৰ সৃষ্টি হয়।

বিংশ শতাব্দীৰ দ্বিতীয় অৰ্ধৰ উপন্যাসসমূহত লেখকে এটা কাহিনী উপস্থাপন কৰাতে ব্যস্ত নাথাকি নিজৰ অধ্যয়ন বা অভিজ্ঞতাকো কাহিনীত ৰূপ দিয়াৰ বাবে চেষ্টা কৰা দেখা যায়। মনস্তাত্ত্বিক ভিত্তিত চৰিত্ৰ বিশ্লেষণ, নতুন সমাজ ব্যৱস্থাৰ প্ৰভাৱ, মানুহৰ অন্তৰ্জগ

চৰিত্ৰ বিশ্লেষণ, নতুন সমাজ ব্যৱস্থাৰ প্ৰভাৱ, বিকৃত যৌন-জীৱনৰ প্ৰচেষ্টা, নিম্ন-মধ্যবিত্তৰ জীৱনৰ বিভিন্ন সমস্যাৰ প্ৰতি লেখকৰ সজাগ দৃষ্টি আদিয়ে এই সময়ছোৱাৰ উপন্যাসসমূহত লেখকৰ সমাজ জীৱন সম্পৰ্কীয় সজাগতা আৰু গভীৰ জীৱনবোধৰ পৰিচয় দাঙি ধৰিছে।

দ্বিতীয় মহাযুদ্ধই পৃথিৱীৰ অন্যান্য দেশৰ দৰে অসমকো স্পৰ্শ কৰি যায়। মহম্মদ পিয়াৰৰ 'জীৱন নৈৰ জাঁজি'ত যুদ্ধই কেনেকৈ সাধাৰণ নাগৰিকৰ জীৱনৰ ওপৰত প্ৰভাৱ পেলায় তাৰ ইংগিত পোৱা যায়। যোগেশ দাসৰ 'ডাৱৰ আৰু নাই' একমাত্ৰ অসমীয়া যুদ্ধ বিষয়ক মৌলিক উপন্যাস। উজনি অসমৰ চাহ বাগিচা অধ্যুষিত ডুমডুমা অঞ্চলৰ খেৰজান চাহ বাগিচাৰ সীমাৰ মাজত থকা মানুহখিনিৰ যুদ্ধৰ প্ৰভাৱে ঘটোৱা মানসিক ধ্যান-ধাৰণাৰ পৰিৱৰ্তন, নৈতিক স্খলন, যুদ্ধৰ ভয়াবহ প্ৰভাৱত আত্মপ্ৰত্যয় হেৰুওৱা মানুহৰ জীৱনৰ অৱসাদ আৰু গ্লানি— গেৰেলা, গৌৰী আৰু অনুপমাৰ মাজেদি উদঙাই দেখুওৱাৰ উপৰিও যুদ্ধৰ প্ৰত্যক্ষ প্ৰভাৱৰ পৰা আঁতৰি থকা বাখৰ, ভীম, নিজামহঁতৰ চৰিত্ৰৰ মাজেদি বিবেক আৰু বিশ্বাসৰ সবলতাও প্ৰদৰ্শন কৰা হৈছে। ৰাম্না বৰুৱাৰ 'সেউজী পাতৰ কাহিনী'ৰ পাছত চাহবাগিচাৰ পটভূমিত নিৰ্মিত সেই সময়ৰ উপন্যাসৰাজিৰ মাজত এইখনেই একমাত্ৰ উপন্যাস। দাসৰ পৰৱৰ্তী উপন্যাসসমূহত মধ্যবিত্ত জীৱনৰ আশা-আকাংক্ষা ফুটাই তুলিবলৈ চেষ্টা কৰা হৈছে, কিন্তু প্ৰথমখনৰ দৰে ভাৱৰ গভীৰতা তেওঁৰ পৰৱৰ্তী উপন্যাসমূহত পৰিলক্ষিত নহয়।

১৯৬২ চনত চীন-ভাৰতৰ সংঘৰ্ষৰ পটভূমিত বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই 'শতঘ্নী' উপন্যাস লিখি উলিয়ায়। কিন্তু, যুদ্ধৰ প্ৰত্যক্ষ বৰ্ণনা ইয়াত নাই। উপন্যাসখনত কাহিনীৰ দুৰ্বলতা আৰু উপস্থাপন ৰীতিৰ শিথিলতা বাৰুকৈয়ে উপলব্ধি কৰা যায়।

ৰাধিকা মোহন গোস্বামীয়ে মধ্যবিত্ত অসমীয়া সমাজৰ নৈতিক অৱক্ষয়ৰ ওপৰত ভিত্তি কৰি উপন্যাস ৰচনা কৰে। তেওঁৰ 'চাকনৈয়া'ত বাস্তৱ সমস্যা জৰ্জৰিত এখন সমাজৰ চিন পোৱা যায়। তেওঁৰ দ্বিতীয় উপন্যাস 'বা-মাৰলী'ত কাহিনী কোৱাৰ প্ৰৱণতা অধিকভাৱে পৰিলক্ষিত হয়।

ৰোহিণী কুমাৰ কাকতিৰ 'শেঁতা ৰ'দ', 'এক নক্ষত্ৰৰ নিশা' আদিত ব্যক্তি জীৱনৰ কিছুমান সমস্যা দাঙি ধৰিবৰ প্ৰয়াস কৰা হৈছে। 'সূৰ্যৰেখা'ত গাঁও আৰু নগৰীয়া উভয় সমাজৰ চিত্ৰ প্ৰতিফলিত হৈছে। আধুনিক শিক্ষাৰ প্ৰসাৰ, যাতায়াত ব্যৱস্থাৰ উন্নতি আদিৰ ফলত গাঁৱলীয়া জীৱনৰ পুৰণি মূল্যবোধৰ ওপৰত কুঠাৰঘাত পৰিছে। গাঁৱৰ সৰল, অনাড়ম্বৰ গাম্ভীৰ্য আৰু সৰল স্নেহ-প্ৰীতিয়ে চিৰবিদায় লৈছে। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'আই' উপন্যাসখনত ঢেকীয়া খোৱা গাঁৱৰ ঘাঁহনি দৰাৰ ওপৰেদি বাগৰি যোৱা বতাহ ছাটিয়ে এই পৰিৱৰ্তনৰ দৃষ্টিও বহন কৰিছে।

দীন নাথ শৰ্মাৰ 'নদাই'ত মাটি আৰু মানুহৰ নিবিড় সম্পৰ্ক স্থাপিত হোৱাৰ দৰে ঘন গগৈৰ 'সোণৰ নাঙল' আৰু 'ভূমি কন্যা'ৰ মাজতো খেতিয়ক জীৱনৰ সৈতে মাটিৰ সম্পৰ্কৰ নিবিড়তা উপলব্ধি হয়। হিতেশ ডেকাৰ 'আজিৰ মানুহ', 'এয়েতো জীৱন', 'আচল মানুহ' 'ভাৰাঘৰ', 'নতুন পথ' আদি উপন্যাসসমূহৰ ভিতৰত 'আজিৰ মানুহ', 'এয়েতো জীৱন' 'আচল মানুহ', 'ভাৰাঘৰ', 'নতুন পথ' আদি উপন্যাসসমূহৰ ভিতৰত 'আজিৰ মানুহ'ৰ দৰে কাহিনী কোৱাৰ দক্ষতা তেওঁৰ পৰৱৰ্তী উপন্যাসসমূহত পৰিলক্ষিত নহয়। উপন্যাসখনত

অব্যক্ত মনৰ অবুজ বেদনাৰ অগ্নিত প্ৰতাপৰ প্ৰেম আৰু ত্যাগৰ নিদৰ্শন দাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে।

লক্ষ্মীনন্দন বৰাৰ উপন্যাসত অসমৰ গাঁৱলীয়া জীৱনৰ প্ৰাচীন গাম্ভীৰ্য আৰু ডেকা-গাভৰুৰ জীৱনৰ আবেগ অনুকৰণৰ তীব্ৰতা লক্ষ্য কৰা যায়। তেওঁৰ 'গঙা চিলনীৰ পাখিত সোণাই নদীৰ পাৰৰ জনসাধাৰণৰ হৃদয়বৃত্তিৰ পৰিচয় ফুটি উঠিছে। পৰবৰ্তী উপন্যাসসমূহত অৱশ্যে সমাজৰ নৈতিক স্খলন, যৌন জীৱনৰ বৰ্ণনা আদিৰ আধিক্য পৰিলক্ষিত হয়। 'আকাশ চমকি ৰয়' আৰু 'বন্য ব্যাকুলতা' ইয়াৰ নিদৰ্শন।

অমূল্য বৰুৱাৰ 'পদুমণি' আৰু 'সময় নীৰৱে বয়'ত গাঁৱলীয়া জীৱনৰ বাস্তৱ জীৱন্ত চিত্ৰ দাঙি ধৰিছে। এওঁৰ 'উখুন জন্তাই ভৱিষ্যৎ সম্ভাৱনাৰ ইঙ্গিত বহন কৰিছে।

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'ৰাজপথে ৰিঙিয়াই' উপন্যাসত লেখকৰ ৰাজনৈতিক সচেতনতা পৰিলক্ষিত হয়। উপন্যাসখনিত চিৰাচৰিত বুৰ্জোৱা শাসকগোষ্ঠীৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰা হৈছে। 'ইয়াৰুইঙ্গম' (১৯৬০)ত এই ৰাজনৈতিক সচেতনতা কিছু ব্যাপক। নগা সমাজ জীৱনৰ সামগ্ৰিক ৰূপৰ লগতে উপন্যাসখনত দ্বিতীয় মহাসমৰে কোবাই যোৱা নগাসকলৰ ৰাজনৈতিক সচেতনতাৰ কথাও বৰ্ণিত হৈছে।

প্ৰফুল্ল দত্ত গোস্বামীৰ 'কেঁচা পাতৰ কঁপনি'ত চৰিত্ৰ চিত্ৰণৰ পৰীক্ষা-নিৰীক্ষা আৰু নতুন টেকনিকৰ প্ৰয়োগ লক্ষ্য কৰা যায়। কাহিনীৰ নায়ক উৎপলৰ চৰিত্ৰৰ মনোদ্বন্দ্ব ফুটাই তুলিবৰ বাবে লেখকে মনোবিশ্লেষণৰ সহায় লৈছে।

কৈলাশ শৰ্মাৰ 'বিদ্ৰোহী নগাৰ হাতত' --- বিদ্ৰোহী ভাবাপন্ন নগা জীৱনৰ চিত্ৰ ফুটাই তোলা হৈছে। তেওঁৰ 'অনামী নাগিনী'ৰ মাজত ৰোমাণ্টিক প্ৰেমাখ্যানে অগ্ৰাধিকাৰ লাভ কৰিছে। 'পাহাৰৰ শিলে শিলে' আৰু 'পৃথিৱীৰ হাঁহি' -- দুয়োৰে মাইৰ অসমৰ উত্তৰ-পূৰ্বাঞ্চলৰ পটভূমিত লেখা দুখনি উল্লেখযোগ্য উপন্যাস।

পদ্ম বৰকটকীৰ উপন্যাসত তথাকথিত সভ্য সমাজৰ ভণ্ডামি আৰু জীৱনৰ অন্তঃসাৰশূন্যতা উদঙাই দেখুওৱাৰ প্ৰয়াস দেখা যায়। সমাজৰ বিকৃত যৌন-জীৱনৰ চিত্ৰও তেওঁৰ লেখনিত বিদ্যমান। 'মনৰ দাপোণ' আৰু 'খবৰ বিচাৰি' ইয়াৰ সাৰ্থক নিদৰ্শন।

লেখকৰ ওপৰত মাৰ্ক্সীয় দৰ্শন আৰু ফ্ৰয়ডীয় যৌনতত্ত্বৰ প্ৰভাৱ লক্ষ্য কৰা যায়। বৰকটকীৰ উপন্যাসসমূহত উদ্দেশ্যধৰ্মিতাৰ প্ৰাচুৰ্যই উপন্যাসৰ কলাত্মক সৌন্দৰ্যত আঘাত হানিছে। চৰিত্ৰ বিশ্লেষণৰ ক্ষেত্ৰত একদেশদৰ্শিতা আৰু সহানুভূতিশীলতাৰ অভাৱ তেওঁৰ উপন্যাসত বাৰুকৈয়ে উপলব্ধি কৰা যায়।

চৈয়দ আব্দুল মালিকৰ ৰচনাত নগৰীয়া জীৱনৰ লগতে গাঁৱলীয়া জীৱনৰ সৰ্গাঢ়া ৰূপে আত্মপ্ৰকাশ কৰিছে। তেওঁৰ লেখনিত সমাজ সচেতনতা, ভাষা আৰু ৰচনাৰীতিৰ মধুৰতা লক্ষ্য কৰা যায়। 'ৰথৰ চকৰি ঘূৰে', 'বনজুই', 'ছবিঘৰ', আদি উপন্যাসত ঘটনাৰ বৈচিত্ৰ্য মন কৰিবলগীয়া। অৱশ্যে বৰ্ণনা বাহুল্যই উপন্যাসকেইখনৰ মৰ্যাদা হ্ৰাস কৰিছে। আনহাতে, 'মাটিৰ চাকি' (১৯৫৯), 'সূৰুযমুখীৰ স্বপ্ন' (১৯৬০), 'জীয়া জুৰিৰ ঘাট' (১৯৬০), 'অন্য আকাশ অন্য তৰা' (১৯৬১) আদিত তেওঁৰ স্বকীয় বৰ্ণনাশৈলীয়ে লেখকৰ কলাত্মক দৃষ্টিভঙ্গীৰ পৰিপূৰ্ণতাৰ ইংগিত বহন কৰিছে। 'ৰূপতীৰ্থৰ যাত্ৰী' ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ জীৱনৰ ভেটিত ৰচিত এখনি সাৰ্থক উপন্যাস।

নৱকান্ত বৰুৱাৰ 'কপিলী পৰীয়া সাধু' (১৯৫৪), আৰু নিৰূপমা বৰগোহাঞিৰ 'সেই নদী নিৰবধি'ত নৈপৰীয়া জীৱনৰ চিত্ৰ উপস্থাপিত হৈছে। কৃষ্ণ প্ৰসাদ বৰঠাকুৰৰ 'লুইতৰ পাৰৰ ধুনীয়া ছোৱালীজনী', 'লুইতৰ ইপাৰে সিপাৰে' ৰত্ন ওজাৰ 'নদীৰ নাম নখন্দা', উমা বৰুৱাৰ 'চিয়েন নদীৰ ঢৌ' আদিত নৈপৰীয়া সমাজৰ সুখ-দুখৰ চিত্ৰ অঙ্কন কৰা দেখা যায়।

চন্দ্ৰপ্ৰসাদ শইকীয়াৰ উপন্যাসত ৰোমাণ্টিক আদৰ্শবাদৰ লগতে সমাজৰ দৈনন্দিন ব্যৱহাৰিক সমস্যাতকৈ ব্যক্তিসমাজৰ সমস্যাহে অধিকভাৱে দেখিবলৈ পোৱা যায়। তেওঁৰ 'মন্দাক্ৰান্তা' আৰু 'মেঘমল্লাৰ'ত লেখকৰ আদৰ্শবাদী মনোভাবৰ পৰিস্ফুৰণ ঘটিছে। শ্ৰীমতী প্ৰৱীণা শইকীয়াৰ উপন্যাসতো ৰোমাণ্টিক আদৰ্শবাদৰ প্ৰভাৱ দেখা যায়।

আলোচিত উপন্যাসসমূহৰ বাদেও ভালেমান প্ৰবীণ লেখকে অসমীয়া উপন্যাস সাহিত্যৰ সমৃদ্ধিত বৰঙণি যোগাইছে। তেওঁলোক হ'ল কমলেশ্বৰ চলিহা, প্ৰেমধৰ ৰাজখোৱা, প্ৰেম নাৰায়ণ দত্ত, অৰুণ কুমাৰ দাস, কুমাৰ কিশোৰ, কামাখ্যা সভাপণ্ডিত, নাৰায়ণ বেজবৰুৱা, দেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য, তিলক দাস, ৰবীন কাকতি, নবীনচন্দ্ৰ ডেকা, নিৰ্মলেশ্বৰ শৰ্মা, ঈশ্বৰ মহন্ত ইত্যাদি।

আন এগৰাকী ঔপন্যাসিক হোমেন বৰগোহাঞিৰ লেখনিত তীব্ৰ অন্তৰ্দৃষ্টিৰ পৰিচয় পোৱা যায়। তেওঁৰ 'সুবালা' আৰু 'তান্ত্ৰিক' উপন্যাসত চৰিত্ৰৰ মনোবিশ্লেষণৰ লগতে জীৱন আৰু জগত সম্পৰ্কীয় ধ্যান-ধাৰণা প্ৰকাশিত হৈছে। বৰগোহাঞিৰ 'হালধীয়া চৰায়ে বাওধান খায়'ত শোষিত কৃষক জীৱনৰ দয়ণীয় চিত্ৰ অঙ্কন কৰা হৈছে। 'পিতা-পুত্ৰ' বৰগোহাঞিৰ শ্ৰেষ্ঠ উপন্যাস। মহিম বৰাৰ 'হেৰোৱা দিগন্তৰ মায়া' আৰু 'পুতলা ঘৰ'ত কাহিনী পৰিবেশন ৰীতি সুন্দৰ হৈছে। এইসকল ঔপন্যাসিকৰ বাদেও ভালেমান নবীন-প্ৰবীণ লেখকৰ লেখনিয়ে অসমীয়া উপন্যাস সাহিত্য সমৃদ্ধ কৰিছে। সেইসকলৰ ভিতৰত পশুপতি ভৰদ্বাজ, শীলভদ্ৰ, কাঞ্চন বৰুৱা, দেৱেন্দ্ৰ নাথ আচাৰ্য, ত্ৰৈলোক্য ভট্টাচাৰ্য, মহেন্দ্ৰ বৰঠাকুৰ, মহিম বৰা, পোলেন বৰকটকী, ইন্দ্ৰেশ্বৰ গোস্বামী, ৰং বং টেৰাং, কৈলাশ শৰ্মা, কনকসেন ডেকা, কমল গগৈ, ফণী তালুকদাৰ, ডিম্বেশ্বৰ শৰ্মা, মনোজ কুমাৰ শৰ্মা, যতীন গোস্বামী, ৰীতা চৌধুৰী, লক্ষ্মীকান্ত মহন্ত, ঈশ্বৰ মহন্ত, ডিম্বেশ্বৰ যৰা, বসন্ত দাস, নলিনী চক্ৰৱৰ্তী, ভূপেন শৰ্মা, অতুল চক্ৰৱৰ্তী, হেমন্ত ভূঞা, অভয় ডেকা, নাৰায়ণ বৰপূজাৰী, সদা মৰল, ললিত শৰ্মা বৰুৱা গোবিন্দ প্ৰসাদ শৰ্মা, ৰেৱা নাথ, দুৰ্গেশ্বৰ শৰ্মা, মেদিনী চৌধুৰী, ৰিজু হাজৰিকা, ৰাজেন্দ্ৰ হাজৰিকা, দীনেশ শৰ্মা, কালীপ্ৰসাদ গোস্বামী, ফুলেন বৰ্মন, দিলীপ শৰ্মা, এম হালিম উদ্দিন দেৱান, প্ৰণৱ প্ৰাণ ভট্টাচাৰ্য, ভূমিদেৱ গোস্বামী, প্ৰবীণ চন্দ্ৰ শৰ্মা, ভদ্ৰেশ্বৰ ৰাজখোৱা, সুৰেন্দ্ৰ শৰ্মা, জিতেন শৰ্মা, শম্ভু চক্ৰৱৰ্তী, ব্ৰজনাথ শৰ্মা, পৰেশ শৰ্মা, মহেশ্বৰ ভূঞা, দীপালী ভট্টাচাৰ্য, শৈলেন ভট্টাচাৰ্য, মামণি ৰয়চম গোস্বামী, ৰুশ্ বৰুৱা, তৰুলতা বৰুৱা আদিৰ নাম উল্লেখযোগ্য।

শিশু উপন্যাসৰ ক্ষেত্ৰত হৰগোবিন্দ শৰ্মা, প্ৰেম নাৰায়ণ দত্ত, যোগেন শৰ্মা, পদ্মধৰ হাজৰিকা, আদিৰ কথা উল্লেখ কৰিব পাৰি। এইবোৰৰ উপৰিও ভালেকেইখন অনূদিত উপন্যাসে এই সময়ছোৱাত আত্মপ্ৰকাশ কৰিছে। তাৰ ভিতৰত জ্ঞানদাভিৰাম বৰুৱাৰ 'দদাইৰ পঁজা', বেণুধৰ শৰ্মাৰ 'ৰবিঞ্চন ক্ৰুছ' অতুলচন্দ্ৰ হাজৰিকাৰ 'ৰাণী হিমানী', 'নীলা চৰাই', মহেন্দ্ৰ বৰাৰ 'ডন কুইকচোট', হাৰুণাৰ ৰচিদৰ 'ৰত্নদীপ', 'অলিভাৰ টুইষ্ট', 'বনবীৰ টাৰ্জান',

আজলী তৰা নেওগৰ 'আলাউদ্দিন আৰু দুকুৰি ডকাইত', প্ৰবীণা শইকীয়াৰ 'অজান দেশত এলিচ', নিৰুপমা বৰগোহাঞিৰ 'অকণমানি কৌৰৱ' আদিৰ কথা উল্লেখ কৰিব পাৰি।

ডিটেক্‌টিভ উপন্যাসৰ ক্ষেত্ৰতো অসমীয়া উপন্যাসে যথেষ্ট প্ৰগতি লাভ কৰিছে। কুমুদেশ্বৰ বৰঠাকুৰ, প্ৰেম নাৰায়ণ দত্ত, অশান্ত বৰুৱা, ৰঞ্জু হাজৰিকা আদিৰ নাম এই ক্ষেত্ৰত উল্লেখযোগ্য। প্ৰেম নাৰায়ণ দত্তৰ হাততেই এই শ্ৰেণীৰ উপন্যাসে পূৰ্ণতা লাভ কৰে। তেওঁ 'পা ফু ছিৰিজ' আৰু ৰহস্য ছিৰিজ নাম দি ভালেমান আকৰ্ষণীয় আৰু কৌতূহল উদ্দীপক ডিটেক্‌টিভ উপন্যাস ৰচনা কৰিছে।

বিদেশী ভাষাৰ পৰা অনূদিত উপন্যাস যুদ্ধোত্তৰ যুগত তেনেই সীমিত। ৰোহিনী বৰুৱাৰ 'পৰম ক্ষুধা', 'পাখিলীৰ পৰিয়াল' অনু বৰুৱাৰ 'এনিমেল ফাৰ্ম' বীৰেণ বৰকটকীৰ 'কুমাৰী পৃথিৱী' 'প্ৰেম আৰু শংকাৰে', নবদ্বীপৰঞ্জন পাটগিৰিৰ 'এটি কলি দুটি পাত', পদ্ম বৰকটকীৰ 'প্ৰথম প্ৰেম', বিমল নাথৰ 'পাপ আৰু পৰাচিত' 'যুদ্ধ আৰু শান্তি', প্ৰফুল্ল কটকীৰ 'ওপজা মাটিৰ টান' আদি এই ক্ষেত্ৰত উল্লেখযোগ্য। এইবোৰৰ উপৰিও ভালেমান নবীন-প্ৰবীণ লেখকে উপন্যাস অনুবাদেৰে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছে। ১০

(ওপৰত বিহঙ্গম দৃষ্টিৰে অসমীয়া উপন্যাসৰ এটি চমু সমীক্ষা প্ৰস্তুত কৰা হ'ল। আলোচনাৰ পৰিসৰ বিস্তৃত নোহোৱাৰ বাবে বহুতো উপন্যাসৰ লগতে ঔপন্যাসিকৰ নাম বাদ পৰিছে। বিশেষকৈ, সাম্প্ৰতিক কালছোৱাৰ ভালেমান প্ৰতিষ্ঠিত লেখকৰ প্ৰকাশিত উপন্যাসৰ কথাও ইয়াত উল্লেখ কৰা হোৱা নাই। আমাৰ এই অপাৰগতাৰ বাবে দুঃখিত।)

# অসমীয়া ভাষা-সাহিত্যলৈ ৰাজবংশীসকলৰ অৱদান

ড° দ্বিজেন্দ্ৰ নাথ ভকত

কোচসকল উত্তৰ পূব ভাৰতবৰ্ষৰ এটি আদিম জনগোষ্ঠী। তেওঁলোক বৃহৎ মঙ্গোলীয় জনগোষ্ঠীৰ অন্তৰ্গত। এসময়ত তিব্বতৰ পৰা ভৈয়ামলৈ আহি নিজৰ 'তিব্বতবৰ্মী' ভাষা সংস্কৃতি বিসৰ্জন দি আৰ্য ভাষা সংস্কৃতিকে গ্ৰহণ কৰি কোচসকলে উত্তৰপূব ভাৰতবৰ্ষত এটি গুৰুত্বপূৰ্ণ অধ্যায়ৰ সূচনা কৰে। হিন্দুধৰ্ম গ্ৰহণ কৰাৰ পিছত তেওঁলোকে নিজকে ৰাজবংশী বুলি পৰিচয় দিবলৈ লয় আৰু ৰাজবংশী ভাষা সংস্কৃতিৰ জন্ম দিয়ে। ৰাজবংশী ভাষা সংস্কৃতি বৰ্তমান সময়ত একাধাৰে বৃহৎ অসমীয়া, বাংলা, বিহাৰী, ত্ৰিপুৰী, নেপালী আৰু ভূটানী সংস্কৃতিৰ অন্তৰ্গত। অৰ্থাৎ বৰ্তমান ৰাজবংশীসকল অসম, বঙ্গ, বিহাৰ, ত্ৰিপুৰা নেপাল আৰু ভূটানতো সিচৰতি হৈ আছে। এসময়ত প্ৰাচীন কোচ ৰজাসকলৰ গুণগ্ৰাহিতা স্বভাৱৰ ফলত বাংলাদেশকে ধৰি অবিভক্ত উত্তৰ পূব ভাৰতৰ সাংস্কৃতিক দিশত এটি পৰিবেশ ৰচনা কৰিবলৈ সক্ষম হৈছিল। কোচসকলে নিজৰ ধৰ্ম ভাষা ত্যাগ কৰি আৰ্য ভাষা সংস্কৃতি গ্ৰহণ কৰাৰ লগতে বহল উদাৰ দৃষ্টিভঙ্গীৰে অন্যান্য জনগোষ্ঠীৰ ভাষা সংস্কৃতি গ্ৰহণ কৰি প্ৰাচ্য ভাৰতীয় সংস্কৃতিৰ বৰভেটী নিৰ্মাণ কৰিবলৈ যত্ন কৰে। ৰাজনৈতিক দৃষ্টিকোণৰ পৰা বিচাৰ কৰিলে দেখা যায় যে কোচ ৰাভাসকল সময়ত কেতিয়াবা সাম্ৰাজ্যবাদী হৈ উঠিছিল সঁচা, কিন্তু তাৰ ফলস্বৰূপে সমগ্ৰ উত্তৰ পূব ভাৰততে সাংস্কৃতিক সমন্বয় সাধন আৰু উন্নয়নৰ বাটহে মুকলি কৰিছিল। এসময়ত নানা জাতি উপজাতি বিচ্ছিন্ন হৈ থকা উত্তৰ পূব ভাৰতীয় সমাজখনৰ ঠেক ভাবৰ মানসিকতা দূৰ কৰি জাতীয় সংহতি সাধনত কোচসকলৰ বহল উদাৰ নীতিয়ে অশেষ অৰিহণা যোগাইছিল।

আমাৰ আলোচ্য অসমীয়া ভাষা সাহিত্যলৈ ৰাজবংশী সকলৰ অৱদানৰ বিষয়ে ক'বলৈ লোৱাৰ আগতে আমি এটি কথা জানি থোৱা ভাল হ'ব যে ৰাজবংশী সকল আচলতে কোচ। পশ্চিম অসম আৰু উত্তৰ বঙ্গ, বিহাৰ, নেপাল, ভূটান আদি অঞ্চলৰ কোচসকলে পৰৱৰ্তীকালত ৰাজবংশী ক্ষত্ৰিয় আদি বুলি পৰিচয় দিবলৈ লয়। এই ক্ষেত্ৰত প্ৰিয়াৰছন, গেইট, সুনীতি কুমাৰ চট্টোপাধ্যায় আদি পণ্ডিতসকলৰ অভিমত প্ৰণিধান যোগ্য। গোৱালপাৰা অঞ্চলৰ কোচসকলক বাদ দি অন্যান্য ঠাইৰ কোচ সকলৰ বৃহৎ অসমীয়া ভাষা সংস্কৃতিৰ লগত চামিল হৈ গ'লেও ওপৰত উল্লেখ কৰা ৰাজ্যবোৰৰ কিছুমান ঠাইত ৰাজবংশী সকলৰ নিজস্ব ভাষা সংস্কৃতি সাহিত্য বৰ্তাই ৰাজবংশীসকলৰ নিজস্ব ভাষা সংস্কৃতি সাহিত্য বৰ্তাই ৰখাৰ প্ৰচেষ্টা অব্যাহত আছে। আনহাতে মেঘালয়ৰ গাৰোপাহাৰ তথা ধুবুৰী জিলাৰ গাৰোপাহাৰৰ সান্নিকট অঞ্চলবোৰত সম্প্ৰতি অনাৰ্য কোচ ভাষা সাহিত্য-সংস্কৃতিৰ চৰ্চা হৈ আছে।

বৃহৎ অসমীয়া ভাষা সাহিত্য-সংস্কৃতিৰ মূলতে দুটি মুখ্য ধাৰা। এটি হ'ল আহোম আৰু আনটো হ'ল কোচ বা ৰাজবংশীসকলৰ। এই দুটি প্ৰধান ধাৰাৰ লগত অন্যান্য ক্ষুদ্ৰ জনগোষ্ঠীয় ধাৰা বা অৱদান মিলিত হৈ বৃহৎ অসমীয়া ভাষা সাহিত্য সংস্কৃতিৰ গঠন হৈছে। কিন্তু বৰ পৰিতাপৰ কথা আহোমসকলৰ ধাৰাটোৱে সম্প্ৰতি প্ৰাধান্য লাভ কৰি অসমীয়া-সাহিত্য সংস্কৃতিৰ বৰ পীৰা দখল কৰাত বৰ্তমান অন্যান্য জনগোষ্ঠীয় ধাৰাবোৰৰ অন্যতম

প্ৰধান ধাৰাটো অৰ্থাৎ কোচ ৰাজবংশী সকলৰ অৱদানৰ কথা অস্বীকাৰ কৰা হৈছে। ভাষা সাহিত্যৰ ক্ষেত্ৰত কোচ বা ৰাজবংশীসকলৰ অৱদান চিৰস্মৰণীয়। ৰাজবংশীসকলৰ অৱদানৰ কথা অস্বীকাৰ কৰি অসমীয়া ভাষা সাহিত্যৰ ইতিহাস কোনোপধ্যে সম্পূৰ্ণ নহয়।

প্ৰাচীন অসমীয়া সাহিত্যৰ বিকাশত কোচ নৃপতিসকলৰ পৃষ্ঠপোষকতা তুলনাবিহীন। উদ্ভৱ কালৰ পৰা সপ্তদশ শতিকালৈকে প্ৰাচীন অসমীয়া আৰু ৰাজবংশী ভাষা সাহিত্য একোটাই ধাৰাৰে বিকাশ লাভ কৰিছিল। আনহাতে অনেক পণ্ডিতে কমতাপুৰৰ সাহিত্যৰাজিক বাংলা ভাষা সাহিত্যৰ প্ৰাচীন নিদৰ্শন বুলিও উল্লেখ নকৰা নহয়। এই ক্ষেত্ৰত ড° অজয় কুমাৰ চক্ৰৱৰ্তী দেৱৰ নাম উল্লেখযোগ্য। ড° শচীন্দ্ৰ নাথ ৰায়ৰ অভিমত সাপেক্ষে কব পৰা যায় যে সপ্তদশ শতিকাৰ মাজভাগলৈকে বাংলা আৰু অসমীয়া ভাষা সাহিত্যৰ ক্ষেত্ৰত কোনো গুৰুতৰ পাৰ্থক্য পৰিলক্ষিত হোৱা দেখা নাযায়। সেয়ে আমি এই ক্ষেত্ৰত ক'ব পাৰো যে সপ্তদশ শতিকাৰ মাজভাগলৈকে কমতাপুৰত ৰচিত সাহিত্যৰাজিত অসমীয়া, বাংলা, ৰাজবংশী ভাষাসাহিত্যৰ উমৈহতীয়া বৈশিষ্ট্য বিদ্যমান। কিন্তু তাৰ ভিতৰত ৰাজবংশী আৰু অসমীয়া ভাষাৰ বৈশিষ্ট্যই প্ৰধান বা সৰহ ভাগ স্থান দখল কৰি আছে।

আজি কমতাপুৰত ৰচিত সাহিত্য ৰাজি প্ৰাচীন অসমীয়া সাহিত্য হিচাপে সাৰ্বজনীন স্বীকৃতি লাভ কৰিছে। প্ৰাক্‌শংকৰী যুগৰ অৰ্থাৎ চতুৰ্দশ শতিকাৰ কবিসকলে কাব্য ৰচনাৰ প্ৰধানকৈ অনুপ্ৰেৰণা লাভ কৰিছিল সমসাময়িক কমতাপুৰৰ ৰজাসকলৰ পৰা। কমতাপুৰৰ ৰজাসকলে সংস্কৃত শাস্ত্ৰাদিত নিহিত থকা নীতি, ধৰ্ম, আধ্যাত্মিকতা আৰু কাব্যিক কথাবোৰ জনসাধাৰণৰ মাজত স্থানীয় ভাষাত প্ৰচাৰ কৰাৰ বাবে কবিসকলক নিয়োগ কৰিছিল। কমতাপুৰৰ ৰজাসকলৰ ভিতৰত দুৰ্লভ নাৰায়ণ আছিল কোচ বংশীয় ৰজা। কলিকতা বিশ্ববিদ্যালয়ৰ পুৰাতত্ত্ব বিভাগৰ অধ্যক্ষ সুধীৰ ৰঞ্জন দাস আৰু পুৰাতত্ত্ববিদ অমিয় কুমাৰ বন্দোপাধ্যায়ৰ সম্পাদিত 'কোচবিহাৰ জিলাৰ পুৰাকীৰ্তি' নামৰ গ্ৰন্থৰ ভূমিকাৰ পৰা জনা যায় যে 'কোচ বংশীয় অন্যান্য (প্ৰাচীন) ৰজাসকলৰ ভিতৰত দুৰ্লভ নাৰায়ণ, কামেশ্বৰ, কান্তেশ্বৰ প্ৰভৃতিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। এওঁলোক সম্ভৱতঃ ১৩শ ১৪ শতিকাত বিদ্যমান আছিল। দুৰ্লভ নাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰি সাহিত্য ৰচনা কৰা কবিসকলৰ ভিতৰত হেম সৰস্বতী আৰু হৰিবৰ বিপ্ৰ উল্লেখযোগ্য। তেওঁলোকে যথাক্ৰমে প্ৰহ্লাদ চৰিত, হৰগৌৰী সংবাদ, বভ্ৰুবাহনৰ যুদ্ধ, লৱ-কুশৰ যুদ্ধ, তাম্ৰধ্বজৰ যুদ্ধ আদি গ্ৰন্থ ৰচনা কৰিছিল। দুৰ্লভ নাৰায়ণৰ পুত্ৰ ইন্দ্ৰনাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰি কবিৰত্ন সৰস্বতীয়ে 'জয়দ্ৰথ বধ' কাব্য ৰচনা কৰে। এই গ্ৰন্থবোৰ আজি প্ৰাচীন অসমীয়া সাহিত্যৰ অমূল্য সম্পদ।

দুৰ্লভ নাৰায়ণৰ পিছৰ কমতাৰ অন্যতম শ্ৰেষ্ঠ কোচ ৰজা মহাৰাজ বিশ্বসিংহ। তেওঁ কমতাপুৰত ১৫১৫খৃঃৰ পৰা ১৫০৪খৃঃলৈ ৰাজত্ব কৰিছিল। বুকাননৰ পিছৰ ইংৰাজ গৱেষক হগজন(Hodgson)ৰ লিখনিৰ পৰা জনা যায় যে বিশ্বসিংহই হিন্দুধৰ্ম গ্ৰহণ কৰি নিজকে ৰাজবংশী বুলি পৰিচয় দিছিল। তেওঁৰ পৃষ্ঠপোষকতা লাভ কৰি পাঁচালী কবি মনকৰে-- মনসা কাব্য আৰু দুৰ্গাবৰে গীতিৰামায়ণ ৰচনা কৰে।

বিশ্বসিংহৰ পিছত কোচৰজা মহাৰাজ নৰনাৰায়ণ আৰু তেওঁৰ ভাতৃ মহাবীৰ চিলাৰায়ৰ পৃষ্ঠপোষকতা লাভ কৰি পাঁচালী কবি পীতাম্বৰ, বৈষ্ণৱ কবি শ্ৰীমন্ত শংকৰদেৱ, মাধৱদেৱ, ৰামসৰস্বতী কৱসাৰি কায়স্থ, কল্পাপ চন্দ্ৰ দ্বিজ আদি কবিসকলে অনেক গ্ৰন্থ ৰচনা কৰে। তদুপৰি সেই সময়তে সিদ্ধান্ত বাগীশ, বাগীশ, বকুল কায়স্থ, পুৰুষোত্তম বিদ্যাবাগীশ ভট্টাচাৰ্য, শ্ৰীধৰ কন্দলী আদি পণ্ডিতসকলৰো সমাবেশ ঘটিছিল। ড° সুনীতি কুমাৰ

চট্টোপাধ্যায়ে অভিমত প্ৰকাশ কৰি কয় যে মহাৰাজ নৰনাৰায়ণে সংস্কৃত সাহিত্যক উত্তৰ বঙ্গ আৰু পশ্চিম অসমৰ কথিত আৰ্যভাষাত অনুবাদ কৰিবলৈ পণ্ডিতসকলক উৎসাহিত কৰিছিল। আনহাতে নৰনাৰায়ণৰ ৰাজত্ব কালছোৱাক অসমীয়া পণ্ডিতে অসমীয়া সাহিত্যৰ এলিজাবেথৰ যুগ বুলি অভিহিত কৰিছে।

মহাৰাজ নৰনাৰায়ণে শংকৰদেৱে প্ৰৱৰ্তন কৰা 'একশৰণ হৰি নাম ধৰ্ম'ৰ পৃষ্ঠপোষকতা কৰি ধৰ্মীয় দিশত জনসাধাৰণৰ প্ৰতি এক উজ্বল আৰু স্থায়ী অৱদান আগবঢ়োৱাই নহয় সাহিত্যৰ ক্ষেত্ৰতো জনসাধাৰণৰ প্ৰতি এক উজ্জ্বল আৰু স্থায়ী অৱিহণা আগবঢ়াই সমাজত নৈতিক আৰু আধ্যাত্মিক শিক্ষাৰ সম্প্ৰসাৰণ ঘটায়। ৰাজ্যত অনেক সত্ৰানুষ্ঠান প্ৰতিষ্ঠা কৰি তেওঁ ধৰ্ম, শিক্ষা, শিল্প, স্থাপত্য, চিত্ৰকলা আদিৰ দিশতো ব্যৱস্থা গ্ৰহণ কৰিছিল। তেওঁ শংকৰদেৱৰ প্ৰৱৰ্তিত ভক্তিধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে কাকতকূটা, ফুলবাৰী আৰু ৰামৰায় কুঠি(ছত্ৰশাল) সত্ৰ প্ৰতিষ্ঠা কৰে। মহাৰাজ নৰনাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰি মহাপুৰুষ শংকৰদেৱে এক বুজন পৰিমাণৰ ভক্তি সাহিত্যৰ সৃষ্টি কৰি উত্তৰ পূৰ্ব ভাৰতবৰ্ষত ধৰ্মীয় আন্দোলনৰ দ্বাৰা এক যুগান্তকাৰী পৰিবৰ্তন আনিব পাৰিছিল।

মহাৰাজ নৰনাৰায়ণ, চিলাৰায়ৰ লগত অসমৰ অস্তিত্ব জড়িত হৈ আছে। এই ক্ষেত্ৰত ড° সূৰ্য কুমাৰ ভূঞাদেৱে উল্লেখ কৰিছে যে 'অসমীয়াৰ গৌৰৱৰ দুটা বস্তু হৈছে- - কামাখ্যা মন্দিৰ আৰু দ্বিতীয় মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ যুগত ৰচিত গ্ৰন্থাৱলী, যাৰ কাৰণে অসমীয়া অশিক্ষিত মানুহৰ মাজতো ধৰ্ম, মোক্ষ আৰু বাক্যমৃতৰ ত্ৰিবেণী সঙ্গম হৈছে। এই দুই গৌৰৱেই হৈছে কামলৈ গ'লে মহাৰাজ নৰনাৰায়ণ আৰু সেনাপতি শুক্লধ্বজ কোঁৱৰৰ অৱদান।"

মহাৰাজ নৰনাৰায়ণৰ পৰৱৰ্তীকালতো কোচ ৰাজসভাত পণ্ডিতসকলৰ সমাদৰ অটুট আছিল। নৰনাৰায়ণৰ নাতিয়েক মহাৰাজ প্ৰাণ নাৰায়ণ (১৬২৭-১৬৩২)ৰ ৰাজত্বকালত পাঁচজন জ্ঞানী পণ্ডিতৰ দ্বাৰা 'পঞ্চৰত্ন সভা গঠন হৈছিল। ইফালে কোচ ৰজা ৰঘুদেৱ, পৰীক্ষিত নাৰায়ণ, সুন্দৰ নাৰায়ণ আদি সকলৰ পৃষ্ঠপোষকতা লাভ কৰি ৰামসৰস্বতী, কংসাৰি, শ্ৰীনাথ দ্বিজ, কবিশেখৰ, দ্বিজৰাজ, ৰামৰায় আদি কবিয়ে অনেক পদপুথি ৰচনা কৰি অসমীয়া সাহিত্যৰ ভঁৰাল সমৃদ্ধি কৰে।

অষ্টাদশ শতিকাৰ শেষৰ ফালে কোচৰজা হৰেন্দ্ৰ নাৰায়ণৰ ৰাজসভাত অনেক থলুৱা পণ্ডিতৰ সমাবেশ ঘটিছিল। এই পণ্ডিতসকলে নামনি অসম আৰু উত্তৰ বঙ্গৰ ভাষাত অনেক গ্ৰন্থ ৰচনা কৰে। বহুত পণ্ডিতে ইয়াত বাংলা ভাষাৰ সমন্বয় ঘটিছে বুলিও অভিমত নিদিয়া নহয়। কিন্তু মহাভাৰত, ৰামায়ণ, পুৰাণাদিৰ আধাৰত লিখা উক্ত ৰচনাৰাজি অসমীয়া সাহিত্যৰ প্ৰাচীন নিদৰ্শন বুলি স্বীকৃতি লাভ কৰিছে। অকল কোচ ৰাজসভাতে নহয় সেই সময়ত ৰাজসভাৰ বাহিৰতো অনেক সাহিত্য ৰচিত হৈছিল। এইদৰে আমি অসমীয়া ভাষা সাহিত্যলৈ কোচ ৰাজবংশী ৰজাসকলৰ অৱদানৰ কথা অস্বীকাৰ কৰি অসমীয়া ভাষা সাহিত্যৰ ইতিহাসৰ সম্পূৰ্ণ নহয়।OO

# অসমীয়া ভাষা-সাহিত্যলৈ গোৱালপৰীয়া জমিদাৰৰ অৱদান

ড° মীৰা দেৱী

বৰ্ত্তমান অসমৰ পশ্চিম প্ৰান্তৰ গোৱালপাৰা জিলাখন প্ৰাচীন গোৱালপাৰা জিলাখনৰ এটি ক্ষুদ্ৰ অংশহে মাথোন। অসমৰ অবিচ্ছেদ্য অংগ গোৱালপাৰা এসময়ত পুৰণি কামৰূপৰ ভিতৰুৱা আছিল আৰু পুৰণি কামৰূপৰ সীমা উত্তৰ বংগৰ কৰতোৱা নৈ পৰ্যন্ত বিস্তৃত আছিল আৰু এই বিশাল অঞ্চলজুৰি অসমৰ পুৰণি ভাষা সংস্কৃতিৰ প্ৰচলন আছিল। কোচৰজা নৰনাৰায়ণকে ধৰি কেবাজনো ৰজাই অসমীয়া সাহিত্যৰ পৃষ্ঠপোষকতা কৰি অসমীয়া ভাষা সাহিত্যক গৌৰৱৰ চূড়াত বহুৱাই থৈ গৈছে।

ইতিহাসৰ পাত লুটিয়াই চালে দেখা যায় যে কেবা শতিকা যোৱা বংগৰ নবাব, মোগল আক্ৰমণ আদি নানা ঐতিহাসিক কাৰণতে গোৱালপাৰাৰ প্ৰশাসনিক ভাষাৰ ওপৰত পশ্চিমৰ ভাষাৰ প্ৰভাৱ পৰা বাবে এই অঞ্চলৰ ভাষা সম্পৰ্কে নানা সমস্যাৰো সৃষ্টি হৈছিল।

নানা ৰাজনৈতিক উত্থান-পতনৰ ফলত প্ৰাচীন কামৰূপৰ পশ্চিমাংশ বংগদেশৰ লগত চামিল হ'লেও গোৱালপাৰা অসমৰ পশ্চিমাংশত সাক্ষী স্বৰূপে ৰৈ যায়। বৃটিছে অসম লোৱাৰ বহু আগেয়ে গোৱালপাৰা জিলা বৃটিছৰ তললৈ যোৱা বাবে আৰু তাৰ বহু আগতে মোগলৰ অধীনলৈ যোৱা বাবে এই অঞ্চলত জমিদাৰী ব্যৱস্থা প্ৰৱৰ্ত্তন হৈছিল।

মোগলে গোৱালপাৰা অধিকাৰ কৰা সময়ত মুঠ বাৰখন ইষ্টেট ছয়জন জমিদাৰৰ ভিতৰুৱা আছিল। ১৭৯৩ চনৰ চিৰস্থায়ী বন্দোবস্ত অনুসৰি পৰৱৰ্তীকালত মুঠ সাতখন জমিদাৰীৰ সৃষ্টি হয়। এই জমিদাৰী কেইখন হ'ল বিজনী, গৌৰীপুৰ, মেচপাৰা, চাপৰ, কৰৈবাৰী, পৰ্বতজোৱাৰ আৰু চিড়নী।

এই জমিদাৰীসমূহৰ কাম-কাজৰ বাবে সাধাৰণতে বংগদেশৰ পৰা শিক্ষিত বিষয়াসমূহ আনিব লগা হৈছিল। বহু কেইজন জমিদাৰে বিশেষকৈ তেওঁলোকৰ অনুগত বঙালী দেৱান বা বিষয়াসকলৰ প্ৰৰোচনাত বঙালী ভাষাৰ মোহত পৰি বঙালী সাহিত্যৰ পৃষ্ঠপোষকতা কৰিবলৈ লৈছিল। এনে ধৰণৰ পৃষ্ঠপোষকতাই অসমীয়া ভাষা-সাহিত্যৰ অগ্ৰগতিত বাধাৰ সৃষ্টি নকৰাকৈ থকা নাছিল। গৌৰীপুৰৰ ৰাজা প্ৰভাতচন্দ্ৰ বৰুৱাৰ পৃষ্ঠপোষকতাত ১৯১৮ চনত গঢ়ি উঠিছিল গোৱালপাৰা এছোচিয়েচন। দুকুৰিমান প্ৰতিনিধিৰে গঠিত হোৱা এছোচিয়েচনৰ সভাপতি আছিল ৰাজা প্ৰভাতচন্দ্ৰ বৰুৱা, কিন্তু এটা সময়ত তেওঁ জমিদাৰীৰ স্বাৰ্থত অসমীয়া মাটিগিৰি আৰু মধ্যবিত্তৰ সংগঠন এছোচিয়েচন পৰিত্যাগ কৰি গোৱালপাৰা বংগৰ সৈতে চামিল হোৱাটোহে বিচাৰিছিল।

চিলেটৰ নিচিনাকৈ গোৱালপাৰা ১৮৭৪ চনৰ আগলৈ বেঙ্গল প্ৰেচিডেন্সিৰ ভিতৰুৱা আছিল। স্থানীয় অসমীয়াভাষী লোকসকলৰ আবেগিক প্ৰশ্নটো বাদ দি চিৰস্থায়ীকৈ বাস কৰিবলৈ লোৱা বাংলাভাষী লোকসকলে গোৱালপাৰাক বংগৰ লগত চামিল কৰিবলৈ বিচাৰিছিল; কিন্তু গোৱালপাৰা আৰু ধুবুৰীত অধিকাংশই অসমীয়াভাষী লোক বসবাস কৰা বাবে গোৱালপাৰাক বংগৰ লগত চামিল কৰাটো প্ৰায় অসম্ভৱ আছিল বুলি সেই সময়ত বৃটিছসকলে মত পোষণ কৰিছিল।

গোৱালপাৰাৰ জমিদাৰসকলে গোৱালপাৰাক বংগৰ লগত চামিল কৰিব খোজাৰ

অর্থনৈতিক কাৰণো আছিল। তেওঁলোকে চিৰস্থায়ী বন্দবস্ত ব্যৱস্থাটো বৰ্ত্তাই ৰাখিব বিচাৰিছিল আৰু আশংকা কৰিছিল যে অসম চৰকাৰে এই প্ৰথা ৰদ কৰিবও পাৰে; সেয়েহে তেওঁলোকে ১৯২১ চনৰ জুলাই মাহত লৰ্ড চেলমচ্ ফোৰ্ডলৈ (Lord Chelms ford) গোৱালপাৰা জিলাক বংগৰ লগত চামিল কৰাৰ বাবে আবেদন জনাইছিল।

গৌৰীপুৰৰ ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ আমন্ত্ৰণক্ৰমে গৌৰীপুৰত উত্তৰবংগ সাহিত্য সন্মিলনৰ সমজুৱাসকলৰ এখন সভা বহিছিল আৰু এই সভাত সভাপতিৰ বাবটো কটন কলেজৰ তেতিয়াৰ অধ্যাপক পদ্মনাথ বিদ্যাবিনোদ দেৱৰ গাত পৰিছিল। বিদ্যাবিনোদ মহোদয়ে ৰজা বাহাদুৰৰ ভূয়সী প্ৰশংসা কৰি অসম আৰু অসমীয়া ভাষাৰ সম্পৰ্কে কিছুমান বিৰূপ মন্তব্য প্ৰকাশ কৰিছিল। তাৰ উত্তৰত লক্ষ্মীনাথ বেজবৰুৱাই 'অসমীয়া গৌৰীপুৰত বঙলা সাহিত্য সভা' শীৰ্ষক লিখনিত কৈছে—

গোৱালপাৰা জিলা ভালেমানদিন বঙ্গদেশৰ নবাবৰ তলতীয়া হৈ থকাত আৰু বঙ্গদেশীয়সকলে তাত চাকৰি ব্যৱসায় আদি কৰিবলৈ আহি থকা বাবে তাৰ ভাষাত বঙলা ভাষাৰ সৰহকৈ পোহ পৰিছে। কি আচলতে, সি অসমীয়া ভাষা, অৱশ্যে অলপমান বিকৃত। গোৱালপাৰাত বঙালী মানুহৰ অলপ প্ৰভাৱ বেছি দেখি তাৰ অধিবাসী অসমীয়া বিলাকে 'ফেশ্যান'ৰ বশৱৰ্ত্তী হৈ নিজৰ অসমীয়া মাতৃভাষাটোক সংকোচ কৰি ঢাকি থৈ বঙলা ভাষাভাষী বুলি চিনাকি দিয়াটো অনেক সময়ত দেখা যায়।

বেজবৰুৱাৰ এই উক্তি নিতান্তই অৰ্থবহ। তেওঁ বিদ্যাবিনোদৰ কথাক কটাক্ষ কৰি মিলাৰামৰ পূৰ্বপুৰুষ চুৱাৰামৰ দৃষ্টান্তত দাঙি ধৰিছে।

যিহওক ১৯১৭ চনত প্ৰথম অসম সাহিত্য সভাৰ শুভাৰম্ভ হোৱাৰ পিছতে ১৯১৮ চনৰ ২৭ আৰু ২৮ ডিচেম্বৰত চন্দ্ৰধৰ বৰুৱাৰ সভাপতিত্বত গোৱালপাৰা চহৰত দ্বিতীয়খন সভা অনুষ্ঠিত হৈছিল।

যাতায়তৰ অসুচল ব্যৱস্থা সত্বেও অসমৰ বিভিন্ন ঠাইৰ পৰা প্ৰতিনিধিসকল গৈ গোৱালপাৰাৰ মেচপাৰা জমিদাৰীৰ মেনেজাৰ দুৰ্গেশ্বৰ শৰ্মা, চেটেলমেণ্ট অফিচাৰ কালিৰাম মেধি অভ্যৰ্থনা সমিতিৰ বিশেষ পৰামৰ্শদাতা আছিল আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল মেচপাৰাৰ জমিদাৰ যতীন্দ্ৰ নাৰায়ণ চৌধুৰী। যতীন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে বাংলাভাষাতে অৱশ্যে 'অঞ্জলি' আৰু 'বনফুল' দুখন কবিতা পুথি লিখিছিল যদিও অভ্যৰ্থনা সমিতিৰ অভিভাষণখন অসমীয়াতে পাঠ কৰিছিল।

অসম সাহিত্য সভাৰ নৱম সন্মিলন বেণুধৰ ৰাজখোৱাৰ সভাপতিত্বত ১৯২৬ চনৰ অক্টোবৰ মাহত ধুবুৰীত অনুষ্ঠিত হৈছিল। অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল মেচপাৰাৰ অন্যতম জমিদাৰ ৰবীন্দ্ৰ নাৰায়ণ চৌধুৰী। তেওঁ হেনো কৈছিল— "মই অসমীয়া ভাষাক মোৰ মাতৃভাষা বুলি গৌৰব কৰিব নোৱাৰোঁ। অভ্যাগতক তেওঁলোকৰ নিজ ভাষাত অভ্যৰ্থনা কৰিব লাগে দেখিহে, আপোনালোকক অসমীয়াৰে সম্বোধন কৰিছোঁ।"

সভাপতি বেণুধৰ ৰাজখোৱাই তেওঁৰ ভাষণত গোৱালপাৰা জিলাক বংগদেশৰ লগত চামিল কৰিব খোজা আন্দোলন সম্পৰ্কত দুখ প্ৰকাশ কৰিছিল।

গোৱালপাৰাত বঙলা ভাষা প্ৰৱৰ্ত্তন, গোৱালপাৰা টেনেন্সী এক্টৰ বিৰোধিতা, সাহিত্য সভা বৰ্জন আদি দাবী তোলাৰ উপৰিও অসম সাহিত্য সভাৰ সমান্তৰাল আন এটা সংগঠন গঢ়ি তোলাৰ বাবে বঙলা ভাষা প্ৰেমী গৌৰীপুৰৰ জমিদাৰ প্ৰভাতচন্দ্ৰ বৰুৱাই চেষ্টা কৰিছিল যদিও তেওঁ সময়ত কৃতকাৰ্য নহ'লগৈ। কোনো অঘটন নঘটাকৈয়ে ১৯২৭ চনৰ অক্টোবৰ

মাহত দশম সাহিত্য সভাৰ সন্মিলন গোৱালপাৰাত অনুষ্ঠিত হৈছিল। এই সভাৰো অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল মেচপাৰাৰ জমিদাৰ ভোলানাথ চৌধুৰী। তাৎপৰ্যপূৰ্ণ ভাষণখনিত তেওঁ কৈছিল-

"গোৱালপাৰা জিলা বৰ্তমান কেইবাটাও সভ্যতাৰো সংমিশ্ৰণ ভূমি হৈ পৰিছে। কিন্তু তথাপিও গোৱালপৰীয়াসকল অসমীয়া, আসামৰ পূৰণি অধিবাসীৰে সতি-সন্ততি। অসমীয়াৰ লগত গোৱালপৰীয়াৰ তেজৰ সম্বন্ধ কোনোৱে নুই কৰিব নোৱাৰে। আসাম উপত্যকাৰ অন্যবিলাক জিলাই অসমীয়া বুলি পৰিচয় দিবলৈ যি অধিকাৰ দাবী কৰে, গোৱালপাৰাই ন্যায়তঃ নিজক প্ৰকৃত অসমীয়া বুলি পৰিচয় দিবলৈ তাতোকৈ অধিক দাবী আছে বুলি ভাবে।"

চৌধুৰীদেৱে পুনৰ ভাষণত কৈছে-শুনিলে চকুলো ওলায়, আজি এই জিলাৰ কিছুমান মানুহে আমাৰ ভাষাৰ গৌৰৱ পাহৰি নিজভাষা এৰি অন্যভাষা গ্ৰহণ কৰিব খুজিছে। তেওঁলোকে নিজ ভাষা এৰি অন্য ভাষা গ্ৰহণ কৰিব খুজিছে। তেওঁলোকে পাহৰিছে কোঁচবিহাৰৰ পৰা শদিয়ালৈ সকলো অসমীয়া তেজৰ বান্ধোনতকৈ শকত বান্ধোনেৰে বান্ধ খাই আছে আৰু সেই অচ্ছেদ্য বান্ধোন হৈছে বিৰাট প্ৰাণ মহাপুৰুষ শংকৰদেৱ।

একেই পৰিয়ালৰ দুইজন জমিদাৰ ৰবীন্দ্ৰনাথ আৰু ভোলানাথৰ ভাষা সম্পৰ্কীয় দৃষ্টিভঙ্গীৰ পাৰ্থক্য সহজে অনুমেয়। অসম সাহিত্য সভাৰ গোৱালপাৰা অধিৱেশনৰ পিছতেই গোৱালপাৰাৰ বিশিষ্ট ব্যক্তিসকলকলৈ গৌৰীপুৰত এখন সভা পাতিছিল। এই সভাত সাহিত্য সভাৰ প্ৰস্তাৱকেই যে অগ্ৰাহ্য কৰাইছিল এনে নহয় স্কুল আৰু শিক্ষা সম্পৰ্কীয় বিষয়ত বঙলাভাষা চলোৱা আৰু জিলাখনক বংগৰ লগত চামিল কৰাৰ দাবী উত্থাপিত কৰিছিল। গোৱালপাৰা অধিবেশনত তেজস্বী ভাষণ দি তৰুণৰাম ফুকনদেৱে সভাপতিৰ আসনৰ পৰা কৈছিল "গোৱালপাৰা জিলাৰ অধিবাসী যে অসমীয়া নহয় তাক কোৱা শুনা নাই; কিন্তু তেওঁলোকৰ ভাষা যে অসমীয়া নহয় এই কথা প্ৰতিপন্ন কৰিবৰ বিশেষ চেষ্টা চলিছে তাক স্পষ্টকৈ দেখা যায়। যি মন কৰে তেওঁ বঙালী শিকাত বা কোৱাত কাৰো আপত্তি কৰা উচিত নহয়, কিন্তু গোৱালপাৰা জিলাৰ অধিবাসীসকলৰ মাতৃভাষা বঙলা বুলি ক'লে তাক আমি দুৰ্যোৰ প্ৰতিবাদ নকৰি নোৱাৰিম।....."

গোৱালপাৰা জিলাৰ কেইজনমান জমিদাৰ আৰু বঙলা আমোলাই গোৱালপাৰাত অসমীয়াৰ সলনি বঙালী ভাষা প্ৰচলনৰ দাবী তুলিলেও সাধাৰণ প্ৰজাই এই দাবী মানি লোৱা নাছিল। জিলাখনৰ বড়ো মহাসন্মিলন আৰু অসম ৰাভা কনফাৰেন্স ১৯২৮ চনৰ ৮ আগষ্টত জিলাখনক বংগৰ লগত চামিল কৰণৰ বিৰোধিতা কৰি গৰ্ণৰৰ ওচৰত স্মাৰক পত্ৰ প্ৰদান কৰিছিল।

Some interested persons of our district are agitating for the transfer of the district of Goalpara over to Bengal. So far, we are concerned we opposed it. Goalpara is a part and parcel of Assam and history will prove what part. She has been playing from time immemorial.

The habits and customs of the people of this district are more akin to Assamese than to Bengalee. We, the Bodos, can by no means call us other than Assamese. The transfer of this district to Bengal will be prejudical to the interest of not only of this community, but all other communities and this

transfer will hamper our progress in all direction. (Pd aim Fribals, before the Simon Commission.)

তেওঁলোকে স্মাৰকপত্ৰত উল্লেখ কৰিছিল যে গোৱালপাৰাৰ শক্তিশালী জমিদাৰসকলে বৃহৎসংখ্যক অশিক্ষিত প্ৰজাৰ কথা বুজিবলৈ চেষ্টা নকৰে। আনকি গোৱালপাৰা জিলা সন্মিলনৰ নেতা প্ৰমথ নাথ চক্ৰৱৰ্তীয়ে জমিদাৰ সকলৰ এই দাবী বিৰোধিতা কৰি প্ৰজাসকল মতৰ সপক্ষেই থিয় দিছিল। অসম বিধান পৰিষদত দিয়া বক্তব্যত বিপিন চন্দ্ৰ ঘোষেও দাঙি ধৰিছিল যে সংখ্যাগৰিষ্ঠ জনসাধাৰণে জিলাখনক বংগৰ লগত চামিল হোৱাটো নিবিচাৰে।

এনে এটা সমস্যা জৰ্জৰিত পটভূমিতে চিড়লী আৰু মেচপাৰা জমিদাৰ পৰিয়ালৰ এজন আপোন মানুহ ডাঃ দীননাথ শৰ্মাই মেচপাৰাৰ জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰীক এখন আলোচনী উলিওৱাৰ বাবে প্ৰস্তাৱ আগবঢ়ায়। ইতিমধ্যে গৌৰীপুৰৰ জমিদাৰৰ পৃষ্ঠপোষকতাত ধুবুৰীৰ পৰা 'প্ৰান্তবাসী' নামৰ এখন বাংলা আলোচনী প্ৰকাশ পাইছিল। প্ৰান্তবাসীয়ে অসম সাহিত্য সভাৰ বিৰোধিতা কৰিছিল আৰু জিলাখনক বংগৰ লগত চামিল কৰাৰ পোষকতা কৰিছিল।

অসমীয়া ভাষাৰ পুনঃপ্ৰতিষ্ঠাৰ সংকল্প লৈ মেচপাৰাৰ জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ পৃষ্ঠপোষকতাত আৰু ডাঃ দীননাথ শৰ্মাৰ সম্পাদনাত ১৯২৯ চনত কলিকতাত 'আৱাহন' আলোচনীয়ে আত্মপ্ৰকাশ কৰে। কাকতখনৰ উদ্দেশ্য সম্পৰ্কে সম্পাদকে 'নিবেদন' শিতানত লিখিছিল--

'অসমত আজি নতুন যুগৰ সূচনা, সকলোতে এটি নৱজাগৰণৰ ভাব'। এই নতুন যুগৰ প্ৰভাৱত ছাত্ৰ-ছাত্ৰী তৰুণ-তৰুণী, আবাল-বৃদ্ধ নিৰ্বিশেষে গোটেই দেশব্যাপি সকলো সমাজ আৰু সকলো সম্প্ৰদায়ৰ ভিতৰতে অলপ নহয় অলপ উৎসাহৰ উদ্‌গনি দেখা গৈছে। সকলোৰে ভিতৰত আটাইবিলাক অনুষ্ঠানৰ মাজেদি এটা চেষ্টা, এটি সাধাৰণ উদ্দেশ্য ফুটি উঠিছে— দেশৰ সেৱা জাতীয় উন্নতি। এই জাতীয় উত্থান বা দেশৰ উন্নতিৰ মূলতে, সাহিত্য উন্নতিৰ প্ৰাণ।

.........আজি 'আৱাহন'ৰ স্থাপনাও অতি ক্ষুদ্ৰ অতি তুচ্ছ, এনেকি প্ৰথম ব্যৰ্থও দেখা যাব পাৰে। কিন্তু এই বিলাকক সফল কৰি, দেশৰ বৰ্ত্তমান অভাৱ দূৰ কৰাৰ আৰু সমাজক নতুন যুগৰ উপযুক্ত কৰি তোলাৰ ভাৰ অকল সেই পথৰে নহয়। ই বেছিকৈ নিৰ্ভৰ কৰে ৰাইজৰ ওপৰত।"

'মনোমতী' উপন্যাসেৰে অসমীয়া সাহিত্যৰ মাজত প্ৰবেশ কৰা চৌধুৰীদেৱে আহোম ৰাজকুঁৱৰী এজনী বিবাহ কৰাই আৰু অসম সাহিত্য সভাৰ মঞ্চত অসমীয়া ভাষাৰ হকে মাত মাতাটো ৰাজ পৰিয়ালৰ লোকে মুঠেই সহ্য কৰিব পৰা নাছিল আৰু নানাভাৱে তিৰস্কৃতও হৈছিল।

'জীৱনস্মৃতি'ত তেওঁ লিখিছে মোৰ বিয়া হৈ গ'ল গুৱাহটীয়া ছোৱালীৰ লগত। বিশেষকৈ এটি বুনিয়াদী পৰিয়ালৰ জীয়ৰীৰ সৈতে (ভূতপূৰ্ব আহোম ৰজাসকলৰ এক বংশ ধাৰিণীৰ লগত)। এতেকে মোক অসমীয়া ভাষা চৰ্চা কৰা দেখি মোৰ কোনো কোনো ওচৰ সম্বন্ধীয় আত্মীয়ই ক'বলৈ ইতস্ততঃ নকৰিলে যে মই মাতৃভাষা এৰি স্ত্ৰীভাষাৰ চৰ্চা আৰম্ভ কৰি দিছোঁ। কথাবাৰ যে শ্লেষ আৰু বিদ্ৰূপপূৰ্ণ তাক বহলাই ক'বৰ দৰকাৰ নাই।"

মেচপাৰাৰ জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে এনেদৰে অসমীয়া ভাষা আৰু

সাহিত্যৰ উন্নতি কল্পে কাম কৰিবলৈ আহি এক আলোড়নৰ সৃষ্টি কৰিছিল। চৌধুৰীদেৱে ১৯৩১ খৃঃৰ ডিচেম্বৰত অনুষ্ঠিত শিৱসাগৰ অধিবেশনৰ সাহিত্য সভাৰ সভাপতিৰ মঞ্চৰ পৰাই 'জোনাকী'ৰ ত্ৰিমূৰ্ত্তিৰ অন্যতম লক্ষ্মীনাথ বেজবৰুৱাক 'ৰসৰাজ' উপাধিৰে বিভূষিত কৰিছিল।

সভাপতিৰ আসনৰ পৰা তেখেতে যি ভাষণ দিছিল অসমীয়া সাহিত্যৰ বাবে সি দলিল স্বৰূপ হৈ ৰ'ব।

"সাহিত্যিকৰ কৰ্ত্তব্য আৰু দায়িত্ব ধৰ্মভাৱৰ কুথনিত ওখ আদৰ্শৰ নানা ৰঙৰ ফুল ফুলাই জগতক সৌৰভময় কৰি তোলা। ......সাহিত্যই সমাজৰ নতুন আবহাৱা সৃষ্টি কৰে, দেশৰ বিভিন্ন সম্প্ৰদায়ৰ মানুহক একতাৰ ডোলেৰে বান্ধি এটা 'নেশ্যন' অৰ্থাৎ জাতি গঢ়ি তোলে। আৰু সেই নেশ্যনক এক উদ্দেশ্য সিদ্ধিৰ বাটত আগবঢ়াই দিয়ে।"

অসমীয়া সাহিত্যৰ ভৱিষ্যত সম্পৰ্কেও তেওঁ আছিল আশাবাদী। তেওঁৰ ধাৰণা আছিল "আমাৰো আশা হয়, অসমীয়া সাহিত্যৰ বৈচিত্ৰ্যই এদিন জগতক মুগ্ধ কৰি তুলিব পাৰিব।" আবাহনত প্ৰকাশিত নগেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱৰ গল্পসমূহ ১৯৭৮ চনত ডঃ হেমন্ত কুমাৰ শৰ্মাই 'নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ গল্প' নামেৰে গল্প সংকলনটো প্ৰকাশ কৰি উলিয়ায়। 'ডাঙ্গায় আত্মৰক্ষা' 'প্ৰাচীন কামৰূপৰ ক্ষত্ৰিত জাতি' আদি গ্ৰন্থসমূহৰ উপৰিও তেওঁ ভালেমান মূল্যবান প্ৰবন্ধ ৰচনা কৰি গৈছে। তেওঁৰ গল্প সংকলনৰ গল্পসমূহৰ মাজেদি জনজীৱনৰ সঁচা চিত্ৰ ফুটি উঠিছে। 'পোহৰী' গল্পটোৰ মাজেদি জনজাতিসকলৰ ওপৰত চলোৱা অৰ্থনৈতিক শোষণৰ ৰূপটো সুন্দৰ ৰূপত ফুটি উঠিছে। 'লাভ' গল্পটোৰ মাজেদি আজিও অন্ধবিশ্বাস আৰু কুসংস্কাৰৰ বলি হোৱা 'ডাইনী'ৰ সমস্যাটো উত্থাপিত কৰিছে। 'মই নহং ডাইনী' বুলি জিগাঙে কোৱা কথাষাৰ আৰু অনেকজনী জিগাঙৰ অশান্ত আত্মাৰ ক্ৰন্দন আজিও এই অঞ্চলৰ বতাহত যেন মিলি আছে। চৌধুৰীদেৱৰ 'বীণাৰ ঝঙ্কাৰ'ত নাৰীৰ অধিকাৰক লৈ যিবোৰ কথা উত্থাপিত হৈছে দৰাচলতে সি নাৰীবাদী পৰ্যায়লৈ গৈছে।

'ৰসায়ন' আদি গল্পতো নতুন চিন্তা নিহিত হৈ আছে। চৌধুৰীদেৱৰ অসমীয়া সাহিত্য লৈ অৱদান নিতান্তই বহুধা বিভক্ত। তেখেতে ১৯৩৬ চনত তেজপুৰত অনুষ্ঠিত সাহিত্য সম্মিলনৰ সংস্কৃতি সংগীত শাখাতো পৌৰহিত্য কৰি গৈছে।

ওপৰৰ আলোচনাত আমি গোৱালপাৰাৰ জমিদাৰসকলৰ সাহিত্যৰ প্ৰতি থকা অৱদানৰ কথা উল্লেখ কৰিছোঁ। গৌৰীপুৰৰ ৰাজা প্ৰভাতচন্দ্ৰ বৰুৱাৰ পৃষ্ঠপোষকতাত অমৃতভূষণ দেৱ অধিকাৰীয়ে মহাপুৰুষ মাধৱদেৱৰ 'নামঘোষা'খন অন্বয় আৰু ব্যাখ্যাৰে সৈতে 'শ্ৰীমন্নাম ঘোষা' নাম দি প্ৰকাশ কৰি উলিয়াইছিল। মহাভাৰত ৰচয়িতা কবীন্দ্ৰ পাত্ৰ গৌৰীপুৰৰ জমিদাৰক উপৰিপুৰুষ আছিল বুলি ঠাৱৰ কৰা হৈছে। চিড়লীৰ ৰজা অভয় নাৰায়ণদেৱৰ অৰ্থ সাহয্যত হৰিকিশোৰ অধিকাৰী নামৰ এজন কুষ্ঠ ৰোগাগ্ৰস্ত ব্যক্তিয়ে 'ৰাজবংশী কুলপ্ৰদীপ' নামৰ বাংলাপুথি এখন কলিকতাৰ পৰা প্ৰকাশ কৰি উলিয়ায়।

মুঠতে গোৱালপাৰা জমিদাৰসকলৰ অসমীয়া সাহিত্যলৈ অৱদান লেখতলবলগীয়া। এইক্ষেত্ৰত মেচপাৰাৰ জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ অৱদান সৰ্বাধিক আৰু তেওঁৰ 'আবাহন'এ যে এক সাহিত্যৰ যুগ সৃষ্টি কৰি অসমীয়া সাহিত্যক নৱজন্ম দি থৈ গৈছে তাক স্বীকাৰ কৰিবই লাগিব।

(প্ৰবন্ধটো যুগুতাওঁতে বিভিন্ন গ্ৰন্থৰ সহায় লোৱা হৈছে— লিখিকা)○○

# ভাৰতৰ স্বাধীনতা আন্দোলনত বৰপেটা জিলাৰ অৱদান

**ধনীৰাম তালুকদাৰ**

ভাৰতৰ স্বাধীনতা আন্দোলনৰ কাহিনী দীঘলীয়া আৰু নানান ঘটনাৰাজিৰে অধিক ব্যাপক। এই প্ৰবন্ধত প্ৰধানকৈ বৰপেটা জিলাৰ স্বাধীনতা আন্দোলনৰ কথাকে ক'বলৈ লোৱা হৈছে। কিন্তু ভাৰত তথা অসমৰ স্বাধীনতা আন্দোলনৰ পটভূমিৰ কথা আৰু সমগ্ৰ ভাৰততে এই আন্দোলনৰ ইতিহাস থোৰতে ব্যক্ত নকৰিলে বৰপেটা জিলাৰ আন্দোলন অকলে কোৱাতো আধৰুৱা হ'ব যেন পাইছো। সেয়ে প্ৰথমতে এই আন্দোলনৰ পটভূমি আৰু আৰম্ভণিৰে পৰা শেষলৈ এটি চমু ইতিহাস ক'বলৈ লোৱা হৈছে।

**(১) অসমৰ তথা ভাৰতৰ স্বাধীনতা আন্দোলনঃ**

অসমত পূৰ্ণানন্দ বুঢ়াগোহাঞিও আৰু বদন বৰফুকনৰ মাজত হোৱা গৃহ কন্দলৰ ফলস্বৰূপে বদনে ১৮১৫ চনৰ ২৬ চেপ্তেম্বৰ তাৰিখে ব্ৰহ্মদেশলৈ গৈ মান ৰজাৰ পৰা প্ৰায় আঠ হেজাৰমান সেনা আনি অসমত মেলি দিয়ে। ইয়াৰ ফলত জনসাধাৰণ অতিষ্ঠ হৈ পৰে। ১৮১৭ চনত আৰম্ভ হোৱা এই মানৰ আক্ৰমণ ১৮২৪ খৃঃ লৈ চলে আৰু অৱশেষত ইষ্ট ইণ্ডিয়া কোম্পানীৰ লগত ১৮২৪ত মানৰ যুদ্ধ হয় আৰু মানে পৰাজয় বৰণ কৰি ইয়াণ্ডাবু নামৰ ঠাইত বৃটিছৰ লগত ১৮২৬ চনৰ ২৬ ফেব্ৰুৱাৰীত সন্ধি স্থাপন কৰি অসম এৰে। কোম্পানীয়ে ইয়াণ্ডাবু সন্ধি মতে অসম দখল কৰা বাবে অসমৰ গণ্য-মান্য ব্যক্তিসকলে অলপো ভাল পোৱা নাছিল। ১৮২৮ চনত গোমধৰ কোঁৱৰ আৰু ধনঞ্জয় পিয়লি বৰগোহাঞিৰ নেতৃত্বত স্বাধীনতাৰ বাবে অসমত প্ৰথম বিদ্ৰোহ হৈছিল। ৰাদাৰফোৰ্ডে এই বিদ্ৰোহ দমন কৰিছিল। এই বিদ্ৰোহ কাৰ্যকৰী নহ'লেও সোনকালে উত্তৰপূৱ আৰু দক্ষিণৰ পাহাৰবোৰত বিদ্ৰোহৰ অগনি জ্বলি উঠে। চিংফৌ, খামতী, কছাৰী, জয়ন্তীয়া, খাচী গাৰোসকলেও ইংৰাজৰ বিৰুদ্ধে ১৮২৯ৰ পৰা ১৮৩৮ চনলৈ বিদ্ৰোহ কৰিছিল।

অসমত ২য় পৰ্যায়ৰ স্বাধীনতা আন্দোলন আৰম্ভ হয় ১৮৩০ চনত। তেতিয়া প্ৰায় ৪০০ মান মানুহ একত্ৰিত হৈ খাৰ বাৰুদৰ ভাণ্ডাৰত জুই দিবলৈ ৰংপুৰৰ পিনে অগ্ৰসৰ হৈছিল। 'দেওপূজা' কৰি উঠি ২৫ মাৰ্চৰ দিনাখন ধনু-কাড়েৰে খাৰ-বাৰুদৰ ভাণ্ডাৰলৈ তীৰ মাৰিছিল। কিন্তু ৰক্ষকবোৰে ইয়াত বাধা দিয়ে আৰু আন্দোলনকাৰীবোৰ চিনাক্ত কৰে। হৰনাথ বৰগোহাঞিও, পিয়লি বৰফুকন, জিউৰাম দুলিয়া বৰুৱা, ৰূপচান্দ কোঁৱৰ, দেউৰাম দিহিঙীয়া ফুকন আৰু ৰোম চিংফৌ বন্দী হয়। পিয়ালি বৰফুকন আৰু জীউৰামক ১৮৩০ চনত ফাঁচি দিয়া হয় আৰু বাকীবোৰক ১৮ বছৰৰ সশ্ৰম কাৰাদণ্ড বিহি ঢাকালৈ পঠোৱা হয়। সেই সময়ত খাচী সাহসী নায়ক ইউ তীৰক সিঙক ১৮৩৪ চনত মৃত্যুলৈকে আজীৱন কাৰাদণ্ড দিয়া হয়।

১৮৪৮ চনৰ লৰ্ড ডেলহাউচিৰ স্বত্ব বিলোপ নীতিৰ যোগেদি দেশীয় ৰাজ্যবোৰৰ ক্ষমতা আৰু বিষয়বাব যোৱাত বহুতৰে মনত বিদ্ৰোহৰ ভাব জাগি উঠে আৰু বৃটিচ চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিবলৈ চেলু চাই থাকে। ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ যোগেদি

ভাৰতৰ বিভিন্ন প্ৰান্তত বিদ্ৰোহৰ জুই জ্বলি উঠে। বৰাকপুৰ সৈনিক ছাউনিত চিপাহী মঙ্গল পাণ্ডেই ১৮৫৭ চনৰ ২৯ মাৰ্চ তাৰিখে প্ৰকাশ্যে বিদ্ৰোহ আৰম্ভ কৰে। ১০ মে তাৰিখে মিৰাটত এই আন্দোলনে প্ৰবল ৰূপ লয়।

এই সময়তে অসমৰ মণিৰাম দেৱানে কলিকতালৈ গৈ মিলচৰ ওচৰত দুখন দৰখাস্ত দিয়ে। এখন তেওঁৰ আৰু আনখন যুৱৰাজ ঘনকান্ত সিংহ আৰু বাইজৰ। ইয়াত বাইজৰ দুখ দুৰ্দশা আৰু চৰকাৰী আইন সংশোধন কৰাৰ কথা লিপিবদ্ধ আছিল। মণিৰামে মিলচৰ পৰা কোনো উত্তৰ নাপাই ৬ মে ১৮৫৭ চনত কলিকতাত থকা লেফটেনেন্ট জেনেৰেলৰ ওচৰলৈ আপত্তি দিবলৈ যায়। মণিৰাম দেৱানে দৰখাস্তৰ যোগেদি স্থানীয় শাসনৰ বাবে আবেদন জনাইছিল। কিন্তু মণিৰামৰ চেষ্টা বিফল হৈছিল। দেৱানে তেতিয়া গুৱাহাটীলৈ গৈ ১৮৫৭ চনতে কন্দৰ্পেশ্বৰ সিংহক ৰাজপাটত বহাই আহোম ৰাজ্য উদ্ধাৰৰ পৰিকল্পনা কৰে। এইবোৰ কথাত বৃটিছ চৰকাৰ শংকিত হৈ পৰে। সেই সময়তে মিৰাটত চিপাহী বিদ্ৰোহৰ জুই জ্বলি উঠাত মণিৰাম দেৱানে উদ্‌গনি পায়। চিপাহী বিদ্ৰোহৰ বাতৰি অসমতো বিয়পি পৰে। মণিৰামে কলিকতাৰ পৰা কৰ্ন্দপেশ্বৰ সিংহ আৰু তেওঁৰ বিশ্বাসযোগ্য আন কিছুমানলৈ গোপনে চিঠি লিখি পত্ৰবাহকৰ যোগেদি অসমলৈ পঠায়। মধুৰাম কোঁচ, পিয়লি বৰুৱা, মায়াৰাম বৰবৰা, চিত্ৰসেন বৰবৰা গণেশ চন্দ্ৰ বৰুৱা, কমলা চিৰিঙিয়া বৰুৱা, দেউৰাম দিহিঙীয়া ফুকন আদিলৈ চিঠি লিখে। চিঠিত ভাৰতৰ বিভিন্ন প্ৰান্তত হোৱা বিদ্ৰোহৰ কথা আৰু ফিৰিংগিবোৰক অসমৰ পৰা খেদাৰ বাবে আন্দোলন গঢ়ি তুলিবলৈ সাজু হ'বলৈ নিৰ্দেশ দিছিল। কিন্তু মণিৰাম দেৱানৰ চিঠি হৰনাথ দাৰোগাৰ হাতত পৰে আৰু মণিৰামক বন্দী কৰি খৰধৰকৈ বিচাৰ কৰি ১৮৫৮ চনৰ ২৬ ফেব্ৰুৱাৰীত যোৰহাট জেলৰ ওচৰত ফাঁচি দিয়া হয়। বাহাদুৰ গাঁওবুঢ়া, কন্দৰ্পেশ্বৰ সিংহ, মধু কোঁচ, কমলা বৰুৱা, দুতিৰাম বৰুৱা, শেখ মহমুদ আলি আদিক কলিয়াপানীলৈ পঠোৱা হয় বা দীঘলীয়া ফাটেক দিয়া হয়। ১৮৫৭ চনত হোৱা ৩য় পৰ্যায়ৰ আন্দোলন এনেকৈ শেষ হয়।

ইংৰাজ শাসনত অসমৰ বিভিন্ন ঠাইত খেতি মাটিৰ খাজনা বঢ়াই ৰাজহ বৃদ্ধি কৰিছিল। ই একপ্ৰকাৰ শোষণমূলক কাম আছিল। ১৮৬১ চনত প্ৰথমতে নগাওঁৰ ফুলগুৰিত মাটিৰ খাজনাৰ বিৰুদ্ধে কৃষক বিদ্ৰোহৰ সূচনা হৈছিল। এই বিদ্ৰোহ অসমৰ বিভিন্ন ঠাইলৈও বিয়পিছিল। ১৮৬৯ চনত বজালীত শোষণমূলক শাসনৰ বিৰুদ্ধে হোৱা আন্দোলন আৰু ১৮৯২ চনত সৰ্থেবাৰীৰ ওচৰত খাজনা বৃদ্ধিৰ বিৰুদ্ধে হোৱা প্ৰতিবাদ বৰপেটা জিলাৰ প্ৰথম পৰ্যায়ৰ আন্দোলন বুলি অভিহিত কৰিব পাৰি। ১৮৯৪ চনত সৰ্থেবাৰীৰ ওচৰৰ লাছিমা, ৰঙিয়া আৰু দৰঙৰ পাথৰিঘাটলৈকে এই আন্দোলন বিয়পি পৰে। পাথৰিঘাটত ১৮৯৪ চনৰ ২৮ জানুৱাৰীৰ দিনাখন ১৪০জন হিন্দু মুছলমান প্ৰতিবাদী ৰাইজ পুলিচৰ গুলিচালনাত মৃত্যু হয়। সমসাময়িকভাৱে দৰং জিলাত ৰায়ত সভা আৰু যোৰহাটত সাৰ্বজনীন সভাৰ যোগেদি আন্দোলন গঢ়ি তোলা হৈছিল যদিও ইয়াক নিৰ্মমভাৱে দমন কৰা হৈছিল। উনৈশ শতিকা বহুতো মূল্যবান জীৱন দান আৰু বহুতৰ কলিয়াপানীৰ যোগেদি সমাপ্তি হৈছিল।

বেৰিষ্টাৰ উমেশ চন্দ্ৰ বেনাৰ্জীৰ সভাপতিত্বত ১৮৮৫ চনৰ ২৮ ডিচেম্বৰত বোম্বাইৰ তেজপাল সংস্কৃত কলেজত ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰথম সভা বহে। ইয়াত কংগ্ৰেছে স্বায়ত্ত শাসনৰ বাবে সংগ্ৰাম চলাই যাবলৈ প্ৰতিজ্ঞাবদ্ধ হয়। কুৰি শতিকাৰ আৰম্ভণিতে অসমত অসম এছোচিয়েচন ১৯০৩ চনত জন্মলাভ কৰাত ই ৰাজনৈতিক আৰু শিক্ষাৰ

ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা লয়। মাণিকচন্দ্ৰ বৰুৱা, ঘনশ্যাম বৰুৱা, ফইজুৰ ৰহমান, ৰাজা প্ৰভাত নাৰায়ণ বৰুৱা অসম এছোচিয়েচনৰ লগত ওতঃপ্ৰোতভাৱে লাগিবলৈ ধৰে। কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, কুলধৰ চলিহা, চন্দ্ৰ নাথ শৰ্মা, পদ্মনাথ গোহাঁই বৰুৱা, তৰুণৰাম ফুকন আদিয়েও ইয়াত যোগদান কৰে। অসমৰ প্ৰাদেশিক কংগ্ৰেছ কমিটি গঠন হয় ১৯২১ চনৰ ৫ জুন তাৰিখে। কুলধৰ চলিহাক সভাপতি আৰু নবীন চন্দ্ৰ বৰদলৈক সম্পাদক হিচাপে লোৱা হয়। ইয়াৰ পিছত কংগ্ৰেছৰ সৰ্বভাৰতীয় জাতীয় সভা বহে ১৯২৬ চনৰ ২৬, ২৭ আৰু ২৮ ডিচেম্বৰত পাণ্ডুত।

প্ৰথম মহাসমৰ আৰম্ভ হোৱাৰ লগে লগে সমগ্ৰ বিশ্বৰ ৰাজনৈতিক দৃশ্যপটৰ পৰিবৰ্তন হ'বলৈ ধৰে। ইংৰাজে কৰা প্ৰতিজ্ঞা ভঙ্গ কৰা বাবে ১৯১৯ চনত খিলাফত আন্দোলনৰ আৰম্ভ হয়। এই আন্দোলন দমাবৰ বাবে 'ৰাওলাট আইন' প্ৰয়োগ কৰাৰ উপৰিও সেনা আইনো প্ৰযোগ কৰা হয়। সেনা আইনৰ মুখ্য হিচাপে জেনেৰেল ডায়াৰক নিয়োগ কৰা হয়। অমৃতসৰৰ শাসনভাৰো ডায়াৰৰ হাতত অৰ্পণ কৰে। অমৃতসৰত সামৰিক আইন আৰম্ভ হয়। ১৯১৯ চনৰ ১৩ এপ্ৰিল তাৰিখে জালিৱানাবাগত এক বহাগত বৈশাখীৰ দিনাখন সমবেত হোৱা মেলাত ডায়াৰৰ নিৰ্দেশত নিৰ্মমভাৱে গুলী চালনা হয়। এই ঘটনাত ৬শৰো বেছি মানুহৰ মৃত্যু হয়। বহুতে উপায়হীন হৈ কুঁৱাৰ ভিতৰতো জঁপিয়াই পৰি মৃত্যুমুখত পৰে। ৮০০ বেছি মানুহ গুৰুতৰৰূপে আঘাতপ্ৰাপ্ত হয়। সমগ্ৰ দেশ জুৰি এই ঘটনা বিজুলীৰ দৰে বিয়পি পৰে। মানুহে স্বাধীনতা আন্দোলন দ্ৰুততৰ কৰি তুলিবলৈ উদ্‌গনি পায়। ১৯১৫ চনত মহাত্মা গান্ধী দক্ষিণ আফ্ৰিকাৰ পৰা আহি ভাৰতত আন্দোলনৰ গুৰি ধৰে। প্ৰথমতে গান্ধীয়ে ১৯২১ চনত ৰাওলাট আইনৰ বিৰুদ্ধে আন্দোলন গঢ়ি তোলে। এই আইনে পুলিচক কোনো জাননী নিদিয়াকৈ যিকোনো ঠাইতে বন্দী কৰা, খানাতালাচ কৰা আদিৰ ক্ষমতা দিয়া হৈছিল। এই আইনৰ বিপক্ষে সমগ্ৰ ভাৰতবৰ্ষত হৰতাল হৈছিল।

খিলাফট কমিটিয়ে বৃটিছ চৰকাৰৰ লগত অসহযোগ কৰাৰ বাবে চৰকাৰী চাকৰি ইস্তাফা দিয়া, মিলিটাৰি কামৰ পৰা অব্যাহতি লোৱা, চৰকাৰী চাকৰি ওভতাই দিয়া, খাজনা কৰ আদি দিয়া বন্ধ কৰাৰ সিদ্ধান্ত লয়। ইয়াৰোপৰি মহাত্মা গান্ধীয়ে মাদক দ্ৰব্য বৰ্জন, আদালত বৰ্জন আদি অসহযোগ কাৰ্যসূচী গ্ৰহণ কৰে। ১৯২০ চনৰ ডিচেম্বৰত বহা কংগ্ৰেছৰ সাধাৰণ সভাতো গান্ধীজীৰ প্ৰস্তাৱ গ্ৰহণ কৰা হয়। ভাৰতৰ স্বাধীনতা আন্দোলনত গান্ধীৰ যুগ তেতিয়াৰ পৰাই আৰম্ভ হয়।

মহাত্মা গান্ধীৰ আহ্বানক্ৰমে অসমত চন্দ্ৰ নাথ শৰ্মা আৰু নবীন চন্দ্ৰ বৰদলৈয়ে সমগ্ৰ অসম জুৰি অসহযোগ আন্দোলনৰ বাণী প্ৰচাৰ কৰি ফুৰে। বহুতো উকীল আৰু ছাত্ৰই কাছাৰী স্কুল বাদ দিয়ে। এওঁলোক আন্দোলনত সক্ৰিয়ভাৱে লাগিবলৈ ধৰে। মহাত্মা গান্ধীয়ে ১৯২১ চনৰ আগষ্ট মাহত অসমলৈ আহি ব্ৰহ্মপুত্ৰ আৰু সুৰমা উপত্যকা ভ্ৰমণ কৰি অসহযোগ আৰু যঁতৰৰ বিষয়ে ৰাইজৰ মাজত বক্তৃতা দি সকলোকে ভাৰত স্বাধীনৰ বাবে আন্দোলনত যোগ দিবলৈ আহ্বান কৰে। তেতিয়াই তৰুণৰাম ফুকনে, আৰ, ল কলেজত চাকৰি বাদ দি নবীন চন্দ্ৰ বৰদলৈ আৰু চন্দ্ৰ নাথ শৰ্মাৰ লগত অসমৰ চুকে-কোণে ঘূৰি অসমক ভাৰতৰ ভিতৰতে আন্দোলনৰ আগশাৰীৰ প্ৰদেশ কৰি তোলে।

মহাত্মা গান্ধীয়ে ১৯২১ চনত প্ৰথমতে সৰভোগত বিশাল জনসভাত অসহযোগ আন্দোলনৰ বিষয়ে ভাষণ দি ১৯ আগষ্টত তৰুণ ৰাম ফুকনৰ ঘৰৰ চৌহদত বহুত মানুহৰ

লগত আন্দোলনৰ বিষয়ে আলোচনা কৰে। তেতিয়া বহুতে বিলাতী কাপোৰ জুইত জাপি দি পুৰি পেলায়। কানি যে অসমীয়া মানুহৰ উন্নতিৰ হেঙাৰ স্বৰূপ তাক বাইজক বুজাই দি গান্ধীয়ে কানি আৰু মদৰ ব্যৱসায় বন্ধ কৰিবলৈ এই ব্যৱসায়ৰ প্ৰতিষ্ঠানবোৰত পিকেটিং আদি কৰিবলৈ আহ্বান জনায়। গান্ধীজীৰ নিৰ্দেশ শিৰোধাৰ্য কৰি সকলো ঠাইতে কানি বৰ্জনৰ বাবে আন্দোলন কৰে। লগে লগে খাদীৰ প্ৰচাৰ আৰু প্ৰসাৰো অসমত বহুলভাৱে হ'বলৈ ধৰে। চাহবাগানবোৰত বনুৱাৰ অধিক সুবিধাৰ বাবে হৰতাল আদি হয়। হেজাৰ হেজাৰ ছাত্ৰই স্কুল বৰ্জন কৰি আৰু ঠায়ে ঠায়ে জাতীয় স্কুল খুলি তাত পঢ়া-শুনা কৰিবলৈ লয়। কানিৰ প্ৰচলন একেবাৰে কমি যায়।

চৌৰিচৰাত ১৯২২ চনৰ ৫ ফেব্ৰুৱাৰী তাৰিখে বহুত ৰাইজ শোভাযাত্ৰা কৰি যাওঁতে পুলিচে গুলী চলায়। ইয়াৰ প্ৰতিবাদত ৰাইজে ওলোটাকৈ আক্ৰমণ কৰি পুলিচক থানালৈ খেদি পঠায়। তাৰ পিছত থানাৰ দুৱাৰ বন্ধ কৰি থানাত জুই লগাই দিয়ে। এই ঘটনাত বহুতো পুলিচৰ মৃত্যু হয়। চৌৰিচৰাৰ এই হিংসাত্মক কাৰ্যত মহাত্মা গান্ধী মৰ্মাহত হয় আৰু ভাৰতীয় মানুহৰ অসহযোগ আন্দোলন অহিংস নোহোৱা বুলি আন্দোলন বন্ধ কৰে। এই সাধাৰণ কথাতে গান্ধীজীয়ে আন্দোলন বন্ধ কৰাত, মতিলাল নেহৰু, চিত্তৰঞ্জন দাস, মদনমোহন মালব্য আদিয়ে তীব্ৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰি ১৯২২ত আন্দোলন চলাই যাবলৈ 'স্বৰাজ্য দল' গঠন কৰে। বাকী কিছুমানে খাদী আৰু কুটীৰ শিল্পৰ উন্নতিৰ কাৰণে মনোনিবেশ কৰে।

১৯২২ চনত গান্ধীজী গ্ৰেপ্তাৰ হয় আৰু ৬ বছৰ জেল হয়। ইয়াৰ প্ৰতিবাদত দেশজুৰি হৰতাল আদি হয়। জেলৰ পৰা ওলাই আহি গান্ধীজী বহি নাথাকিল। ১৯৩০ চনত তেওঁ নিমখ সত্যাগ্ৰহৰ যোগেদি দ্বিতীয় পৰ্যায়ৰ স্বাধীনতা আন্দোলন আৰম্ভ কৰে। তেতিয়া অসমৰ শিক্ষাধিকাৰ কানিংহামে ১৯৩০ চনত অসমত ছাত্ৰ-ছাত্ৰীয়ে ৰাজনীতিত যোগ দিয়া বন্ধ কৰিবলৈ এখন চাৰকুলাৰ উলিয়াইছিল। অসমৰ 'ছাত্ৰ ফেদাৰেচনে' ইয়াৰ প্ৰতিবাদ কৰি ছাত্ৰ-ছাত্ৰীবোৰক স্কুল কলেজ বাদ দি আন্দোলনত যোগ দিবলৈ নিৰ্দেশ দিয়ে। স্কুলবোৰত পিকেটিং চলিবলৈ ধৰে। বিদেশী কাপোৰ বৰ্জন, গাঞ্জা, কানি, মদ আদিৰ বন্ধ কৰিবলৈ পিকেটিং চলিবলৈ ধৰে। ১৯৩২ চনলৈ এই আন্দোলন সমগ্ৰ অসমতে পূৰাদ্যমে চলি থাকিল। সকলোবোৰ জেল সংগ্ৰামী জনগণেৰে ভৰি পৰিল। অৱশ্যে ১৯৩১ চনৰ মাৰ্চৰ পৰা ডিচেম্বৰলৈ গান্ধী আৰউইন চুক্তি অনুসৰি আন্দোলন বন্ধ আছিল। ইয়াৰ পিচত মহাত্মা গান্ধী ঘূৰণীয়া মেজমেলত বহি লণ্ডনৰ পৰা নিৰাশাৰে ঘূৰি দেশ পোৱাৰ লগে লগে পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰে। এই কালত জনসাধাৰণ বাৰুকৈয়ে মৰ্মাহত হয় আৰু সকলো আইন অমান্য আন্দোলন দ্ৰুত গতিত চলি থাকিল। সমগ্ৰ ভাৰতত‌ে জেলবোৰ সংগ্ৰামী মানুহৰ দ্বাৰা ভৰি পৰিল। অসমত প্ৰায় এহেজাৰ বেছি আন্দোলনকাৰীৰ গ্ৰেপ্তাৰৰ লগতে জেল হ'ল। প্ৰায় ১০০ জনী মহিলা অসমত বন্দী আৰু তাৰে ৪২ জনীৰ জেল হয়। আইন অমান্য আন্দোলনৰ অংশ হিচাপে খাজনা দিবলৈ বন্ধ কৰাত মানুহৰ মাটিবাৰী নিলামত গৈ সম্পত্তি বাজেয়াপ্ত হৈছিল।

১৯৩৪ চনৰ পৰা ১৯৩৮ চনলৈ বিশেষ ঘটনা নঘটিল। ১৯৩৪ চনত গান্ধীজীয়ে হৰিজন ভ্ৰমণ কৰি অসমলৈও আহিছিল। গান্ধীজীয়ে আন্দোলনকাৰীৰ যি সকলৰ জেল নহ'ল আৰু যিসকল তেতিয়ালৈ জেলৰ পৰা মুক্তি পাইছে তেওঁলোকক হৰিজন

আন্দোলনত যোগদান কৰি হৰিজনৰ উন্নতিৰ বাবে কাম কৰিবলৈ নিৰ্দেশ দিলে। ১৯৩৭ চনত অসমৰ বিধান সভাৰ ভোট হ'ল। কংগ্ৰেছে সংখ্যাগৰিষ্ঠ নাপালেও ১৯৩৭ চনত সংযুক্ত চৰকাৰ গঠন হ'ল।

১৯৩৯ চনত দ্বিতীয় মহাযুদ্ধ আৰম্ভ হ'ল। এই যুদ্ধত ভাৰতীয় মানুহে যুদ্ধত সহায় কৰা নকৰা কথা কংগ্ৰেছৰ মাজত আলোচনা হ'ল। যুদ্ধত বৃটিছক সহায় নকৰা কথাকে স্থিৰ কৰা হ'ল। গান্ধীজীয়ে ব্যক্তিগত সত্যাগ্ৰহৰ পোষকতা কৰে আৰু কংগ্ৰেছৰ সকলো প্ৰদেশ আৰু জিলা কমিটিবোৰ সত্যাগ্ৰহ কমিটিলৈ ৰূপান্তৰিত কৰে। গান্ধীজীয়ে ক'লে, বৃটিছ চৰকাৰক যুদ্ধত মানুহ আৰু টকাৰে সহায় কৰাটো ভুল। প্ৰধান কাম হৈছে এই যুদ্ধক অহিংস পথেৰে বাধা দিয়াতো। প্ৰথম সত্যাগ্ৰহীৰ দল নিৰ্বাচিত বিধায়কবোৰক কৰা হ'ল আৰু ২য় দল হ'ল জিলা প্ৰদেশ কংগ্ৰেছ কমিটিৰ সদস্যসকল আৰু লোকেল বোৰ্ডৰ কংগ্ৰেছ সদস্যসকল। অসমত মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈ আছিল অসমৰ প্ৰথম সত্যাগ্ৰহী। বাকীসকলে নিৰ্বাচিত কাৰ্যসূচীত অংশগ্ৰহণ কৰিছিল। অসমৰ বিভিন্ন ঠাইত প্ৰায় ২০০০ সত্যাগ্ৰহীক প্ৰশিক্ষণ দিয়া হৈছিল। গোপীনাথ বৰদলৈকে ধৰি বহুতো সত্যাগ্ৰহীক সত্যাগ্ৰহ কৰোতে এবছৰৰ পৰা ৬ বছৰলৈ জেল দিয়া হয়। বহুতকে থানাত এদিনৰ বাবে ৰাখি এৰি দিয়া হয়। ১৯৪২ চনত এই সত্যাগ্ৰহৰ কাৰ্যসূচী শেষ হৈছিল।

নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বোম্বাইত বহা অধিবেশনত ৭ আৰু ৮ আগষ্টত 'ভাৰত ত্যাগ' প্ৰস্তাৱ গ্ৰহণ কৰা হয়। ইয়াৰ ফলস্বৰূপে মহাত্মা গান্ধী, জৱহাৰলাল নেহেৰু, আব্দুল কালাম আজাদ, ড° ৰাজেন্দ্ৰ প্ৰসাদ আৰু বহুতো নেতাক গ্ৰেপ্তাৰ কৰা হয়। এই বন্দীকৰণৰ খবৰ সমগ্ৰ ভাৰতত বিজুলীৰ দৰে বিয়পি পৰে। নানান অধ্যাদেশ জাৰি কৰি চৰকাৰে পুলিচ আৰু মিলিটাৰিক আন্দোলন বন্ধ কৰিবলৈ নিয়োগ কৰে। দলত হিংসাত্মক আন্দোলন আৰম্ভ হৈ ৰেল লাইন উঠোৱা, দলং ভঙা, কোৰ্ট কাছাৰী থানা আদি পতাকা উত্তোলন কৰা আৰু সমান্তৰালভাৱে চৰকাৰ গঠন কৰা কাৰ্য আৰম্ভ হয়। ১৯৪২ চনৰ ৯ আগষ্টৰ দিনা আৰম্ভ হোৱা গন বিপ্লৱত দহ হেজাৰৰো অধিক লোক নিহত হয়। কেবা হাজাৰ ঘূণীয়া হয়, একলাখৰো অধিক বন্দী হয় আৰু জেল হয়। পাইকাৰী জৰিমনাত হেজাৰ হেজাৰ মানুহ ক্ষতিগ্ৰস্ত হয়।

২য় মহাযুদ্ধত জাপানী আহি অসমৰ পূব প্ৰান্তত উপস্থিত হয়। কংগ্ৰেছে তেতিয়া মানুহৰ সাহস আৰু মনোবল অটুট ৰখাৰ বাবে আৰু আভ্যন্তৰীণ শান্তি, মিলাপ্ৰীতি অটুট ৰখাৰ বাবে 'শান্তি সেনা বাহিনী' গঠন কৰে। এই শান্তি সেনাবোৰক গাঁৱে গাঁৱে মিলিটাৰীৰ দৰে প্ৰশিক্ষণ দিয়া হয়। অসম শান্তি সেনাৰে ভৰি পৰিছিল। জ্যোতিপ্ৰসাদ আগৰৱালা অসম শান্তি সেনাৰ সৰ্বাধিনায়ক আছিল। জ্যোতিপ্ৰসাদ আছিল বিপ্লৱৰ প্ৰতিভূ। তেওঁ আছিল বৃটিছৰ সাম্ৰাজ্যবাদী শাসনৰ বিৰুদ্ধাচৰণ কৰা বিপ্লৱী সংগ্ৰামী। তেওঁ শান্তি বাহিনীক গাঁৱে ভূঞে ঘূৰি ফুৰি অভাৱনীয় বিপদৰ মাজত 'মৃত্যুস্নান'ৰ শপতত দীক্ষিত কৰি 'মৃত্যু বাহিনী'লৈ ৰূপান্তৰিত কৰাৰ চেষ্টা কৰিছিল। ১৯৪৩ চনত মহাত্মা গান্ধীৰ আহ্বানক্ৰমে গোপনীয়তা ভঙ্গ কৰি কলিকতাৰ পৰা আহি জ্যোতিপ্ৰসাদ তেজপুৰৰ আদালতত হাজিৰ হয়। নিৰ্দিষ্ট অভিযোগ নথকা বাবে তেওঁ মুক্তি পায়। ১৯৪৫ চনত জ্যোতিপ্ৰসাদ আগৰৱালাই ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ প্ৰতি আকৃষ্ট হৈ আৰু বিষ্ণুপ্ৰসাদৰ দৰে প্ৰকৃত স্বাধীনতা আৰু মেহনতী মানুহৰ মুক্তিৰ কথা ক'বলৈ ধৰে।

বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সদস্য বিষ্ণু প্ৰসাদ ৰাভাই হাতত কলম আৰু ষ্টেনগান লৈ শদিয়াৰ পৰা ধুবুৰীলৈ ভ্ৰমণ কৰি বিপ্লৱী ভাৱধাৰা মানুহৰ মাজত প্ৰচাৰ কৰি প্ৰকৃত স্বাধীনতাৰ বতৰা দিছিল। ইংৰাজ শাসনৰ বিৰুদ্ধে বিষ্ণু ৰাভাৰ নৱজাগৰণৰ আন্দোলন আছিল অসমৰ স্বাধীনতা আন্দোলনৰ এক মচিব নোৱাৰা অধ্যায়।

শান্তি সেনা বাহিনীৰ কাম-কাজ ১৯৪০ চনত আৰম্ভ হৈ ১৯৪২ চনত শেষ হয়। এই নৱগঠিত শান্তি সেনাই ভাৰতৰ স্বাধীনতা আন্দোলনত মুখ্য ভূমিকা লৈছিল। শান্তি সেনাৰ সৈনিক যুৱক আৰু আন কৰ্মীবোৰ বৃটিছৰ যুদ্ধৰ আঁচনিৰ বাধাৰ স্বৰূপ হৈ পৰিছিল। তেতিয়াই সৰুপথাৰত মিলিটাৰী অহা ৰেল বগৰোৱাত বহুতৰ মৃত্যু হয় আৰু কিছুমানৰ জখম হয়। কুশল কোঁৱৰক বন্দী কৰি ফাঁচি দিয়া হয়। ২৯ জন পুলিচৰ গুলীত মৃত্যু হয় আৰু জীৱন আঘাতপ্ৰাপ্ত হয়।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত অসমৰ গোপীনাথ বৰদলৈ, সিদ্ধিনাথ শৰ্মা, কামিনী শৰ্মা আদি গ্ৰেপ্তাৰ হয়। ইয়াৰ মাজতো কামিনী শৰ্মাই 'ভাৰত ত্যাগ'ৰ নিৰ্দেশনা বিভিন্ন স্থানত বিলোৱাৰ দিহা কৰে। চাৰকুলাৰখনত খাজনা দিয়া বন্ধ ৰেল লাইন, ডাকঘৰ, টেলিফোন অফিচ, কোৰ্ট কাছাৰী, পুলিচ থানা আদিত জাতীয় পতাকা উত্তোলন আৰু সমান্তৰাল চৰকাৰ গঠন কৰাৰ নিৰ্দেশ দিয়া হৈছিল। এই চাৰকুলাৰৰ মৰ্মে প্ৰথমতে ১৯৪২ চনৰ ২৬ আগষ্টত সৰভোগত নতুনকৈ নিৰ্মাণ কৰিবলৈ লোৱা বিমানঘাটি জ্বলাই দি ধ্বংস কৰা হৈছিল। লগতে সৰভোগ থানা, পোষ্ট অফিচ, বিমানঘাটিৰ অফিচো ধ্বংস কৰা হৈছিল। ব্ৰজনাথ শৰ্মা এই কাৰ্যৰ নায়ক আছিল। বিভিন্ন জিলাত ৰেললাইন বগৰোৱা, দলং ভঙা কৰ্ট থানাত জাতীয় পতাকা উত্তোলন কৰা আদি কাৰ্য সংঘটিত হ'বলৈ ধৰে। ত্যাগবীৰ হেম বৰুৱা এই আন্দোলনৰ জীৱন্ত প্ৰতীক আছিল। বৃটিছ চৰকাৰে স্বাভাৱিকতে নেতাবোৰক গ্ৰেপ্তাৰ কৰি জেললৈ পঠাইছিল। বহুতৰ জেল হ'ল কিছুমান নিৰাপত্তা বন্দী হৈ থাকিল আৰু কিছুমান থাকিল বিচাৰাধীন বন্দী হৈ। এই আন্দোলন ১৯৪৫ চনলৈ চলিল।

ভাৰতৰ স্বাধীনতা আন্দোলনত অসমৰ সত্ৰৰ অৱদান বহুমূলীয়া। মাজুলীৰ গড়মূৰ সত্ৰৰ সত্ৰাধিকাৰ পীতাম্বৰদেৱ গোস্বামীয়ে ১৯০৭ চনত সত্ৰৰ কাৰ্যভাৰ লয়। তেওঁ বিদেশী বস্ত্ৰ বৰ্জন আৰু খাদীৰ কাপোৰ ব্যৱহাৰ কৰিবলৈ গাঁৱে গাঁৱে মেল পাতি প্ৰচাৰ কৰি ফুৰিছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনত গোস্বামীদেৱে সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰে। আউনিআটি সত্ৰৰ সত্ৰাধিকাৰ হেমচন্দ্ৰ গোস্বামী দেৱেও ১৯৩০ চনৰ আন্দোলনত অংশ গ্ৰহণ কৰে। প্ৰধান নেতাবোৰ জেলত যোৱাত পীতাম্বৰ দেৱগোস্বামী যোৰহাটলৈ আহি কংগ্ৰেছৰ সভাপতিৰ ভাৰ বহন কৰিছিল। চৰকাৰে তেতিয়া গোস্বামীক সত্ৰৰ ভিতৰত নজৰবন্দী কৰি ৰাখিছিল। ফলস্বৰূপে আন্দোলন জীয়াই ৰখাৰ বাবে গড়মূৰ সত্ৰৰ ডেকা সত্ৰাধিকাৰ কৃষ্ণানন্দ দেৱ গোস্বামীয়ে আন্দোলনত নামি পৰিছিল। ১৯৪৩ চনত পীতাম্বৰ দেৱগোস্বামীক গ্ৰেপ্তাৰ কৰি দুবছৰ জেল দিয়া হয়। ইয়াৰ প্ৰতিবাদকল্পে গড়মূৰ, কমলাবাৰী, শোলমাৰা, আঁহতগুৰি, ৰঙাচাহী আদিত জনসভা পতা হৈছিল। ১৮৯২ চনৰ কৃষক বিদ্ৰোহৰ ব্যাসকুছি সত্ৰৰ সত্ৰাধিকাৰ যোগেশ্বৰ গোস্বামীয়ে মুখ্য দায়িত্ব বহন কৰিছিল। বৰপেটা সত্ৰৰ চোতালত ১৯৩০ চনত আৰু ১৯৪২চনৰ আন্দোলনত জনসভা বহিছিল। জাতীয় স্কুল স্থাপন কৰোতে বৰপেটা বিদ্যাপীঠে স্কুল সাজিবলৈ বৰপেটা সত্ৰৰ মাটি দান দিয়া হৈছিল। এনেকৈ বিভিন্ন সত্ৰ আৰু নামঘৰৰ যোগেদি স্বাধীনতা আন্দোলনে অধিক প্ৰচাৰ আৰু

প্ৰসাৰৰ সুযোগ পাইছিল।

১৯৪৬ চনত লৰ্ড মাউণ্টবেটেন ভাৰতৰ ভাইচৰয় আৰু গৱৰ্ণৰ জেনেৰেল হিচাপে আহে। তেতিয়াৰ পৰাই ভাৰতত হোৱা আন্দোলনৰ পটভূমিত বৃটিছ চৰকাৰে ঘটনাৱলীৰ পৰ্যালোচনা কৰি নতুনকৈ চিন্তা ভাৱনা কৰিবলৈ ধৰে। অৱশেষত ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতীয় জনতাৰ দাবী মানি লৈ ভাৰতক দ্বিখণ্ডিত কৰি ভাৰতবৰ্ষ আৰু পাকিস্তান হিচাপে শাসনভাৰ গটাই দিবলৈ স্থিৰ কৰে। ভাৰতত এই পোন্ধৰ আগষ্টৰ মাজনিশা ইউনিয়ন জেক মাটিৰ তললৈ নামিল আৰু ভাৰতৰ জাতীয় ত্ৰিৰংগ পতাকা ওপৰলৈ উঠিল। শেষত দীঘলীয়া আন্দোলনত শতসহস্ৰ সংগ্ৰামীৰ বুকুৰ তেজৰ বিনিময়ত ইংৰাজ চৰকাৰ ভাৰত এৰিবলৈ বাধ্য হ'ল। ভাৰত স্বাধীন হ'ল।

**(২) ভাৰতৰ স্বাধীনতা আন্দোলনত বৰপেটা জিলাৰ অৱদান :**

বৰপেটা মহকুমা স্থাপিত বা ১৮৪১ চনৰ মাৰ্চ মাহত। বৰপেটা চহৰকে বৰপেটা মহকুমাৰ সদৰ কৰা হয়। গেইটৰ বুৰঞ্জীমতে ১৮৮৫ খৃঃতহে জে, পি মিলচে পূৰ্ণাঙ্গ বৰপেটা মহকুমা স্থাপন কৰে। ১৯৪১ চনৰ পিয়লমতে মহকুমাখনত ১,৪৬,২১৮ জনসংখ্যাৰ ৩৩৪ খন গাওঁ আৰু তিনিখন পুলিচথানা এই মহকুমাৰ অন্তৰ্ভুক্ত আছিল। প্ৰশাসনৰ সুবিধাৰ বাবে বৰপেটা মহকুমা বিচলিত হৈ পৰিল। সকলোপিনে গ্ৰেপ্তাৰ, অত্যাচাৰ, উৎপীড়ন আৰম্ভ হ'ল। সেই সময়ত বসন্ত কুমাৰ ওজাৰ নেতৃত্বত অহিংস সৈনিক সংঘ' নামৰ এটি অনুষ্ঠান গঠিত হৈছিল। বৃন্দাবন হাটীৰ বাসুদেৱ দাসো ইয়াৰ লগত ওতঃপ্ৰোতভাবে জড়িত আছিল। ১৯২০-২১ চনত বাসুদেৱ কালদিয়া নদীৰ পাৰত নাওশালীৰ ঘাটত গান্ধী টুপী আহি থাকোতে তেওঁক গ্ৰেপ্তাৰ কৰি জেলত ভৰোৱা হয়। বাসুদেৱ দাস বৰপেটা জিলাৰ প্ৰথম জেলত সোমোৱা ভলণ্টিয়াৰ।

সেই সময়ত উমেশচন্দ্ৰ ব্ৰহ্মচাৰী বৰপেটা জিলাৰ কংগ্ৰেছৰ সভাপতি আছিল। তেখেতৰ পিছত ধনীৰাম তালুকদাৰ কংগ্ৰেছৰ সভাপতি আৰু বসন্ত কুমাৰ ওজাই সম্পাদকৰ দায়িত্ব বহন কৰিছিল। এওঁলোক দুয়ো তেতিয়া কংগ্ৰেছৰ পিনৰ পৰা স্বাধীনতা আন্দোলনৰ গুৰি ধৰে। তালুকদাৰ আৰু ওজা দুয়ো জেললৈ যাবলগীয়া হৈছিল। দেৱেন্দ্ৰ নাথ উজীৰ গান্ধীজীৰ হৰিজন সংঘৰ বৰপেটা জিলাৰ শাখা সভাপতি আছিল। তেওঁ গ্ৰেপ্তাৰ হৈ কাৰাবৰণ খাটিছিল। অম্বিকাগিৰি ৰায়চৌধুৰীৰ দুবছৰ সশ্ৰম কাৰাদণ্ড হৈছিল।

১৯২১-২২ চনৰ দেশ জুৰি হোৱা এই অসহযোগ আন্দোলনত বৰপেটাৰ হৰি প্ৰসাদ ব্ৰহ্মচাৰী, উমেশ চন্দ্ৰ ব্ৰহ্মচাৰী, কন্দৰ্প কুমাৰ বৰুৱা, সূৰ্যকান্ত বায়ন, গণেশলাল চৌধুৰী, মোহনলাল চৌধুৰী, অক্ষয়কুমাৰ দাস, প্ৰাণেশ্বৰ দাস, শ্ৰীৰামচন্দ্ৰ দাস, সীতানাথ দাস, ভগবান চন্দ্ৰ দাস, ধৰ্মকান্ত দাস, কৰুণা ৰাম দাস, কন্দৰ্প কুমাৰ দাস, ভবানীপুৰৰ ধনীৰাম তালুকদাৰ (বেপাৰী), ঋষভ চৌধুৰী, ভগৱান চৌধুৰী, কেশৱ চৌধুৰী, গোপীনাথ চৌধুৰী, দীনবন্ধু চৌধুৰী, ৰজনীকান্ত চৌধুৰী, ৰামগোপাল দাস, সৰুপেটাৰ গুখনা ৰাম ভৰালী, পুৰন্দৰ সিংহ, সোণাৰাম চৌধুৰী, পাঠশালাৰ ভাৰত চন্দ্ৰ ঠাকুৰীয়া, নিত্যানন্দৰ ডাঃ কেশৱ চন্দ্ৰ দাস, জালাহৰ সুখিন ৰাম দাস, হলিৰাম দাস, ভালুকীৰ কালিচৰণ কলিতা, পীতাম্বৰ শৰ্মা, বামাখাটিৰ ধৰ্মকান্ত শৰ্মা, হৰকান্ত তালুকদাৰ, মাণিকচন্দ্ৰ তালুকদাৰ, হাউলীৰ বিশ্ব নাথ দাস, মাজুলিঝাৰৰ সৰ্বেশ্বৰ দাস, পাটাচাৰকুছিৰ কেশৱলাল দাস, তাৰক চন্দ্ৰ শৰ্মা,

অকয়াৰ লক্ষ্মীকান্ত পাঠক, গোলক চন্দ্ৰ পাঠক, চেঙাৰ গোলক চন্দ্ৰ পাঠক, সৰভোগৰ কাতিৰাম কছাৰী, কালিচৰণ দাস, যোগেন্দ্ৰ নাথ দাস, নন্দমোহন মজুমদাৰ, হলিৰাম মহন্ত, পহৰুৰাম দাস, শিলোৰাম ভকত, কৃষ্ণকান্ত সাউ আদিকে ধৰি বহুতো লোকে নানান আইনৰ ধাৰাত অসহযোগ কাৰ্যসূচীত অংশ গ্ৰহণ কৰা বাবে কাৰাবৰণ কৰিবলগীয়া হয়। ১৯২১ চনৰ আন্দোলনতে ছাত্ৰসকলে স্কুল বৰ্জন কৰি স্বাধীনতা আন্দোলনত যোগদান কৰে। স্কুল এৰি অহা ছাত্ৰসকলে নিজৰ স্কুলত শিক্ষা লাভ কৰাৰ বাবে বৰপেটাৰ শিৱবাৰীত এটি জাতীয় বিদ্যালয় স্থাপন কৰে। উমেশ চন্দ্ৰ ব্ৰহ্মচাৰীয়ে তেওঁৰ নিজৰ মাটিত এই জাতীয় বিদ্যালয় সাজি দিয়ে। এই স্কুলৰ ভগ্নাৱশেষ এতিয়াও শিৱবাৰীৰ বাস্তাত লিখিবলৈ পোৱা যায়। ১৯২২ চনত চৌৰিচোৰাত পুলিচ থানাৰ ভিতৰত পুৰি মৰা কথাকে লৈ আন্দোলন হিংস্ৰ হোৱা বুলি মহাত্মা গান্ধীয়ে আন্দোলন বন্ধৰ নিৰ্দেশ দিয়ে। আন্দোলনৰ সলনি কৰ্মীবোৰক শিক্ষা আৰু সামাজিক কামত আত্মনিয়োগ কৰিবলৈ নিৰ্দেশ দিয়ে।

আন্দোলন অচল হ'লেও ৰাইজক সজাগ ৰাখিবৰ বাবে প্ৰচাৰ পত্ৰ বিতৰণ কৰি থকা হ'ল। শুনা যায় প্ৰচাৰ পত্ৰ বিতৰণ কৰি থকা হ'ল। শুনা যায় প্ৰচাৰ পত্ৰৰ বাবে ছপাশালৰ অভাৱ হোৱাত বসন্ত কুমাৰ ওজাই বৰপেটা চৰকাৰী হাইস্কুলৰ 'লিঠু' মেচিনটো চুৰ কৰি আনি তাত বাণীবোৰ লিঠু কৃৰি গোপনে ৰাইজৰ মাজত প্ৰচাৰ কৰিছিল। মহাত্মা গান্ধীৰ অসহযোগ আন্দেলনৰ স্থগিতকৰণ নিৰ্দেশ সকলো কংগ্ৰেছীয়ে মানি লোৱা নাছিল। বহুতে ইয়াৰ বাবে তেওঁক সমালোচনা কৰিছিল। অসমৰ চন্দ্ৰনাথ শৰ্মাৰ নাম এই ক্ষেত্ৰত উল্লেখ কৰিব পাৰি। মতিলাল নেহেৰু, চিত্তৰঞ্জন দাস আৰু তৰুণৰাম ফুকন আদিয়ে 'স্বৰাজদল' নামেৰে কংগ্ৰেছৰ এটি উপদল গঠন কৰি ৰাইজক সজাগ ৰাখিবৰ বাবে চৰকাৰৰ শোষণমূলক কামবোৰ জনসাধাৰণৰ মাজত প্ৰচাৰ কৰি ইংৰাজ বিৰোধী মনোভাব সজীৱ কৰি ৰাখিছিল। ইপিনে মহাত্মা গান্ধীৰ আহ্বানত কৰ্মীবোৰে মাদকদ্ৰব্য বৰ্জন, অস্পৃশ্যতা বৰ্জন, কুটীৰ শিল্পৰ প্ৰচাৰ আদি গঠনমূলক কামত নিজকে ব্যস্ত ৰাখিছিল। সৰভোগৰ ওচৰত কমাৰগাঁওত এখন আশ্ৰম খোলা হৈছিল। এইখন আশ্ৰমে গান্ধীবাদী কাম-কাজৰ এখন বিখ্যাত আশ্ৰম হিচাপে সুনাম অৰ্জন কৰিছিল।

**আইন অমান্য আন্দোলন :**

স্বাধীনতা আন্দোলনৰ দ্বিতীয় পৰ্যায়ৰ আঁচনি মতে মহাত্মা গান্ধীয়ে ১৯৩০ চনৰ ১২ মাৰ্চ তাৰিখে সবৰমতী আশ্ৰমৰ পৰা ৭৫ জন সত্যাগ্ৰহীক লগত লৈ লোণ আইন ভঙ্গ কৰা বাবে দাণ্ডিলৈ যাত্ৰা কৰে। পুলিচে সত্যাগ্ৰহীৰ ওপৰত নিৰ্মমভাৱে লাঠি চালনা কৰে। ইয়াৰ পিছতেই সমগ্ৰ ভাৰত জুৰি আইন অমান্য আন্দোলন আৰম্ভ হয়। ১৯৩০ চনৰ এপ্ৰিল মাহৰ ৬ তাৰিখে গান্ধীজীক গ্ৰেপ্তাৰ কৰি জেলত দিয়া হয়। ১৯৩০ চনৰ ২৬ জানুৱাৰীৰ দিনাখন সমগ্ৰ দেশৰ চুকে-কোণে স্বাধীনতা দিবস পালন কৰা হয়। বৰপেটা মহকুমাত সেইদিনাখন সমদল যাত্ৰা কৰি যঁতৰৰ ছবি থকা ত্ৰিৰঙ্গ পতাকা উত্তোলন কৰি এই দিবস পালন কৰা হয়। সেইদিনা বৰপেটা কীৰ্ত্তন ঘৰৰ সন্মুখত মহেন্দ্ৰ মোহন চৌধুৰী, অক্ষয় কুমাৰ দাস, মধুসূদন দাস আদিয়ে ভাষণ দিছিল। স্কুলৰ ছাত্ৰই সমদল বাহিৰ কৰিছিল। ভেলা, শীলা, বৰবিলা আদিৰ পৰাও ডেকা ল'ৰাবোৰে সমদল কৰি আহিছিল।

এই সমদলত উদয় শৰ্মাই খোল বজাই স্বাধীনতাৰ গীত গাই বৰপেটালৈ আহিছিল।

বাটত কেওঁটকুছি, বাৰাদী আদিৰ লোক এই সমদলত যোগদান কৰি 'মহাত্মা গান্ধী কি জয়', 'ভাৰত মাতা কি জয়', 'স্বাধীন ভাৰত কি জয়' আদি ধ্বনি দি আকাশ বতাহ মুখৰিত কৰি কৰে।

হাউলী আৰু বৰপেটা ৰোডৰ পৰা যাদৱ চন্দ্ৰ দাস আৰু মহাৰথ চৌধুৰীৰ নেতৃত্বত চাৰিওফালৰ গাঁৱৰ পৰা সমদল যাত্ৰা কৰি ৰাইজ চণ্ডী বৰুৱা হলৰ ওচৰত সমবেত হৈ জাতীয় পতাকা উত্তোলন কৰে। এই সমদলবোৰত স্কুলৰ ছাত্ৰ-ছাত্ৰীয়ে যোগদান কৰাৰ বাবে শিক্ষা বিভাগৰ মূৰব্বীসকলৰ মাজত আলোচনা হ'ল। তেতিয়া শিক্ষা বিভাগৰ শিক্ষাধিকাৰ আছিল কানিংহাম। তেওঁ ছাত্ৰ-ছাত্ৰীৰ অভিভাৱকে ল'ৰা-ছোৱালী আন্দোলনত যোগদান নকৰে বুলি লিখিত প্ৰতিশ্ৰুতি দিলেহে স্কুলত পঢ়িব পাৰিব বুলি এখন চাৰকুলাৰ উলিয়ালে। ইয়াকে কানিংহাম চাৰকুলাৰ বুলি জনাজাত। এই কথাত ছাত্ৰ-ছাত্ৰীসকল বিক্ষুব্ধ আৰু উত্তেজিত হ'ল। চাৰিওফালে এই চাৰকুলাৰৰ বিৰুদ্ধে পিকেটিং বিক্ষোভ আদি হ'বলৈ ধৰিলে। বৰপেটা মহকুমাত ৩০০কৈয়ো বেছি ছাত্ৰ-ছাত্ৰী গ্ৰেপ্তাৰ হ'ল। ১৫০ জনমানৰ আঢ়ৈমাহকৈ জেল হ'ল। এই আন্দোলনৰ সময়তে কেবাখনো ৰাজহুৱা স্কুল স্থাপিত হ'ল। বৰপেটা চহৰত এই সময়তে বিদ্যাপীঠ স্কুলখন স্থাপিত হৈছিল। কানিংহাম চাৰকুলাৰ নমনা ছাত্ৰৰে আৰম্ভ হোৱা বৰপেটা বিদ্যাপীঠৰ মাটি বৰপেটা সত্ৰৰ পৰিচালনা সমিতিয়ে দান কৰে। এই স্কুল স্থাপনৰ বাবে জানকী মোহন শৰ্মা, ধনীৰাম তালুকদাৰ, ঘনশ্যাম দাস, বনমালী দাস, উকীল যাদৱ চন্দ্ৰই অশেষ চেষ্টা কৰিছিল। জগদীশ চন্দ্ৰ মেধি বিদ্যাপীঠ সুপাৰ প্ৰতিষ্ঠাতা প্ৰধান শিক্ষক আছিল। আইন অমান্য আৰু কানিংহাম চাৰকুলাৰ আন্দোলনৰ গুৰি ধৰোতা মহেন্দ্ৰ মোহন চৌধুৰী, অক্ষয় কুমাৰ দাস, ঘনশ্যাম দাস, (কবিৰাজ) উপেন্দ্ৰ দাস, মধুসূদন দাস আদিয়ে জেল খাটিছিল। বৰপেটাৰ গোলক চন্দ্ৰ ভূঞা, দীনেশ চন্দ্ৰ বায়ন, হংসধৰ চৌধুৰী, নকুলচন্দ্ৰ দাস, ডাঃ বৈদ্যনাথ দাস, বসন্তকুমাৰ ওজা, নগেন্দ্ৰ নাথ দাস, কন্দৰ্প কুমাৰ দাস, ভূমিধৰ দাস, প্ৰহ্লাদ দাস, সদানন্দ দাস, লাখন চন্দ্ৰ দাস, বলভদ্ৰ দাস, লোহিত চন্দ্ৰ দাস, ভগৱান গায়ন, প্ৰমোদ শৰ্মা, মহেন্দ্ৰ চন্দ্ৰ পাঠক, গুৰুপ্ৰসাদ দাস, ৰাজেন্দ্ৰ নাথ ডেকা, শ্ৰীহৰি দাস, দীনবন্ধু ওজা, আনন্দ বায়ন, অচ্যুতানন্দ দাস, কবিচৰণ দাস, মেলেক চন্দ্ৰ মিস্ত্ৰি, ৰাজেন্দ্ৰ নাথ পাঠক, প্ৰবোধ পাঠক ভগৱান চন্দ্ৰ তালুকদাৰ, কনক চন্দ্ৰ তালুকদাৰ, ভবানীপুৰৰ বংশীধৰ চৌধুৰী, ফনীন্দ্ৰ নাথ চৌধুৰী, পাঠশালাৰ সুৰেন্দ্ৰ নাথ পাঠক, ৰমেশ শৰ্মা দলৈ সৰু মাণিকপুৰৰ হৰিমোহন দাস, আমৰিখোৱাৰ ৰাজেন্দ্ৰ নাথ দাস, ভেল্লাৰ ৰাজেশ্বৰ শীল, পাটবাউসীৰ হৰকান্ত দাস, সৰ্বেশ্বৰ ডেকা, চেঙাৰ গোলক চন্দ্ৰ পাঠক, বহৰিৰ ভোলা ৰাম দাস, সৰভোগৰ লোহিত চন্দ্ৰ দাস, মহেন্দ্ৰ দাস, সহোদৰ দৰ্জী, চকচকাৰ বাপুৰাম দাস, জীৱন চন্দ্ৰ দাস, হংসৰাম দাস, সভাৰাম কাকতি, মহেন্দ্ৰ চৰকাৰ দাস আদিয়ে বৰপেটা জিলাৰ ১৯৩০-৩২ চনৰ স্বাধীনতা আন্দোলনত গ্ৰেপ্তাৰ বৰণ কৰি কাৰাবাস খোৱা প্ৰধান ব্যক্তি।

১৯৩১ চনৰ ২য় ঘূৰণীয়া মেজমেলৰ পৰা খালি হাতে ভাৰতীয় স্বাধীনতা আন্দোলনকাৰীৰ দল ঘূৰি আহে। জিন্নাই বৃটিছ চৰকাৰৰ প্ৰৰোচনাত সাম্প্ৰদায়িক দাবীৰে এই আলোচনা ব্যৰ্থ কৰে। ১৯৩২ চনৰ পৰা মহাত্মা গান্ধীৰ নিৰ্দেশত আকৌ আন্দোলন আৰম্ভ হ'ল। বৰপেটা জিলাতো এই আন্দোলন তীব্ৰতৰ হৈ উঠিল। মুছলিম লীগৰ উচতনি আৰু গোড়ামিৰ বাবে বৰপেটা জিলাৰ দুই এঠাইত হিন্দু-মুছলমানৰ মাজত সংঘৰ্ষ হ'ল।

১৯৩৪ চনৰ এপ্ৰিল মাহত মহাত্মা গান্ধীয়ে অসম ভ্ৰমণ কৰে। এই সময়তে তেওঁ বৰপেটালৈ আহিছিল। নখাহ্দা নদীৰ পাৰত পতা এখন বিশাল জনসভাত মহাত্মা গান্ধীয়ে ভাষণ দি ৰাইজক স্বাধীনতা আন্দোলনত যোগ দিবলৈ আহ্বান জনাইছিল। ইয়াতে তেওঁ ৰাইজক হৰিজন আন্দোলনত যোগ দি দেশৰ পৰা অস্পৃশ্যতা দূৰ কৰিবলৈ নিৰ্দেশ দিছিল। এই সভাতে বহুতো মহিলাই পিন্ধি থকা সোণৰ গহনা গান্ধীৰ হাতত অৰ্পণ কৰি হৰিজন আন্দোলনত ব্যৱহাৰ কৰিবলৈ দান দিছিল। বৰপেটা জিলাত গ্ৰেপ্তাৰ নোহোৱা আন্দোলনৰ কৰ্মীবোৰ হৰিজন আন্দোলনত লাগিছিল। ১৯৩৫ চনত ৩য় ঘূৰণীয়া মেজমেলত বৃটিছ চৰকাৰে উদাৰ নীতিৰ বাবে এখন আইন প্ৰণয়ন কৰিছিল। প্ৰদেশ আৰু দেশীয় ৰাজ্যবোৰৰ সহযোগত ভাৰতবৰ্ষত এখন যুক্ত ৰাজ্য স্থাপনৰ ব্যৱস্থা কৰা হ'ল। দেশীয় ৰজাসকলে এই প্ৰস্তাৱত সম্মতি নিদিয়াত কংগ্ৰেছৰ লগত বৃটিছ চৰকাৰে কৰিব খোজা চুক্তি কাৰ্যকৰী নহ'ল। এই ব্যৱস্থাৰ আগতে প্ৰদেশ বিলাকত প্ৰাদেশিক স্বায়ত্ব শাসন দিয়াৰ বাবে ব্যৱস্থা কৰা হৈছিল। এই ব্যৱস্থা অনুসৰি ১৯৩৮ চনত গোপীনাথ বৰদলৈক মুখ্যমন্ত্ৰী হিচাপে লৈ ১৯ চেপ্তেম্বৰত অসমত প্ৰথম সংযুক্ত চৰকাৰ গঠন কৰা হৈছিল। ১৯৩৭-৩৮ চনত মুছলিম লীগৰ সমৰ্থনত কৃষক শ্ৰেণীয়ে সাম্প্ৰদায়িক সংঘৰ্ষ চলাবলৈ ধৰে। বৰপেটাৰ কংগ্ৰেছ নেতাসকলে সভাসমিতি পাতি আৰু প্ৰচাৰ পত্ৰ বিলাই শান্তি সম্প্ৰীতি ৰক্ষা কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। কিন্তু মুছলিম লীগৰ আকোৰগোজ মনোভাবৰ বাবে এই প্ৰচেষ্টাই বিশেষ ফল লাভ কৰিব নোৱাৰিলে।

১৯৩৭ চনত জৱাহৰলাল নেহৰু বৰপেটা ভ্ৰমণ কালত পৌৰসভাৰ পথাৰত ডাঙৰ জনসভাত তেজস্বী ভাষণ দিছিল। বৰপেটা জিলাত নেহৰুৰ ভ্ৰমণৰ পিছত স্বাধীনতা আন্দোলনে নতুন উদ্যম লাভ কৰিছিল।

**মুছলীম লীগৰ কাৰ্য ঃ**

১৯৩৭ চনৰ পৰা বৰপেটা জিলাৰ দক্ষিণ পূব আৰু পশ্চিম অঞ্চল আৰু ব্ৰহ্মপুত্ৰৰ চৰ এলেকাবোৰ সাম্প্ৰদায়িক মুছলীম লীগৰ ঘাটি হৈ পৰিছিল। লীগৰ সদস্যসকলে 'ভাৰত মাতা কী জয়'ৰ পৰিৱৰ্তে 'পাকিস্তান জিন্দাবাদ' ধ্বনি দিবলৈ ধৰে। চাদুল্লাৰ সহযোগত ৰংপুৰ, মৈমন সিং জিলাৰ পৰা লাখ লাখ মুছলমান খেতিয়কক আনি বৰপেটা জিলাৰ হাবি জংঘল কাটি খেতি কৰিবলৈ দিয়া হ'ল। বৰপেটাকে ধৰি, গোৱালপাৰা, কামৰূপ, নগাওঁ, দৰং জিলাৰ হেজাৰ হেজাৰ বিঘা মাটি এওঁলোকৰ দখললৈ গ'ল। ১৯৪৪ চনৰ এপ্ৰিল মাহৰ ৭ আৰু ৮ তাৰিখে বৰপেটাৰ চাউলখোৱা পাৰত মুছলীম লীগৰ সভাত মৌলানা ভাচানীয়ে উত্তপ্ত সাম্প্ৰদায়িক ভাষণ দিছিল। ইয়াত সেই সময়ৰ অসমৰ প্ৰধান মন্ত্ৰী মহম্মদ চাদুল্লা আৰু তেওঁৰ মন্ত্ৰীসভাৰ বহুতো মন্ত্ৰীয়ে যোগদান কৰিছিল। দহহেজাৰতো বেছি মুছলমানে লগত যাঠি, জোং, দা, কোদাল, তৰোৱাল লৈ 'পাকিস্তান জিন্দাবাদ' ধ্বনিৰে বৰপেটা চহৰত ত্ৰাসৰ সৃষ্টি কৰিছিল। এই চাদুল্লাৰ দিনতে হেজাৰ হেজাৰ মুছলমান খেতিয়ক পূৰ্ববঙ্গৰ পৰা আহি অসম ভৰি পৰি মাটি দখল কৰি স্থায়ীভাৱে বহিছিল।

**দ্বিতীয় মহাসমৰ আৰু ১৯৪২ৰ ভাৰতত্যাগ আন্দোলন ঃ**

১৯৩৯ চনত ২য় মহাসমৰৰ ৰণ শিঙা বাজি উঠিছিল। বৃটিছ চৰকাৰে

ভাৰতীয়সকলক যুদ্ধত সকলো প্ৰকাৰে সহায় কৰিবলৈ আহ্বান জনাইছিল। তাৰ বিপৰীতে ভাৰতৰ স্বাধীনতা আন্দোলনৰ নেতাসকলে এই যুদ্ধত বৃটিছ চৰকাৰক সকলো প্ৰকাৰে অসহযোগ কৰিবলৈ স্থিৰ কৰিছিল। অসমত তেতিয়া কংগ্ৰেছ মন্ত্ৰীসভাই ইস্তাফা দিয়ে। লীগৰ নিৰ্দেশত ফটোৱা জাৰি কৰা হ'ল। মুছলীম লীগে ভাৰতক দ্বিখণ্ডিত কৰি এখন মুছলিম ৰাষ্ট্ৰৰ পোষকতা কৰিলে। ইংৰাজ চৰকাৰেও এই ভাগ কৰি শাসন কৰা নীতি সমৰ্থন জনালে।

১৯৪২ চনৰ কংগ্ৰেছ ৱাকিং কমিটিয়ে গান্ধীজীৰ বৃটিছৰ 'ভাৰত ত্যাগ' প্ৰস্তাৱ গ্ৰহণ কৰাৰ পৰাই বৰপেটা জিলাত এই আন্দোলনৰ জুই বিয়পি পৰে। সমগ্ৰ মহকুমাৰ জনসাধাৰণে এই আন্দোলনৰ প্ৰতি অভূতপূৰ্ব সঁহাৰি দিয়ে। কৰ্মীবোৰৰ ব্যক্তিগত সত্যাগ্ৰহে চৰকাৰক দিশহাৰা কৰি তুলিলে। এই ব্যক্তিগত সত্যাগ্ৰহত নগাওঁৰ মহেন্দ্ৰমোহন চৌধুৰী, বৰপেটাৰ অক্ষয় কুমাৰ দাস, ঘনশ্যাম দাস, মধুসূদন দাস, উপেন্দ্ৰ নাথ দাস, বসন্ত কুমাৰ ওজা, পৰমানন্দ পাঠক, ভৱানীপুৰৰ বংশীধৰ চৌধুৰী, ধৰণীধৰ চৌধুৰী, ঋষভ চৌধুৰী, বসন্ত কুমাৰ চৌধুৰী, বজালীৰ ডাঃ জিনাৰাম দাস, কেশৱলাল দাস, প্ৰিয় শৰ্মা, কামেশ্বৰ দাস, গৌৰী শৰ্মা, হৰিচন্দ্ৰ শৰ্মা, শিলাৰ উদয় নাথ শৰ্মা, সৰুক্ষেত্ৰীৰ ভুৱনেশ্বৰ ভূঞা, গোলক ভূঞা, বৰনগৰৰ নন্দমোহন মজুমাদৰ, সৰ্বেশ্বৰ দাস, খগেন্দ্ৰ নাথ শৰ্মা, শ্ৰীহৰি মোহন দাস, অচ্যুতানন্দ দাস, চেঙাৰ খগেন পাঠক, গোলক পাঠক, অৰ্জুন ৰায়, চন্দ্ৰ চৌধুৰী, সৰুপেটাৰ খৰ্গেশ্বৰ কলিতা, ভালুকীৰ কালিচৰণ কলিতা আদিয়ে সত্যাগ্ৰহ কৰি পুলিচৰ হাতত বন্দী হয়। বৰপেটাত পৰমানন্দ পাঠকে 'অহিংস বিপ্লৱী সংঘ' খুলি ভাৰত ত্যাগ আন্দোলনৰ মহাত্মা গান্ধীৰ নিৰ্দেশবোৰ ৰাইজৰ মাজত সমগ্ৰ বৰপেটা জিলাত প্ৰচাৰ কৰি ফুৰিছিল। 'কংগ্ৰেছৰ শান্তি সেনা' বাহিনীয়ে তেতিয়া ৰাইজৰ মাজত খুব জনপ্ৰিয়তা অৰ্জন কৰিছিল। 'শান্তি সেনা বাহিনী'ৰ বহুতো শিবিৰত স্বেচ্ছাসেৱকবোৰক প্ৰশিক্ষণ দিয়া হৈছিল। বৰপেটাৰোডত থকা শান্তি সেৱা বাহিনীৰ থকা আৰু খোৱাৰ ব্যৱস্থা মথুৰা মোহন হিতৈষীয়ে কৰি দিছিল। লগতে মোহন লাল চৌধুৰীয়েও শান্তি সেনা বাহিনীক নানান প্ৰকাৰে সহায় সহযোগ কৰিছিল। শান্তি সেনাক প্ৰশিক্ষণ দিয়াত আগ ভাগ লৈছিল গোলক পাঠকে। প্ৰশিক্ষক আছিল বিষ্ণুৰাম পাঠক, গোবিন্দ শৰ্মা আৰু ৰমণী পাঠক। বৰনগৰত শান্তি সেনা বাহিনীৰ প্ৰশিক্ষক আছিল ব্ৰজনাথ শৰ্মা। জন্মেজয় দাস আৰু খগেন্দ্ৰ নাথ শৰ্মাই তেখেতক সহায় কৰিছিল। উপদেষ্টা হিচাপে আছিল নন্দমোহন মজুমদাৰ। বজালী অঞ্চলৰ আন্দোলনৰ দায়িত্ব লৈছিল ৰজনীকান্ত দেৱচৌধুৰী, ডাঃ কেশব চন্দ্ৰ দাস, গিৰীশ চন্দ্ৰ চৌধুৰী, কেশব লাল দাস, গৌৰীকান্ত শৰ্মা, হোমেশ্বৰ দেৱচৌধুৰী, নৱকান্ত দাস, মাণিক চন্দ্ৰ তালুকদাৰ, চন্দ্ৰপ্ৰভা শইকীয়ানী, ধৰণীধৰ দাস, সৰ্বেশ্বৰ পাটগিৰি আদিয়ে। জালাহত নেতৃত্ব লৈছিল মণিকান্ত স্বৰ্গীয়াৰীৰ লগতে ডাঃ অনন্ত কুমাৰ দাস, গুণেশ্বৰ দাস, ফটিক চন্দ্ৰ ডেকা আদিয়ে।

'ভাৰত ত্যাগ' আন্দোলনৰ কাৰ্যসূচীমতে কাম কৰি গৈ ১৯৪২ চনৰ ৯ আগষ্টত মহাত্মা গান্ধীক গ্ৰেপ্তাৰ কৰি জেলত দিয়াৰ পৰাই এই আন্দোলন হিংস্ৰ হ'বলৈ ধৰে আৰু গণ আন্দোলনলৈ ধাবিত হয়। বিপ্লৱীসকলে থানা, কাছাৰী, আদালত, চৰকাৰী কাৰ্যালয় আদিত আক্ৰমণ কৰি অগ্নি সংযোগতো প্ৰবৃত্ত হ'বলৈ ধৰিলে। ৰেল বগৰাবলৈকে ধৰিলে। চিপাহী পুলিচৰ লগত ৰাইজৰ সংঘৰ্ষ হ'বলৈ ধৰিলে। 'ভাৰত ত্যাগ' আন্দোলনৰ লগে লগে আৰম্ভ হোৱা এয়াই 'বিয়াল্লিচৰ গণবিপ্লৱ'। বৰপেটা জিলাৰ 'ভাৰত ত্যাগ' তথা গণবিপ্লৱৰ

প্ৰধান নেতা আছিল মহেন্দ্ৰ মোহন চৌধুৰী, অক্ষয় কুমাৰ দাস, কামেশ্বৰ দাস, ঘনশ্যাম কবিৰাজ, মধুসুধন দাস আদি। বজালী অঞ্চলৰ কাম চলাইছিল কেশবলাল দাস, ধৰণীধৰ দাস, চন্দ্ৰপ্ৰভা শইকীয়ানী আদিয়ে। বজালীত কেন্দ্ৰীয় পঞ্চায়তো স্থাপন হৈছিল। কৰ্মপৰিষদ নামৰ অনুষ্ঠানৰ যোগেদি ৮ মাহ ধৰি নানা ধৰণৰ কাম-কাজ চলাইছিল। ইয়াৰ সভাপতি আছিল ডাঃ কেশব চন্দ্ৰ দাস আৰু সম্পাদক নবকান্ত দাস। এই সভাৰ ২৫জন সদস্য আছিল। পাটাছাৰকুছিৰ হোমেশ্বৰ দেব চৌধুৰী, জালাহৰ হৰেন্দ্ৰ নাথ শৰ্মা, টঙাৰকুৰৰ ৰজনীকান্ত শৰ্মা, বিশ্বেশ্বৰ দেবচৌধুৰী, প্ৰিয় চৌধুৰী ধৰণীধৰ দাস আদিয়ে এই কৰ্মপৰিষদৰ যোগেদি ইংৰাজ সৈন্যৰ খাদ্য যোগান আৰু যাতায়াতৰ প্ৰধানকৈ বাধা দিয়াৰ কাৰ্যপন্থা যুগুত কৰিছিল। এওঁলোকে সমান্তৰাল চৰকাৰ গঠন কৰিছিল। গৰুৰ গাড়ী আৰু খেৰ বেচাত কৰ লগাইছিল। কৰ নিদিয়া বাবে এবাৰ এটা দলৰ পৰা ৩০০টা ছাগলী বাজেয়াপ্ত কৰিছিল। কৰ্মপৰিষদৰ অনুমতি নহ'লে কোনোৱে ধান বেচিব নোৱাৰিছিল। উভয় বেচা আৰু কিনা দলে প্ৰতিগাড়ী ধানত ১৪ অনা আৰু ১০ মোণত চাৰি অনা কৰ দিব লাগিছিল। চৰকাৰক কৰ দিয়া বন্ধ কৰিবলৈ মৌজাদাৰ আৰু ৰায়তক ভয় খুৱাই চিঠি প্ৰেৰণ কৰিছিল। পঞ্চায়তৰ অনুমতি নহ'লে চাহৰ দোকানীয়েও মিলিটাৰি পুলিচক চাহ বেচিব নোৱাৰিছিল। মিলিটাৰি যোগান বন্ধ কৰিবৰ বাবে নাও আৰু গৰুগাড়ী বাজেয়াপ্ত কৰা হৈছিল। বৰপেটা জিলাত ৪ গৰাকী মৌজাদাৰৰ ঘৰবাৰী পুৰি পেলোৱা হৈছিল। বজালী আৰু ভৱানীপুৰত এই কৰ্ম পৰিষদৰ কাম সজোৰে চলিছিল। কেন্দ্ৰীয় পঞ্চায়তে হাস্পতাল, গৰুৰ খোৱাৰ, চৌধুটি আৰু কলৰ গুৰিত দুখন জেল, জাতীয় জমা আৰু শান্তি সেনা স্থাপন কৰিছিল। এইবোৰ দেখি চৰকাৰে ৪টা সশস্ত্ৰ বাহিনী খুলি পাঠশালা, নলবাৰী টিহু আদি ঠাইত নিয়োগ কৰিছিল। গুপ্ত বাহিনীয়ে এই চৰকাৰী শক্তিক ৰোধ কৰিবলৈ মানুহক লাঠি, যাঠি, দাও, দেগাৰ, ধনু কাড় আদি যোগাৰ কৰি শত্ৰুৰ বিপক্ষে যুঁজিবলৈ আহ্বান জনাইছিল। এই সময়তে পাঠশালাত বোমা বিস্ফোৰণ কৰা হৈছিল।

সংগ্ৰাম তীব্ৰতৰ হৈ উঠে। মোহন চন্দ্ৰ দত্তৰ নেতৃত্বত অনুমানিক চাৰি হাজাৰ মহিলাৰ সমদল যাত্ৰা কৰি পাটাছাৰকুছি থানা আক্ৰমণ কৰি থানাত ত্ৰিবৰ্ণ পতাকা উত্তোলন কৰা হৈছিল আৰু ৰাজহুৱা সভাও পতা হৈছিল। এই কাৰ্যত পুলিচ বাহিনী বহি নাথাকি ৰাইজৰ ওপৰত নানান অত্যাচাৰ উৎপীড়ন আৰম্ভ কৰিছিল। ১৯৪২ চনৰ ২৫ ডিচেম্বৰৰ দিনাখন নিত্যানন্দ, জলাহ, বিচান্দকুচি আদিত পুলিচৰ নিৰ্যাতন চলিছিল। সংগ্ৰামী ৰাইজে ঠায়ে ঠায়ে সভা পাতি স্বাধীনতাৰ পতাকা উত্তোলন কৰিছিল। পুলিচে গ্ৰেপ্তাৰ কৰি মানুহ বৰপেটা জেললৈ নিয়াৰ বাবে সাজু হৈছিল। ইয়াতে ৰাইজে উত্তেজিত হৈ পুলিচক বন্দীবোৰ নিয়াত বাধা প্ৰয়োগ কৰিছিল। ফলত আইন শৃঙ্খলাৰ দায়িত্বত থকা পুলিচে সংগ্ৰামী ৰাইজৰ ওপৰত গুলী চালনা কৰিছিল। এই গুলী চালনাৰ সময়তে মদন বৰ্মন আৰু ৰাউতা কোঁচৰ থিতাতে মৃত্যু হয়। জনতা চেদেলি-ভেদেলি হ'ল।

এনেকৈ নানান ঠাইত 'ভাৰত ত্যাগ' আন্দোলনে গণবিপ্লৱত পৰিণত হৈ হিংসাত্মক ৰূপ ধাৰণ কৰাত গান্ধীজীয়ে ১৯৪৩ চনৰ ফেব্ৰুৱাৰীত ২১ দিনাৰ অনশন আৰম্ভ কৰি গুপ্ত কাৰ্য আৰু হিংসাত্মক কাম সম্পূৰ্ণৰূপে বন্ধ কৰিবলৈ ৰাইজৰ প্ৰতি আহ্বান জনায়। গান্ধীজীৰ আন্দোলনৰ ভৰপক দিয়া সময়ত এনে আহ্বানত গুপ্ত শিবিৰত নিৰাশাৰ গভীৰ ছাঁ পৰে। কিন্তু দৃঢ়মনা জয়প্ৰকাশ নাৰায়ণ, অৰুণা আচফ আলি, অচ্যুত পট্টবৰ্দ্ধন আদিয়ে তেওঁলোকৰ

স্থিতিতে দৃঢ়মনা হৈ থাকিল আৰু ভাৰতৰ চাৰিওফালে হিংসাত্মক কাৰ্য কৰিবলৈ স্থিৰ কৰে। গুপ্ত আন্দোলনকাৰীৰ মাজত এই কথালৈ মতানৈক্য হ'ল। আনকি অৰুণা আচফ আলিৰ ১৯৪৬ চনৰ অসম ভ্ৰমণেও এই আন্দোলনলৈ বিশেষ বৰঙণি যোগাব নোৱাৰিলে।

'ভাৰত ত্যাগ' আন্দোলনত বৰপেটা জিলাৰ ছাত্ৰসকলে হৰতাল পিকেটিং সমদল আদি কৰিছিল। 'শান্তি সেনা' আৰু 'মৃত্যু বাহিনী' গঠন কৰিছিল। বৰপেটাৰ 'অহিংস বিপ্লৱী সংঘ' জালাহৰ 'হনুমান দল' বহুতো গুপ্ত কাৰ্যত নিয়োজিত হৈছিল। ১৯৪৪ চনৰ ৭ মাৰ্চত বজালীৰ কলৰগুৰি আশ্ৰমত তালাচী হৈছিল। তালাচীত বহুতো নথিপত্ৰ আৰু আপত্তিজনক বস্তু বাজেয়াপ্ত হৈছিল। আশ্ৰমৰ তত্বাৱধানত থকা লোকসকলক গ্ৰেপ্তাৰ কৰি 'ভাৰত ৰক্ষা আইন'ত শাস্তি দিয়া হৈছিল। চৰকাৰে কুটাঘাটমূলক কাৰ্য দমাবৰ বাবে পাইকাৰী জৰিমনা লগাইছিল। অকল সৰভোগ অঞ্চলতে ১৫,০০০ টকা জৰিমনা কৰা হৈছিল। পুলিচ মিলিটাৰীয়ে লগ লাগি বিদ্ৰোহ দমনৰ বাবে আঁচনি তৈয়াৰ কৰিছিল। ১৯৪৩ চনৰ ২৬ জানুৱাৰী তাৰিখে বৰপেটা কীৰ্তন ঘৰৰ সন্মুখত মিটিং পতাত চন্দ্ৰপ্ৰভা শইকীয়া আৰু লগৰ কেবাজনী মহিলাক পুলিচে বেয়া ব্যৱহাৰ কৰিছিল। শইকীয়ানীক পুলিচে টানি মিটিঙৰ পৰা বাহিৰ কৰি নিব খোজাত পুলিচ আৰু মহিলাৰ মাজত হতাহতি হৈছিল। পুলিচে শইকীয়ানীক চৰিয়াই টানি বাহিৰ কৰিছিল।

২য় মহাযুদ্ধৰ সময়ত ভাৰতৰ উত্তৰ পূব অঞ্চল স্পৰ্শকাতৰ হৈ পৰিছিল। ১৯৪১ চনৰ শেষত জাপানী সেনাই খৃষ্টমাচৰ দিনাখন হংকং দখল কৰিছিল। সুভাস চন্দ্ৰ বসুৰ ভাৰতীয় জাতীয় সেনা আৰু জাপানী সেনা ব্ৰহ্মদেশৰ গভীৰ অৰণ্যৰ মাজেৰে চিঙ্গাপুৰ আৰু ৰেঙ্গুনৰ পিনে অগ্ৰসৰ হৈছিল। ৫ ফেব্ৰুৱাৰীত চিংগাপুৰ আৰু ৮ ফেব্ৰুৱাৰীত ৰেঙ্গুন জাপানৰ হাতলৈ যায়। লাখ লাখ মানুহ ভয়তে ব্ৰহ্মদেশ এৰি অসমৰ পিনে অগ্ৰসৰ হয়। জাপানীয়ে অসমৰ পিনে অগ্ৰসৰ হৈ ইম্ফল, কোহিমা আৰু ডিমাপুৰত প্ৰবল গুলী বৰ্ষণ কৰে। এনে এক পৰিস্থিতিতে অসমত 'শান্তি সেনা বাহিনী' গঠন কৰা হয়। গোপীনাথ বৰদলৈ, ডঃ ভুবনেশ্বৰ বৰুৱা, ফকৰুদ্দিন আলি আহমেদ, বিষ্ণুৰাম মেধি আদি ইয়াৰ সদস্য আছিল। প্ৰকৃততে অসম কংগ্ৰেছৰ 'শান্তি সেনা বাহিনী' এটি যুবক সংগঠন আছিল। যুদ্ধৰ সময়ত 'শান্তি সেনা বাহিনী'ৰ প্ৰশিক্ষণ প্ৰাপ্ত সৈনিকসকলে ঘৰুৱা শান্তি আৰু যুদ্ধত পলায়ন কৰি অহা মানুহৰ ওপৰত নজৰ ৰাখিছিল। বৰপেটা জিলাত অক্ষয় কুমাৰ দাসক সভাপতি হিচাপে আৰু মহেন্দ্ৰ মোহন চৌধুৰীক সম্পাদক হিচাপে লৈ শান্তি সেনা বাহিনীৰ জৰুৰী উপসমিতি গঠন কৰিছিল। বৰনগৰ কমিটিৰ নন্দমোহন মজুমদাৰ সভাপতি আৰু চিন্তাহৰণ পাটগিৰি সম্পাদক আছিল। ১৯৪২ চনৰ এপ্ৰিল মাহত সৰভোগৰ ৰেল কলনিত এখন সভা বহিছিল। এই সভাত মহেন্দ্ৰ মোহন চৌধুৰীয়ে শান্তি সেনা বাহিনীৰ ঘৰুৱা শান্তি আৰু সজাগতাৰ বিষয়ে ফঁহিয়াই কৈছিল। লগতে যুদ্ধত ভাগি অহা মানুহক সহায় কৰাৰ কথাও কোৱা হৈছিল। শান্তি সেনা বাহিনীৰ যোগেদি কংগ্ৰেছে এটি শক্তিশালী স্বেচ্ছাসেৱক বাহিনী গঠন কৰিছিল। এই সভাতে নুনতোলা গাঁওৰ দুৰ্গেশ্বৰ দাস, সৰভোগৰ থানেশ্বৰ ৰয় আৰু নৱদ্বীপ ৰঞ্জন পাটগিৰি আৰু আন ৩২ জন যুবকে শান্তি সেনাত যোগ দিছিল। দুৰ্গেশ্বৰ দাস এই দলৰ নায়ক আছিল। ১৯৪২ চনৰ মে- জুন মাহত বৰনগৰত ১০০০ প্ৰশিক্ষণ প্ৰাপ্ত শান্তি সেনা হয়গৈ। তেতিয়া শান্তি সেনা বগা খাকি পেন্ট, খাদী হাফচাৰ্ট আৰু গান্ধী টুপি পিন্ধি বৰনগৰৰ ৰাস্তাৰে 'বিশ্ব বিজয়ী ন জোৱান' ধ্বনিৰে সমদল কৰিছিল। সেই সময়ত ১ম

মহাযুদ্ধত গুদামৰ দায়িত্বত থাকি মিলিটাৰীৰ চাকৰি কৰা ব্ৰজনাথ শৰ্মাই কহিনুৰ অপেৰা পাৰ্টি খুলি যাত্ৰা কৰিছিল। ব্ৰজনাথ শৰ্মা অপৰিসীম সংগঠন শক্তি আছিল।

১৯৪২ চনৰ জুন মাহৰ পৰা বৰনগৰ যুদ্ধৰ ঘাটি হৈছিল। জাপানীয়ে বাৰিষা অহাৰ বাবে যুদ্ধ বন্ধ কৰিছিল। এই সময়তে বৃটিছে বৰনগৰত যুদ্ধৰ ঘাটি স্থাপন কৰো বুলি বেকী নদীৰ পাৰত সাপনা গাঁৱৰ ওচৰত এটি বিমানবন্দৰ স্থাপন কৰাৰ যো জা চলাইছিল। ইয়াৰ বাবে গেৰিচন ইঞ্জিনিয়াৰ আৰু সহকাৰী গেৰিচন ইঞ্জিনিয়াৰ অফিচ সৰভোগৰ বৰনগৰ হাইস্কুলত খুলিছিল। বৰনগৰ হাইস্কুলখন চক্‌চকা এম, ভি স্কুললৈ স্থানান্তৰিত কৰিছিল। বৰনগৰ হাইস্কুলৰ সন্মুখত ৮টা মিলিটাৰীৰ অস্থায়ী খেৰীঘৰ সাজি থলে ধৰে। এই কেম্পবোৰলৈ বৰপেটাৰোডত থকা বৃটিছ আৰু আমেৰিকান সৈন্যবোৰ ৩১ আগষ্টৰ আগতে স্থানান্তৰ কৰাৰ কথা আছিল। শ শ মিলিটাৰী ঠিকাদাৰ, ইঞ্জিনিয়াৰ, ব্যৱসায়ী বৰনগৰ অঞ্চল ঘাইকৈ সৰভোগ ভৰি পৰে। এনে পৰিস্থিতিত সৰভোগ অঞ্চলৰ শান্তি সেনাই ভাবিলে যে যদি এই যুদ্ধ ঘাটি সজাতোত বাধা দিয়া নহয় তেনেহ'লে বৰনগৰ মিলিটাৰীৰ শক্তিশালী ঘাটিত পৰিণত হ'ব আৰু জাপানে ইয়াত নিশ্চয় বোমা পেলাব। ফলত সমগ্ৰ বৰনগৰ অঞ্চল ধ্বংস হ'ব। গতিকে শান্তি সেনা বাহিনীৰ উচ্চ কমিটিয়ে সৰভোগ অঞ্চলত যুদ্ধৰ বিমানঘাটি আৰু ঘৰ আদি বন্ধাত বাধা দিয়াৰ পৰিকল্পনা কৰিলে। এই বাহিনীয়ে ৰাইজক মিলিটাৰীক বাঁহ, খেৰ, বেত, গৰুগাড়ী আদি যোগান দিবলৈ বাধা প্ৰদান কৰিলে। এই অসহযোগৰ ফলত পোন্ধৰ দিনৰ ভিতৰতে সকলো কাম বন্ধ হ'ল। মিলিটাৰীয়ে বহি নাথাকি কোকৰাঝাৰ আৰু বাসুগাঁওৰ পৰা ৰেলেৰে বাঁহ, খেৰ, বেত আদি সৰভোগ ৰেলষ্টেচনত নমাই তাৰ পৰা ট্ৰলিৰে ৮ কিলোমিটাৰ দূৰৈত থকা বিমান ঘাটিলৈ নিয়াৰ ব্যৱস্থা কৰিলে। শান্তি সেনাই পিকেটিং আৰম্ভ কৰিলে। হিন্দু বনুৱাই কাম কৰা বন্ধ কৰিলে। কিন্তু লীগৰ নিৰ্দেশত মুছলমান বনুৱাই কাম কৰিবলৈ ল'লে। কিন্তু শান্তি সেনাৰ বুজনিত মুছলমান বনুৱাইয়ো কাম বন্ধ কৰিলে। ইয়াতো মিলিটাৰী ইঞ্জিনিয়াৰসকল ক্ষান্ত নাথাকি দৰং জিলাৰ পৰা বিশেষ ৰেলেৰে ৫০০ বনুৱা আনি বিমান ঘাটি স্থাপন কৰিলে। কাম দ্ৰুত গতিত আগবাঢ়িল। ১৯৪২ চনত আগাথা পেলেচৰ জেলৰ পৰা ওলাই পুণাত মহাত্মা গান্ধীয়ে 'কৰা বা মৰা' মন্ত্ৰ দিয়ে। এই কথাই শান্তি সেনাৰ মাজত উৎসাহ যোগালে। ১৯৪২ চনৰ ১৬ আগষ্টত বৰনগৰ কংগ্ৰেছৰ সভাপতি নন্দমোহন মজুমদাৰৰ সভাপতিত্বত শান্তি সেনাৰ এখন সভা বহে। এই সভাত অক্ষয় কুমাৰ দাস, মহেন্দ্ৰমোহন চৌধুৰীৰ উপৰিও ব্ৰজনাথ শৰ্মাও উপস্থিত আছিল। এই সভাত বৰনগৰত সেনাৰ দ্ৰুত সঞ্চালন বন্ধ কৰা বিষয়টো আলোচনা কৰা হয়। শান্তি সেনা বাহিনীৰ শীৰ্ষ নেতাই মিলিটাৰীৰ সকলো প্ৰস্তুতি ধ্বংস কৰাৰ বাবে প্ৰস্তাৱ আগবঢ়ায়। কিন্তু কংগ্ৰেছী নেতাবোৰে অহিংস প্ৰথাৰে কাৰ্যপন্থা হাতত লবলৈ স্থিৰ কৰে। ইয়াৰ পিচত ১৯৪২ চনৰ ২৪ আগষ্টত শান্তি সেনা বাহিনীৰ এখন গুপ্ত সভা বহে। এই সভাত মিলিটাৰীৰ যুদ্ধৰ বাবে লোৱা সকলো প্ৰস্তুতি ধ্বংস কৰাৰ বাবে কাৰ্যপন্থা তৈয়াৰ কৰা হয়।

সেই সময়ত সৰভোগ পুলিচ থানাত ১২জন বন্দুকধাৰী পুলিচ আছিল। তাৰে ৬জন পুলিচ থানাত আৰু ৬জন নিৰ্মিয়মান বিমানঘাটিৰ কৰ্তব্যত আছিল। আঁচনিমতে ২৬ আগষ্টৰ ৰাতি ১০ বজাত জাকুৱাপাৰাৰ পথাৰত সকলো শান্তি সেনাৰ সদস্যই আৰু ৰাইজৰ বহুতে হাতত দা, কুঠাৰ, কোদাল, যাঠি, জোং, বোমা আদি যি পায় তাকে হাতত লৈ সমবেত

হ'ব। জাকুৱাপাৰা সৰভোগ নগৰৰ পৰা ৮ কিঃমিঃ আৰু বিমানঘাটিৰ ৮ কিঃমিঃ দূৰৈত অৱস্থিত। শান্তি সেনাৰ সেই নিশাৰ আক্ৰমণৰ নেতা আছিল ব্ৰজনাথ শৰ্মা। সংগঠিত শান্তি সেনা বাহিনীৰ কৰ্মীবোৰ বিভক্ত হৈ প্ৰায় ৫০০মান মানুহৰ এটি দল জাকুৱাপাৰা তিনি আলিৰ পৰা বিমান বন্দৰলৈ সমদল কৰি যাব। ৪০ জনীয়া এটি ভাগ চকচকাৰ পৰা বিমান ঘাটিলৈ যোৱা ৰাস্তাৰ কাঠৰ দলং কেইখন পুৰা বা ভঙাৰ কাৰণে অগ্ৰসৰ হ'ব। আৰু ৪০ জনৰ এটি দলে সৰভোগৰ আমগুৰিলৈ যোৱা দলং নোহোৱা ৰাস্তাটো মাজতে কাটি যানবাহনৰ বাবে অনুপযোগী কৰি তুলিব। আকৌ এটি ২০ জনীয়া দলে সৰভোগ ৰেল ষ্টেচনৰ ওচৰত টেলিগ্ৰাফ লাইন কটাৰ বাবে অগ্ৰসৰ হ'ব। ৫০০ জনীয়া দলটোৱে বিমান ঘাটিত জমা হোৱা বাঁহ, খেৰ, অস্থায়ী ঘৰ আদিত জুই জ্বলাই ধ্বংস কৰিব। ২৫ আগষ্ট ১৯৪২ চনৰ দিনটোত সৰভোগত সাপ্তাহিক বজাৰ আছিল। এই বজাৰতে শান্তি সেনাৰ সকলো সদস্যলৈ সৰু কাগজৰ টুকুৰাত ৰাতি দহ বজাত জাকুৱাপাৰা পথাৰত সমবেত হ'বলৈ আৰু লগতে আন ৰাইজক লগত লৈ যাবলৈ নিৰ্দেশ দিয়া হৈছিল।

১৯৪২ চনৰ ২৬ আগষ্ট তাৰিখে শান্তিসেনা বাহিনীৰ সদস্যসকল নিশা দহ বজাত বহুতো ৰাইজ লগত লৈ জাকুৱাপাৰাৰ পথাৰত সমবেত হৈছিল। প্ৰায় ২০০০ মানুহ হাতত দা-কুঠাৰ, যাঠি, কোদাল আদি লৈ সমবেত হোৱা এই জন সমুদ্ৰৰ নেতৃত্বৰ ভাৰ পৰিছিল ব্ৰজনাথ শৰ্মাৰ। ৰাতি ১১ বজাত ব্ৰজনাথ শৰ্মা পথাৰত উপস্থিত হৈছিল আৰু 'বন্দে মাতৰম', 'বৃটিছ সাম্ৰাজ্য ধ্বংস হওক' আদি ধ্বনিৰে আকাশ বতাহ মুখৰিত হৈ উঠিছিল। আঁচনিমতে নৱদ্বীপ ৰঞ্জন পাটগিৰীৰ নেতৃত্বত ২০ জনীয়া এটা দল টেলিফোন লাইন কাটিবৰ বাবে অগ্ৰসৰ হ'ল। এটা ৪০ জনীয়া দল দামো ৰামদাসৰ নেতৃত্বত চকচকা আৰু বিমানঘাটিৰ মাজৰ তিনিখন কাঠৰ দলং ভাঙিবলৈ গ'ল। ৩য় দলটোৰ ৪০জন ৰামচৰণ দাসৰ নেতৃত্বত আমগুৰি সৰভোগ ৰাস্তাত তিনিটা খাল কাটি পুলিচৰ যাতায়াত বন্ধ কৰিবৰ বাবে অগ্ৰসৰ হ'ল। আন্দোলনকাৰীবোৰৰ 'বন্দে মাতৰম' ধ্বনি শুনি বিছনাৰ পৰা উঠিও মানুহ দলত যোগদান কৰিলে। বাকী ৫০০ মানুহৰ দল এটাই ব্ৰজনাথ শৰ্মাৰ নেতৃত্বত বিমান ঘাটি অভিমুখে যাত্ৰা কৰিলে। প্ৰায় ৬০০ মানুহ বিমান ঘাটিত জমা হ'ল। এওঁলোকে বিমান বন্দৰত জমা হোৱা সকলো বয়বস্তু, অস্থায়ী ঘৰ আদিত জুই লগাই দিলে। অগ্নিশিখাই সমগ্ৰ বিমান বন্দৰ পুৰি চাৰখাৰ কৰিলে। ঠিকাদাৰ, বিষয়া, বনুৱা, সকলোৰে হয়তো বেকী নদী পাৰ হৈ নহয় আমগুৰি ৰাস্তাৰে সৰভোগ ষ্টেচনৰ পিনে পলাব ধৰিলে। পুলিচৰ ৬ জনীয়া দলটোও পলাল। বিহাৰী বনুৱাবোৰ ৰেল ধৰিবৰ বাবে সৰভোগ ষ্টেচনলৈ গ'ল, বাটতে আন্দোলনকাৰীয়ে ইইতক ৰাস্তা কটা কামতো লগালে। এই জুই শিখা ২০ কিঃমিঃ দূৰলৈও দেখা গৈছিল।

এই জুই দেখি সৰভোগৰ মিলিটাৰীৰ সহকাৰী গেৰিচন অভিযন্তা মিষ্টাৰ দেন সৰভোগ পুলিচ থানাৰ ৬জন চিপাহীক লৈ চক্‌চকা গড়কাপ্তানি ৰাস্তাৰে ট্ৰাকত বিমান ঘাটিলৈ অগ্ৰসৰ হ'ল; কিন্তু সাল্পাৰাত কাঠৰ দলং ভঙা দেখি যাব নোৱাৰি সৰভোগ আমগুৰি পথেৰে ৰাওনা হ'ল। তাতো ৰাস্তা কটা দেখি বিমান ঘাটিলৈ যাব নোৱাৰিলে। উপায় নাপাই তেওঁ সৰভোগ ৰেল ষ্টেচনলৈ আহি বৰপেটাৰোডৰ মিলিটাৰীলৈ ফোন কৰিব বিচাৰিলে। লাইন কটা দেখি ফোনো কৰিব নোৱাৰিলে। উপায় নাপাই মিঃ দেনৰ লগত অহা পুলিচ বিষয়া মিঃ এচ, আই কুটিচান্দৰ সৈতে দুয়ো থানালৈ আহি জীপ আৰু ট্ৰাক গাড়ী

ৰাস্তাতে থৈ পলাইছিল। সৰভোগ পুলিচ থানাত তেতিয়া কোনো পুলিচ নাই। সেই সময়ত বিমান ঘাটিত জুই দিয়া আৰু অইন বহুতো মানুহ, মুঠ, ৩,০০০ মানুহ সৰভোগ নগৰত উপস্থিত হৈছিল। ৰাতি তেতিয়া ২ বাজিছে। এওঁলোকে মিলিটাৰীৰ বাবে সজা ৮টা অস্থায়ী ঘৰত জুই জ্বলাই দিলে। বৰনগৰ হাইস্কুলত অৱস্থিত মিলিটাৰী কেম্পৰ পৰা টাইপ মেচিন, লিঠু মেচিন, চকি মেজ আদিকে ধৰি সকলো বস্তু বাহিৰলৈ উলিয়াই জুই লগাই দিয়ে। দলটো পুলিচ থানালৈ অগ্ৰসৰ হৈ বাটত খাৰিজা বিজনী মৌজাদাৰ অভয় চৰণ চৌধুৰী আৰু দকমকা চকাবাউসী মৌজাৰ মৌজাদাৰ নবীন চন্দ্ৰ চৌধুৰীৰ ঘৰলৈ শিলগুটি মাৰি খিৰিকিৰ গ্লাচ ভাঙিছিল। এই মৌজাদাৰ দুজন বৃটিছৰ গুপ্তচৰ আছিল। অভয় চৌধুৰীৰ ঘৰৰ সন্মুখত বৃটিছৰ পতাকা ইউনিয়ন জেক সদায় উত্তোলন কৰা হৈছিল।

গণ আন্দোলনৰ দলটো পুলিচ থানাত উপস্থিত হৈ কোনো পুলিচক দেখা নাপালে। তেওঁলোক থানাৰ ভিতৰত সোমাই আইৰণ চেফ ভাঙি টকা পইচা লুট কৰিলে, আৰু পোষ্ট অফিচৰ জমা টকাও লুট কৰিলে। আঁচনিমতে পুলিচ থানা, পৰিদৰ্শকৰ বঙলাতো জুই জ্বলাই পুৰি পেলোৱা হ'ল। সৰভোগ চহৰৰ আকাশ জুইৰ ধোঁৱাৰে আবৰি ধৰিলে। ৪.৩০ মিঃ যোৱাত সকলো কাম সমাধা হ'ল। মানুহবোৰ নিমিষতে সকলোপিনে অন্তৰ্ধান হ'ল। বহুতে আত্মগোপন কৰিলে।

১৯৪২ চনৰ ৩০ আগষ্টত বৃটিছ সৈন্য সৰভোগত উপস্থিত হ'ল। বৰপেটাৰ পুলিচ অধীক্ষক সৰভোগলৈ আহি মিলিটাৰীৰ সহায়ত পুলিচ নোহোৱাকৈ মানুহ গ্ৰেপ্তাৰ আৰম্ভ কৰিলে। প্ৰথমতে নৱদ্বীপ ৰঞ্জন পাটগিৰি, থানেশ্বৰ ৰয়, বলোৰাম প্ৰমাণিক, মজাৰাম দাস, ৰত্নকান্ত দাস, নন্দমোহন মজুমদাৰক গ্ৰেপ্তাৰ কৰা হ'ল। এওঁলোক সকলো বৰনগৰৰ। অক্ষয় কুমাৰ দাস আৰু মহেন্দ্ৰ মোহন চৌধুৰীক বৰপেটাত নজৰবন্দী কৰি ৰখা হ'ল। এওঁলোকে এই আদেশ অমান্য কৰি সৰভোগলৈ অহা বাবে সৰভোগত দুয়োকে গ্ৰেপ্তাৰ কৰা হ'ল। ব্ৰজনাথ শৰ্মা প্ৰায় এবছৰ আত্মগোপন কৰি থাকিল। সৰ্বমুঠ ১৫৮জনক সন্দেহ কৰি গ্ৰেপ্তাৰ কৰা হ'ল। শেষত মাত্ৰ ৭জনৰ বিৰুদ্ধে ব্যৱস্থা লোৱা হ'ল। এই সাতজন হ'ল হৰমোহন দাস, জন্মেজয় দাস, সজাৰাম দাস, বলোৰাম প্ৰমাণিক, নৱদ্বীপ ৰঞ্জন পাটগিৰি, হৰমোহন দাস (বেপাৰী) আৰু গৰ্গেশ্বৰ নাথ। বিচাৰত বলোৰাম আৰু সজাৰামৰ ৭ বছৰ সশ্ৰম কাৰাদণ্ড বিহা হয়। বাকী চাৰিজনক মুকলি কৰি দিয়া হয়। এবছৰ পিছত ব্ৰজনাথ শৰ্মাক গ্ৰেপ্তাৰ কৰি ডেৰ বছৰ জেল দিয়া হয়। ব্ৰজনাথ শৰ্মাক প্ৰথমতে পুলিচে বিচাৰি নাপাই তেওঁৰ ঘৰবাৰী ভাঙি তহিলং কৰে। গৰু, বাচন-বৰ্তন আদি নিলামত বিক্ৰী কৰে। বিশেষ বিশেষ মানুহৰ ঘৰত অমানুষিক অত্যাচাৰ কৰিলে। বিমান ঘাটি নষ্ট হোৱা বাবে বৰনগৰৰ গাঁওবোৰত ১৫,০০০ টকাৰ পাইকাৰী জৰিমনা লগালে। জৰিমনা আদায় দিব নোৱাৰিলে ঘৰৰ বস্তু ক্ৰোক কৰা হৈছিল। এই ধ্বংস কাৰ্যৰ কথা বৃটিছ পাৰ্লিয়ামেণ্টতো আলোচনা হৈছিল। জৰিমনাৰ ৪,০০০ মান টকাহে জোৰ জুলুম কৰি আদায় কৰিবলৈ চৰকাৰ সমৰ্থ হৈছিল। দেশ স্বাধীন হোৱাৰ পিছত জাতীয় চৰকাৰে এই টকা ৰাইজক ঘূৰাই দিয়া বৰনগৰৰ ৰাইজে এই টকাৰে 'গান্ধীহল' নামৰ এটি ভৱন নিৰ্মাণ কৰে। বৰনগৰৰ এই ঐতিহাসিক ঘটনাৰ কাৰণ বৃটিছ চৰকাৰে উলিয়াব নোৱাৰিলে। অশেষ চেষ্টা কৰিও কাৰো পৰা সাক্ষী আদায় কৰিব নোৱাৰিলে। স্বাধীনতা আন্দোলনৰ বৰনগৰীয়া ৰাইজৰ এই কাহিনী ভাৰতৰ বুৰঞ্জীত সোণালী আখৰেৰে জিলিকি থাকিব।

ভৱানীপুৰ, সৰুপেটা, লালবাৰী অঞ্চলতো ১৯৪২ চনৰ গণ আন্দোলনে তীব্ৰ ৰূপ লৈছিল। ভৱানীপুৰৰ বসন্ত চৌধুৰী, টিকেন্দ্ৰজিৎ চৌধুৰী, ধৰণীধৰ চৌধুৰী, ফটিক চন্দ্ৰ তালুকদাৰ, দীননাথ চৌধুৰী গোপীনাথ চৌধুৰী, বংশীধৰ চৌধুৰী, ঘনশ্যাম চৌধুৰী, ৰতিকান্ত দাস, উমানন্দ দাস, সুৰেন্দ্ৰ নাথ দাস, মহিৰাম দাস, ভগবান চন্দ্ৰ দাস, হৰেন্দ্ৰ নাথ দাস, পীতাম্বৰ ডেকা, সুবোধ চন্দ্ৰ দাস, ৰামচৰণ ডেকা, ফটিক চন্দ্ৰ বৈশ্য আদি আন্দোলনৰ সক্ৰিয় কৰ্মী আছিল। সৰুক্ষেত্ৰীৰ কবি ডেকা, গোলক চন্দ্ৰ ভূঞা, ৰাজেন্দ্ৰ নাথ ডেকা, প্ৰভাত গোস্বামী আদি কৰ্মীবোৰে নানান নিৰ্যাতন খাইছিল। বাউসী অঞ্চলতো এই আন্দোলনে গা কৰি উঠিছিল। নাৰায়ণ চন্দ্ৰ তালুকদাৰ, উদয় শৰ্মা, হৃদয়ানন্দ চৌধুৰী, তাৰানাথ ভট্টাচাৰ্য, পৰমানন্দ দাস, ডাঃ দীনবন্ধু দাস, বৈদ্য নাথ শৰ্মা আদিয়ে ইয়াত মুখ্য অংশ গ্ৰহণ কৰিছিল। এই অঞ্চলৰ হৰেশ্বৰ গাঁওবুঢ়া, খৰ্গেশ্বৰ দাস, খগেন্দ্ৰ নাথ পাঠক, ৰতিকান্ত দাস, সদানন্দ দাস, গজেন্দ্ৰ নাথ দাস, সাগৰ চন্দ্ৰ ডেকা, বহৰিৰ ভৰত চন্দ্ৰ পাঠক, অৰ্জুন চন্দ্ৰ ডেকা আদিয়ে অতি গোপনে বিপ্লৱ পৰিচালনা কৰিছিল। বৰপেটা, তাৰাবাৰী, চেঙা, বহৰি, সৰ্থেবাৰী, টিহু পথৰ কাঠৰ দলংবোৰ জ্বলাই দি পুলিচ মিলিটাৰীৰ যাতায়াত বন্ধ কৰি দিছিল।

২য় মহাসমৰৰ লগে লগে সমগ্ৰ ভাৰত জুৰি আৰম্ভ হোৱা ১৯৪২ চনৰ গণবিদ্ৰোহৰ বাবে বৃটিছ চৰকাৰে ভাৰতৰ স্বাধীনতাৰ বাবে নতুনকৈ চিন্তা কৰিব ধৰিলে। মহাযুদ্ধৰ বাবে সমগ্ৰ পৃথিৱীজুৰি থকা বৃটিছ সাম্ৰাজ্যত অস্থিৰতাই বিৰাজ কৰিছিল। ভাৰতীয় নৌবাহিনীৰ বিপ্লৱ, সুভাস বসুৰ সশস্ত্ৰ বিপ্লৱ, গণবিদ্ৰোহ আদিয়ে বৃটিছৰ সাম্ৰাজ্য ৰক্ষা কৰাতো টান হৈ পৰে। শেষত দ্বিখণ্ডিত কৰি ভাৰত স্বাধীন কৰা হ'ল। বৰপেটা জিলাৰ এই স্বাধীনতা আন্দোলনত অৱদান এক স্মৰণীয় অধ্যায়।OO

# কোচ ৰজা নৰনাৰায়ণৰ চৰিত্ৰ

হেমন্ত কুমাৰ ভৰালী

হেজাৰ গুণেৰে বিভূষিত ৰজা নৰনাৰায়ণ। তেওঁ যেনে কঠোৰ তেনেদৰেই কোমল, অতি বিচক্ষণ, চৰিত্ৰবান আৰু প্ৰজাবৎসল ৰজা। নৰনাৰায়ণৰ ৰাজত্বকালত কোচ ৰাজ্যৰ চূড়ান্ত উত্তৰণ ঘটিছিল (সকলো দিশতে)। নৰনাৰায়ণক সেইবাবে বিক্ৰমাদিত্য, অশোক, ভাস্কৰবৰ্মা আদিৰ স'তে তুলনা কৰা হৈছিল। নৰনাৰায়ণে যেনেদৰে নিজৰ ৰাজসভাত ধৰ্মগুৰু আৰু সাহিত্যিকক সন্মান সহকাৰে ৰাখি ধৰ্মচৰ্চা আৰু সাহিত্য চৰ্চা কৰিছিল, তেনেদৰে মঠ-মন্দিৰো নিৰ্মাণ কৰিছিল আৰু সেইবোৰৰ সু-পৰিচালনাৰ বাবে মাটি-বৃত্তি দান কৰি মানুহো ৰাখিছিল। গৌড় ৰাজ্যৰ সেনাপতি কালাপাহাৰে ধ্বংস কৰি যোৱা কামাখ্যা মন্দিৰৰ পুৰ্ননিৰ্মাণ, হাজোৰ হয়গ্ৰীৱ মন্দিৰৰ পুৰ্ননিৰ্মাণ কৰি কাললৈ খিয়াতি ৰাখিছিল। অসংখ্য বিদ্বান লোকেৰে ভৰি থকা নৰনাৰায়ণৰ ৰাজসভাত হৈছিল সাহিত্যচৰ্চা। মহাৰাজ নৰনাৰায়ণৰ পৃষ্ঠপোষকতাত শংকৰদেৱ, মাধৱদেৱ আৰু তেওঁলোকৰ অনুগামীসকলে বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ লগতে যি সাহিত্যৰ সৃষ্টি কৰি গ'ল, সিয়েই অসমীয়া ভাষা-সাহিত্যৰ ভেটি প্ৰকৃতভাৱে গঢ় দিলে।

নৰনাৰায়ণৰ ৰাজত্বকালত অসমলৈ অহা ৰাল্‌ফ ফিট্‌ছ নামৰ এজন ইংৰাজ ভ্ৰমণকাৰীয়ে লিখিছিল– 'ৰাজ্য (কোচ)খনৰ চাৰিওফালে দুয়োমূৰে জোঙা কৰা বাঁহ আৰু বেতৰ ডাঠ বেৰা আছিল। ফলত, এইবোৰৰ কাষৰ মাটিত আঁঠুলৈকে গভীৰ পানী হৈছিল। মানুহ বা ঘোঁৰা এই পানীয়েদি পাৰ হৈ যাব পাৰিছিল। যুদ্ধৰ সময়ত এই পানীত কিন্তু তেওঁলোকে বিহ ঢালি দিছিল। ৰাজ্যৰ লোকসকলে পাট আৰু কপাহী কাপোৰ তৈয়াৰ কৰিছিল। গান্ধ কলাই এই ৰাজ্যত প্ৰচুৰ পৰিমাণে পোৱা গৈছিল। লোকসকল ভদ্ৰ আছিল। তেওঁলোকে প্ৰাণী হত্যা নকৰিছিল। ৰাজ্যত ভেৰা, ছাগলী, কুকুৰ, মেকুৰী, চৰাই-চিৰিকতিকে আদি কৰি পশু-পক্ষীৰ বাবে চিকিৎসালয় আছিল। বুঢ়া আৰু খোৰা পশু-পক্ষীবোৰক এনে চিকিৎসালয়ত নমৰালৈকে প্ৰতিপালন কৰা হৈছিল। কোনো লোকে পশু-পক্ষীবোৰক ধৰি বা কিনি আনিলে এনে চিকিৎসালয়ত সেইবোৰ কিনি লোৱা হৈছিল। পশু-পক্ষীক চিকিৎসালয়ত আশ্ৰয়দানৰ উপৰিও প্ৰয়োজনবোধ কৰিলে আকৌ হাবিত এৰি দিয়া হৈছিল। ৰাজ্যৰ লোকসকলে বাদাম খাই ভাল পাইছিল আৰু বাদামক গুণ্ডনীয়া পইচা হিচাপেও ব্যৱহাৰ কৰিছিল ।'

মহাৰাজ নৰনাৰায়ণৰ শ্ৰেষ্ঠত্ব আৰু কৃতিত্বৰ বিষয়ে ইয়াতকৈ অধিক লিখাৰ বোধকৰো প্ৰয়োজন নাই। আজিৰ আধুনিক বিজ্ঞান প্ৰযুক্তিবিদ্যাৰ যুগতো আমাৰ ৰাজ্যত চৰকাৰে যিবোৰ কাম কৰিব পৰা নাই, সেই কাম নৰনাৰায়ণে কৰিছিল ১৬ শতিকাতে। আজিৰ চৰকাৰে সীমান্তত মানুহৰ অবাধ আহ-যাহ বন্ধ কৰিব নোৱাৰে, শিল্পী-সাহিত্যিকসকলক উচিত সুবিধা (পেঞ্চন দিয়াতেই নানা ৰাজনীতি!) দিব নোৱাৰে, হাবি-বননি আৰু বন্যপ্ৰাণীৰ সংৰক্ষণ কৰিব নোৱাৰে । অথচ কোচ নৃপতি নৰনাৰায়ণে এই সকলো কাম কৃতকাৰ্যতাৰে সম্পন্ন কৰিছিল তেতিয়াই!

মহাৰাজ নৰনাৰায়ণৰ পিতৃ বিশ্বসিংহই কোচ ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। বিশ্বসিংহৰ

পিতৃ হাৰিয়া মণ্ডল আছিল ১২টা কোচ (মেচ!) পৰিয়ালৰ মূৰব্বী। এই ১২টা পৰিয়ালৰ ওপৰত থকা কৰ্তৃত্ব ৰাজ্যৰ কে'বাহেজাৰ পৰিয়াললৈ সম্প্ৰসাৰিত কৰি বিশ্বসিংহই সঁচাই মহৎ কাম কৰিছিল। বিশ্বসিংহ হিন্দু ধৰ্মৰ এগৰাকী প্ৰধান পৃষ্ঠপোষক আছিল। তেওঁ শিব, দুৰ্গা আৰু বিষ্ণুৰ পূজা কৰিছিল। এওঁ কামাখ্যা দেৱীৰ জহি-খহি যোৱা মন্দিৰ ভালদৰে মেৰামতি কৰি তাত বহুদিন বন্ধ হৈ থকা পূজাৰ পুনৰ প্ৰচলন কৰিছিল আৰু কনৌজ, বাৰানসী আদি ঠাইৰ পৰা কে'বাটাও ব্ৰাহ্মণ পৰিয়ালক আনি কামাখ্যাৰ ওচৰে-পাজৰে প্ৰতিষ্ঠা কৰাইছিল। ......বিশ্বসিংহই কোচবিহাৰত ৰাজধানী পাতে। একমাত্ৰ ভাতৃ শিৱসিংহ (শিশু)ক যুৱৰাজ পাতে আৰু দেউতাকৰ তত্বাৱধানত থকা সেই ১২টা পৰিয়ালৰ মূৰব্বীসকলক মন্ত্ৰীৰ দায়িত্ব দিয়ে। বিশ্বসিংহই লোকপিয়ল কৰোৱাৰ উপৰিও কৰ্মচাৰীসকলক বিভিন্ন ভাগত বিভক্ত কৰিছিল, যেনে একুৰি জন (পাইক) লোকৰ দায়িত্বত থকাজন ঠাকুৰীয়া, এশজনৰ ওপৰত শইকীয়া, হেজাৰজনৰ ওপৰত হাজাৰী, তিনি হেজাৰজনৰ ওপৰত ওমৰাহ আৰু ষাঠি হেজাৰজনৰ ওপৰত নবাব আদি। বিশ্বসিংহৰ কে'বাগৰাকী ৰাণী আৰু ১৮জন পুত্ৰ আছিল।

নৰনাৰায়ণৰ জন্ম হৈছিল ১৬ শতিকাৰ প্ৰথমটো দশকতে। ১৫৪০ চনত বিশ্বসিংহৰ মৃত্যু হৈছিল। সেই সময়ত তেওঁৰ দুই পুত্ৰ মল্লদেৱ আৰু শুক্লধ্বজে কাশীৰ এগৰাকী সাধক তপস্বী ব্ৰহ্মানন্দৰ ওচৰত শিক্ষা গ্ৰহণ কৰি আছিল। সেই সময়তে তেওঁলোকৰ জ্যেষ্ঠ ভাতৃ নৰসিংহই নিজকে ৰজা বুলি ঘোষণা কৰে। এই বাতৰি পাই মল্লদেৱ আৰু শুক্লধ্বজেততাতৈয়াকৈ ৰাজ্যলৈ আহি এদল সৈন্য গোটাই নৰসিংহক যুদ্ধত পৰাজিত কৰে। (পাছত হেনো এই নৰসিংহ ভূটানৰ ৰজা হয়গৈ।)

নৰসিংহক ৰাজ্যৰ পৰা খেদি মল্লদেৱে নৰনাৰায়ণ (মানুহৰূপী ভগবান) নাম লৈ সিংহাসনত উঠে আৰু ভায়েক শুক্লধ্বজক (চিলাৰায়) প্ৰধান সেনাপতি আৰু যুৱৰাজ পাতে। এওঁৰ স্থান ৰজাৰ পাছতেই। খুৰাক শিৱসিংহক মহাৰাজ নৰনাৰায়ণে পাতিছিল 'ৰায়কোট' অৰ্থাৎ স্বদেশী সৈন্যবাহিনীৰ অধিনায়ক। অন্যতম ভাতৃ গোসাঁই কমল নাৰায়ণক গৃহ দপ্তৰৰ ভাৰ অৰ্পণ কৰিছিল। ৰায়কোট খুৰা শিৱসিংহৰ পুত্ৰ কুমাৰ অনিৰুদ্ধক ৰাজপুত, মোগল, পাঠান আদি বেতনভোগী সৈন্যবাহিনীৰ অধিনায়ক হিচাপে নিযুক্তি দিছিল। সেইদৰে অন্যান্য ভাতৃ বা আত্মীয়কো নিজৰ যোগ্যতা অনুসৰি প্ৰশাসনৰ পদবী অৰ্পণ কৰিছিল।

'কোচ ৰাজবংশী জাতিৰ ইতিহাস আৰু সংস্কৃতি' নামৰ গ্ৰন্থখনৰ লেখক, গৱেষক অম্বিকাচৰণ চৌধুৰীয়ে লিখিছে-- 'পাণ্ডু অঞ্চলৰ' মহাপৰাক্ৰমী ভূএঞাৰাজ প্ৰতাপ ৰায়ৰ বিদুষী কন্যা ভানুমতী আৰু তেওঁৰ কনিষ্ঠ ভাতৃ শ্বেতধানৰ (গজৰায়) গুণৱতী কন্যা চন্দ্ৰপ্ৰভা নামেৰে এজনী অতীৱ পৰমা সুন্দৰী আৰু আভিজাত্য কন্যা আছিল। কনিষ্ঠ ভাতৃৰ ইতিপূৰ্বে সংগ্ৰামত মৃত্যু হোৱাৰ পাছত প্ৰতাপ ৰায়ে নিজ কন্যা ভানুমতী দেৱীক নৰনাৰায়ণলৈ আৰু ভাতৃষ্পুত্ৰী চন্দ্ৰপ্ৰভাক শুক্লধ্বজলৈ বিয়া দি মহাৰাজ নৰনাৰায়ণৰ বশ্যতা স্বীকাৰ কৰে আৰু সেই অঞ্চলৰ ভূএঞা পৰিয়ালবৰ্গৰ সৈতে সু-সম্পৰ্ক ৰচনা কৰে।' কিন্তু গেইটৰ বুৰঞ্জী মতে, নৰনাৰায়ণে ভৰ বয়সতহে বিয়া পাতিছিল, তাকো চিলাৰায়ৰ একান্ত অনুৰোধত। ......

মহাৰাজ নৰনাৰায়ণে সিংহাসনত আৰোহণ কৰাৰ পাছৰে পৰা আহোমৰ স'তে শত্ৰুতা আৰম্ভ হয়। অৱশ্যে আহোমসকলৰ বিৱৰণীমতে নৰনাৰায়ণৰ পিতৃ বিশ্বসিংহই ১৫৩৭ খ্ৰীষ্টাব্দত আহোম ৰজা চুহুংমুঙৰ ৰাজসভালৈ গৈ তেওঁৰ স'তে বন্ধুত্ব স্থাপন কৰিছিল। দুয়োজন ৰজাৰ মাজত বহু উপহাৰৰ আদান-প্ৰদানো হৈছিল। কিন্তু নৰনাৰায়ণ ৰজা

হোৱাৰ লগে লগে আহোমৰ স'তে বিবাদ কিয় আৰম্ভ হ'ল, তাৰ সবিশেষ জনা নাযায়। এটা সূত্ৰমতে, আহোম ৰজা চুক্লেনমুঙে কোচ ৰাজ্য আক্ৰমণ কৰাৰ পাছত এই যুদ্ধ আৰম্ভ হৈছিল। এই আক্ৰমণত উচটনি দিছিল কোচ ৰাজ্যৰ এজন ভূ-স্বামী বা ভূঞাই। আন এটা সূত্ৰমতে, মহাৰাজ বিশ্বসিংহৰ ৰাজত্বৰ শেষ ভাগৰ পৰাই কোচ ৰজাৰ স'তে আহোম ৰাজশক্তিৰ সদ্ভাৱ ক্ৰমান্বয়ে ক্ষীণ হৈ আহিছিল। ধৰ্মীয়-সাংস্কৃতিক তথা আধ্যাত্মিক কাৰণ হিচাপে ক'ব পাৰি যে তেতিয়া আহোম ৰাজবংশ প্ৰধানত বৌদ্ধ ধৰ্মাৱলম্বী। কিন্তু আহোম ৰাজ্যৰ প্ৰজাসকলৰ বেছিভাগেই শাক্ত, বৈষ্ণৱ কিম্বা আৰ্য ধাৰাত হিন্দু নামেৰে অভিহিত। ইয়াৰ বিপৰীতে কোচ ৰাজশক্তি আছিল সম্পূৰ্ণ হিন্দু মতাৱলম্বী আৰু পুৰোহিত তন্ত্ৰৰ দ্বাৰা পৰিচালিত। গতিকে দুই পৃথক ধৰ্মাৱলম্বী ৰাজশক্তিৰ মাজত সংঘাত অনিবাৰ্য নহ'লেও ধাৰ্মিক কাৰণতেই যুদ্ধ লগাৰ সম্ভাৱনাও নুই কৰিব নোৱাৰি। তদুপৰি ১৫৪৩ চনত কোচ ৰাজবংশৰ তিনিজন ৰাজকুমাৰ আৰু এগৰাকী ৰাজকুমাৰীয়ে ভালেমান দেহৰক্ষীক লগত লৈ আহোম শাসনৰ প্ৰভাৱত থকা (সীমামূৰীয়া বিবদমান অঞ্চল!) ব্ৰহ্মকুণ্ডলৈ ফুৰিবলৈ গৈছিল। এওঁলোকক আহোম সৈন্যই অতৰ্কিতভাৱে আক্ৰমণ কৰি ৰাজকুমাৰ দীপনাৰায়ণক হত্যা কৰে আৰু ৰাজকুমাৰী লীলাৱতীক অপহৰণ কৰে। ফলত আন দুজন ৰাজকুমাৰে (হেমচন্দ্ৰ আৰু ৰামচন্দ্ৰ) আহোম সৈন্যৰ ওপৰত আক্ৰমণ চলায় আৰু আহোম ৰাজ্যৰ অন্তৰ্গত চাঙ্গিনীমুখ দখল কৰে। অৱশ্যে তাকৰ কোচ বাহিনীয়ে হাৰ মানিব লগা হয় পিছলা কোঁঠত হোৱা যুদ্ধত। এই যুদ্ধত আহোম বাহিনীয়ে কোচসকলক ৰণত ঘটুৱায় আৰু অধিকসংখ্যক কোচ সৈন্যৰে মৃত্যু হয়। ......এনেবোৰ বিভিন্ন কাৰণৰ ফলস্বৰূপেই চুবুৰীয়া কোচ আৰু আহোম ৰাজশক্তিৰ শত্ৰুতা আৰম্ভ হয়। ১৫৪৬ চনত শুক্লধ্বজে ব্ৰহ্মপুত্ৰৰ উত্তৰেদি দিকৰাইলৈকে অভিযান চলায়। এই দিকৰাইত আহোম সৈন্য চেৰ্দেলি-ভেদেলি হয় আৰু পলাবলৈ ধৰে। তাৰ পাছত শুক্লধ্বজ (চিলাৰায়)ৰ নেতৃত্বৰ অগ্ৰগণী কোচবাহিনীয়ে কলিয়াবৰতো পুনৰ আহোম সৈন্যক কচুকটা দিয়ে। এই আক্ৰমণৰ সময়ছোৱাত নৰনাৰায়ণে ভাতৃ গোসাঁইকমলক কোচবিহাৰৰ পৰা লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰলৈ ৩৫০ মাইল দীঘল ৰাস্তা তৈয়াৰৰ নিৰ্দেশ দিয়ে যাতে কোচ সৈন্য-সামন্তৰ অহা-যোৱাত সুবিধা হয়। ১৫৪৭ চনত গোসাঁইকমল আলি (এই আলি এতিয়াও খণ্ড-খণ্ডকৈ থকা দেখা যায়) নিৰ্মাণ সম্পূৰ্ণ হয়। তাৰ পাছত কোচসকলে নাৰায়ণপুৰত এক দুৰ্গ সাজে। এই সময়ছোৱাতে আহোম ৰাজশক্তিয়ে কিছু বল-বীৰ্য গোটালে আৰু পাছফালৰ পৰা কোচ সৈন্যক আক্ৰমণ কৰি পিচলা নৈৰ পাৰলৈকে আগুৱাই আহে। ইতিমধ্যে কোচ সৈন্যৰ খাদ্য সম্ভাৰো শেষ হৈছিল, আহোমৰ এই আক্ৰমণৰ উচিত জবাব তেওঁলোকে দিব নোৱাৰিলে। তাৰ পাছত বেছ কিছুবছৰ কোচ ৰজা শান্ত হৈ বহি থাকিল। ইতিমধ্যে পিতৃ হত্যাত অৰিহণা যোগাই ৰাজপাটত উঠা আহোম ৰজা চুক্লেংমুঙৰো ১৩ বছৰ ৰাজত্বৰ অন্তত মৃত্যু হ'ল(১৫৫২)। তাৰ পাছত আহোম ৰাজপাটত উঠিছিল চুখাম্‌ফা বা খোৰা ৰজা। এওঁ ৰাজত্ব কৰিছিল ১৬০৩ চনলৈ অৰ্থাৎ ৫১ বছৰ। এই খোৰা ৰজাৰ ৰাজত্ব কালতে ১৫৬২ চনত চিলাৰায়ৰ নেতৃত্বৰ বিশাল কোচ সৈন্য বাহিনীয়ে আহোম ৰাজ্য আক্ৰমণ কৰে। আহোমৰ শোচনীয় পৰাজয় হয় আৰু বিজয়ী চিলাৰায়ে আহোমৰ ৰাজধানী গড়গাঁৱত প্ৰৱেশ কৰি ভাতে কোঠ মাৰেগৈ। খোৰা ৰজাই পলাই গৈ নামৰূপৰ চৰাইখৰঙত আশ্ৰয় লয়। .....তিনি মাহৰ পাছত আহোম ৰজাই আইখেক বুঢ়াগোহাঁইক পঠিয়ালে কোচৰ স'তে সন্ধি কৰিবলৈ। চিলাৰায়ে সন্ধিৰ চৰ্ত দিলে এনেধৰণৰ— আহোমে কোচৰ বশ্যতা স্বীকাৰ কৰিব লাগিব; ব্ৰহ্মপুত্ৰৰ উত্তৰ

পাৰৰ ভালেমান ঠাই কোচক এৰি দিব লাগিব; ৬০টা হাতী, ৬০খন কাপোৰ আৰু বুজন পৰিমাণৰ সোণ-ৰূপ যুদ্ধৰ ক্ষতিপূৰণ হিচাপে দিব লাগিব আৰু শেষ চৰ্তটো আছিল আহোম বশ্যতা স্বীকাৰৰ জামিন হিচাপে কে'বাজনো কোঁৱৰ আৰু ৰাজকোঁৱৰক চিলাৰায়ৰ হাতত দিব লাগিব।

চিলাৰায়ে আহোমকেই মাথো পৰাজিত কৰা নাছিল, সেই সময়ত বৰ্তমানে উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰায়ভাগ ঠায়েই এইজনা কোচ ৰজাৰ হাতলৈ গৈছিল। কছাৰী ৰাজ্যৰ ৰজাই নৰনাৰায়ণৰ বশ্যতা স্বীকাৰ কৰি বছৰি ৭০ হেজাৰ টকাৰ কৰ, এহেজাৰ সোণৰ মোহৰ আৰু ৬০টাকৈ হাতী দিবলৈ বাধ্য হৈছিল। মণিপুৰৰ ৰজায়ো নৰনাৰায়ণৰ ওচৰত বশ্যতা স্বীকাৰ কৰি বছৰি ২০ হেজাৰ টকাৰ কৰ, তিনিশ সোণৰ মোহৰ আৰু ১০টাকৈ হাতী দিবলৈ মান্তি হৈছিল। তাৰ পাছত মহাৰাজ নৰনাৰায়ণৰ ওচৰত জয়ন্তীয়া, ত্ৰিপুৰা, চিলেট, খৈৰাম (খাচী), ডিমৰু, গাৰো আদি অঞ্চলৰ ৰজা তথা দলপতি (মুখীয়াল)সকলে বশ্যতা স্বীকাৰ কৰি ধন-সোণ-হাতী আদি দিবলৈ বাধ্য হৈছিল। কোচ ৰাজ্যৰ নিজা উৎপাদন আৰু বাহিৰৰ ৰাজ্যৰ পৰা পোৱা ধন-সোণ আদিৰে কোচ ৰাজ্য চহকী হৈছিল। মহাৰাজ নৰনাৰায়ণে এনে ধৰণে হোৱা আয়ৰ প্ৰায় সকলো ধনেই প্ৰজাহিতকৰ কামত খটুৱাইছিল।

উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰায় একচ্ছত্ৰী সম্ৰাট হোৱাৰ পাছত এইবাৰ নৰনাৰায়ণে শক্তিশালী গৌড় ৰাজ্য আক্ৰমণ কৰে। ১৫৫৩ চনত গৌড়ৰ সেনাপতি কালাপাহাৰে ভাঙি থৈ যোৱা মন্দিৰৰ ১৫৬৫ চনত পুৰ্ননিৰ্মাণ কৰে মহাৰাজ নৰনাৰায়ণে। কামাখ্যা মন্দিৰ পুৰ্ননিৰ্মাণৰ আগেয়েই মহাৰাজ নৰনাৰায়ণে চিলাৰায়ক গৌড় ৰাজ্য আক্ৰমণ কৰিবলৈ পঠিয়াই বুলি কোচ বংশাৱলীত উল্লেখ আছে। কোনো এগৰাকী ঐতিহাসিকৰ মতে, কামাখ্যাকে ধৰি বহু মন্দিৰ ভাঙি যোৱা গৌড় ৰজাক এসেকা দিবৰ বাবেই নৰনাৰায়ণে এই আক্ৰমণ চলাইছিল। সেই সময়ত গৌড়ৰ ৰজা আছিল চুলেমান কৰানী। চিলাৰায়ে গৌড়ৰাজ্য আক্ৰমণ কৰিলে আৰু ১০ দিন ধৰি তেওঁ অসীম বিক্ৰমেৰে যুঁজি অসংখ্য শত্ৰু সৈন্যৰ প্ৰাণ-নাশ কৰে। কিন্তু অৱশেষত অস্ত্ৰ-শস্ত্ৰ আৰু খাদ্য-সম্ভাৰ শেষ হৈ যোৱাত চিলাৰায় বিপদত পৰে। ফলত চিলাৰায় গৌড় ৰজাৰ হাতত বন্দী হয়।

অৱশ্যে অচিৰেই চিলাৰায়ে মুক্তি পালে। অনুমান কৰা হয় পাঠান উজীৰ লোদী খানৰ পৰামৰ্শমতে চুলেমান কৰানীয়ে চিলাৰায়ক মুক্তি দিছিল। কাৰণ সেই সময়ত মোগলসকলে গৌড় ৰাজ্য আক্ৰমণ কৰাটো আসন্ন হৈ উঠিছিল আৰু কোচবিহাৰক সন্তুষ্ট কৰিব পাৰিলে এই আক্ৰমণৰ সময়ত নৰনাৰায়ণৰ পৰা সহায় পাব বুলি গৌড় ৰজাই ভাবিছিল। অৱশ্যে চিলাৰায়ৰ মুক্তি সম্পৰ্কত অন্য এটা কাৰণৰ উল্লেখ আছে অসম বুৰঞ্জীবোৰত। চিলাৰায় আছিল বহুমুখী প্ৰতিভাধৰ। তেওঁ সেই সময়ত প্ৰচলিত প্ৰাকৃতিক চিকিৎসাবিদ্যাৰ লগতে তন্ত্ৰ-মন্ত্ৰৰ ব্যৱহাৰো জানিছিল। সেয়ে গৌড় ৰজাৰ মাতৃক সাপে খোঁটাৰ পাছত আন কোনো কবিৰাজ-ধন্বন্তৰীয়ে ভাল কৰিব নোৱৰাত চিলাৰায়ে ৰাজমাতৃক নিজৰ চিকিৎসা বিদ্যা আৰু তন্ত্ৰ-মন্ত্ৰৰ বলেৰে মৃত্যুমুখৰ পৰা উদ্ধাৰ কৰিছিল। ইয়াৰে প্ৰতিদান স্বৰূপে গৌড়ৰ ৰজাই চিলাৰায়ক মুক্তি দিছিল। তদুপৰি আন এক সূত্ৰমতে, চিলাৰায়ে সেই সময়ত গৌড় ৰাজ্য আক্ৰমণ কৰা নাছিল। সেইবাবে চিলাৰায়ক বন্দী কৰি ৰখাৰো প্ৰশ্ন নুঠে। চিলাৰায়ে নহয়, বৰং গৌড়ৰ ৰজাইহে পশ্চিমাঞ্চলৰ পৰা গৌড় ৰাজ্য আক্ৰমণ কৰিছিল আৰু চিলাৰায়ৰ বাহৰ খাগ্ৰাবাড়ী অঞ্চল অৱৰোধ কৰি বাখিছিল। ৰিয়াজ্-ই-চালাতিনৰ তথ্য মতে এনে অৱস্থাতে উৰিষ্যাত চুলেইমান কৰাণীৰ বিৰুদ্ধে বিদ্ৰোহৰ সূচনা

হয়। সেইবাবেই তেতিয়া মহাৰাজ নৰনাৰায়ণে কোনো ধৰণৰ প্ৰতি আক্ৰমণ চলোৱাৰ আগতেই গৌড় ৰজাই কোচ অভিযান সামৰিবলৈ বাধ্য হয়। ...... গৌড় ৰজাৰ পৰা ভাবুকি পায়েই মহাৰাজ নৰনাৰায়ণে পূৰ্বতে চিলাৰায়ে জামিনত নিয়া আহোম ডা-ডাঙৰীয়াসকলৰ পুত্ৰসকল (এওঁলোকৰ ভিতৰত আটাইতকৈ বুদ্ধিমান আছিল সুন্দৰ গোহাঁই)ক মুক্তি দিয়ে (অনুমান ১৫৬৪চন)। এই অভিজাত পুত্ৰসকলক নৰনাৰায়ণে এনে সুখত ৰাখিছিল যে তেওঁলোকে কোচবিহাৰত থাকি ভালহে পাইছিল। এইসকলে উভতি আহি মহাৰাজ নৰনাৰায়ণৰ বহু প্ৰশংসামূলক কথা আহোম ৰাজ দৰবাৰত ব্যক্ত কৰিছিল। আহোম ৰজা চুখামফা বা খোৰা ৰজাৰ মূৰ নৰনাৰায়ণৰ প্ৰতি শ্ৰদ্ধাত দোঁ খাই গৈছিল।

১৫৬৫ চনত সম্পূৰ্ণ নিজা খৰচত মহাৰাজ নৰনাৰায়ণ আৰু চিলাৰায়ে কামাখ্যা মন্দিৰৰ পুৰ্ননিৰ্মাণ কৰোৱাৰ লগতে দুই ভাতৃয়ে এই মন্দিৰলৈ আহি অসংখ্য বলিদান দি পূজাৰ ব্যৱস্থা কৰায় আৰু দা-দক্ষিণাৰ বাবদ ১৫ হেজাৰ ৰূপৰ মুদ্ৰা বিতৰণ কৰে। মন্দিৰত যাতে অহৰহ পূজা-অৰ্চনা চলি থাকে, তাৰ বাবে পুৰোহিত ব্ৰাহ্মণ আৰু সেৱকবো নিযুক্তি দিয়ে।

কামাখ্যা মন্দিৰৰ পুননিৰ্মাণৰ পাছত নৰনাৰায়ণে পুনৰ গৌড় ৰাজ্য আক্ৰমণৰ কথা চিন্তা কৰে, কিন্তু এইবাৰ অতি সু-শৃংখলাবদ্ধভাৱে। গৌড় আক্ৰমণত যাতে হাৰ মানিব লগা নহয়, তাৰ বাবে দিল্লীৰ সম্ৰাট আকবৰৰ স'তে সম্পৰ্ক ভাল কৰিবলৈ নৰনাৰায়ণে দিল্লীৰ ৰাজসভালৈ ভালেমান উপহাৰৰ লগতে এজন দূত পঠিয়ালে। আকবৰনামাত এই কথাৰ উল্লেখ আছে।

এইবাৰ নৰনাৰায়ণ আৰু আকবৰৰ মাজত মিত্ৰতা হ'ল আৰু দুয়োপক্ষই ঠিক কৰে যে দুই ৰজাৰ সেনাই গৌড় ৰাজ্য দুফালৰ পৰা আক্ৰমণ কৰিব। চিলাৰায়ে উত্তৰ-পূব দিশৰ পৰা আৰু মোগল সেনাপতি মানসিংহই পশ্চিম দিশৰ পৰা গৌড় ৰাজ্য আক্ৰমণ কৰে। গৌড়ৰ চুলতানে এই যুদ্ধত সহজেই হাৰ মানে। এই যুদ্ধৰ ফলত কোচ ৰাজ্যৰ বিস্তৃতি পশ্চিমে কৰতোৱা নদীলৈকে হ'ল। এই যুদ্ধৰ ফলত দুটা ঐতিহাসিকভাৱে সুদূৰ প্ৰসাৰী ঘটনাও ঘটিল। সেয়া হ'ল— ভাৰতত পাঠান (গৌড়) আমোলৰ ৰাজত্ব শেষ হ'ল আৰু মোগল সাম্ৰাজ্য উত্তৰ-পূৰ্বাঞ্চললৈকে বিয়পি পৰিল। ...এই যুদ্ধত বিজয়ৰ পাছতেই মহাবীৰ চিলাৰায়ৰ মৃত্যু হ'ল (১৫৭১ চন)। ৬১ বছৰ বয়সত মৃত্যুবৰণ কৰা মহাবীৰ চিলাৰায়ৰ মৃত্যুৰ দিনটো ১৪৯৩ শকৰ দৌল পূৰ্ণিমা তিথি বুলি প্ৰকাশ কৰা হৈছে।

যিয়েই নহওক অসমৰ সৰ্বতোকালৰ শ্ৰেষ্ঠ মানৱ (মহাপুৰুষ) শ্ৰীমন্ত শংকৰদেৱৰ মহত্ব বুজিছিল চিলাৰায়ে। শংকৰদেৱক পাটবাউসী সত্ৰত লগ পাইছিল তেওঁ। শংকৰদেৱৰ বিৰুদ্ধে নানা ষড়যন্ত্ৰ চলি থাকোতে চিলাৰায়ে গোপনে নি তেওঁক নিজৰ বাসভৱনত ৰাখিছিল। আনকি সেই সময়ত মহাৰাজ নৰনাৰায়ণেও এই কথাৰ সন্দেহ পোৱা নাছিল। ....পাছত নৰনাৰায়ণৰ সতেও শংকৰদেৱৰ বন্ধুত্ব গঢ়ি উঠিল। কোচবিহাৰৰ ৰাজদৰবাৰৰ ধৰ্মালোচনাবোৰত শংকৰদেৱে বছৰেছৰ ধৰি ভাগ লয়। শংকৰদেৱৰ বাবে চিলাৰায়ে সৰুৱা কাৰ্জীৰ কলবাৰীত সত্ৰ পাতি দি থকাৰ ব্যৱস্থাও কৰি দিছিল। কোৱা হয় চিলাৰায় আৰু শংকৰদেৱৰ মাজত এনে ধৰণৰ সখ্যতা আছিল যে শংকৰদেৱৰ মৃত্যুৰ (১৫৬৯ খ্ৰীষ্টাব্দ) পাছত তেওঁৰো জীৱনীশক্তি হ্ৰাস পায় বাবেই দুবছৰৰ পাছতেই গৌড় অভিযানৰ পাছত চিলাৰায়েও শেষ নিশ্বাস ত্যাগ কৰে। চিলাৰায় আছিল শংকৰদেৱতকৈ ৬১ বছৰে সৰু। শংকৰদেৱৰ গুণৰ দ্বাৰা অনুপ্ৰাণিত চিলাৰায়ে শংকৰদেৱৰ ভতিজা ভুৱনেশ্বৰী (ভাতৃ ৰামৰায়ৰ

কন্যা) ভুৱনেশ্বৰীৰ প্ৰেমত পৰি বিয়াও কৰাইছিল।

মহাৰাজ নৰনাৰায়ণে নিয়মিতভাৱে মুদ্ৰা প্ৰস্তুত কৰাইছিল। আনকি সেই সময়লৈকে আহোম ৰাজ্যতো মুদ্ৰাৰ প্ৰচলন হোৱাৰ বিষয়ে জনা নাযায়। অৱশ্যে নৰনাৰায়ণৰ পিতৃ বিশ্বসিংহই প্ৰথমে মুদ্ৰা প্ৰচলন আৰম্ভ কৰা বুলি দুই-এখন বুৰঞ্জীত থাকিলেও, সেই মুদ্ৰা আজি পৰ্যন্ত আৱিস্কাৰ নহ'ল। নৰনাৰায়ণে প্ৰস্তুত কৰা মুদ্ৰাৰ নাম আছিল 'নাৰায়ণী মুদ্ৰা'। এই মুদ্ৰাবিলাকৰ খোদিত ভাষা আলি দেৱনাগৰী হৰফত। এই ৰূপ আৰু সোণৰ নাৰায়ণী মুদ্ৰাক প্ৰজাসকলে পৰম ভক্তি আৰু পবিত্ৰতা সহকাৰে গ্ৰহণ কৰিছিল। আনকি সৰু সৰু ল'ৰা-ছোৱালীৰ অসুখ-বিসুখত বা দেও-ভূত-অপদেৱতাজনিত হোৱা ব্যাধি নিৰাময়ৰ বাবেও এই মুদ্ৰাক মাদুলি হিচাবে গলত আঁৰি দিয়া হৈছিল।

একমাত্ৰ পুত্ৰ ৰঘুবীৰ বা ৰঘুনাৰায়ণক মহাৰাজ নৰনাৰায়ণৰ হাতত গটাই চিলাৰায়ে মৃত্যুবৰণ কৰে। ভাটী বয়সত বিয়া কৰোৱা নৰনাৰায়ণে বহু কাললৈকে অপুত্ৰক হৈ আছিল বাবে তেওঁ ৰঘুনাৰায়ণৰ হাততে ৰাজ্যভাৰ অৰ্পণ কৰিব বিচাৰিছিল। ভৱিষ্যৎ ৰজাৰ উপযোগীকৈ স্থিৰ বুদ্ধিসম্পন্ন হিচাপে গঢ়ি তোলাৰ বাবে ১৬ বছৰ বয়সতে ৰঘুনাৰায়ণক দুৰ্গবাকী সুন্দৰী কন্যা বিয়া কৰাই দিয়া হয়। এনে সময়তে নৰনাৰায়ণৰ পত্নীয়ে গৰ্ভধাৰণ কৰে আৰু বৃদ্ধ বয়সত নৰনাৰায়ণ পিতৃ হয়। ৰজাৰ পুত্ৰ হোৱা দেখি ৰঘুবীৰে ৰাজ্যৰ আশা এৰি কোচবিহাৰৰ পৰা আঁতৰি গৈ কেইবছৰমান কামৰূপৰ আজাৰা গ্ৰামত ঘিলানদীৰ তীৰত বিজয়পুৰ নামেৰে এখন নগৰ পাতি থাকেগৈ। পিচে, মহাৰাজ নৰনাৰায়ণে তেওঁৰ মৃত্যুৰ বহু আগতে ৰঘুনাৰায়ণক মতাই আনি পুত্ৰ লক্ষ্মীনাৰায়ণ আৰু ভতিজাক ৰঘুনাৰায়ণৰ মাজত কোচ ৰাজ্য সমানে ভগাই দিয়ে। অৱশ্যে এই দুই ৰজাই শান্তিৰে মিলা-মিছাকৈ ৰাজত্ব কৰা নাছিল। পৰস্পৰৰ মাজত চলিছিল হিংসা-দ্বন্দ্ব-সংঘাত।

চিলাৰায়ৰ মৃত্যুৰ পাছত কোচসকলৰ বিজয় অভিযানৰ অন্ত পৰে আৰু এই ৰাজ্যৰ শ্ৰীবৃদ্ধি হ্ৰাস পাবলৈ ধৰে। গেইটৰ বুৰঞ্জীমতে, ১৫৭৭ চনত (চিলাৰায়ৰ মৃত্যুৰ ছবছৰৰ পাছত) বৰদাদো, গভা নায়ক আৰু বৰকাতো নামেৰে তিনিজন লোকে হেনো কোচ ৰাজ্যত বিদ্ৰোহ কৰিছিল কিন্তু তেওঁলোকে পৰাজয় বৰণ কৰি ১৪০০০ সৈন্যৰে পলাই গৈ আহোম ৰজাৰ ৰাজ্যত আশ্ৰয় লৈছিল। গেইট চাহাবে লিখিছে– 'প্ৰায় দুকুৰি চাৰিবছৰ ৰাজত্ব কৰাৰ অন্তত ১৫৮৪ (কিছুমানৰ মতে ১৫৮৭) চনত নৰনাৰায়ণ স্বৰ্গী হয়। তেওঁৰ দিনত কোচ ৰাজ্যই উন্নতিৰ চৰম সীমাত উপনীত হৈছিল। অৱশ্যে তেওঁৰ এই সাফল্যত ভাতৃ চিলাৰায়ৰ কৃতিত্বহে বেছি আছিল। তেওঁ এজন ধীৰ-স্থিৰ, শান্ত-শিষ্ট লোক আছিল আৰু ৰাজ্য পৰিচালনাতকৈ জ্ঞানী-গুণীজনৰ লগত ধৰ্মালোচনা কৰিহে বেছি ভাল পাইছিল। সকলোবোৰ ৰাজনৈতিক সিদ্ধান্ত চিলাৰায়েহে লৈছিল আৰু ৰাজকাৰ্যৰ প্ৰতিটো ক্ষেত্ৰতে তেওঁহে প্ৰভুত্ব বিস্তাৰ কৰিছিল। চিলাৰায়ৰ মৃত্যুৰ লগে লগে সেয়ে ৰাজ্যত যুদ্ধৰ নিদান বন্ধ হৈছিল আৰু চাৰিওফালে এক শান্ত পৰিবেশে বিৰাজ কৰিছিল।'

কামাখ্যা মন্দিৰ পুনৰ নিৰ্মাণ কৰোঁতা এই দুজন ভাতৃৰ মূৰ্তি বুলি কামাখ্যাত থকা দুটা শিলামূৰ্তিক পাছত চিনাক্ত কৰা হয়। তদুপৰি কামাখ্যাতে পোৱা আন এক শিলালিপিত লিখা আছে– 'অতি দয়ালু মল্লদেৱৰ জয়। ধনুৰ্বিদ্যাত যি অৰ্জুনৰ দৰে আৰু দান কাৰ্যত যি দধিচী আৰু কৰ্ণৰ সমকক্ষ, সেইজন মল্লদেৱ সাগৰৰ দৰে মহৎ, শাস্ত্ৰজ্ঞ কন্দৰ্পকান্তি আৰু কামাখ্যা দেৱীৰ ভক্ত। তেওঁৰ ভাতৃ শুক্লদেৱে দুৰ্গা দেৱীৰ পূজাৰ উদ্দেশ্যে উজ্জ্বল শিলেৰে এই মন্দিৰ সাজে। বিশ্বজুৰি খ্যাতি অৰ্জা, সকলো বীৰৰ শিৰোমণি, দান-কল্পতৰু আৰু

দেৱীভক্তসকলৰ শ্ৰেষ্ঠ মল্লদেৱৰ ভাতৃজনে ১৪৮৭শক (১৫৬৫ খ্ৰীঃ)ত নীলাচলত শিলেৰে মন্দিৰটো সাজি উলিয়ায়।'

মহাৰাজ নৰনাৰায়ণ যদিও নিজে শাক্ত ৰজা আছিল আৰু শক্তি পূজাক ৰাজধৰ্ম কৰিছিল, তথাপি বৈষ্ণৱ ধৰ্মৰ উন্নতিত তেওঁ অৰিহণা যোগাইছিল। কোনো ধৰ্মৰ প্ৰতি তেওঁৰ বিৰাগ মনোভাৱ নাছিল। মানৱজীৱনৰ প্ৰকৃত ৰহস্যৰ সন্ধান কৰিবলৈকে যে ধৰ্মৰ বিভিন্ন পন্থাৰ সৃষ্টি আৰু সকলোবোৰেই মহৎ উদ্দেশ্যে বিদ্যমান বুলি তেওঁ বিশ্বাস কৰিছিল। নিজে হিন্দু হ'লেও প্ৰত্যেক জাতিকে নিজৰ ধৰ্ম পালন কৰিবলৈ তেওঁ উৎসাহ যোগাইছিল। তেওঁৰ ৰাজ্যত সেই সময়ত কছাৰী, ৰাভা, লালুং আদি জনজাতীয় লোকে বাস কৰিছিল। এইসকলে যাতে নিজৰ নীতি-ধৰ্ম অটুটভাৱে পালন কৰিব পাৰে, তাৰ বাবে নৰনাৰায়ণে এখন আদেশ জাৰি কৰি গোসাঁই কমল আলিৰ উত্তৰ অঞ্চলত বসবাস কৰা জনজাতিসকলক যাতে কোনেও জোৰ-জুলুম নকৰি শান্তিৰে থাকিব দিয়ে, তাৰ বাবে সাৱধান কৰিছিল।

শিক্ষা-সাহিত্যৰ পৃষ্ঠপোষক নৰনাৰায়ণৰ উদ্যোগতে শংকৰ-মাধৱে অসংখ্য গীত-মাত ৰচনা কৰে, অনন্ত কন্দলিয়ে ভাগৱত পুথিকে ধৰি বহু প্ৰসিদ্ধ পুথিৰ অসমীয়া অনুবাদ কৰে। পুৰুষোত্তম বিদ্যাবাগীশে এখন সংস্কৃতি ব্যাকৰণ পুথি লিখে। (এইজনা বিদ্যাবাগীশক লক্ষ্মীনাথ বেজবৰুৱাই ৰবীন্দ্ৰনাথ ঠাকুৰৰ পূৰ্বপুৰুষ বুলি কৈছে।) অসংখ্য জনহিতকৰ কাম কৰা নৰনাৰায়ণ সঁচাই মহান ৰজা। বহু ৰাস্তা-ঘাট নিৰ্মাণ কৰাই তেওঁ দুয়োকাষে গছ ৰোৱাইছিল, বহুবোৰ পুখুৰী খন্দাইছিল। আনকি পাণ্ডুৰ ওচৰত বেয়াকৈ ভাঙ লোৱা ব্ৰহ্মপুত্ৰকো তেওঁ পোন কৰাইছিল বুলি এক পুৰণি কিংবদন্তী প্ৰকাশ। ...সেই সময়ত এজন ৰজাই প্ৰজাৰ বাবে যিমান কৰিব পাৰে, নৰনাৰায়ণে সকলো কৰিছিল। কিন্তু দুৰ্ভাগ্যৰ বিষয় এয়াই যে আমাৰ অসম মুলুকৰ ৰজা হোৱাৰ বাবে এই মহৰ্ষি ৰজাজনৰ বিষয়ে অশোক, বিক্ৰমাদিত্য আদিৰ দৰে ব্যাপক প্ৰচাৰ হোৱা নাই। ... তথাপি পুৰণি অসমৰ এইজনা শ্ৰেষ্ঠ ৰজাৰ কৃতিত্ব কোনো কালেই ক্ষয় নহয়, হ'ব নোৱাৰে।○○

**সহায়ক গ্ৰন্থঃ**


১। হিষ্ট্ৰী অব আসামঃ এডৱাৰ্ড গেইট।

২। কোচ-ৰাজবংশী জাতিৰ ইতিহাস আৰু সংস্কৃতিঃ অম্বিকাচৰণ চৌধুৰী।

৩। অসম বুৰঞ্জীঃ পদ্মনাথ গোহাঞিবৰুৱা।

৪। আসাম বুৰঞ্জীঃ গুণাভিৰাম বৰুৱা।

৫। অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্তঃ ড° সত্যেন্দ্ৰ নাথ শৰ্মা

৬। আহোমৰ দিনঃ হিতেশ্বৰ বৰবৰুৱা

৭। প্ৰাচ্য শাসনাৱলীঃ ড° মহেশ্বৰ নেওগ।

৮। সংগ্ৰামসিংহ চিলাৰায়ঃ অম্বিকাচৰণ চৌধুৰী

# অসম সাহিত্য সভা, জাতি গঠন প্ৰক্ৰিয়া আৰু অসমৰ মিঞা মুছলমান

ড° জগদীশ পাটগিৰী

অসমীয়া সংস্কৃতি সংমিশ্ৰণৰ সংস্কৃতি। বিভিন্ন জাতি-উপজাতি, জনজাতি-অজনজাতি, মংগোলীয়-অমঙ্গোলীয়, আৰ্য-অনাৰ্য উপাদানেৰে অসমীয়া ভাষা সাহিত্য সংস্কৃতি চহকী হৈ জাতি গঠন প্ৰক্ৰিয়াটো গঢ় লৈ উঠিছে। গ্ৰহণ-বৰ্জন, শান্তি-সম্প্ৰীতি, সংহতিৰ মহামন্ত্ৰৰে গঢ়ি উঠা অসমীয়া জাতিক ১৯১৭ চনৰ ২৭ ডিচেম্বৰ তাৰিখে প্ৰতিষ্ঠিত হোৱা অসম সাহিত্য সভাই যোৱা চাৰিকুৰিৰো অধিক বছৰ জুৰি বৌদ্ধিক নেতৃত্ব দি আহিছে। সমগ্ৰ অসমীয়া মানুহৰ আবেগ জড়িত স্বেচ্ছাসেবী অনুষ্ঠান অসম সাহিত্য সভাই জন্মলগ্নৰে পৰা ভাষা সাহিত্য আৰু সংস্কৃতিৰ সৰ্বাংগীন উন্নতিৰ বাবে আত্মনিয়োগ কৰি আহিছে। আমাৰ ভাষা সাহিত্যৰ চিৰনমস্য বৰেণ্য ব্যক্তিসকলে অশেষ কষ্ট আৰু ত্যাগেৰে গঢ়া অসম সাহিত্য সভাত এসময়ত সোণালী ফচল গজিছিল। তাৰ ফলস্বৰূপে জনজীৱনৰ হৃদস্পন্দনৰ লগত সাহিত্য সভা একাকাৰ হৈ গৈছিল। সভাৰ পতাকাৰ তলত ধ্বনিত হোৱা 'চিৰ চেনেহী মোৰ ভাষা জননী' 'অ' মোৰ আপোনাৰ দেশ' গীতৰ মূৰ্চ্ছনাই পূৰ্বভাৰতৰ আকাশ কঁপাই তুলিছিল। অসম সাহিত্য সভাই সকলো সময়তে সঠিক বাটেৰে আগবঢ়া-নবঢ়া সম্পৰ্কেও সময়ে সময়ে বিতৰ্কৰ ধুমুহা চলিছে। জনজাতীয় ভাষা সংস্কৃতিৰ ক্ষেত্ৰত সভাই উপযুক্ত পদক্ষেপ নোলোৱা বুলি ওলোৱা অভিযোগ বহু পুৰণি। জাতীয় অনুষ্ঠান এটিত দোষ-ত্ৰুটি দীৰ্ঘদিন পৰিক্ৰমাৰ পিছত দুই চাৰিটা থকাটো একো আচৰিত নহয়। সময়ৰ কঠিন পৰীক্ষাগাৰত অতীতৰ ভুল শুধৰাই নতুন ইতিহাস ৰচনাৰ ভিত্তিৰ প্ৰচেষ্টাহে আদৰণীয়। অসম সাহিত্য সভাই জাতীয় স্বাৰ্থৰ হকে কাম নকৰাহেঁতেন আজি অসমীয়া ভাষা সংস্কৃতিৰ স্বৰূপটোৱেই সলনি হ'লহেঁতেন। সদৌ অসম ছাত্ৰ সন্থাৰ ভালেমান পদক্ষেপ গ্ৰহণযোগ্য নহয় যদিও তেওঁলোকে জাতীয় স্বাৰ্থৰ প্ৰশ্নত যিদৰে মাত মাতি জাতিৰ হকে নেতৃত্ব লৈছে সেইদৰে অসম সাহিত্য সভাই জাতীয় প্ৰশ্নত লোৱা ভূমিকা আদৰণীয়। উগ্ৰ জাতীয়তাবাদী চিন্তাৰে জাতিগঠন প্ৰক্ৰিয়া দৃঢ়ীকৰণ নহয়। অসম সাহিত্য সভাই অন্ততঃ এনেকুৱা উগ্ৰজাতীয়তাবাদী দৃষ্টিভংগী লোৱা নাই। এসময়ত অসম সাহিত্য সভাৰ নেতৃত্বই কৃষক আন্দোলন অথবা শ্ৰমিকৰ স্বাৰ্থত আন্দোলন নকৰা বুলি এচাম বাওপন্থী চিন্তাপুষ্ট বুদ্ধিজীৱিয়ে অভিযোগ তুলি সাহিত্য সভাক শ্ৰমজীৱি জনগণৰ স্বাৰ্থবিৰোধী অনুষ্ঠান বুলি ক'বলৈ চেষ্টা কৰিছিল। সাহিত্য সভাই অৰ্থনৈতিক প্ৰগতিৰ দিশত অগ্ৰাধিকাৰ দিয়াৰ প্ৰশ্নই নাছিল। কিয়নো যি সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক পৰিবেশত সাহিত্য সভাৰ জন্ম হৈছিল সেই পৰিবেশত সাহিত্য সভাই ভাষাৰ অস্তিত্বৰ সংকট অতিক্ৰম কৰিব পৰা নাছিল, তেনেকুৱা অৱস্থাত সভাই সাহিত্য সৃষ্টিৰ পৰিবেশ উন্নতিতে সৰ্বাধিক গুৰুত্ব প্ৰদান কৰাটো ঐতিহাসিক দায়িত্ব বুলি বিবেচনা কৰিছিল। গতিকে সভাক কৃষক আন্দোলনত যোগদান নকৰাৰ বাবেই একপক্ষীয়ভাৱে দোষাৰোপ কৰাৰ কোনো ভিত্তি নাই। ভাষা আন্দোলনৰ

সময়ত ৰাজ্যিক ভাষা প্ৰণয়নৰ বাবে সভাই লোৱা ভূমিকা গুৰুত্বপূৰ্ণ। অসম আন্দোলনৰ সময়ত সভাই লোৱা ভূমিকা সমালোচনাৰ উৰ্দ্ধত নহয় যদিও কেতবোৰ কথাত সভাৰ ভূমিকাক কোনেও অস্বীকাৰ কৰিব নোৱাৰে। অসমখন এনেকুৱা এখন ৰাজ্য য'ত বিভিন্ন দলীয় উপদলীয়া ৰাজনীতিৰ কুছ্-কাৱাজ সৰ্বত্ৰ চলাৰ বাবে সংশ্লিষ্ট লোকসকলে চেষ্টা কৰে। অৰাজনৈতিক সংগঠন অসম সাহিত্য সভাৰ মঞ্চখন বিভিন্ন দলে নিজৰ দলীয় স্বাৰ্থ ৰক্ষাৰ বাবে ব্যৱহাৰ কৰিব খোজে। সভাই বহুতো ক্ষেত্ৰত সকলোৰে মিলন ভূমি "মঞ্চখন" পবিত্ৰ কৰি ৰাখিবৰ বাবে বিভিন্ন হেঁচা সহ্য কৰিবলগীয়া হয়। কেতিয়াবা আকৌ এচামে সভাৰ বাঢ়ি অহা ভাবমূৰ্তি তথা প্ৰভাৱ সহ্য কৰিব নোৱাৰি জধে-মধে কালাপাহাৰী আক্ৰমণ আৰম্ভ কৰে।

স্বেচ্ছাসেৱী অনুষ্ঠান এটিক ভাবে ভাৰাই ধনে-জনে, মনে-প্ৰাণে স্বায়ত্ব শাসনৰ বাবে জনগণে অযুৰন্ত সঁহাৰি আগবঢ়ালে সভাই তেতিয়া অনাহুকত কিছুমান কটু সমালোচনা সহ্য কৰিব নালাগিব। সেইবাবে সভাক শক্তিশালী কৰাৰ বাবে অসমৰ আয় কৰিব পৰা সকলো মানুহে অন্ততঃ বছৰত পাঁচ টকা আগবঢ়াবলৈ কৃপণালি কৰিব নালাগে।

অসম সাহিত্য সভা পূৰ্বৰ মততে এতিয়াও বৈ থকা নাই। বুঢ়া লুইতৰ জলস্ৰোত অবিৰাম ধাৰাৰে বৈ আছে, জলধাৰাৰ পৰিবৰ্তন হৈছে। সভায়ো সেইদৰে পৰিবৰ্তিত পৰিস্থিতিত গতিশীল নেতৃত্ব লৈ আগবাঢ়িব লাগিব। সম্প্ৰতি অসম সাহিত্য সভাই পূৰ্বৰ ভুল উপলব্ধি কৰি সঠিক বাটেৰে আহিব ধৰাটো শুভ লক্ষণ। প্ৰায় আঠ দহবছৰ পূৰ্বেই আমি অসম সাহিত্য সভাৰ সাংগঠনিক কাৰ্যকলাপ চৰ চাপৰি আৰু চাহ বাগিচাসমূহত প্ৰসাৰিত হ'ব লাগে বুলি দাবী জনাই আহিছিলো। সন্তোষৰ বিষয় যে বৰ্তমান চাহবাগিছা উপসমিতি আৰু চৰ-চাপৰি উপসমিতি গঠন হোৱাত এই বিষয়ে সভাৰ সাংগঠনিক কাৰ্যকলাপ কিছু প্ৰসাৰিত হৈছে। ১৯৯৭ চনত তেতিয়াৰ অসম সাহিত্য সভাৰ সভাপতি ড° নগেন শইকীয়া আৰু প্ৰাক্তন প্ৰধান সম্পাদক প্ৰয়াত শৈলেন দাসৰ সময়ছোৱাত (বিলাসীপাৰা অধিবেশন) "চৰ-চাপৰি উপসমিতি" গঠন কৰা হয়। এই উপসমিতিৰ উদ্যোগত ১৯৯৭ চনৰ ২৭ আৰু ২৮ ডিচেম্বৰত বৰপেটা জিলাৰ বাঘবৰ চাপৰিত প্ৰথমবাৰৰ বাবে চৰ-চাপৰি সাহিত্য সন্মিলন অনুষ্ঠিত হয়। দুদিন জুৰি চলা সন্মিলনত চৰ-চাপৰিৰ লেখক-লেখিকাসকলৰ সমস্যা, অসমৰ আৰ্থ-সামাজিক জীৱনলৈ চৰ-চাপৰিৰ বৰঙণি, চৰ-চাপৰিৰ শিক্ষাৰ প্ৰসাৰ, চৰ-চাপৰিৰ জীৱন আৰু সাহিত্য, শীৰ্ষক ভালেমান বিষয়ৰ আলোচনা হয়। তেতিয়াৰ অসম সাহিত্য সভাৰ সভাপতি ড° নগেন শইকীয়া, প্ৰধান সম্পাদক শৈলেন দাস, বিশিষ্ট সাহিত্যিক ইলিম উদ্দিন দেৱান, খবিৰ আহমেদ, ইছমাইল হোছেইন (মন্দিয়া), ইছমাইল হোছেইন, এম ইব্ৰাহীম আলি, কাছেমা খাতুন, ছকিলা খাতুন, মীৰ ছাহিদ উল্লাহ, চিত্তৰঞ্জন চৌধুৰী, কৰুণা দত্ত ইত্যাদি ভালেমান বিশিষ্ট ব্যক্তিয়ে অংশগ্ৰহণ কৰিছিল। সভাৰ প্ৰাক্তন সভাপতি চন্দ্ৰ প্ৰসাদ শইকীয়াৰ সভাপতিত্বৰ কালছোৱাত ২০০০ চনৰ ১১ আৰু ১২ ফেব্ৰুৱাৰীত "ধুবুৰী জিলা সাহিত্য সভা"ৰ উদ্যোগত "চৰ-চাপৰি সাহিত্য সন্মিলন"ৰ দ্বিতীয় কাৰ্যসূচী ধুবুৰী জিলাৰ মানকাচৰত অনুষ্ঠিত হয়। এই অনুষ্ঠানত অসমীয়া ভাষা সাহিত্য সংস্কৃতিৰ সমৃদ্ধি সাধনত চৰ চাপৰিবাসীৰ ভূমিকা আৰু কৰ্তব্য আৰু অসমৰ জাতীয় জীৱনৰ সমৃদ্ধিত চৰ-চাপৰিবাসীৰ ভূমিকা আৰু কৰ্তব্য" শীৰ্ষক বিষয়ে গুৰুত্বপূৰ্ণ আলোচনা সভাত চন্দ্ৰ প্ৰসাদ শইকীয়া, ড° বিয়াজউদ্দিন আহমেদ, শেইখ চমছেৰ আলি, এম, এলিমউদ্দিন দেৱান, দেলোৱাৰ খোন্দকাৰ, আখতাৰুল ইছলাম, ফজল আলী

আহেমদ, ৰেজাউল কৰিম, আব্দুল খালেক, ড° অহিজুদ্দিন শ্বেখ, মাছিয়া খন্দকাৰ, আশা দুজ্জামান, কাছেমা খাতুন, ইছমাইল হোছেইন, মিজানুৰ ৰহমান আদি বিশিষ্ট বুদ্ধিজীৱিসকলে অংশগ্ৰহণ কৰিছিল।

চৰ-চাপৰিৰ লোকসকল অসমলৈ অহাৰ প্ৰায় এশবছৰ পূৰ্ণ হ'ল। অসমৰ জাতিগঠনত মিঞা মুছলমানসকলৰ অৱদান অতি গুৰুত্বপূৰ্ণ। জাতিগঠনৰ মূলমন্ত্ৰ হৈছে একীভূত হোৱা। পৰৰ সংস্কৃতিকো নিজৰ বুলি গ্ৰহণ কৰি একতাৰ মহামন্ত্ৰৰে শান্তি সম্প্ৰীতি যথাৰ্থতে ৰক্ষা হ'লেহে জাতি গঠন দৃঢ় হয়।

অসমৰ কৃষি, অৰ্থনীতি, হস্ত তাঁত, বাঁহ-বেত, মীন, পশুপালন আদি বিভিন্ন দিশত এই লোকসকলে বিশেষভাৱে বৰঙণি যোগাইছে।

অসমৰ-ভাষা-সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰতো মিঞা মুছলমানসকলৰ বৰঙণি উল্লেখযোগ্য। মিঞা মুছলমান সমাজৰ পৰাই উৎকৃষ্ট সাহিত্য সৃষ্টি হৈছে। মিঞা মুছলমান সমাজৰ পৰা অসমীয়া সাহিত্যৰ বুৰঞ্জীত ইতিমধ্যে স্থান লাভ কৰা লেখকসকলৰ ভিতৰত ধুবুৰী জিলাৰ অধ্যাপক হবিবৰ ৰহমান, ডাঃ আব্দুৰ ৰহমান, ফিৰোজী খন্দকাৰ দিলোৱাৰ, কাছেমা খাতুন, চুলতান আলি ইত্যাদি; গোৱালপাৰা জিলাৰ মহম্মদ ইমদাদ উল্লাহ, দেৱান জয়নাল আব্দীন, আবুল হাছান মোল্লা, চিৰাজউদ্দিন শিকদাৰ, মমতাজউদ্দিন আহমেদ আদি, বৰপেটা জিলাৰ আতাউৰ ৰহমান, এম ইলিমউদ্দিন দেৱান, ছাকিলা খাতুন, মোহাম্মদ নবীৰ হুছেইন, খবিৰ আহমেদ, ইছমাইল হোছেইন (জ্যেষ্ঠ) এম, ইব্ৰাহীম আলি আহম্মদ, হুছেইন খান, মহঃ নাজিমউদ্দিন দেৱান; ইছমাইল হোছেইন আদি, কামৰূপ জিলাৰ আলহাজ চকৰামত আলি, মীৰ্জা হুমায়ুন কবীৰ, মীৰ ছামছুল হক আদি, নগাওঁ জিলাৰ আব্দুল হাই, ছামছুল হুদা, আবুছামা, ড° ৰিয়াজউদ্দিন আহমেদ আৰু লক্ষীমপুৰ জিলাৰ আবুছইদ খান আদি বিশেষভাৱে উল্লেখযোগ্য।

পাৰ হৈ যোৱা দিনবোৰত অসমে অনেক দুৰ্ভোগ পাইছে। আবেগৰ দ্বাৰা চালিত হৈ নিজৰ মাজত সংঘৰ্ষৰ পথ লোৱা হৈছিল। অনৰ্থক ৰক্তপাতেৰে জাতীয় জীৱন কলংকিত কৰা হৈছে। সংঘাত, শংকা, সংশয়, সন্দেহে আমাৰ মনবোৰ দুৰ্বল কৰিছিল। অসম সাহিত্য সভাই যুক্তিবাদী দৃষ্টিভংগীৰে চৰ-চাপৰিৰ অধিবাসী তথা অসমৰ মিঞা মুছলমানসকলৰ আৰ্থসামাজিক সাংস্কৃতিক উন্নয়ন আৰু বিকাশৰ বাবে আৰু অধিক দায়বদ্ধ হ'ব লাগিব।

সভাই সুদীৰ্ঘকালৰ অভিজ্ঞতাৰে জাতীয় জীৱনৰ নেতিবাচক দিশবোৰ অধ্যয়ন কৰি পাৰস্পৰিক অবিশ্বাস আৰু সন্দেহ আঁতৰাই এক নতুন সংমিশ্ৰণৰ অসম গঢ়াৰ বাবে সুস্পষ্ট নীতি আৰু আদৰ্শৰে আগবাঢ়িব লাগিব। অহিংসা আৰু প্ৰেমেৰে ভৰা এখন সমাজ গঢ়িব পাৰিব একমাত্ৰ অসম সাহিত্য সভাইহে।OO

# কুঁৱলীয়ে ঢকা গণতন্ত্ৰ

## প্ৰফুল্ল বৰ্মন

গণতন্ত্ৰৰ সংজ্ঞা আজি সৰ্ববিদিত। বিশেষকৈ ভাৰতবৰ্ষত। সাধাৰণ শিক্ষা-দীক্ষা থকা আৰু ৰাজনীতি বিজ্ঞান পঢ়া প্ৰায় আটাইবোৰ মানুহে গণতন্ত্ৰৰ অৰ্থ বুজি পায়। ৰাজনীতি বিজ্ঞানত গণতন্ত্ৰৰ সংজ্ঞা দিয়া আছে আৰু তাক বহুলভাৱে ব্যাখ্যা কৰাও আছে।

ৰাজনীতিবিদ আৰু বুদ্ধিজীৱি সকলে দেশ শাসনৰ সুফল কামনা কৰি আৰু জনগণৰ মঙ্গলাৰ্থে গণতন্ত্ৰৰ নিয়মাৱলী ৰচনা কৰি সেই নিয়মাৱলীক কাৰ্যক্ষেত্ৰত ৰূপায়ণ কৰি দেশ শাসনৰ স্বচ্চ নিদৰ্শন স্বৰূপে অৰ্পন কৰিছিল। দেশৰ তৃণমূল পৰ্যায়ৰ নাগৰিকে যাতে সমাজনীতি, অৰ্থনীতি আৰু ৰাজনীতিত প্ৰত্যক্ষ বা পৰোক্ষভাৱে ভাগ ল'ব পাৰে, এই মহান উদ্দেশ্য ৰাখি গণতন্ত্ৰৰ ভেটি স্থাপন কৰিছিল মনিষীসকলে।

ইংৰাজৰ কবলৰ পৰা মুক্তি পোৱাৰ পিছত এই গণতান্ত্ৰিক ব্যৱস্থা ভাৰতবৰ্ষলৈ অনা হ'ল। সৌ সিদিনা গণতন্ত্ৰৰ পঞ্চাশবছৰ পূৰ্ণ হোৱাৰ সোণালী জয়ন্তী বৰ্ষও পালন কৰা হ'ল অতি ধুমধামেৰে। কিন্তু গণতন্ত্ৰৰ স্ৰষ্টাসকলে যি মহান উদ্দেশ্য আগত ৰাখি গণতন্ত্ৰক ৰাইজৰ হাতত সমৰ্পন কৰিছিল, আজি তাৰ সৎ প্ৰয়োগ হৈ আছেনে? ভাৰতবৰ্ষত গণতন্ত্ৰৰ প্ৰকৃত স্বৰূপ প্ৰতিফলিত হৈ আছেনে? গণতন্ত্ৰই মানবী হিয়াত আস্থা লভিব পাৰিছেনে? আমাৰ দেশৰ চুকে-কোণে আৰু বহুতো প্ৰশ্ন উদয় হ'ব ধৰিছে এই বিষয়ে। কিন্তু প্ৰত্যেকটো প্ৰশ্নৰ উত্তৰ ফহিয়াই চালে আমি পাম নিগেটিভ উত্তৰ। তথাপি বাৰু কিয় গণতন্ত্ৰ জীয়াই আছে ভাৰতবৰ্ষত? তাৰ উত্তৰ হিচাপে আমি পাম গণতন্ত্ৰৰ বাহিৰে ভাৰতবাসীৰ অন্য কোনো গত্যন্তৰ নাই। এসময়ত থকা ৰাজতন্ত্ৰ ভাৰতবৰ্ষলৈ পুনৰ ঘূৰাই আনিব পৰা যাবনে? আজি ভাৰতবৰ্ষত যি গণতন্ত্ৰ বৰ্ত্তী আছে তাত কুঁৱলীয়ে আবৰি ধৰিছে। কুঁৱলীয়ে কোনো বস্তু কিছু সময়ৰ কাৰণে ঢাকি ৰাখিব পাৰে কিন্তু সূৰ্যৰ কিৰণ পৰি কুঁৱলী আঁতৰি যোৱাৰ পিছত সেই বস্তুটো পুনৰ দৃশ্যমান হৈ উঠে। গণতন্ত্ৰক আবৰি থকা কুঁৱলীবোৰ আঁতৰি যাব বুলি ভাৰতীয়সকলৰ মনত অফুৰন্ত আশা আছে আৰু সেয়েহে ভাৰতবৰ্ষত গণতন্ত্ৰ জীয়াই আছে। কিন্তু সেই কুঁৱলীবোৰ ইমান ডাঠ হ'ল যে, তমসাৰ এন্ধাৰৰ দৰে এটা ক'লা চামনি পৰি আচল গণতন্ত্ৰক অদৃশ্যমান কৰি ৰাখিছে। তথাপি মনৰ আশা এৰি দিয়া নাই ভাৰতীয়সকলে, এদিন কুঁৱলী আঁতৰিবই।

আজিৰ গণতন্ত্ৰ অসমৰ আমৰ দৰে, বাহিৰত সুন্দৰ নিটোপল কিন্তু কামোৰ মৰাৰ লগে লগে ভিতৰৰ পৰা ওলায় লেউ-লেউ পোক। আজিৰ গণতন্ত্ৰই প্ৰত্যেকজন ভাৰতবাসীকে প্ৰৱঞ্চনা কৰিব ধৰিছে। তথাপি উপায় নাই দেখিয়ে অন্তৰৰ পৰা নহ'লেও গণতন্ত্ৰক বুকুত সাৱটি ধৰি আছে। কিন্তু কিহৰ কাৰণে গণতন্ত্ৰৰ এই অৱস্থা হ'ল? গণতন্ত্ৰৰ সৃষ্টি কৰ্ত্তাসকলেতো ভবা নাছিল গণতন্ত্ৰৰ আজিৰ এই অৱস্থা হ'ব বুলি। গণতন্ত্ৰৰ এই দুৰৱস্থাৰ আটাইবোৰ কাৰণ বিশ্লেষণ কৰা সম্ভৱ নহয় যদিও কেইটিমান মূল কাৰণ উল্লেখ কৰিব পাৰি— প্ৰথম কাৰণটো হ'ল, ক্ষমতা আৰু ধনপ্ৰাপ্তিৰ অহেতুক স্পৃহা। দ্বিতীয় কাৰণটো হ'ল, জনসাধাৰণৰ ৰাজনৈতিক চেতনাবোধৰ অভাৱ আৰু তৃতীয় প্ৰধান কাৰণটো হ'ল, অনগ্ৰসৰ শিক্ষা ব্যৱস্থা আৰু বৌদ্ধিক চিন্তাৰ অপৈনত অৱস্থা। গণতন্ত্ৰৰ দুৰৱস্থাৰ কাৰণবোৰ

আমি ইয়াত বহুল বিশ্লেষণ কৰিবলৈ প্ৰয়াস নকৰি গণতন্ত্ৰই কিভাৱে ভাৰতীয় জনতাক আভুৱা ভাবি অক্টোপাছৰ দৰে গ্ৰাস কৰি আছে আৰু গণতন্ত্ৰৰ আচল ৰূপটো বিৰূপ হৈ মুমূৰ্ষ জনতাৰ সামাজিক, নৈতিক তথা অৰ্থনৈতিক দিশবোৰ নিম্নগামী কৰি আছে তাৰেই কিয়দাংশ আলোচনা কৰিবলৈ লৈছো।

গণতন্ত্ৰৰ প্ৰধান বৈশিষ্ট্য হৈছে নিৰ্বাচন আৰু নিৰ্বাচনৰ প্ৰধান উপাদান হ'ল ভোটাৰ। প্ৰত্যক্ষ আৰু পৰোক্ষ নিৰ্বাচন পদ্ধতিৰে আমাৰ দেশত নিৰ্বাচন হয়। জনতাই নিৰ্বাচিত কৰি দিয়া প্ৰতিনিধিজন শাসনৰ বাঘজৰী লোৱা নেতা হিচাপে পৰিগণিত হয়। কিন্তু এই নিৰ্বাচন প্ৰক্ৰিয়াতে কিছুমান ত্ৰুটি থাকি গৈছে যাক শুধৰাই ল'বলৈ জনতাই আন্দোলন পৰ্যন্ত কৰিবলগীয়া হৈছে বা আইনৰ দৰ্জা খট-খটাবলগীয়া হৈছে। নিৰ্বাচন হৈ যোৱাৰ পিছত নিৰ্বাচিত প্ৰতিনিধিসকলে প্ৰকৃতাৰ্থত যদিও জনতাক ভয় কৰিব লাগে কিন্তু ভাৰতবৰ্ষত তাৰ ওলোটা ৰূপটোহে পৰিলক্ষিত হৈছে। নিজে নিৰ্বাচিত কৰি দিয়া নেতাজনকহে পিছত হিংস্ৰ বাঘ বিষাক্ত সাপৰ দৰে ভয় কৰিবলৈ ধৰে। নিজৰ দুখ-দুৰ্গতি বা আপত্তিবোৰ দৰ্শাবৰ কাৰণে নেতাজনক লগ কৰিবলৈ ঘণ্টাৰ পিছত ঘণ্টা বা দিনৰ পিছত দিন কটাবলগীয়া হয় অথবা কোনো দালালৰ সহায় ল'বলগীয়া হয়। বহু প্ৰতিৰক্ষাৰ বেষ্টনী পাৰ কৰি তামোলৰ টোপোলা পৰ্যন্ত বাহিৰত পেলাই থৈ মন্ত্ৰী, এম, এল.এক লগ কৰিবলৈ সক্ষম হ'লেও নানা চলাহি কথাৰে ব্যস্ততাৰ অজুহাত দেখুৱাই নেতাসকলে নিৰীহ জনতাৰ ওজৰ আপত্তি শুনিবলৈ নিবিচাৰে। অধিক সময়ত ভুৱা প্ৰতিশ্ৰুতিৰে এই নিৰীহ জনতাক আভুৱা ভৰাও দেখা যায়। সকলোৰে বাবে আইন সমান যদিও এই নেতাসকলে কৰা ভুলৰ মাৰ্জনা অতি বেছি আৰু ভুলৰ বিচাৰ বৰ পলমকৈ হয় আৰু বহুত সময়ত বিচাৰ নহয়েও। এটা কথাত ক'বলৈ গ'লে তেওঁলোকৰ কোনো ভুল নহয়। কিয়নো (King can do no wrong) ৰজাই কেতিয়াও ভুল নকৰে। এই নেতাসকলে কৰা ভুলৰ বাবে সংবাদ মাধ্যমবোৰেও প্ৰচণ্ড অগ্নিশিখা হৈ উঠে যদিও কিবা অনিবাৰ্য কাৰণত কেইদিনমান পিছত শীতল পানীৰ হেঁচাত সেই অগ্নিশিখা মৰা এঙাৰলৈ ৰূপান্তৰিত হয়। জাগৰিত জনতাইও বিভিন্ন কাৰণত পুনৰ শান্ত ৰূপ ধাৰণ কৰে। আজিৰ জনতাই আগদিনাৰ কথা ৰাতিপুৱালৈ পাহৰি যায়। কেইদিনমান পিছত সেইজন নেতাৰ সকলো দোষ-ত্ৰুটি ধোৱা তুলসীৰ পাত কৰি পুনৰ থাপনাত পাতে আৰু সেই নেতাজনক আদৰি-সাদৰী মাতি আনি বৰপীৰা পাৰি দিয়ে। গণতন্ত্ৰত বহুদলীয় ব্যৱস্থা থকা হেতুকে আৰু দল সলনি কৰাত কোনো সাংবিধানিক বাধা নথকা হেতুকে সুবিধা বুজি লুটি বাগৰ মাৰি ডলাৰ বগৰী সদৃশ ৰাজনৈতিক দল সলনি কৰে। আচৰিত কথাটো হ'ল যে, সেই দল বাগৰা নেতাজনে আগতে যিটো দলৰ সৌজন্যত ঘি মৌ ভক্ষণ কৰি গেৰেলা হৈছিল, দল বদলি হোৱাৰ পিচত পূৰ্বৰ দলটোৰে তেওঁ কুৎসা ৰচনা কৰি ৰাইজৰ মাজত মেল মিটিঙে দৌৰাত্ম দেখাই ভাষণৰ ফুলজাৰী মাৰে। তাকে শুনি নিৰ্লজ-নিৰ্বোধ জনতাই হাত চাপৰি বজায়, সহাঁৰি জনায়, ফুলৰ মালা পিন্ধাই সম্বৰ্ধনা দিয়ে আৰু তেওঁৰ ভুৱা প্ৰতিশ্ৰুতিত ভোল হৈ পুনৰ তেওঁকে পাঁচ বছৰৰ কাৰণে নিৰ্বাচিত কৰে। পুনৰ তেওঁ এম.এল.এ সাংসদ বা মন্ত্ৰী হয় আৰু গাদীত বহি পূৰ্বগতিৰে ৰাইজৰ ধন-ঐশ্বৰ্য শবাধ কৰি ৰাজকীয় মৰ্যাদাৰে গোসাঁই সদৃশ পূজা-পাতল পাই থাকে। এই নেতাসকলে পৰিকল্পনা তৈয়াৰ কৰি বিভিন্ন শিতানত জমা-খৰচৰ বাজেট তৈয়াৰ কৰে আৰু পৰিকল্পনাৰ কাৰ্যসূচী আৰম্ভ কৰে। পাঁচ বছৰ পূৰ্ণ হয়, পৰিকল্পনা শেষ হয়, ধনো খৰছ হয়। কিন্তু উন্নতিশীল কাম দহশতাংশও নহয়। কেতিয়াবা দুষ্ট চক্ৰৰ লগত হাত মিলাই সেই পৰিকল্পনা 'বাহিৰে ৰং চং

ভিতৰে কোবা ভাতুৰী' কৰি তোলে। নিজৰ ধনেৰে নিজৰ দৈনন্দিন জীৱনৰ প্ৰগতিশীল কামবোৰ নেতাসকলৰ দ্বাৰা পৰিকল্পিত ৰূপত কৰা দেখি আমাৰ ভাৰতবৰ্ষৰ মুমূৰ্ষ জনতাই বাঃ বাঃ দিয়ে উক্ত নেতাসকলক।

অবৈধ ধনেৰে ভোটাৰক কিনা-বেচা কৰা, নানা উপঢৌকনেৰে লালায়িত কৰা, মিছা প্ৰতিশ্ৰুতি, মিছা আশা দিয়া, ধৰ্মৰ বেহা-বেপাৰ কৰি, গুণ্ডাগিৰী কৰি, আনকি নৰহত্যা পৰ্যন্ত কৰি ভোটৰ মহাযুদ্ধত জয়লাভ কৰি গাদী দখল কৰা একোজন নেতা বা মন্ত্ৰীয়ে বিভিন্ন সাংস্কৃতিক শোভাযাত্ৰাৰ আঁত ধৰা, বিভিন্ন ধৰ্মীয় তথা অন্যান্য সভাত মুখ্য অতিথি হোৱা, বিভিন্ন অনুষ্ঠানৰ ফিটা কাটি উন্মোচন কৰা, আধাৰশিলা স্থাপন কৰা, নিজে হত্যাকাৰী লগাই কৰা হত্যাকাণ্ডত নিহতসকলৰ পৰিয়ালবৰ্গলৈ ঘৰিয়ালৰ চকুপানীৰে সমবেদনা জ্ঞাপন কৰা আদি কত যে লুকা-ভাকু খেল নেখেলে আজিৰ ভাৰতবৰ্ষৰ নেতাসকলে। কিন্তু চকু থাকিও অন্ধ গণতন্ত্ৰৰ সাধক জনতাই এই অন্যায়বোৰৰ প্ৰতিবাদ কৰক চাবি নিজৰ স্বাৰ্থ সিদ্ধি কৰাৰ কাৰণে একাংশই গোপনে এই অসুৰসকলৰ লগত হাত মিলায়। দুই-চাৰিজনে প্ৰতিবাদ কৰিছে যদিও ফুটুকাৰ ফেন হৈ নিমিষতে বিলুপ্ত হৈ পৰিছে সময়ৰ গতিত। কিছুমান প্ৰতিবাদীক নেতা-মন্ত্ৰীসকলে হয়তো বিভিন্ন কৌশলেৰে মেনেজ কৰিছে নতুবা দলৰ আলহী কৰিছে অথবা চিৰদিনৰ কাৰণে নিমাত কৰি দিছে। আজি-কালিতো সন্ত্ৰাসবাদীৰ মোহৰ লগাই Encounter নামৰ পৰিকল্পিত যুদ্ধ ভূমিত নিধন কৰে এনে একোটা প্ৰতিবাদী শক্তিক। তথাপি গণতন্ত্ৰৰ জয় হয় অবিৰতভাৱে।

হে গণতন্ত্ৰৰ ছত্ৰধাৰীসকল, ৰাইজৰ হকে আত্মবিসৰ্জন দিবলৈ সাজু হোৱা অভিনেতাসকল আৰু ৰাইজৰ দুখতে চকুপানী টুকি শোকত ভাগি পৰা ছদ্মবেশী ৰজাসকল, মথাউৰি কাটি বা মথাউৰি নিৰ্মাণ নকৰাকৈ মথাউৰি বন্ধাৰ ছাৰ্টিফিকেটত ছিল মোহৰ মাৰি দি অনিয়মীয়া বানপানীৰ সৃষ্টি কৰি হেলিকপ্টাৰেৰে বানপীড়িতক দৰ্শন কৰি ভিতৰি তৃপ্তি লভা আৰু দুমুখীয়া হৈ সাহায্য দান কৰা দাতাসকল, গোষ্ঠীগত সংঘৰ্ষ লগাই দি ঘৰ-দুৱাৰ ভষ্মীভূত কৰাৰ পিছত পানী যোগান ধৰা বৰুণ দেৱতাসকল, তোমালোক যদি জনতাৰ ত্ৰাণকৰ্ত্তা, সুখ-দুখৰ ভাগি আৰু ভাতৃত্ববোধৰ মৰম স্নেহেৰে যদি তোমালোকৰ হৃদয় ভৰপুৰ, তেন্তে তোমালোক মন্ত্ৰী, এম.এল.এ হোৱাৰ পিছত অস্ত্ৰধাৰী সেনা-পুলিচৰ আবেষ্টনিত চক্ৰবেহুৰ মাজত সোমাই থাকা কিয়? ৰাইজৰ উপকাৰ কৰা তোমালোক যদি বন্ধু হোৱা, তেন্তে তোমালোকৰ ইমান নিৰাপত্তাৰ দৰকাৰ কিয়? তোমালোকৰ অহা যোৱা কৰা ৰাস্তাৰ কাষত Route liningৰ কাৰণে ইমানবোৰ নিৰাপত্তাৰক্ষী কিয়? চৰকাৰী কামৰ পৰিবৰ্তে বিয়া খোৱা, সাংস্কৃতিক সন্ধিয়া উপভোগ কৰা, বনভোজ খোৱা, আলহীৰ ঘৰলৈ যোৱা, বজাৰ-সমাৰ কৰা আদি এশ-একুৰি কামত ঘূৰি ফুৰোতেও কিহৰ বাবে ইমান নিৰাপত্তাৰ দৰকাৰ? তোমালোকৰ নিৰাপত্তাত লাগি থকা সেইসকল নিৰাপত্তাৰক্ষীৰ কথা এবাৰ ভাবি চাইছানে? ৰ'দ-বৰষুণ, ধুমুহা, বতাহতো লঘোণে থাকি দিনৰ দিনটো ৰাস্তাৰ কাষত থিয় দি কৰ্ত্তব্য কৰি থকাৰ বিনিময়ত তোমালোকে তেওঁলোকক সন্মান প্ৰদৰ্শন কৰিছানে? ওলোটাই তোমালোকৰ নিৰাপত্তাত ব্যস্ত থাকোতে অজানিতে কৰা ত্ৰুটি-বিচ্যুতিৰ কাৰণে তেওঁলোকে চাকৰিৰ পৰা নিলম্বিত হ'ব লগাও হৈছে। তেওঁলোক গণতান্ত্ৰিক দেশৰ নাগৰিক নহয়নে?

গণতন্ত্ৰ মানেই প্ৰজাতন্ত্ৰ। ইয়াত ৰাইজেই সৰ্বশক্তিমান। এই সৰ্বশক্তিমান প্ৰজাই নিৰ্বাচন কৰি দিয়া প্ৰতিনিধিসকলক যথা সময়ত গণতান্ত্ৰিক পদ্ধতিৰে শাসনৰ গাদীৰ পৰা প্ৰজাৰ শাৰীলৈ নমাই আনিব পাৰে। কিন্তু আজিৰ প্ৰজাতন্ত্ৰই প্ৰকৃতাৰ্থত সোৰোপা ৰূপ ধৰক

কৰিছে। গণতন্ত্ৰত সকলো মানুহে সমান অধিকাৰ, সমান মৰ্যাদা আৰু ৰাষ্ট্ৰৰ সা-সম্পত্তি তথা ৰাষ্ট্ৰৰ পৰা পাব লগা সুবিধা সমানে ভোগ কৰিব পাৰে। কিন্তু কাৰ্যক্ষেত্ৰত সংবিধানত লিখা কথাবোৰ ফলৱতী নহয়। সাধাৰণ জনতাৰ ঘৰত খাবলৈ দুমুঠি নোযোৰে, সাধাৰণ জনাতাৰ ঘৰত পানীৰ অভাৱ, বিজুলীৰ অভাৱ, থকা ঘৰৰ অভাৱ, চিকিৎসাৰ অভাৱ আদি হেজাৰ হেজাৰ সমস্যা। কিন্তু তাৰ বিপৰীতে মন্ত্ৰী, এম.এল.এৰ বাসভৱনত সকলো বস্তুৰ উভৈনদী। হায় গণতন্ত্ৰ।

গণতন্ত্ৰৰ যিটো স্বৰূপ বৰ্ত্তমান আমাৰ দেশত প্ৰবাহিত হৈ আছে, এই প্ৰবাহ যদি ভৱিষ্যতলৈ চলি থাকে তেন্তে গণতন্ত্ৰক কবৰ দি তাৰ ঠাইত স্বৈৰতন্ত্ৰৰ প্ৰদৰ্শন হোৱাটো ধুৰূপ। পৃথিৱীৰ উন্নত ৰাষ্ট্ৰবোৰত যেনেকৈ গণতন্ত্ৰৰ সফল প্ৰয়োগ হৈ আছে, ভাৰতবৰ্ষই তাক ভেঙুচালি কৰি কদৰ্য ৰূপ দৰ্শাই আছে অথচ ভাৰতবৰ্ষতে গণতন্ত্ৰৰ উৎকৃষ্ট প্ৰয়োগ হোৱা বুলি নেতাসকলে জনসাধাৰণক আভুৱা ভাৰি আছে।

সময় পাৰ হোৱা নাই। সমূহ ভাৰতবাসীয়ে সময় থাকোতে পুনৰ পৰ্যালোচনা কৰি গণতন্ত্ৰৰ স্ৰষ্টাসকলৰ মহান উদ্দেশ্যক সন্মান জনাই তেওঁলোকৰ আশা-আকাঙ্খাক উচ্চ স্থান দি গণতন্ত্ৰক সঠিক স্থানত বহুৱাব লাগে। তেতিয়াহ'লে সমূহ ভাৰতবাসীৰে মঙ্গল হ'ব, অন্যথা গণতন্ত্ৰৰ অকাল মৃত্যু হোৱাটো নিশ্চিত।○